# এৰি থৈ অহা দিনবোৰ

(অসমীয়া অভিজ্ঞা মহিলাৰ চমু আত্মজীৱনী সংকলন)

মুখ্য উপদেষ্টা :

ড° ইন্দিৰা গোস্বামী (শ্ৰীমতী মামনি ৰয়ছম গোস্বামী)

সংকলন সম্পাদিকা :

ড° (শ্ৰীমতী) মলয়া (বৰুৱা) খাওন্দ

অসমীয়া অভিজ্ঞা মহিলাৰ আত্মজীৱনী সংকলন আঁচনি
নতুন দিল্লী, ১৯৯০

লয়াৰ্ছ বুক ষ্টল
পানবজাৰ : গুৱাহাটী : অসম

**ERI THOI AHA DINBOR**

*a collection of memoirs of a few distinguished Assamese women writers edited by Dr. (Mrs) Malaya (Barua) Khound and published by Shri Khagendra Narayan Dutta Baruah, Lawyer's Book Stall, Panbazar, Guwahati 781001.*

প্ৰথম প্ৰকাশ : ১৯৯৩

প্ৰকাশক

শ্ৰীখগেন্দ্ৰ নাৰায়ণ দত্তবৰুৱা

লয়াৰ্ছ বুক ষ্টল

পানবজাৰ : গুৱাহাটী ৭৮১০০১

DTP composed by **swastika printers**

Ulubari, Guwahati 781007

ছপাওতা

পূৰেকণ প্ৰেছ

১/১এ গোয়াবাগান লেন

কলিকতা-৭০০ ০০৬

দাম : ৭৫.০০ টকা মাত্ৰ

# পাতনি

জীৱনী সাহিত্য মূলতঃ দুই প্ৰকাৰৰ— জীৱনী বা জীৱন চৰিত আৰু আত্মজীৱনী বা আত্ম-জীৱন চৰিত। জীৱন-চৰিতত কোনো এক ব্যক্তিৰ পূৰ্ণ বিকাশ ঘটে অন্য এক ব্যক্তিৰ হাতত। ই চিত্ৰকলাৰ দৰে এক বিশেষ সৃষ্টি— যাৰ সহায়ত আমি সেই ব্যক্তিৰ ভিতৰৰ পুৰুষজনক বা মহিলা গৰাকীক জানিব পাৰোঁ। ইংৰাজী সাহিত্যত জেমচ্ বচৱেল (১৭৪০-১৭৯৫)ৰ "লাইফ অব ড° চেমুৱেল জনচন", ৰোমাঁ ৰোলাঁ (১৮৬৬-১৯৪৪) ৰ ৰামকৃষ্ণ পৰম হংস আৰু বিবেকানন্দৰ জীৱন চৰিত; ভগিনী নিৰ্বেদিতাৰ 'দি মাষ্টাৰ এজ আই চ হিম' আদি উল্লেখযোগ্য জীৱন চৰিত [Biography]

অসমীয়া সাহিত্যত জীৱন-চৰিত ৰচনা কৰা প্ৰথা খৃষ্টীয় সপ্তদশ শতিকাৰ পৰাই আৰম্ভ হয়। প্ৰাতঃস্মৰণীয় গুৰু শ্ৰীশ্ৰীশঙ্কৰদেৱ আৰু শ্ৰীশ্ৰীমাধৱদেৱ প্ৰমুখ্যে বৈষ্ণৱ যুগৰ মহাপুৰুষসকলৰ জীৱনক কেন্দ্ৰ কৰি ৰচিত হোৱা 'গুৰু-চৰিত' সমূহেই অসমীয়া জীৱনী সাহিত্যৰ পথ-প্ৰদৰ্শক। আধুনিক অসমীয়া সাহিত্যত এনে ধৰণৰ জীৱন-চৰিতৰ ভিতৰত গুনাভিৰাম বৰুৱাৰ "আনন্দৰাম ঢেকিয়াল ফুকনৰ জীৱন-চৰিতেই" সৰ্ব্ব প্ৰথম। লিখকৰ লগত আনন্দ ৰাম ঢেকিয়াল ফুকনৰ ঘনিষ্ঠতম সম্পৰ্ক থকা বাবে এই গ্ৰন্থত জীৱনীত থাকিবলগীয়া প্ৰায় সকলোখিনি সৰু-বৰ কথাই উল্লিখিত হৈছে। ড° সত্যেন্দ্ৰ নাথ শৰ্মাৰ ভাষাত— "ড° জনচনৰ সমল যোগাৰ কৰোঁতে বচৱেল যেনেকৈ ছাঁৰ দৰে লগে লগে আছিল, তেনেকৈ অতি কাষৰে পৰা নায়কক অধ্যয়ন কৰি ৰচনা কৰা জীৱন-চৰিত গুনাভিৰামৰ খনৰ বাহিৰে নাই বুলিলেও অত্যুক্তি কৰা নহয়।" তৃতীয় ব্যক্তিয়ে ৰচনা কৰা জীৱনী-সাহিত্য অসমীয়া সাহিত্যৰ বুৰঞ্জীত ডেখাৰ। মহৎ লোকৰ জীৱনৰ আদৰ্শাৱলীয়ে নতুন পুৰুষসকলক উৎসাহ আৰু প্ৰেৰণা যোগোৱাৰ উদ্দেশ্যেই জীৱন-চৰিত ৰচিত হয়। ই যেন কোনোবা অতীজতে সুদূৰৰ কবিয়ে সঁকিয়াই যোৱা "মহা মহা পুৰুষৰ চানেকিৰে জীৱনৰ, আমিও কৰিব পাৰোঁ জীৱন গঢ়িত".......কথাষাৰৰে এক পুনৰুক্তি।

আত্ম-জীৱনী বা আত্ম-জীৱন চৰিত (Autobiography) ত কোনো এক ব্যক্তিৰ নিজৰ জীৱনৰ বিচিত্ৰ কাহিনী আৰু অভিজ্ঞতা সমূহ প্ৰথম পুৰুষতে বৰ্ণিত হয়। যিজন লিখকে নিজৰ জীৱনৰ স্মৰণীয় মুহূৰ্ত্তবোৰ তথা

অভিজ্ঞতা সমূহৰ বিষয়ে অকপট চিত্তে বিবৃত কৰিব পাৰে, তেওঁৰ গ্ৰন্থত সত্য যি দৰে সুন্দৰ আৰু অভাৱনীয় প্ৰাণৰসেৰে পৰিপুষ্ট হৈ উঠে, সি চিৰায়ত সাহিত্য হিচাপে অনবদ্য। সেয়ে হলেও, অত্যন্ত আত্ম সচেতনতা আৰু নম্ৰতা আত্ম জীৱন চৰিত ৰচকৰ পক্ষে দোষণীয়। বিশ্বকবি ৰবীন্দ্ৰনাথ ঠাকুৰে তেওঁৰ জীৱন-স্মৃতিত কৈছিল: "এই স্মৃতিৰ ভিতৰত এনে একো নাই যিটো চিৰস্মৰণীয় হ'বৰ যোগ্য— বিষয়ৰ মৰ্য্যাদাৰ ওপৰত যে সাহিত্য নিৰ্ভৰ কৰে সেইটো নহয়; যিটো ভালকৈ উপলব্ধি কৰিছোঁ তাকে অনুভৱগম্য কৰি তুলিব পাৰিলেই মানুহে তাক আদৰ কৰিব। নিজৰ স্মৃতিৰ ভিতৰত যিটো চিত্ৰৰূপে ফুটি উঠে, তাক কথাৰ মাজেদি ফুটাই তুলিব পাৰিলেই সি সাহিত্যত স্থান পাবৰ যোগ্য।" এই স্মৃতি-চিত্ৰ সমূহেই সাহিত্যৰ সামগ্ৰী। ইংৰাজী সাহিত্যত চেইন্ট্ অগষ্টাইনৰ 'কনফেচন'; ৰুছোৰ 'লা কনফেচন'; গিবনৰ আত্মজীৱন চৰিত; মহাত্মা গান্ধীৰ 'মাই এক্সপেৰিমেণ্ট উইথ ট্ৰুথ' আদি প্ৰসিদ্ধ আত্মজীৱন কাহিনী।

অসমীয়া সাহিত্যত হৰকান্ত শৰ্ম্মাবৰুৱাৰ 'সদৰামীনৰ আত্মজীৱনী' প্ৰথম আত্মজীৱন চৰিত। ১৮১৫ চনৰ পৰা ১৮৭২ চনলৈকে এই কাল ছোৱাৰ বিস্তৃত বিৱৰণে ইয়াত ঠাই পাইছে। অৱশ্যে এই গ্ৰন্থ ১৯৬০ চনতহে প্ৰকাশ হয়। 'জোনাকী' (চতুৰ্থ ভাগ, দ্বিতীয় সংখ্যা) আলোচনীত প্ৰকাশিত 'হেমচন্দ্ৰ বৰুৱাৰ আত্মজীৱন চৰিত' (১৮৩৫-১৮৯৬)ৰ ভাষা আৰু প্ৰকাশভঙ্গীৰ বৈশিষ্ট্য মন কৰিবলগীয়া। লক্ষ্মীনাথ বেজবৰুৱাৰ 'মোৰ জীৱন সোঁৱৰণ' (১৮৬৪-১৯৩৮) বিস্তৃত পটভূমি আৰু আকৰ্ষণীয় ৰচনাৰীতিৰে এখন অতি উপাদেয় আত্ম জীৱনী। পদ্মনাথ গোঁহাঞি বৰুৱা আৰু ৰজনীকান্ত বৰদলৈৰ 'মোৰ সোঁৱৰণী'ত সেই লিখক দুজনাৰ বৰ্ণ-বৈচিত্ৰ্যময় অভিজ্ঞতাৰ সুনিপুন প্ৰকাশ ঘটিছে। লক্ষ্মীধৰ শৰ্ম্মাৰ 'জীৱন-স্মৃতি'; 'হৰিবিলাস আগৰৱালাৰ আত্মজীৱনী' (১৯৬৭); বেনুধৰ ৰাজখোৱাৰ 'মোৰ জীৱনৰ দাপোন' (১৯৬৯); শৈলধৰ ৰাজখোৱাৰ 'অতীতৰ সোঁৱৰণ' (১৯৬৯); পদ্মধৰ চলিহাৰ 'জীৱনবীণাৰ সুৰ' (১৯৬৩) বেনুধৰ শৰ্ম্মাৰ 'মজিয়াৰ পৰা মেজলৈ' (১৯৮০); ৰাজবালা দাসৰ 'তিনিকুৰি দহ বছৰৰ স্মৃতি' (১৯৭১); কৃষ্ণ শৰ্ম্মাৰ ডায়েৰী; অতুল চন্দ্ৰ হাজৰিকাৰ 'স্মৃতিলেখা' (১৯৭২); ধনাই বৰাৰ 'মোৰ সংসাৰ যাত্ৰাৰ কথা' (১৯৭৯); প্ৰতাপ চন্দ্ৰ গোস্বামীৰ 'জীৱন-স্মৃতি আৰু কামৰূপী সমাজ' (১৯৭১); নজৰ আলিৰ 'মোৰ জীৱনৰ কিছুকথা' (১৯৬৯) ইত্যাদিয়েও অসমীয়া আত্মজীৱন কাহিনীৰ ভঁৰাল টনকিয়াল কৰিছে। তদুপৰি বেনুধৰ শৰ্ম্মাৰ সাহিত্য একাদেমী পুৰস্কাৰ প্ৰাপ্ত গ্ৰন্থ 'কংগ্ৰেছৰ কাঁচিয়লী ৰ'দত' (১৯৫৯) আৰু ড° মহেশ্বৰ নেওগৰ

'জীৱনৰ দীঘ আৰু বানি' গ্ৰন্থকো আত্মজীৱনীৰ শাৰীত অন্তৰ্ভূক্ত কৰিব পাৰি।

সদ্যহতে অসমীয়া সাহিত্যত আত্মজীৱনীমূলক গ্ৰন্থ অনেক প্ৰকাশ হৈছে। পাঠকক ৰসাস্বাদ যোগোৱা এনে গ্ৰন্থৰ ভিতৰত অনন্য গ্ৰন্থ হ'ল স্বনামধন্যা মহিলা সাহিত্যিক ড° মামনি ৰয়ছম গোস্বামীৰ জীৱনৰ সক-বৰ অভিজ্ঞতাৰ স্বাক্ষৰ 'আধা লেখা দস্তাবেজ' (১৯৮৮)— যাৰ ইংৰাজী সংস্কৰণ ('An Unfinished Autobiography') সদ্যহতে প্ৰকাশ কৰি ধন্য হৈছে নতুন দিল্লীৰ ষ্টাৰ্লিং প্ৰকাশন। অসমীয়া মহিলা আলোচনী 'শ্ৰীময়ী'ত খণ্ড-খণ্ডকৈ প্ৰকাশ পোৱা সুলেখিকা শ্ৰীমতী নিৰুপমা বৰগোহাঁঞিৰ স্মৃতি কাহিনীয়েও ৰাইজৰ পৰা সমাদৰ লাভ কৰিছে।

"এৰি থৈ অহা দিনবোৰ" শীৰ্ষক নামকৰণৰে এই গ্ৰন্থখনি হ'ল অসমীয়া অভিজ্ঞা মহিলাৰ আত্মজীৱন কাহিনী সংকলন। এনে ধৰণৰ গ্ৰন্থ প্ৰণয়ন কৰাৰ আঁচনি হাতত লোৱাৰ মূলতে আছিল সমাজৰ সময়-সাপেক্ষ প্ৰতিচ্ছৱিৰ ওপৰত এক আলোকপাত কৰা। আমি আজি শিক্ষা-দীক্ষাৰ ফালৰ পৰা যিকণ অৰ্হতা সামান্য ভাবে হ'লেও আয়ত্ব কৰিছোঁহক, আমাৰ আইতা আৰু আইহঁতৰো প্ৰায়বোৰেই প্ৰাথমিক স্তৰৰ শিক্ষা-দীক্ষা লাভ কৰিবলৈ সেই সময়ৰ সমাজৰ পৰা সা-সুবিধা পোৱা নাছিল। অৱশ্যে ই সত্য যে তথাকথিত শিক্ষাৰ মাপকাঠিৰে 'শিক্ষিতা' নহ'লেও আমাৰ সেই আইতা আৰু আইহঁতৰ সাংসাৰিক জ্ঞান আছিল প্ৰচুৰ। সেয়েহে সুসাহিত্যিক শ্ৰীনৱকান্ত বৰুৱাই সাহিত্য একাদেমী পুৰস্কাৰ প্ৰাপ্ত গ্ৰন্থ 'ককাদেউতাৰ হাড়' উপন্যাসত লিখিছে........"আইতা যেন আমাৰ কমনওৱেলথৰ ৰাণী, কোনো কথাত পোনপটীয়া অংশ নলয়— অথচ সম্মতি নিদিলেও আইন হ'ব নোৱাৰে" (পৃষ্ঠা : ১)। এই উক্তিৰ পৰা ই প্ৰতীয়মান হৈ পৰে যে অসমীয়া বয়োবৃদ্ধা মহিলাসকল সমাজ সংসাৰৰ সকলো দিশতে অভিজ্ঞা।

ই অনস্বীকাৰ্য্য যে যুগ ধৰ্ম্মৰ প্ৰভাৱক মানুহে অস্বীকাৰ কৰিব নোৱাৰে। যুগ ধৰ্ম্মৰ প্ৰভাৱত এখন সমাজ নিৰ্দ্দিষ্ট ৰূপত গঢ় লৈ উঠে। অৱশ্যে এই সমাজখনৰো দৃষ্টি-ভঙ্গীৰ সাল-সলনি হয়— সমাজৰ একো একো চাম মানুহে সৃষ্টি কৰা দুই পুৰুষৰ ব্যৱধান বা পৌৰুষভিত্তিক ব্যৱধান (Generation gap) ক ভিত্তি কৰি। পৰিস্থিতি আৰু সময়-সাপেক্ষ এনে ব্যৱধানৰ ম্যাদৰ তাৰতম্য হয়— কেতিয়াবা দুই বা তিনি যুগৰো ব্যৱধান হ'ব পাৰে বা তাতোকৈও কম সময়ৰ ব্যৱধানো হ'ব পাৰে। ইয়াৰ বাবে সময়ৰ নিৰ্দ্দিষ্ট সীমাৰেখা নাই।

শৈশৱৰ দিনকেইটা মাথোন পাৰ কৰিয়েই ফুল কুমলীয়া ছোৱালী এজনীয়ে

হঠাতে এদিন সমাজৰ চিৰাচৰিত নিয়ম আৰু গতানুগতিকতাৰ মাজেদি সংসাৰ-বান্ধোনত আৱদ্ধ হৈ, সময়ৰ আৱৰ্ত্তত ঘৰ-সংসাৰ-সন্তানৰ দায়িত্ব সুচাৰুৰূপে পালন কৰি, এগৰাকী সফল মাতৃ হোৱাৰ উপৰিও এগৰাকী অভিজ্ঞা মহিলা হিচাপেও স্বীকৃত হয়। মহিলা গৰাকীৰ এনে ৰূপান্তৰ আপাতদৃষ্টিত স্বাভাৱিক যেন লাগিলেও তেওঁৰো হৃদয়ৰ নিভৃত কোণত কেতিয়াবা বাজি উঠে এটা আক্ষেপৰ সুৰ। যিখন সমাজে তেওঁক এদিন শিক্ষা-দীক্ষা আৰু উন্মুক্ত জীৱনধাৰাৰ পৰা বঞ্চিত কৰিছিল, সেই সমাজৰ সময়ৰ লগত অহা পৰিৱৰ্ত্তিত আৰু পৰিৱৰ্দ্ধিত ৰূপটোৱে তেওঁৰ মনত দোলা দি যায়। সময়ে জন্ম দিয়া সমাজৰ নতুনত্বত সেই মহিলাগৰাকী যেন অবাক হৈ পৰে। তেনে এগৰাকী অভিজ্ঞা মহিলাৰ প্ৰতীক স্বৰূপ মোৰ মাতৃ শ্ৰীমতী মিত্ৰবৃন্দা বৰুৱা। ঘৰ আৰু সমাজ-ব্যৱস্থাৰ মাজৰ— 'তেতিয়া আৰু এতিয়া'ৰ তাৰতম্য আৰু পাৰ্থক্যৰ প্ৰতি হোৱা তেওঁৰ মানসিক প্ৰতিক্ৰিয়া আৰু আক্ষেপসূচক বক্তব্য শুনি শুনি ভাবিছিলোঁ-- মোৰ মাতৃৰ জীৱনৰ এৰি থৈ অহা দিনবোৰৰ বিচিত্ৰ অভিজ্ঞতাবোৰ নিশ্চয় বৰ সুপাঠ্য হ'ব। সেয়ে এদিন অনুৰোধ কৰিলোঁ-- শৈশৱ কালৰে পৰা মনত থকা ঘটনা আৰু অভিজ্ঞতা সমূহ লিপিৱদ্ধ কৰিবলৈ। ইয়াৰ পৰা অভিজ্ঞা মহিলাসকলৰ কোনো লাভ নহ'লেও এনে সময়-সাপেক্ষ অভিজ্ঞতাই হয়তো নতুন পুৰুষক বহুতো পুৰণি কথা জনাৰ সুযোগ দিব। তদুপৰি এগৰাকী অভিজ্ঞা নাৰীৰ জীৱন জোৰা ব্যক্তিগত অভিজ্ঞতাই বিভিন্ন অঞ্চল আৰু বিভিন্ন সময়ানুযায়ী নাৰীৰ প্ৰতি থকা সমাজৰ দৃষ্টিভংগীৰ এক সম্যক আভাস দিয়াতো সহায় কৰিব। যি নহওক, মোৰ মাতৃয়ে লিখা আত্ম-কাহিনী 'মোৰ কথা'ৰ পাণ্ডুলিপি মই এদিন কথা প্ৰসঙ্গত ড° মামনি ৰয়ছম গোস্বামীক দেখুৱালোঁ আৰু তেখেতে পাঢ় বৰ আমোদ পালে। তেখেতে মোক উৎসাহেৰে পৰামৰ্শ দিলে যে এনে ধৰণৰ অভিজ্ঞা মহিলাৰ আত্মজীৱনীমূলক গ্ৰন্থৰ সংকলন এটি প্ৰকাশ কৰিলে অতি মনোগ্ৰাহী আৰু মূল্যবান পাঠ্য হ'ব যে তাত সন্দেহ নাই। লগে লগে আমি অসমৰ কেইগৰাকীমান অভিজ্ঞা মহিলাৰ লগত পত্ৰৰ জৰিয়তে যোগাযোগ স্থাপন কৰিলোঁ। এই আঁচনিৰ সফলতাৰ বাবে সকলোৰে পৰা উৎসাহজনক সহাৰিও পালোঁ।

অসমৰ নগৰে-চহৰে, গাৱেঁ-ভূঞে সীমা-সংখ্যাহীন অভিজ্ঞা মহিলা আছে। এই সকলোৰে লগতে আমাৰ যোগাযোগ হোৱা সম্ভৱ নহয়। প্ৰথম খণ্ডৰ কৃতকাৰ্য্যতা প্ৰাপ্তি হ'লে আমি দ্বিতীয় খণ্ড আত্মজীৱনী সংকলনত হাত দিয়াৰ আশা ৰাখিছোঁ। তেতিয়া আকৌ অন্যান্য অভিজ্ঞা মহিলাসকলৰ ওচৰত অনুৰোধৰ শৰাই আগবঢ়াম।

গ্ৰন্থখনিৰ কাম হাতত লোৱাৰে পৰা অভিজ্ঞা মহিলাসকলৰ পৰা শুভেচ্ছা আৰু আশীৰ্ব্বাদ লাভ কৰি আহিছোঁ, সিও আমাৰ পৰম সৌভাগ্যৰ বিষয়। প্ৰতিখন আত্ম-জীৱনীতে সম্পাদিকা হিচাপে হাত বুলাইছোঁ, দুই এখনত যথেষ্ট সাল-সলনিও কৰিবলগীয়াত পৰিছোঁ। আমাৰ এই সম্পাদনা কাৰ্য্যত যি ভুল-ত্ৰুটী হৈ গৈছে, তাৰ বাবে আমি পঢ়ুৱৈ সমজৰ পৰা ক্ষমা বিচাৰিছোঁ।

দুই-এখন আত্মজীৱনী কিছু দীঘলীয়া হৈছে যদিও বিষয়বস্তু আৰু ৰচনাশৈলী মনোগ্ৰাহী হোৱা বাবে সংক্ষেপ কৰা নহ'ল।

শ্ৰদ্ধেয়া মামনি ৰয়ছম বাইদেউ আৰু মোৰ স্বামী শ্ৰীত্ৰৈলোক্য প্ৰসাদ খাওন্দৰ পৰা এই গ্ৰন্থ সংকলনৰ কামত যথেষ্ট দিহা-ভৰসা পাই আহিছোঁ। তেখেতসকলৰ উপৰিও শ্ৰীমতী অনুৰাধা চৌধুৰী বাইদেউ, অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি শ্ৰীযতীন্দ্ৰ নাথ গোস্বামীদেৱ, অধ্যাপক তৰুন চন্দ্ৰ বৰুৱা, শ্ৰীহেৰুম্ব প্ৰসাদ খাওন্দ, ড° দিলীপ বৰুৱা, শ্ৰীহীৰেন্দ্ৰ কুমাৰ বৰুৱা, শ্ৰীমতী বিনুদেৱী আৰু মোৰ বান্ধৱী অধ্যাপিকা মালতী বৰাৰ নাম কৃতজ্ঞতাৰে সুঁৱৰিছোঁ। পাণ্ডুলিপি তৈয়াৰ কৰোঁতে সহায় কৰা শ্ৰীমান প্ৰদীপ নাথ আৰু শ্ৰীমান শান্তনু কৌশিক বৰুৱালৈ আমাৰ শুভাশীষ যাচিলোঁ। পুথিখন প্ৰকাশৰ ভাৰ লোৱা বাবে গুৱাহাটীৰ লয়াৰ্ছ বুক ষ্টলৰ কৰ্ম্ম-কৰ্ত্তাসকললৈ কৃতজ্ঞতা জ্ঞাপন কৰিলোঁ। ইতি—

বিনীতা
মলয়া (বৰুৱা) খাওন্দ
সম্পাদিকা
অভিজ্ঞা মহিলাৰ আত্মজীৱনী সংকলন আঁচনি
নতুন দিল্লী
১৯৯০

* পত্ৰখনিৰ একাংশ গ্ৰন্থৰ সাম্ৰণিত সন্নিবিষ্ট কৰা হ'ল।

—সম্পাদিকা

# দু আষাৰ

ডক্টৰ শ্ৰীমতী মলয়া খাওণ্ডে সম্পাদনা কৰা এই গ্ৰন্থত যাঠিৰ দেওনা পাৰ হোৱা অসমৰ কেইগৰাকীমান উল্লেখযোগ্য মহিলাৰ জীৱন কাহিনী সন্নিবিষ্ট কৰা হৈছে। এই মহিলা সকলৰ জীৱন কাহিনীয়ে শেষ হৈ যোৱা এটি যুগৰ ছবি আমাৰ চকুৰ আগত উদ্ভাসিত কৰি তোলে।

প্ৰাচীন ভাৰতীয় সাহিত্যত মহিলা লেখিকাই নিজে লেখি থৈ যোৱা জীৱন কাহিনী বৰ কম। ষষ্ঠ শতিকাৰ তামিল কবি আণ্ডালৰ বিষয়ে বৰ কম কথাহে জনা যায়, তথাপিও তেওঁ নিজে ৰচনা কৰি যোৱা অপূৰ্ব্ব কবিতা সমূহৰ মাজেৰে তেওঁৰ আশা, সুখ আৰু দুঃখৰ কাহিনী জনা যায়। কৃষ্ণ ভক্তিৰে সুবাসিত আছিল আণ্ডুলৰ কবিতাৰাজি। নিজকে তেওঁ শ্ৰীকৃষ্ণৰ পত্নী ৰূপে কল্পনা কৰিছিল। কেতিয়াবা তেওঁ গোপীৰূপেও কৃষ্ণৰ প্ৰেমৰস পান কৰিছিল। তেওঁৰ প্ৰেমিকে তেওঁক অবজ্ঞা কৰা বুলি আক্ষেপত ম্ৰিয়মান হৈছিল। আবেগত বিহ্বল হৈ তেওঁ লেখি গৈছে— "মোৰ শৰীৰৰ অস্থি-চৰ্ম শুকাই গৈছে— মোৰ দৰ্পনৰ দৰে স্বচ্ছ সুন্দৰ নয়নে অনেক ৰাতি নিদ্ৰাবিহীন হৈ কটাইছে। বৈকুণ্ঠ নামৰ নৌকাখন মই আৰু দেখা নাই। হে কুলি চৰাই! প্ৰিয়জনৰ পৰা বিচ্ছেদ হোৱাৰ যন্ত্ৰণা তুমি জানা!"

আকৌ গাইছে— "দুঃখ আৰু যন্ত্ৰণাত মই মোৰ সুন্দৰ স্তনদ্বয়, ভৰপূৰ ওঁঠ আৰু মুক্তাৰ দৰে উজ্বল দাঁতৰ সৌন্দৰ্য্য হেৰুৱাইছোঁ। হে পৰ্ব্বতৰ শিখৰৰ আম্ৰকুঞ্জ আৰু পুষ্প বাটিকাত বাস কৰা কুলি চৰাই— মোৰ হৃদয়ৰ দেৱতাক কবা তেওঁ যেন উভতি আহে........"। বাৰশ শতাব্দীৰ কৰ্ণাটকৰ প্ৰাচীন কবি আককা মহাদেৱীৰ ৰচনাৰ মাজত তেওঁৰ সংঘাতময় জীৱন কাহিনী স্পষ্ট। ৰাজ প্ৰাসাদৰ ভোগবিলাস ত্যাগ কৰি কৰ্ণাটকৰ সীমা পাৰ হৈ শৈলগিৰিত বাস কৰিব যোৱা এই গৰাকী ভক্ত কবিৰ ৰচনাৰাজি ভাৰতীয় সাহিত্যলৈ এক অনুপম দান।

পাঁচশ বছৰ আগেয়ে উত্তৰ ভাৰতৰ ৰহস্যবাদী কবি মীৰাবায়ে তেওঁৰ কল্পিত প্ৰিয়তমৰ বাবে নিজৰ স্বামী, ঐশ্বৰ্য্য-বিভূতি ত্যাগ কৰিছিল। শেষত

ৰাজ পৰিয়ালে মেৱাৰত তেওঁক প্ৰতিষ্ঠা কৰিব খোজোতে তেওঁ উভতি নগৈছিল। সেই সময়ত সমাজক উপেক্ষা কৰি নিজৰ পথেৰে খোজ দিয়াৰ সময়ত সমাজ আৰু নিজৰ পৰিবাৰৰ ওচৰত তেওঁ কেনে ধৰণে লাঞ্ছিত আৰু তিৰস্কৃত হৈ একেবাৰে ৰক্তাক্ত হ'বলগীয়া হৈছিল এই কথা তেওঁৰ ৰচনাৰ মাজত স্পষ্ট হৈ আছে। তেওঁ কৈ গৈছে— "মোক সকলোৱে বলিয়া বুলিয়ে ভাবিছিল। ৰজাই মোৰ বাবে বিষ পাত্ৰ পঠিয়াইছিল! এবাৰ ৰজাই উপহাৰ স্বৰূপে মোৰ বাবে এডাল বিষাক্ত সাপো পঠিয়াইছিল, আৰু এবাৰ এখন গজালৰ বিছনাও পঠিয়াইছিল।" এনে ধৰণৰ অনেক উক্তি সিচৰতি হৈ আছে মীৰাৰ ৰচনাৰ বুকুত। তেওঁৰ নিজৰ এই উক্তি সমূহৰ পৰা তেওঁৰ জীৱনৰ কাহিনী স্পষ্ট হৈ উঠিছে।

ষোড়শ শতাব্দীত মহাৰাষ্ট্ৰৰ বহিনা বায়ে লেখি গৈছিল এখন অনন্য আত্ম জীৱনী! এই জীৱন কাহিনীত বহিনা বায়ে ভক্তিমতী নাৰীৰূপে নিজকে প্ৰতিষ্ঠা কৰাৰ আগেয়ে নিজৰ স্বামী আৰু আন আন মানুহৰ পৰা কেনে ধৰণৰ নিৰ্যাতন সহ্য কৰিবলগীয়া হৈছিল ভাবিলে বিস্ময় মানিব লাগে। তেওঁৰ এই গ্ৰন্থখনি অলপতে জাষ্টিন এবট নামৰ এগৰাকী মহানুভৱে 'বহিনা বাই' নাম দি সম্পাদিত কৰি প্ৰকাশ কৰিছে। এই গ্ৰন্থৰ কিছুমান পৃষ্ঠাত লেখা আছে।— "মোৰ স্বামীয়ে মোৰ হাত-ভৰি বান্ধি এচুকত পেলাই থৈছিল..... অনেক মানুহে মোক দেখা কৰিব আহিছিল। মোৰ স্বামীয়ে তেওঁলোকক এইদৰে অহা দেখি শাৰীৰিক ভাৱে মোক বৰ যাতনা দিছিল। মানুহবোৰে মোক দেখা কৰিবলৈ অহা তেওঁ সহ্য কৰিব নোৱাৰিছিল। কৈছিল— 'এই মানুহজনী জীয়াই থকাতকৈ মৰি যোৱাই ভাল।' [পৃষ্ঠা ১৩] শেষলৈ অৱশ্যে বহিনা বায়ে প্ৰতিষ্ঠা লাভ কৰিবলৈ সক্ষম হৈছিল। তেওঁৰ স্বামীয়ে তেওঁক বুজি পাইছিল।

অসমীয়া সাহিত্যৰ প্ৰথম মহিলা কবি পদ্মাপ্ৰিয়াৰ জীৱন কাহিনী যে সংঘাতময় আছিল এই বিষয়ে সন্দেহ নাই। কিন্তু এতিয়ালৈ প্ৰকাশ হোৱা তেওঁৰ গীতসমূহৰ মাজত তেওঁৰ নিজৰ জীৱন কাহিনীৰ বিশেষ কোনো সমল পোৱা নেযায়। পদ্মাপ্ৰিয়াৰ জন্ম তাৰিখটো ১৫৭০ বুলি অনেকে ক'ব খোজে; কিন্তু এই তাৰিখৰ বিষয়েও সন্দেহ নথকা নহয়। দ্বিজ পূৰ্ণানন্দৰ দ্বাৰা ৰচিত শঙ্কৰদেৱৰ চৰিতত এবাৰ জন্ম যাত্ৰা ভাওনা হোৱাৰ সময়ত ভকতসকলৰ হাতত তেওঁ কিছু লাঞ্ছিত হ'বলগীয়া হোৱা ঘটনা এটাও লিপিবদ্ধ হৈ আছে। পদ্মাপ্ৰিয়াৰ পিতৃৰ প্ৰিয় শিষ্য যদুমণিয়ে তেওঁক বিয়া কৰাবলৈ অস্বীকাৰ কৰিছিল। এই সকলোবোৰ ঘটনাই তেওঁৰ মনত কেনে প্ৰতিক্ৰিয়াৰ

জন্ম দিছিল এই কথা জনাৰ উপায় নাই। পদ্মাপ্ৰিয়াই ৰচনা কৰি যোৱা গীতসমূহ এতিয়াও উজনি অসমৰ কিছুমান ঠাইত হয়তো সিচৰতি হৈ আছে। এই গীতবোৰৰ মাজত এক নৈৰাশ্যৰ সুৰ শুনা যায়। পদ্মাপ্ৰিয়াই নিজে সত্ৰ পাতি থকাৰ কথাও কিছুমান ঠাইত উল্লেখ কৰা আছে। অৱশ্যে এতিয়াহে পদ্মাপ্ৰিয়াৰ বিষয়ে দুই এগৰাকী অসমীয়া পণ্ডিত সজাগ হোৱা দেখা গৈছে। ভৱিষ্যতে পদ্মাপ্ৰিয়াৰ জীৱনৰ বিষয়ে আমি নিশ্চয় আৰু অনেক কথা সংগ্ৰহ কৰিব পাৰিম।

এই গ্ৰন্থত অকল লেখিকাই নহয়— জীৱনৰ নানা দিশত নানা অভিজ্ঞতা লাভ কৰা মহিলাসকলৰ চমু জীৱন কাহিনী লিপিবদ্ধ কৰা হৈছে। সকলোৱে নিজৰ জীৱনৰ সুখ-দুঃখৰ ছবি যত্ন আৰু আন্তৰিকতাৰে আঁকি দেখুৱাইছে। সম্পাদিকা ডক্টৰ শ্ৰীমতী মলয়া খাওন্দৰ মতে এইটি প্ৰথম খণ্ডহে। দ্বিতীয় খণ্ডটিত বাদ পৰা যোৱা আৰু অনেক মহিলাৰ জীৱন কাহিনী সন্নিবিষ্ট কৰা হব। শ্ৰীমতী খাওন্দে যথেষ্ট পৰিশ্ৰম কৰি কিতাপখন সম্পাদনা কৰিলে। মোৰ দৃঢ় বিশ্বাস অসমীয়া পাঠকে এই কিতাপখনক আদৰেৰে গ্ৰহণ কৰিব। শ্ৰীমতী খাওন্দৰ পৰিশ্ৰমো সফল হব।

ড° মামণি ৰয়ছম গোস্বামী
দিল্লী বিশ্ববিদ্যালয়
দিল্লী ১১০০০৭
১. ৩. ৯২

## সূচী পত্ৰ

অমিয়া ৰাজকুমাৰী

# মোৰ কথা



জীৱনত কেতিয়াও আত্মালোচনা বা স্মৃতি ৰোমন্থন কৰিম বুলি ভবা নাছিলোঁ আৰু প্ৰয়োজনো বোধ কৰা নাছিলোঁ। অসমীয়া নাৰী সমাজখনক স্বীকৃতি প্ৰদান কৰিবলৈ লোৱাৰ পৰিপ্ৰেক্ষিতত এটা কথাই উপলব্ধি কৰিছোঁ যে মোৰ জৰ্জ্জৰিত জীৱনৰ অভিজ্ঞতাখিনি যদি লিপিবদ্ধ কৰি থৈ যাওঁ তেন্তে ভৱিষ্যতে অনাগতসকলে কিছু আভাস পাব। অৱশ্যে, মই এইটো কথা ক'বলৈ যোৱা নাই যে কোনোবা মোৰ লিখনিৰ যোগেদি উপকৃত হ'ব পাৰিব।

মোৰ দেউতা চৰকাৰী চাকৰিৰ খাটিৰত তেজপুৰত থাকোতেই মোৰ জন্ম হয় ১৯২১ চনৰ আহিন মাহত। ডাঙৰ হৈ শুনিবলৈ পালো সেই চনতেই মহামানৱ মহাত্মা গান্ধী প্ৰথমবাৰ অসমলৈ আহিছিল আৰু মোৰ কেঁচুৱাতে তেখেতে তেজপুৰতো পদাৰ্পন কৰিছিল। মোৰ চাৰে তিনি বছৰ বয়সতেই দেউতা ডিব্ৰুগড়লৈ বদলি হৈ আহে আৰু তাতে শেষ নিশ্বাস এৰে। তেতিয়া মোক আৰু ককাইদেউ দুজনক লৈ আইতা দিশহাৰা হৈ পৰে (আমি 'মা'ক 'আইতা' বুলিছিলো)। মোৰ মামা তিনিওজন আহি আমাৰ সম্পূৰ্ণ দায়িত্ব ল'লে, যিহেতু মামাইঁতৰ আইতালৈ অগাধ ভক্তি আৰু অপাৰ মৰম চেনেহ আছিল। মাজু মামাই গোলাঘাটত ওকালতি কৰিছিল। তেখেতে ককাইদেউ দুজনক আৰু নুমলি মামাই মোক লৈ আইতাৰ দায়িত্ব ললে, তেওঁ শিৱসাগৰত ওকালতি কৰিছিল। ডাঙৰজনে আঁতৰৰ পৰাই মাজে মাজে সহায় কৰিছিল।

আইতা আছিল এগৰাকী ব্যক্তিত্বসম্পন্ন, বৰুণশীলা মহিলা। তেতিয়াৰ যুগত বঙালী স্কুলত তৃতীয়মানলৈকে পঢ়িছিল। সেইদেখি মৃত্যুৰ আগলৈকে

আমাক তলত ফুট দিয়া 'ৰ' দি চিঠিপত্র লিখিছিল। তিৰোতাৰ ভৱিষ্যৎ জীৱনৰ কথা কোনেও ক'ব নোৱাৰে। বিয়া দিয়াৰ পিছত ছোৱালী কেনেকুৱা ঘৰত পৰে বা কেনেকুৱা জীৱন অতিবাহিত কৰিব লগা হয় তাক জনা নাযায়। আইতা সেই বিষয়ত বৰ সতর্ক আছিল যেন অনুমান হয়। কাৰণ মই একেজনী কণমাণি ছোৱালী হোৱা স্বত্বেও মোক চাৰিওফালৰ পৰা গঢ়ি তুলিবলৈ যত্ন কৰিছিল। কাৰণ সংসাৰৰ দুর্গম বাটত যি কোনো পৰিস্থিতিতে যাতে সাহসেৰে মই আগবাঢ়ি যাব পাৰো তাৰ বাবে যত্নৰ কোনো ত্রুটি কৰা নাছিল বুলি দৃঢ়তাৰে ক'ব পাৰো।

শিৱসাগৰত থাকোতেই মোৰ যেতিয়া চাৰি বছৰ বয়স তেতিয়াই শিৱসাগৰৰ ফুলেশ্বৰী এম, ই, স্কুলত নাম লগাই দিয়ে। ফুলেশ্বৰী স্কুলৰ পৰাই মই সন্মান সহ এম, ই, পাছ কৰি গুৱাহাটীত থকা পানবজাৰ হাইস্কুলত সপ্তমমান শ্রেণীত ভর্তি হওঁ ডাঙৰ মামাৰ তত্ত্বাৱধানত থাকি।

বুৰঞ্জী প্রসিদ্ধ শিৱসাগৰত থকা দিন কেইটা মোৰ বাবে সোণালী দিন আছিল বুলি ক'লেও অত্যুক্তি কৰা নহয়। আইতাই মোক শিকাইছিল মোৰ কাণ-সমনীয়া ছোৱালী বিলাকৰ লগত মিলা-মিছা কৰাৰ, ধেমালি কৰাৰ, সখি পতাৰ। তাৰেই জ্বলন্ত সাক্ষী স্বৰূপে বৈ আছে যোৰহাটৰ বাল্য-ভৱনৰ স্বনামধন্য অৱসৰপ্রাপ্ত প্রধান শিক্ষয়িত্রী শ্রীমতী অবলা গোঁহাই। তেওঁৰ তোলনি বিয়াত মইও নোৱাই-ধোৱাই, সজাই পৰাই ৰভাতলত দুজনী কইনা হৈ বহি আছিলো, দুয়ো সখী। সেই দৃশ্য দেখা কোনো লোক লগ পালে এতিয়াও মোক ৰস লগাই কয়।

শিৱসাগৰত থকা দিখৌ নৈ লৈ মাঘ মাহটোত দোক মোকালিতে আইতাৰ লগত লগৰ বয়সীয়া মহিলা আৰু আমাৰ লগৰ ছোৱালীৰ দল গা ধুবলৈ যাওঁ। তাতে সাঁতুৰি ধেমালি কৰোঁ। পোহৰ হোৱাৰ আগে আগে ঘৰ সোমাওঁহি। আইতাই চুলিৰ যত্ন লবলৈ শিকাইছিল। নিশা শুবৰ সময়ত চুলিত কণীৰ কুহুমটো সানি থওঁ, গা ধুবৰ সময়ত কেইবাদিনৰ সাঁচি থোৱা চাউল ধোৱা পানীৰ গেদখিনি (খুউব বেয়া গোন্ধায়) মাটি মাহ আৰু ঘিলা এটা বাটি মূৰটো ধোওঁ; এইখিনিতে যেতিয়া যোগাৰ নাথাকে তেতিয়া ঔ টেঙাৰ বীজ এটা খচি লওঁ, নতুবা তিলগছৰ পাত খচি মূৰ ধোওঁ। মুখত, হাত-ভৰিত নেমুৰ ৰসত মিঠাতেল মিলাই ঘঁহো। এইবিধ তৈয়াৰ কৰি থোৱা নাথাকিলে সদায় পাক ঘৰত হাত দিলেই পোৱা গাখীৰৰ সৰ অলপ ঘঁহো। তেতিয়াৰ দিনত আজিৰ যুগৰ দৰে নানা ধৰণৰ সুগন্ধি, ৰঙীন বস্তু পোৱাত অসুবিধা আছিল। সেয়ে মই দৃঢ়তাৰে কওঁ যে আইতাৰ সেই গুণৰাশিৰ

বাবেই মোৰ চুলিত এই বয়সতো বিশেষ বাৰ্দ্ধক্যৰ ছাপ পেলাব পৰা নাই। গাৰ ছাল বয়স অনুপাতে এতিয়াও মসৃণ হৈ আছে, যদিও মই দেখিবলৈ মুঠেই সুন্দৰী নহওঁ।

শিৱসাগৰত থাকোতেই গীত-মাতৰ চৰ্চা কৰিবলৈ সুবিধা পাইছিলোঁ। তেতিয়াৰ দিনত শিৱসাগৰত কিবা সভা-সমিতি হ'লেই আমি কেইগৰাকীমান ছাত্ৰীয়ে গীত পৰিবেশন কৰিব লগা হৈছিল। ফুলেশ্বৰী এম, ই, স্কুলতেই আমাক গীতৰ আখৰা কৰাইছিল, গীতিকাৰ শ্ৰদ্ধেয় ৺পদ্মধৰ চলিহা, শ্ৰদ্ধেয় ৺সহজানন্দ ভৰালী, শ্ৰদ্ধেয় ৺প্ৰফুল্ল বৰুৱা আদিৰ নিচিনা প্ৰখ্যাত লোকসকলে। সেই মধুৰ গীতবোৰৰ গুণ-গুণনিয়ে এতিয়াও মন পুলকিত কৰি তোলে। সেই সময়ত শিৱসাগৰৰ 'জেৰেঙা পথাৰত' প্ৰতি বছৰেই মহাসতী জয়মতীৰ মৃত্যু তিথি অতি ধুমধামেৰে পালন কৰিছিল। তেনেকুৱা তিথি পালনত মই জয়মতী, ডালিমীৰ ভাৱৰ অভিনয় কৰিবলৈ সুবিধা পাইছিলোঁ এবাৰ তেনেকৈ জয়মতী ভাৱত (মেখেলা-ৰিহা পিন্ধি, মূৰত ওৰণি লৈ) অভিনয় কৰোঁতে সৰু ছোৱালী এজনীয়ে স্বাভাৱিক ভাবে অভিনয় কৰা দেখি মুগ্ধ হৈ সভাত উপস্থিত থকা মহকুমাধিপতিয়ে সোণৰ পদক ঘোষণা কৰিছিল। এবাৰ শ্ৰদ্ধেয় ৺ফনু বৰুৱাদেৱ (জয়মতী কথাছবিৰ গদাপানি)ৰ যোগেদি যোৰহাটত হোৱা এখন সভাত ডালিমিৰ চৰিত্ৰটিৰ ভাও লৈ শিৱসাগৰৰপৰা আহি নাচিবলৈ সুবিধা পাইছিলোঁ। তাৰ পাচৰ পৰাই সভা-সমিতিত নাচ-গান আদি কৰাত যতি। কাৰণ আইতাৰ ভাষাত মই ডাঙৰ হলো। তেতিয়া মোৰ বয়স চাৰে দহ বছৰ।

এদিন শিৱসাগৰ এৰি মই গুৱাহাটীলৈ আহিলো। সন্মানেৰে এম, ই, পাছ কৰি যিটো আনন্দ পাইছিলোঁ, শিৱসাগৰ এৰিবলৈ পাই সিমান মনোবেদনা উপলব্ধি কৰিছিলোঁ। আজিও অকলশৰে থাকিলে শিৱসাগৰৰ স্মৃতিয়ে আপোন পাহৰা কৰে। পঢ়াৰ এম, ই ৰ লগতে আমি চিলাইৰ এম, ই, ও দিব লগা হৈছিল। এই চিলাইৰ পৰীক্ষাও স্কুলতেই হৈছিল আৰু পৰীক্ষাৰ আগে আগে নানাবিধৰ নমুনা চিলাই, এখন দুয়োটা আগতে ফুলবছা গামোচা আৰু আধা পোৱা কটা সূতা স্কিলঙলৈ পঠাব লগা হৈছিল। কপাহৰ পাঁজি কৰি টাকুৰীতহে সূতা কাটিছিলোঁ।

শৈশৱৰ বন্ধু-বান্ধৱী সকলৰ মৰম-চেনেহ, চেনেহৰ শিৱসাগৰখন চিৰদিনৰ বাবেই এৰি গুৱাহাটীৰ পানবজাৰ ছোৱালী হাইস্কুলৰ সপ্তমমান শ্ৰেণীত ভৰ্ত্তি হ'লোহি। কিন্তু হাইস্কুলত ডেৰ বছৰ মানহে পঢ়া হ'ল। অষ্টমমান শ্ৰেণীত কেইমাহমান থাওঁতেই শিক্ষা জীৱনৰ যৱনিকা পৰিল আৰু যুগ্ম জীৱনৰ পাতনি

মেলিলোঁ। সেই দিনটো আছিল ১৯৩৫ চনৰ ১১ মে'।

যোৰহাটৰ ইন্দ্ৰবংশী আহোম ৰাজ পৰিয়ালৰ স্বনামধন্য বুৰঞ্জীবিদ ৺সৰ্বানন্দ ৰাজকুমাৰ দেৱৰ সৈতে মোৰ বিবাহ হয়। ৰাজকুমাৰ মানুহজন অতি অল্পভাষী, নিষ্ঠাবান, কৰ্ত্তব্য পৰায়ণ আৰু বৰ শান্ত প্ৰকৃতিৰ আছিল। গোটেই জীৱনতে মই এদিনো খং কৰা নেদেখিলোঁ। লেখা-পঢ়াতে তেখেতে মনোনিবেশ কৰি জীৱন পাত কৰিলে। তেখেত অল্পভাষী হোৱাৰ বাবেই অতিথি সংকাৰ আদি ঘৰুৱা জীৱনৰ সকলো কামতে মই আগ ভাগ লব লগা হৈছিল। তেখেতে কেৱল চৰকাৰী কাম আৰু লেখা-পঢ়া লৈয়ে ব্যস্ত আছিল। চৰকাৰী চাকৰিয়াল হিচাবে তেখেতে অসমৰ ভালেখিনি ঠাইত ঘূৰি ফুৰিছিল আৰু তেখেতৰ লগে লগে মোৰ সংসাৰখনো টানি লৈ ফুৰিব লগাত পৰিছিল। যথেষ্ট কষ্ট হৈছিল তেখেতৰ মফচল কৰাত। আজিৰ দৰেতো তেতিয়া সুবিধা বিলাক নাছিল চলাচল কৰাৰ। বৰপেটাত মফচল কৰোঁতে প্ৰায়ে সৰু নাওঁ বা হাতীৰে যাব লগা হৈছিল। আমি বদলি হৈ ঘূৰি ফুৰোতে যি কেইখন চহৰত আছিলোঁ, সেই কেইখন চহৰত মফচল কৰি ভিতৰুৱা ঠাইবিলাকত ঘূৰিব লগা হৈছিল। সেইদৰে ঘূৰি ফুৰোতে সুবিধা বুজি সেই ঠাইবোৰৰ দৌল-দেৱালয়, মঠ মন্দিৰবোৰ পুংখানুপুংখকৈ চাই, জোখ লৈছিল আৰু মন্দিৰৰ পূজাৰীক লগ ধৰি পাৰিলে গাঁৱৰ গাওঁবুঢ়া আৰু গাঁৱৰ বুঢ়া-মেথাসকলক লগ ধৰি টোকা লিখি আনিছিল। সেইদৰে অধ্যয়ন কৰি তেখেতে ভালেমান তথ্যপূৰ্ণ প্ৰবন্ধাদি লিখি বিভিন্ন আলোচনী (যেনে: ৰামধেনু, আৱাহন, জয়ন্তী আদি)ত প্ৰকাশ কৰিছিল। সংসাৰী ব্যস্ততাৰ মাজতে আজৰি সময় উলিয়াই মই তেখেতৰ লিখাবিলাক সুন্দৰকৈ সজাই-পৰাই লিখি বিভিন্ন আলোচনীলৈ পঠাইছিলোঁ। এই দৰেই মই পৰোক্ষভাবে লিখা-পঢ়াৰ মাজত সোমাই পৰিছিলোঁ। সীমিত দৰমহাৰ টকা কেইটাৰে পাঁচোটা ল'ৰা-ছোৱালীৰ সৈতে নিয়াৰিকৈ পাৰিবাৰিক সংসাৰখন পৰিচালনা কৰা কিমান যে জটিল তাক ভুক্ত ভোগীয়েহে উপলব্ধি কৰিব পাৰে। তাতে বিলাসীপাৰালৈ বদলি হৈ যোৱাৰ ১০ দিনমানৰ ভিতৰতে হঠাৎ হাৰ্টৰ অসুখ আৰম্ভ হ'ল। সেইদিন ধৰি মোৰ জীৱনলৈ কিমান ধুমুহা আহিল গ'ল, তাক মই বৰ্ণনা দি শেষ কৰিব নোৱাৰো। তেখেতৰ চাকৰি জীৱনত ডিব্ৰুগড়তেই আটাইতকৈ বেছি দিন আছিলো। সুদীৰ্ঘ ১১ বছৰৰ ভিতৰত দুবাৰ বদলিৰ হুকুম আহিছিল, ৰাইজৰ আপত্তিৰ বাবে চৰকাৰে হুকুম উঠাই লবলৈ বাধ্য হৈছিল। তেখেতেও ৰাইজৰ মৰমৰ দাবী নতশিৰে মূৰ পাতি ল'লে।

ডিব্ৰুগড়ত থাকোতেই তেখেতৰ দুয়োটা চকু 'কেটেৰেক্ট' অপাৰেচন

কৰিব লগা হ'ল। সেই চকুৰেই সহকাৰী উপায়ুক্তৰ দৰে গধুৰ দায়িত্বৰ কাম চলাব লগা হৈছিল। লগে লগে বহুমূত্ৰ, হাৰ্টৰ অসুখ আছিলেই। তাত থাকোতেই ডাঙৰ ছোৱালীটি এজন সু-পাত্ৰত অৰ্পন কৰা হ'ল। পাছত তাৰপৰা গুৱাহাটীলৈ বদলি হৈ আহি চাৰে চাৰি বছৰ থাকিলোঁ। গুৱাহাটীতেই মাজু ছোৱালীটিও এটি সু-পাত্ৰত গটাই সংসাৰৰ বোজা কিছু পাতলালো। আমি য'ত আছিলোঁ তাত এতিয়া দেখিছো ৰিজাৰ্ভ বেঙ্কৰ বিৰাট অট্টালিকা সাজিলে। তাৰপৰা তেখেতক যোৰহাটলৈ বদলি কৰি "মেম্বাৰ ফৰেইনাৰ ট্ৰাইবুনেল" হিচাবে নিযুক্তি দিয়ে। এই পদত মাত্ৰ ডেৰ বছৰ থকাৰ পিছতে এদিন দেখো হঠাতেই আমাক এৰি গুচি গ'ল। মই কেউপিনে অন্ধকাৰ দেখিলোঁ, ল'ৰা দুটি পঢ়ি-শুনি মানুহ হোৱা নাই, সৰু ছোৱালীটিৰ পঢ়া হ'ল যদিও বিয়া দিবলৈ আছে। সন্মুখত ইমান বিপৰ্য্যয় দেখিও ধৈৰ্য্যৰ বান্ধ কিন্তু ভাগি পৰা নাছিল। মনত দৃঢ় সংকল্প ললো, তেখেতে এৰি যোৱা আধৰুৱা সংসাৰখন চলাই নিবই লাগিব। তেখেতৰ অল্প সঞ্চিতৰ পৰাই ডাঙৰ ল'ৰাটিক বোম্বেৰ "জে, জে, স্কুল অফ আৰ্কিটেক্চাৰ" ত 'আৰ্কিটেক্ট' পঢ়িবলৈ পঠালো আৰু সৰু ল'ৰাটিক দিল্লীত এম, এ, পঢ়িবলৈ পঠালো। সময়ত দুয়ো পাছ কৰি আহিল আৰু বৰ্তমান দুয়ো চাকৰিত। তাৰ পাছতে সৰু ছোৱালীটিও এটি সু-পাত্ৰত বিয়া দি কন্যা দানৰ পৰা মুক্ত হ'লো।

ইমান কম বয়সতে বিবাহ-পাশত আৱদ্ধ হৈ সংসাৰৰ গধুৰ দায়িত্ব মূৰ পাতি লবলৈ কেনেকৈ শক্তি পালো একমাত্ৰ ভগবানেহে জানে। কষ্টোপাৰ্জিত সীমিত আয়ৰ সংসাৰখন ক'তো আৰ নলগাকৈ নিয়াৰিকৈ চলাই নিবলৈ বহুতো পৰিকল্পনা কৰিব লগাত পৰিছিল। নিৰ্মম বাস্তৱৰ সন্মুখীন হ'ব পৰাকৈ হাতত তুলি লৈছিলো মেচিন। ঘৰতে সকলো চিলাই কাম, তাঁতশালত (হাতৰ শাল) কাপোৰ বৈ তিনিজনী ছোৱালীক সজাইছিলো আৰু বিয়াত দিয়া 'পাটৰ চেট'ও নিজ হাতেৰে বৈ দিছিলোঁ। কেই বছৰমান আগতে হাতৰ হাড়ডালৰ বেমাৰ হৈ অপাৰেচন কৰাব লগা হৈছিল। তাৰ আগলৈকে শালখনে জিৰণি নেপাইছিল। আনে কৰা কাম নকল কৰাটো মোৰ পছন্দ নহয়। সেই কাৰণে পাৰী আৰু আঁচল বিলাক পৰাপক্ষত পুৰণা চানেকীৰ ফুল নুতুলি কাগজত নিজে আঁকি তাৰপৰা গ্ৰাফ কৰিহে ফুল তুলিছিলোঁ। পাটৰ কাপোৰতো নিজে গ্ৰাফ কৰিহে গুণাৰে ফুল বাচিছিলোঁ। তিনিটি ছোৱালীক সৈইদিনতে নানা ফেচনত ফ্ৰক চিলাই কৰি দিছিলোঁ। উলৰ ছুৱেটাৰ, স্কাৰ্ফ আদি কৰি নিজৰ সংসাৰখন চলালো, এতিয়া নাতি-পুতিক দিছোঁ।

চিলাই কাম শিকিবলৈ আইতাই সকতেই উৎসাহ দিছিল। গতিকে

২

চিলাই মেচিনও নিচেই সকতেই শিকিবলৈ সুবিধা কৰি দিছিল। লগে লগে হাতেৰে এম্ব্ৰইদাৰী, কাচিপ গুণাৰে (আজি কালিৰ ব'লেস্কৰ নিচিনা চেপেটা গুণা), পাটৰ, মুগাৰ মেখেলাত ফুল তোলা আদিও শিকালে আৰু তাঁতশালখনত চেগমাৰি বহুৱালে। এইখিনি আইতাই সুবিধা কৰি দিয়াৰ বাবেই তেখেত আৰু ল'ৰা দুটিৰ কামিজ পেণ্ট আদি নিজে চিলাই দিয়াব পাৰিছিলোঁ। চিলাই বিদ্যাক বৰ উচ্চ পৰ্য্যায়ৰ নাছিল যদিও জোৰা টাপলি মাৰি সংসাৰখন চলাই নিছিলোঁ। তেতিয়া এটাই উদ্দেশ্য আছিল, কেনেকৈ ল'ৰা-ছোৱালী পাঁচোটাক পঢ়াই-শুনাই মানুহ কৰিব পাৰো। মোৰ আড়ম্বৰহীন সংসাৰখন দেখি ওচৰ-চুবুৰীয়াই ঈষৎ হাঁহিৰে সুধিছিল, "এ, দি, এম, হাকিমৰ সংসাৰখন এনেকুৱাই নেকি ?"

চাকৰিৰ কালত ধুবুৰী আৰু বিলাসীপাৰাতো থাকিব লগা হৈছিল। সেই দিনত সেই ঠাইবোৰত গাখীৰ কণী খুব সস্তা আছিল। গাখীৰ সেৰে এপইচা আৰু কণী টকাত ২২/২৩ টা পোৱা যায়। সেইটো সুবিধা পাই ওচৰ-চুবুৰীয়া বঙালী ভদ্ৰ মহিলাৰ ওচৰত নানা ৰকমৰ মিঠাই কৰিবলৈ শিকিছিলোঁ। এতিয়া বস্তুৰ মহাৰ্ঘৰ দিনত সেইবোৰ কাম সপোনত পৰিণত হৈছে।

সকৰে পৰাই মই ফুল বৰ ভাল পাওঁ। ঠায়ে ঠায়ে বদলি হৈ থকা ভাড়া ঘৰবোৰত সুবিধা মতে আগফালে ফুলনি আৰু পিছফালে শাকনিবাৰী পাতিছিলোঁ। তেতিয়াৰ দিনত ভাড়া ঘৰবোৰত যথেষ্ট খালী ঠাই পোৱা গৈছিল আৰু কাম-বন কৰাবলৈ মানুহ পোৱা গৈছিল। আজি আৰু সেই দিন নাই। কিন্তু মনৰ অদম্য হেঁপাহ পূৰাবৰ বাবে এই বয়সতো কষ্ট স্বীকাৰ কৰি ফুলৰ খেতি কৰোঁ।

তেখেত ফিল'ছ'ফিৰ অৰ্নাচ গ্ৰেজুৱেট আছিল। ল-কলেজতো কেইমাহমান পঢ়ি থকা অসুবিধাৰ বাবে গুৱাহাটীৰ পৰা গুচি আহিব লগা হ'ল। বুৰঞ্জীৰ লগত খাপ নোখোৱা বিষয় এটাত পঢ়ি বুৰঞ্জীৰ নামেই লব নুখুজিছিল। পিছে আমাৰ সাংসাৰিক জীৱনত তেখেতৰ এনেকৈয়ে লিখা-মেলা আৰম্ভ হ'ল। মই প্ৰথম আৰু দ্বিতীয় ছোৱালীটিৰ জন্মৰ নিৰ্দ্দিষ্ট সময়ৰ বহুদিন আগতেই শাৰীৰিক অসুস্থতাৰ বাবে ডাঙৰ মামাৰ ঘৰতে আছিলোহি। কাৰণ আইতা তেতিয়া তাতেই আছিল। দুয়োবাৰেই যাবৰ সময়ত মই দাবী কৰিলোঁ যে প্ৰত্যেক দিনেই যদি মোলৈ এখন চিঠি দিয়ে, তেতিয়াহে যাম। তেখেতে প্ৰতিশ্ৰুতি দিলে আৰু সেইমতেই কাম কৰিলে। কিন্তু সেইয়া চিঠি নহয় এক্কোখন ৰচনাহে। দুই চাৰি লাইন ভাল-বেয়া খবৰ লিখি বাকী খিনিত না না আদৰ্শমূলক কথাৰে নতুবা কিতাপ পঢ়ি পঢ়ি ভৰাই লিখে। সদায়

এখন ফুলস্কেপ কাগজৰ দুইপিঠিত অকণো ঠাই নোহোৱাকৈ লিখি ৰাতি আঠুৰাৰ তলত সোমায়। দিনতো কামত ব্যস্ত থাকে। সেইবোৰ মই সযতনে ৰাখি থৈছিলো। বহুত দিনৰ মূৰত উলিয়াই পঢ়ি চাই ঘৰুৱা কথা কেইশাৰী বাদ দি বাকীখিনি কপি কৰি পেলালো কেতিয়াবা সুবিধা পালে ছপা কৰাৰ আশাত। "পতিৰ পত্ৰ" বুলি নাম দি থৈছো। সেই যে অনৰ্গল লিখিব লগা হ'ল সেই লিখনি আৰু স্তব্ধ নহ'ল। লাহে লাহে বুৰঞ্জী পঢ়ি প্ৰবন্ধ লিখিবলৈ আৰম্ভ কৰিলে। পিছৰ জীৱনছোৱাত ঘূৰি ফুৰোতে নানা বুৰঞ্জীৰ সমল গোটাই, বহুতো কিতাপ পঢ়ি আৰু যি ঠাইতে থাকে তাতে চৰকাৰী দিষ্ট্ৰিক্ট গেজেটীয়াৰ বিলাক তন্ন তন্নকৈ পঢ়ি টোকা লিখি গৈছিল। এই লিখা-পঢ়াসমূহৰ ফলশ্ৰুতি হ'ল ৯০০ পৃষ্ঠাৰ ছশ বছৰৰ অসম বুৰঞ্জীখন। তেখেতে নাম দি গৈছিল "অসম বুৰঞ্জী" কিন্তু সেইটো নাম মোৰ মনঃপুত নোহোৱাত "ইতিহাসে সোঁৱৰা ছশটা বছৰ" নামেৰে প্ৰকাশ কৰিলোঁ।

তেখেতে মোক বৰ কম বয়সতে নিঠৰুৱা কৰি এৰি থৈ গ'ল। সংসাৰখনো তেনেই অপৈণত অৱস্থাতে এৰি। গতিকে মাজে মাজে বৰ বিচলিত হৈ পৰো। তথাপি মনৰ দুৰ্ব্বলতাক প্ৰশ্ৰয় নিদি নিজৰ কৰ্ত্তব্যত আগবঢ়াৰ সংকল্প লও। সৰু ছোৱালীটি লগত লৈ চৰকাৰী কাৰ্য্যালয়ৰ দুৱাৰে দুৱাৰে ফুৰিব লগা হৈছিল পৰিয়ালৰ পেঞ্চনৰ বাবে। সামান্য ভাবে ঘৰ ভাড়া এটা হ'ল, পেঞ্চনটোও এটা সময়ত হ'লগৈ। তাৰেই সংসাৰখন কাৰো ওচৰত হাত নপতাকৈ টানি-টুনি চলাবলৈ সক্ষম হ'লো। সেই দুৰ্যোগৰ কথা ভাবিবলৈকে মোৰ ভয় লাগে। যিহেতু মোৰ শিক্ষাগত অৰ্হতা ইমানেই কম যে যাৰ বলত মই নিজেই নিজৰ ভৰিত থিয় দিবলৈ সক্ষম নহওঁ। তথাপিতো ধৈৰ্য্যৰ সীমা পাৰ হৈ যোৱা নাছিল।

লাহে লাহে দিনবোৰ বাগৰি যাবলৈ ধৰিলে। বৰ্তমান গুচি অতীত হ'ল। এদিন ভৱিষ্যতৰ দিন আহি বৰ্তমান হ'ল। আন্ধাৰে আবৰা দিনবোৰ ৰিণিকি-ৰিণিকি পোহৰ হ'ল। ল'ৰা দুটিয়ে শিক্ষা সাং কৰিলে। সৰু ছোৱালীটি এজনৰ হাতত গটালো। সাংসাৰিক দায়িত্বৰ পৰা মুক্ত হ'লো, লগে লগে সন্তানৰ ধাৰৰ পৰাও।

আগতেই উল্লেখ কৰিছিলোঁ যে— ৰাজকুমাৰদেৱ ঘৰুৱা সময়খিনি লিখা-পঢ়া লৈয়ে ব্যস্ত আছিল। কেতিয়াবা মোৰ বিৰক্তি লাগি তেখেতৰ লগত ঠোকা-মোজাও হয়। কিন্তু সেইবোৰ কথালৈ ভ্ৰুক্ষেপ নাই। গোটেই জীৱনটোত আমি প্ৰাতঃভ্ৰমণ কৰিছিলোঁ। আন্ধাৰতে উঠি সাজু হৈ ফুৰিবলৈ গৈ পোহৰ হওঁ হওঁ অৱস্থাত ঘৰ সোমাওঁহি। তাৰ পাচত চাহ এটোপা

খায়েই কাগজ-কলম লৈ বহে। নটা বাজিলেই গা ধুবলৈ উঠে। আজিও মই আজ্ঞাৰতে উঠাৰ অভ্যাস এৰিব পৰা নাই। তেখেতৰ সান্নিধ্যত থকাৰ বাবেই হয়তো মোক কিতাপ-পত্ৰ পঢ়িবলৈ অনুপ্ৰাণিত কৰিছিল। এতিয়াও আজৰি পৰত খন্তেক জিৰণি লওঁতে মই দৈনিক বাতৰি কাকতখন লওঁ, মনোগ্ৰাহী গল্প-প্ৰবন্ধ বিশেষকৈ কবিতা পঢ়ো, আলোচনী আদি হাতে ঢুকি পোৱাতে থওঁ। গুৱাহাটী ডিব্ৰুগড় চেণ্টাৰৰ ৰেডিঅ' যোগেদি প্ৰচাৰিত "সাহিত্য চ'ৰাৰ" মই নিয়মিত শ্ৰোতা। "তাহানিৰ গীত" পৰিবেশন কৰিলে ৰেডিঅ'ত কাণপাতি শুনো।

ৰাজকুমাৰদেৱে মোক কৈছিল যে চৰকাৰৰপৰা অৱসৰ লোৱাৰ পাচত তেখেতে লিখি থোৱা পূৰ্ণাঙ্গ "অসম বুৰঞ্জী" খন প্ৰকাশ কৰিব। এইটো তেখেতৰ আজীৱন হাবিয়াস আছিল বুলি মোৰ ধাৰণা হয়। কিন্তু তেখেতৰ মনোবাঞ্ছা পূৰ্ণ নহ'ল। ১৯৬৮ চনৰ ১৮ নবেম্বৰৰ দিনা তেখেতে নশ্বৰদেহ ত্যাগ কৰিলে। তেখেতে কয় কেৱল ৰজা-মহাৰজাৰ দিনাংক থাকিলেই বুৰঞ্জী নহয়। প্ৰকৃত বুৰঞ্জীত সেই সময়ৰ আৰ্থিক, সামাজিক, ৰাজনৈতিক ইত্যাদি কৰি সকলো দিশ সন্নিবিষ্ট কৰিলেহে আচল বুৰঞ্জী লিখা হয়।

তেখেতৰ মৃত্যুৰ বছৰ চেৰেকৰ পাছত মোৰ যেতিয়া সংসাৰৰ লেঠাৰ ওৰ পৰিল, তেতিয়া মোৰ মনত এটা ভাব খেলালে— যদি এই বুৰঞ্জীখন মই প্ৰকাশ কৰিব পাৰো তেখেতৰ স্বৰ্গগত আত্মাই পৰম শান্তি পাব। কিন্তু মোৰ নিচিনা এগৰাকী নিঠৰুৱা মানুহৰ বাবে এইটো মৰসাহৰ কাম বুলিয়েই ভাবিলোঁ। শেষত উপায়হীনা হৈ নিজেই আগবাঢ়িলোঁ, ওচৰৰে উৎসাহী ল'ৰা (শ্ৰী প্ৰবীন বৰুৱা) এজনে আহি তেওঁৰ সৰু প্ৰেছটোতে ছপাই উলিয়াব পাৰিম বুলি মোক সাহসেৰে কোৱাত তেওঁৰ প্ৰেছতে দিয়াৰ সিদ্ধান্ত ললো। তেওঁৰ পৰা বহুতখিনি সহায় পালোঁ।

ভবা মতেই কাম আৰম্ভ কৰিলোঁ। প্ৰথমে সেই ৯০০ পৃষ্ঠাৰ পাণ্ডুলিপিটো কপি কৰিলোঁ। আৰ্থিক দিশলৈ লক্ষ্য ৰাখি পুথিখনৰ কলেবৰ যাতে ডাঙৰ নহয় তালৈও চকু ৰাখিলো। কামটো হাতত লোৱাৰ আগে আগে আমাৰ হাবিমাটি এডোখৰ (শহুৰ দেউতাৰ দিনৰ) চৰকাৰে মিলিটেৰীৰ আবাস গৃহ সাজিবৰ বাবে অধিগ্ৰহণ কৰিছিল। তাৰেই মূল্য হিচাবে পোৱা ধনখিনি পুথি প্ৰকাশৰ কামত কিছু সহায় হ'ল। এই কামটো মোৰ আৰু মোৰ সৰু ছোৱালীজনীৰ মাজতেই আৱদ্ধ আছিল। মই পঢ়ি যাওঁ, তেওঁ চাই চাই শুধৰাই যায়। নহলে তেওঁ পঢ়ে মই চাই শুধৰাই যাওঁ। তাৰ পাছত পাণ্ডুলিপিটো ভালকৈ কপি কৰি প্ৰেছত দিবৰ কাৰণে প্ৰস্তুত কৰিলোঁ। এইখিনি কাম

কৰিবলৈ প্ৰায় দুবছৰ সময় ললে। বহুতেই উপদেশ দিছিল কলিকতাত ছপা কৰিলে সস্তা পৰিব। কথাটো ঠিকেই— কিন্তু তালৈ অহা যোৱাৰ খৰচ, হোটেলত থকা-খোৱাৰ খৰচ কিমান যে পৰিব সেইটোও চিন্তাৰ বিষয়। আৰু এবাৰ গৈ দিলেই নহব, বাৰে বাৰে গৈ থাকিব লাগিব। গতিকে হাতে ঢুকি পোৱা সৰু প্ৰেছটোতে দিবলৈ ঠিক কৰিলোঁ। প্ৰেছৰ মালিকে কেইটামান চৰ্ত্তত কামটো হাতত লবলৈ সন্মত হ'ল। চৰ্ত্ত হ'ল তেওঁৰ আখৰ খুব কম আছে গতিকে আখৰ সৰহকৈ অনাব লাগিব, কিছু আগধন লাগিব। তেওঁ আগতে ইমান ডাঙৰ পুথি ছপা কৰা নাই। সেই কাৰণেই তেওঁৰ স্থায়ী প্ৰুফৰিডাৰ নাই। কাগজও সৰহ পৰিমাণে কিনিব লাগিব। সকলো কথা ভাবি হয় ভৰ দিলো। প্ৰুফৰিডাৰ এজন ঠিক কৰি লৈছিল, পিছে অলপ দিনৰ পিচতে কিবা সূত্ৰে তেওঁ এৰা দিলে। তাৰপৰাই শেষলৈকে নিজেই প্ৰুফ চাব লগা হ'ল। মোৰ নিচিনা এগৰাকী অশিক্ষিতা মহিলাই এনেকুৱা এখন গ্ৰন্থৰ প্ৰুফ চোৱাটো দুঃসাধ্য বুলিয়েই কব লাগিব। অনবৰতে প্ৰেছলৈ অহা-যোৱা কৰি বাটৰ দুবৰি বন মাৰিলো। বিশেষকৈ কম্পজিতৰে আখৰ বুজিব নোৱাৰাত বাৰে বাৰে আমনি কৰিবলৈ ধৰিলে। লেখকজন হেৰাই যোৱাত মই নিজেই এঁই বিলাক সমস্যা মূৰ পাতি ল'ব লগা হ'ল। এইদৰেই দিন মাহ বাগৰি বছৰ পাৰ হৈ গ'ল। লাহে লাহে পুথিখন ছপাশালৰ মেৰপেছৰ পৰা ওলাবৰ হৈছেহি— আকৌ সমস্যা আহিল জুকিয়াই বন্ধোৱাৰ। কেইবাটাও প্ৰেছত ঘূৰি ঘূৰি জুকিওৱা মানুহ তিনিজন ঠিক কৰিলো। নিজৰ ড্ৰইংৰুমৰ বস্তুবোৰ আঁতৰাই বেঞ্চৰে ভৰাই দিলো। তাতে তেওঁলোকে এখিলা এখিলাকৈ পৃষ্ঠাবোৰ ঘূৰি ঘূৰি জাপি থৈ যায়। কামটো চাই যি বুজিলো এইটো বৰ দায়িত্বৰ কাম। কাৰণ এটা পৃষ্ঠা ভুল কৰি জাপিলেই পুথিখন নষ্ট হৈ যাব। মানুহ কেইজন পুৱাৰপৰা আন্ধাৰ হোৱালৈকে কাম কৰি কৰি প্ৰায় ১৪ দিনমানত এহেজাৰ পুথি জুকিয়াই শেষ কৰি দিলে। তাৰ পাচত আহিল বন্ধাৰ সমস্যা। আৰম্ভ হ'ল মোৰ ছপাশালে ছপাশালে ঘূৰি বন্ধোৱা মানুহৰ সন্ধান উলিওৱা। তাৰ পাচত মহন্ত বুলি এজন অমায়িক মানুহ পালো। তেখেতে মোৰ এই পুথিখন বন্ধাৰ সুবিধা হবৰ বাবেই মোৰ ওচৰতে কোঠা এটা ভাড়া কৰি লৈ কিতাপ বন্ধা দোকান খুলি ল'লে। আগতে অলপ দূৰত দোকান আছিল। তেওঁলোক তিনিওজনৰে একান্ত সহযোগিতাত পুথি এহেজাৰ বন্ধোৱা কাম সমাপ্ত হ'ল।

১৯৭৯ চনত পুথিখন সম্পূৰ্ণ হৈ ওলাল "ইতিহাসে সোঁৱৰা ছশটা বছৰ" নাম লৈ। অশেষ কষ্ট, ধৈৰ্য্য আৰু অক্লান্ত পৰিশ্ৰমৰ ফলশ্ৰুতি স্বৰূপে

পুথিখনি বুৰঞ্জী প্ৰেমী ৰাইজৰ হাতত দিবলৈ সমৰ্থ হোৱাত জীৱন ধন্য হোৱা যেন লাগিছে। এটি মধুৰ সপোন দিঠকত পৰিণত হ'ল।

পুথিখন ওলোৱাৰ লগে লগে পঢ়ুৱৈ ৰাইজে অতি সোনকালে আদৰি ললে। এহেজাৰ কপি পুথি ইমান সোনকালে ঘৰৰ পৰাই শেষ হৈ যাব বুলি ভবা নাছিলোঁ। পুথিখন কোনো দোকানত বিক্ৰীৰ বাবে দিয়া নাছিলো। কাৰণ তেওঁলোকক ৩৫ % টকা কমিছন লাগে। ৰাইজৰ সুবিধাৰ বাবে মূল্য কম কৰি ঘৰৰ পৰাই মাত্ৰ ৫৫ টকাত বিক্ৰী কৰা হ'ল। এতিয়াও পুথি বিচৰা বুৰঞ্জীপ্ৰেমী ব্যক্তি আছে আৰু কোনোৱে চিঠিৰে পুথি বিচাৰে। পুথি দিব নোৱাৰি মনত দুখ পাওঁ, কিন্তু মোৰ উপায় নাই।

এই বুৰঞ্জীখন বিক্ৰী কৰি পোৱা ধনেৰে তেখেতে লিখি থৈ যোৱা অন্য এখন পুথি "ফকৰা যোজনা" প্ৰকাশ কৰাৰ সংকল্প লওঁ। কিন্তু পুনৰ পুথি ছপাৰ কষ্ট লবলৈ সাহস নহ'ল। গতিকে বৰ জী-জোঁৱাইক দায়িত্ব দিলো। তেওঁলোকে ডিব্ৰুগড়তে ছপাৰ কাম সমাধা কৰিলে আৰু বিক্ৰীও হৈ গ'ল। পুথিখনত স্বৰবৰ্ণ-ব্যঞ্জনবৰ্ণ দুই বৰ্ণৰে সাধ্যানুসৰি ফকৰা সংগ্ৰহ কৰি প্ৰত্যেকটোকে ভাঙনি কৰিছে। ভাঙনি কৰাৰ বাবেই পুথিখন ৰাইজৰ মনোগ্ৰাহী হবলৈ সক্ষম হ'ল।

ৰাজকুমাৰদেৱৰ স্মৃতি-চিহ্ন স্থায়ী কৰাৰ মানসেৰে যোৰহাটস্থ আহোম সম্প্ৰদায়ৰ ৰাইজে বুৰঞ্জী-প্ৰসিদ্ধ ৰাজমাও পুখুৰীৰ পাৰত এটি দেওঘৰ (মন্দিৰ) সজাই দিবলৈ টানি অনুৰোধ কৰে। ৰাইজৰ মৰমৰ দাবী উপেক্ষা কৰিব নোৱাৰি পুনৰ হাতে-কামে লাগি গ'লো। দেওঘৰটি সাজি উলিয়াবলৈ বৰপুত্ৰই আঁকি দিয়া নক্সাৰ আৰ্হিত দেওঘৰটি নিৰ্মাণ কৰা হ'ল আৰু "৺সৰ্ব্বানন্দ ৰাজকুমাৰৰ স্মৃতিত" নামেৰে নামাংকৃত কৰি ৰাইজলৈ উছৰ্গা কৰা হ'ল। ৰাইজে বছৰি ৩১ জানুৱাৰীৰ দিনা মে-দাম-মেফী উৎসৱ পালন কৰে। সেই উৎসৱৰ দিনাই বুৰঞ্জী প্ৰসিদ্ধ চৰাইদেউত থকা স্বৰ্গদেউ চুকাফাৰ মৈদামৰপৰা অকণমান মাটি আনি দেওঘৰৰ বেদীত স্থাপন কৰি দেওধাই পুৰুহিত সকলে পূজা কৰি মন্দিৰটি উন্মোচন কৰে।

এই দেওঘৰটিও সম্পূৰ্ণ মোৰ তত্ত্বাৱধানতে সাজি উলিওৱা হয়। মিস্ত্ৰিৰ লগত পুৱাৰে পৰা কাঠ, বালি, ইটা, চিমেন্টৰ হিচাব-নিকাচ কৰি কৰি সন্ধ্যা নমাৰ পিচতহে ঘৰ সোমাওহি। এইদৰে চাৰিমাহ দিনটোৰ বাবে পুৱা ৮ বজাতে ঘৰৰ পৰা ওলাই যাব লগা হৈছিল। দিনে-ৰাতিয়ে অশেষ পৰিশ্ৰম কৰি কষ্টোপাৰ্জ্জিত টকা কেইটাৰে সজা দেওঘৰটি ৰাইজৰ হাতত উছৰ্গা কৰিবলৈ পাই বৰ আনন্দিত হৈছিলো। বছৰেকীয়া উৎসৱত ৰাইজৰ লগতে

দেওঘৰ প্ৰাংগনত বহি মনত শান্তি পাওঁ। জীৱনৰ দুখ-ভাগৰ খন্তেকলৈ হলেও পাহৰি যাওঁ। ৰাইজৰ মৰমৰ হাতৰ পৰশ পৰি দেওঘৰৰ কাষতে এখন সংগীত বিদ্যালয় আৰু এখনি প্ৰাথমিক বিদ্যালয় গঢ় লৈ উঠিছে।

চনটো পাহৰিলো, অসম সাহিত্য সভাই উলহ-মালহেৰে সভাৰ হীৰক-জয়ন্তী পাতিবলৈ যো-জা কৰিছে। সেই উৎসৱ উপলক্ষে সভাই তেখেতৰ নামত এখন তোৰণ সজাই দিবলৈ প্ৰস্তাৱ লৈ মোক জনালে। এই তোৰণখন সাজোতেও ভালেখিনি কষ্ট স্বীকাৰ কৰিব লগা হ'ল যেহেতুকে তেতিয়া মই একেবাৰে অকলে আছিলো। তোৰণৰ তলেদি মানুহ পিঠিত লৈ হাতীৰ শোভাযাত্ৰা পাৰ হ'ব লাগিব— গতিকে যথেষ্ট ওখ আৰু বহল কৰিব লগা হ'ল। বৰ্তমান চিভিল চাৰ্জনৰ বঙলাৰ সন্মুখতে তোৰণখন সজা হৈছিল আৰু "৺সৰ্ব্বানন্দ ৰাজকুমাৰৰ স্মৃতিত" বুলি লিখি দিয়া হয়।

এই ৰাইজৰ কামখিনি কৰিব নোৱাৰা হ'লে মোৰ জীৱনটো আধৰুৱা হৈ ৰ'লহেঁতেন বুলি ভাবিবলৈ বাধ্য হওঁ আৰু মনতে সান্ত্বনা লাভ কৰোঁ।

বয়সে ভাটি দিয়াৰ লগে লগে স্বাস্থ্যৰো অৱনতি ঘটিবলৈ ধৰিছে। মনৰ উৎসাহ-উদ্দীপনা কিন্তু মাৰ যোৱা নাই। ঈশ্বৰ ভক্তিৰ প্ৰতি আসক্তি হৈ প্ৰত্যেক দেওবাৰেই নামঘৰলৈ গৈ লগৰ মহিলাসকলৰ লগতে ভগৱানৰ নাম-কীৰ্ত্তন কৰি নিসংগ জীৱন অতিবাহিত কৰিছোঁ। □

অম্বিকা দেৱী গোস্বামী

# মোৰ জীৱনৰ স্মৃতি



আহোম স্বৰ্গদেৱ ৰুদ্ৰ সিংহ, শিৱ সিংহ, গদাধৰ সিংহ আদি সিংহ পুৰুষসকলে ৰাজত্ব কৰা অসমৰ ইতিহাস প্ৰসিদ্ধ ঠাই শিৱসাগৰ মোৰ জন্ম স্থান। জন্মভূমি শিৱসাগৰখনে মোক বৰকৈ আকৃষ্ট কৰিছিল। শিৱসাগৰৰ প্ৰাকৃতিক দৃশ্যাই মোক প্ৰায় মতলীয়া কৰি তুলিছিল। গদাধৰ সিংহ স্বৰ্গদেৱে মহাসতী জয়মতীৰ নামত সজোৱা জয়দৌল, জয় সাগৰৰ উপৰিও ইতিহাসে গৰকা শিৱ দৌল, বিষ্ণু দৌল, দেৱী দৌল আৰু তাৰ কাষতে থকা স্ফটিকৰ ধাৰাৰ দৰে বৰ পুখুৰীৰ পানী পাৰত ঠেকা খাই ঢৌ খেলি থকা অপৰূপ দৃশ্য মই আজিও পাহৰিব নোৱাৰোঁ।

মোৰ জন্ম হৈছিল পুৰণি ৰজা দিনীয়া পদবী পোৱা ডাঙৰীয়া কাশীনাথ তামুলী ফুকনৰ পৰিয়ালত। তেখেত আছিল অসমৰ প্ৰথম বুৰঞ্জী প্ৰণেতা। মোৰ ককা মুক্তানাথ তামুলীফুকনে বিয়া কৰাইছিল দীননাথ বেজবৰুৱাৰ কন্যা অৰ্থাৎ সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱাৰ ভগ্নীক। তেওঁৰ পুত্ৰ পদ্মনাথ আৰু দুৰ্গানাথ। দুৰ্গানাথ আৰু ভগৱতী দেৱীৰ মই চতুৰ্থ সন্তান। মোৰ মা অতি দয়ালু স্বভাৱৰ আছিল। নিজৰ ৮ টা সন্তানৰ উপৰিও মাতৃহাৰা হোৱা আমাৰ বৰদেউতাৰ ল'ৰা-ছোৱালীকো মায়ে নিজৰ ল'ৰা-ছোৱালীৰ দৰেই ডাঙৰ-দীঘল কৰিছিল।

শিৱসাগৰৰ নিম্ন প্ৰাইমেৰী স্কুল এখনত মোৰ বিদ্যাৰম্ভ হয়। প্ৰকৃতিৰ বুকুতে উমলি-জামলি মোৰ শৈশৱৰ বেছি ভাগ সময় অতিবাহিত হৈছিল। আমাৰ ৰজাদিনীয়া মাটি-বাৰী অজস্ৰ আছিল। ঘৰৰ পিছফালে আছিল— বগা পদুম ফুলেৰে জাতিস্কাৰ হৈ থকা এখন মৰি বিল। আমাৰ গোসাঁই ঘৰৰ বাবে সেই পদুম ফুল আনিবলৈ যাওঁতে বাঁহ-বনৰ মাজৰ লুংলুঙীয়া

বাটৰ কাষে-কাষে থকা লেতেকু, পনিয়ল, বৰ হেলচ, সৰু হেলচ্ আদি খাই খাই গৈছিলোঁ [হেলচ্ এবিধ ৰঙা-ক'লা বৰণৰ মিঠা ফল, ইয়াক সৰবৎ কৰিও খাব পাৰি]। বাৰীত সোমাই ইফাল-সিফাল কৰি ভাল পাইছিলোঁ। আমাৰ বাৰীত বহুত আমগছ আছিল। আমৰ দিনত বতাহ বলিলে বৰ স্ফুৰ্ত্তি লাগে। বতাহত আম গছৰ পৰা সৰি পৰে আৰু আমি নাচি-বাগি চুলি জোকাৰি বতাহৰ লগত খেলি আম খাওঁহক।

সেই সময়ত ডা-ডাঙৰীয়াৰ ঘৰৰ জীয়ৰী-বোৱাৰী বাটত ওলালে জাপিৰ আঁৰ হৈ সম্মানেৰে যাব লাগিছিল। শিৱ দৌল আৰু দেৱী দৌলত হোৱা ৰবনামৰ বাবে আমি প্ৰায়ে ওচৰ-চুবুৰীয়া তিৰোতাসকলৰ লগত গৈছিলোঁ। এজনী মানুহে প্ৰকাণ্ড বৰ জাপি এটা লৈ তিৰোতাসকলক আঁৰ কৰি লৈ যোৱা দৃশ্য এতিয়াও মনত পৰে। সেই সময়ত মটৰ গাড়ীৰো প্ৰচলন বেছি নাছিল। মানুহে গৰুৰ গাড়ীত ইফালে-সিফালে ফুৰিছিল। মাইকী মানুহে হৈ দিয়া আঁৰ কাপোৰ লগোৱা গৰু-গাড়ীত উঠি ফুৰা-চকা কৰিছিল। আমাৰ কালুগাঁৱত থকা মামাৰ ঘৰলৈ (মাৰ ঘৰ) আমি গৰুৰ গাড়ীৰেই গৈছিলোঁ। মামাহঁতৰ ঘৰতো হাবিয়ে-বননিয়ে ঘূৰি কোট কোৰা (বেঙুনীয়া ফুলৰ সৰু ক'লা বৰণৰ ফল), জেতুলি পকা ইত্যাদি বিচাৰি বিচাৰি খাইছিলোঁ। বৰ পাত্ৰ পুখুৰীত মাছ-কাছৰ খেলা চাই আমোদ পাইছিলোঁ।

শিৱসাগৰত দুৰ্গাপূজা বৰ ধুমধামেৰে পতা হৈছিল। মোৰ দেউতা আৰু দাদা পূজাৰ ছুটীত ডিব্ৰুগড়ৰ পৰা আহে আৰু আমাক নতুন কাপোৰ, মিঠাই আদি উপহাৰ দিয়ে। পূজাৰ কেইদিন আমাৰ বৰ আনন্দেৰে অতিবাহিত হয়। আমাক বৰদেউতা আৰু তেওঁৰ প্ৰথম পুত্ৰ ইন্দু ফুকন ককাইদেৱে বৰ মৰম-স্নেহ কৰিছিল। সকলোৰে লগত মিলি-জুলি আমি পূজাই-পাৰ্ব্বনে বৰ ৰং আনন্দ কৰিছিলোঁ। লাহে লাহে বৰদেউতাই ইন্দু ককাইদেউলৈ বিয়া কৰাই বোৱাৰী আনিলে আৰু মোৰ মাৰ শিৱসাগৰৰ পুৰণি ঘৰৰ দায়িত্বও কমি আহিল। গতিকে আমি শিৱসাগৰৰপৰা ডিব্ৰুগড়লৈ যোৱা বন্দৱস্ত হ'ল।

আমি ৰেলেৰে ডিব্ৰুগড়লৈ আহিছিলোঁ। নতুন ঠাই আৰু নতুন ঘৰত দেউতা দাদাক পাই বৰ স্ফুৰ্ত্তি পালোঁ। ওচৰ-চুবুৰীয়া অনেক ছোৱালীৰ লগত আমাৰ বন্ধুত্ব ঘটিল। মোক আৰু ভনী দুজনীক হাইস্কুলত নাম লগাই দিলে। সেই সময়ত ডিব্ৰুগড়ত জৰ্জ হাইস্কুল আৰু বেৰী হোৱাইট মেডিকেল কলেজহে আছিল। ব্ৰহ্মপুত্ৰৰ কাষে-কাষে ধুনীয়া ধুনীয়া চাহাবৰ বঙলা, গীৰ্জা, চাৰ্কিট হাউচ আদি আছিল। সেই সকলোবোৰ এতিয়া ব্ৰহ্মপুত্ৰই উটুৱাই নিলে। ডিব্ৰগড়ৰ মানুহবোৰ বৰ একতা ডোলেৰে বন্ধা।

হাইস্কুলত পঢ়ি থাকোঁতেই মই লাহে লাহে মাৰ পৰা ৰন্ধা-বঢ়া, সূতা-কটা, তাতঁ বোৱা শিকিবলৈ লওঁ। মাক সকলোখিনি ঘৰুৱা কাম-কাজত সহায় কৰাৰ উপৰিও ভনী দুজনীক সজাই-পৰাই দিওঁ। আমাৰ দেউতা দেখাত বৰ সুপুৰুষ আছিল। দেউতাক আমি যেনেকৈ ভক্তি কৰিছিলোঁ, সেইদৰে ভয়ো কৰিছিলোঁ। তেতিয়াৰ দিনত ছোৱালীৰ কন্যাকাল হোৱাৰ আগতেই বিয়া হৈছিল। বিশেষকৈ বামুণৰ ছোৱালীক 'গৌৰীদান' দিয়া বুলি কোৱা হৈছিল। সেয়ে মোৰ ওপৰৰ তিনিজনী বাইদেউৰ সৰুতেই বিয়া হৈ যায়। তাৰ পিছতহে 'সাৰদা আইন' হৈছিল।

মই দেখাত ধুনীয়া আছিলোঁ বুলি সকলোৰে কোৱা শুনিছিলোঁ। মই কিন্তু নিজে ধুনীয়া বুলি গৌৰৱ কৰা নাছিলোঁ। ইতিমধ্যে কটন কলেজৰ ইকনমিকস্‌ৰ প্ৰফেচাৰ উমাকান্ত গোস্বামীৰ লগত মোৰ ৰাহি-জোৰা অহা বাবে বিয়া ঠিক হ'ল। অৱশ্যে আৰু কেইবাজনো দৰাৰ প্ৰস্তাৱ আহিছিল। মাত্ৰ ১৩ বছৰ বয়সতে শৈশৱৰ ৰং-ধেমালি, বন্ধু-বৰ্গ, ভাই-ভনী, মা-দেউতাক এৰি বিয়াত বহাৰ একেবাৰে মন নাছিল। মোৰ স্বামী এজন অভিজ্ঞ শিক্ষাবিদ আছিল। অতি অমায়িক স্বভাৱৰ মোৰ স্বামীৰ আগৰ পক্ষৰ দুটি ল'ৰা-ছোৱালী আছিল। তেখেতৰ ঘৰ আছিল কামৰূপৰ আমৰঙা সত্ৰত। মাটি-বাৰী, হাতী-ঘোঁৰা, আদিৰে ঘৰখন নদন-বদন আছিল। ১৯৩৩ চনত মোৰ বিয়া হয়। মাৰ ঘৰৰপৰা সকলোকে এৰি যাবলৈ অন্তৰখনে হাঁহাকাৰ কৰি উঠিছিল।

স্বামীক প্ৰথম বিয়াৰ পিছত লগ পাওঁতে তেখেতে মোক কিতাপ-পত্ৰ, পঢ়া-শুনাৰ কথাই সুধিছিল। লগতে মোক গান গাব আৰু ছবি আঁকিব পাৰোঁ নে নোৱাৰোঁ সুধিলে। বিয়া হৈ যোৱাৰ পিছৰপৰা মই স্কুললৈ যোৱা বন্ধ কৰিছিলোঁ। মোৰ স্বামীয়ে গুৱাহাটীৰপৰা মোলৈ চিঠি-পত্ৰ লিখি আছিল। এবাৰ মোলৈ ধুনীয়া গৰম শ্বাল এখন আৰু ৰঘুনাথ চৌধাৰীৰ 'দহিকতৰা', শৰত চেটাৰ্জীৰ 'পল্লীসমাজ', ৰবীন্দ্ৰনাথ ঠাকুৰৰ 'গল্পগুচ্ছ চয়নিকা' আদি বহুত কিতাপ পঠিয়াই দিছিল। তেওঁৰ চিঠি, উপহাৰ আদি পাই জীৱনলৈ নতুন মাদকতা আহিছিল। সকলো সুন্দৰ দেখিছিলোঁ।

মোৰ বিয়া হৈছিল ১৯৩৩ চনৰ চেপ্তেম্বৰ মাহত। সেই বছৰৰে ডিচেম্বৰত মই মোৰ পিতৃ-গৃহ এৰি কান্দি-কাটি স্বামীৰ ঘৰলৈ যাত্ৰা কৰিলোঁ। গুৱাহাটীত থকা মোৰ খুৰাদেউ নগেন ফুকন, তীৰ্থ ফুকনৰ ঘৰত তিনিদিন থকাৰ পিছত মই 'পাচ বিয়া'ৰ বাবে আমৰঙা সত্ৰলৈ আহিলোঁ। পাচ বিয়াতো ঢোল-খোল, বেণ্ড-বাজনাৰে, মানুহে-দুনুহে বিৰাট এখন মেলাৰ নিচিনাকৈ স্বামীৰ ঘৰত আয়োজন কৰিছিল। হোম-যজ্ঞ আদি আনুষ্ঠানিক কামবোৰ সমাধা হওঁতে

বৰ পলম হৈছিল। মোৰ শাহু বৰ সাদৰী আৰু ভক্তিমতী মহিলা আছিল। মোৰ স্বামীৰ ৪ জনী ভনীয়েক, ২ জন ভায়েক, আইতাক, খুৰীয়েক আদি বহুতো সম্বন্ধীয়া মানুহ আছিল। সকলোৱে মোক বৰ মৰম কৰিছিল। মোৰ লগত মোৰ ভনী পূৰ্ণিমাকো লৈ যোৱা বাবে মোৰ ভাল লাগিছিল। মোৰ ননন্দ দুজনী মোৰ ওচৰৰপৰা আঁতৰ নহৈছিল। মানুহবোৰে মোক বেৰি বেৰি চাইছিল আৰু ইমান ধুনীয়া মানুহ ক'ত বিচাৰি পালে ইত্যাদি অনেক কথা কৈছিল। তেওঁলোক আটায়ে মোক 'সোনামাই' বুলি মাতিছিল। সত্ৰত নতুন বোৱাৰী ছোৱালীক নাৰিকল ৰোকা অকমানত চেনী অলপ আৰু দুটামান চাউল মিলাই খাবলৈ দি আপ্যায়িত কৰা নিয়ম। এই বস্তুকেইটা মোকো প্ৰথমে খাবলৈ দিছিল। উজনি অসম আৰু নামনি অসমৰ কাপোৰ-কানি পিন্ধাৰ ধৰণো বেলেগ। কামৰূপৰ সত্ৰবোৰত সেইসময়ত তিৰোতাই বুকুত মেঠনি মাৰিছিল আৰু গাত গাতালা অৰ্থাৎ এখন চাদৰ লয়।

সত্ৰত কিছুদিন থকাৰ পিছত মই গুৱাহাটীলৈ আহিলোঁ। তাত মোৰ খুৰা ৰাধানাথ ফুকন জৰ্জ চাহাবৰ উজান বজাৰত থকা ঘৰ এটাত আমাৰ থকাৰ ব্যৱস্থা হ'ল। গুৱাহাটীৰ জীৱনৰ সেই কালছোৱাত লগ পাইছিলোঁ মোৰ জেঠাইদেউৰ জীয়েক, হেমী বাইদেউক। তেওঁ মোৰ বৰ প্ৰিয় আছিল। মোৰ খুৰা ৰাধানাথ ফুকনৰ জীয়েক খুকী বাইদেউকো তাত লগ পাই বৰ আনন্দ পাইছিলোঁ। মই অৱশ্যে বেছি ভাগ সময় পঢ়া-শুনা কৰি পাৰ কৰিছিলোঁ। মাজে সময়ে কবিতা আৰু আখ্যান আদিও লিখিছিলোঁ। বন্ধা-বঢ়া কৰিবলৈ বান্ধনি আৰু বন কৰা ল'ৰা-ছোৱালীও অনেক পোৱাত লিখা মেলা কৰিবলৈ অপৰ্য্যাপ্ত সময় হাতত আছিল।

মোৰ স্বামী কটন কলেজৰ অধ্যাপক হৈ থাকোঁতে তাৰ দ্বিতীয় ছাত্ৰাবাসৰ 'চুপাৰ' হৈ আছিল। আমি দ্বিতীয় ছাত্ৰাবাসত থাকোঁতেই মোৰ প্ৰথম সন্তান সত্যব্ৰতৰ জন্ম হয়। ইয়াৰ পিছত মোৰ স্বামী কটন কলেজৰ কচম'পলিটান হোষ্টেললৈ 'চুপাৰ' হৈ যায়। তাত আমি এবছৰ থাকোঁ। সেই সময়তে মোৰ দ্বিতীয় সন্তান ইন্দিৰাৰ জন্ম হয়। আমি থকা সেই ঘৰটোৱেই এতিয়া সন্দিকৈ ছোৱালী কলেজ। সেই কালছোৱা আছিল দ্বিতীয় মহাযুদ্ধৰ সময়। যুদ্ধৰ হুৱা-দুৱাত আমি হোষ্টেলৰ পৰা ভাড়া ঘৰ এটালৈ আহিলোঁ। তাতে মোৰ তৃতীয় আৰু চতুৰ্থ সন্তানৰ জন্ম হ'ল। মোৰ স্বামী এটা সময়ত কটন কলেজৰ প্ৰিন্সিপালো হৈছিল। তাৰ পিছতে তেখেতে অসম চৰকাৰৰ শিক্ষাধিকাৰ পদবী পোৱাত আমি আটায়ে শ্বিলঙলৈ গ'লোঁ। তাতে মোৰ সৰু ছোৱালী অৰুন্ধতীৰ জন্ম হয়। ১৯৫৩ চনত মোৰ স্বামীয়ে চৰকাৰী চাকৰিৰপৰা অৱসৰ

গ্ৰহণ কৰিলে। ১৯৫৬ চনত তেখেতৰ মৃত্যু হয়। মোৰ স্বামী সৰুৰে পৰাই ধৰ অধ্যৱসায়ী আছিল আৰু নিম্ন প্ৰাইমেৰীৰপৰা আৰম্ভ কৰি স্নাতকোত্তৰ শ্ৰেণীলৈকে বিশেষ কৃতিত্বৰে উত্তীৰ্ণ হৈছিল। ছাত্ৰ-জীৱনত লাভ কৰা পুৰস্কাৰসমূহৰ ভিতৰত 'বাবু খগেন্দ্ৰ নাৰায়ণ ৰূপৰ পদক', 'দত্তদেৱ গোস্বামী সোণৰ পদক', 'হেমধৰ বৰুৱা ৰূপৰ পদক', 'হেমচন্দ্ৰ বৰুৱা ৰূপৰ পদক', 'ডিপক মেধি ৰূপৰ পদক'ৰ উপৰিও ১৯২০ চনত কলিকতাৰ প্ৰেছিডেন্সি কলেজৰপৰা অৰ্থনীতি বিষয়ত প্ৰথম শ্ৰেণীৰ প্ৰথম স্থান পাই এম, এ পাচ কৰা বাবে বিশ্ববিদ্যালয়ৰপৰা এটি 'সোণৰ পদক' লাভ কৰে। তেওঁ বৃটিছ চৰকাৰৰপৰাও 'কৰনেচন কমমেমৰেটিভ মেডেল' পাইছিল। ১৯২৪ চনত আইন পৰীক্ষা পাচ কৰি ১৯২৫ চনত কটন কলেজত এবছৰৰ বাবে অধ্যাপনা কৰে। ১৯২৬ চনত চিলেটৰ মুৰাৰি চাঁদ কলেজত অধ্যাপনা কৰি কিছু বছৰ তাতে থকাৰ পিছত ১৯৩৩ চনত কটন কলেজৰ অৰ্থনীতি বিষয়ত অধ্যাপক হিচাপে যোগদান কৰে। ১৯৪৭ চনত কটন কলেজৰ উপাধ্যক্ষ আৰু ১৯৪৯ চনত অধ্যক্ষ পদত নিযুক্তি লাভ কৰে। কটন কলেজৰ দ্বিতীয় ছাত্ৰাবাসটি তিনিবছৰ তেওঁৰ তত্ত্বাৱধানত আছিল। ছাত্ৰসকলৰ কাৰোবাৰ কিবা অসুবিধা হ'লে তেওঁ নিজে গৈ সহায় কৰিছিল। চিলেটত থাকোঁতে অবিনাশ দৈত্যাৰি নামৰ পিতৃহীন দুখীয়া বঙালী ল'ৰা এজনক আঠ বছৰমান বয়সৰ পৰাই লগত ৰাখি পঢ়াই-শুনাই বি,এ, পাছ কৰাই দিছিল। মোৰ স্বামীৰপৰা প্ৰেৰণা পাই ময়ো কেইবা গৰাকী ছাত্ৰক পঢ়া-শুনাৰ বাবে ঘৰত ৰাখিছিলোঁ। বৰ্তমান তেওঁলোকে সুখ্যাতিৰে নিজৰ নিজৰ কাম কৰি আছে।

মোৰ স্বামী উমাকান্ত গোস্বামীয়ে মোক যি আদৰ্শ আৰু প্ৰেৰণা দি থৈ গৈছিল, এই শেষ বয়সলৈকে সেই পথেৰে চলিবলৈ চেষ্টা কৰি আহিছোঁ। অশেষ ধুমুহা মূৰৰ ওপৰেদি পাৰ হৈ গৈছে। তেনে অৱস্থাতো কেনেদৰে স্থিৰেৰে থাকিব পাৰি, এই শিক্ষা মই স্বামীৰ পৰাই লাভ কৰিছিলোঁ। সাহিত্য-সাধনা কৰি ইতিমধ্যে ভালেমান প্ৰবন্ধ ৰচনা কৰিছোঁ। 'সুৱাগমনি' নামে কিতাপ এখন অলপতে প্ৰকাশ পাইছে: প্ৰবন্ধ সংকলনটি প্ৰকাশৰ পথত। অলপতে মোৰ স্বামীৰ সকলোবোৰ লেখা সংগ্ৰহ কৰি তেওঁৰ স্মৃতি-গ্ৰন্থখনি সম্পাদনা কৰাৰ দায়িত্বও মই নিজেই লৈছিলোঁ।

আমাৰ সত্ৰ আমৰঙাৰ স্কুল আদিৰ বাবেও কিছু কাম হাতত লোৱা আছে। মোৰ স্বামীয়ে শিক্ষা-কেন্দ্ৰৰ বাবে মাটি-বৃত্তি দান কৰিছিল। অৰ্থ-কষ্টত পীড়িত ছাত্ৰ-ছাত্ৰীক সহায় কৰাটোও মোৰ কৰ্ত্তব্যৰ ভিতৰতে পৰিছে। নিজৰ সীমিত শক্তিৰে মই এই কামবোৰ কৰিবলৈ সততে চেষ্টা কৰোঁ। □

আৰতি শইকীয়া

# অতীতৰ সোঁৱৰণী



যিজনা তেজস্বী পুৰুষ, প্ৰখ্যাত ৰাজনীতিবিদ, অসমবাসীয়ে যিজনক দেশ নেতা উপাধিৰে বিভূষিত কৰিছিল, সেই জনেই মোৰ চিৰ আবাধ্য পিতৃদেৱ ৺কুলধৰ চলিহা, মাতৃ ৺শশীপ্ৰভা চলিহাও আছিল এগৰাকী নেত্ৰী স্থানীয় মহিলা। এই দুই জনাৰ যুগ্ম মিলনৰ সাক্ষী স্বৰূপে ১৯২৫ চনৰ আগষ্ট মাহত মোৰ জন্ম হয়। ককাদেউতা সিংহপুৰুষ ৰায়বাহাদুৰ ফণিধৰ চলিহাই বুৰপুত্ৰৰ নাতি দেখিবলৈ নাপালে। পিতৃ-মাতৃৰ বিবাহৰ সাত বছৰলৈকে নিঃসন্তান হৈ থকাৰ পিছত প্ৰথম সন্তান হিচাবে যেতিয়া জন্ম গ্ৰহণ কৰিছিলোঁ, সেইয়া নিশ্চয় শিশুৰ হাঁহি নেদেখা ঘৰৰ কাৰণে আছিল পৰম আনন্দৰ বিষয়। ইয়াৰ পিছতো পিতৃ-মাতৃৰ আৰু ছয়টি সন্তানৰ জন্ম হৈছিল, তিনি ভাই— দেৱজিত, সুৰজিত আৰু চিৰঞ্জিত আৰু তিনি ভনী— অঞ্জলি, গীতি আৰু ৺বীণা। ৺বীণাৰ আঢ়ৈ বছৰ বয়সত "ডিপথেৰীয়া" ৰোগত আক্ৰান্ত হৈ মৃত্যু হোৱাত পিতৃ-মাতৃৰ লগতে ময়ো শোকাভিভূত হৈ পৰিছিলোঁ— অন্তৰ্ভেদী কবিতা ওলাইছিল—

প্ৰাণৰ ভনীটি তই কলৈনো গলি  
অকালত কিয় তই সংসাৰ এৰিলি?

সেয়ে গভীৰ বেদনাবোধ কবিতা সৃষ্টিৰ উৎস বুলি কোৱা কথাষাৰ কবি-কল্পনা নহয় বুলি অনুমান কৰিব পাৰি।

মোৰ বিদ্যাৰম্ভ কেতিয়া হৈছিল মনত নাই, যোৰহাটৰ চৰকাৰী ছোৱালী এম, ই, স্কুলত কিছুদিন পঢ়া মনত আছে। ঘৰত দেউতাৰ মাহীয়েক আৰু খুৰীয়েক [দূসম্বন্ধীয়] ৺তিলোত্তমা আইতাই সন্ধিয়া প্ৰাৰ্থনা কৰিবলৈ শিকাইছিল। তদুপৰি সঙ্গীত শিক্ষকে আমাক বৰগীত আৰু ৰবীন্দ্ৰ সঙ্গীত শিকোৱা মনত

পৰে। মই চেতাৰ আৰু ভনী অঞ্জলিয়ে এস্ৰাজ বজাবলৈ শিকিছিলোঁ। সৰু ভনী গীতি নিচেই সৰু। সৰু ভাই চিৰণ তেতিয়া ওপজাই নাই।

যোৰহাটত ছোৱালী হাইস্কুল নথকাত পিতৃকে ধৰি কেবাজনো নেতৃ স্থানীয় লোকৰ প্ৰচেষ্টাত এখন ছোৱালী হাইস্কুল প্ৰতিষ্ঠা হয়। প্ৰথম কিছুদিন সেই স্কুল চন্দ্ৰ কান্ত সন্দিকৈ ভৱনত বহিছিল। পিছত বৰ্তমান থকা ঠাইলৈ স্থানান্তৰিত হয়। সেইখনেই বৰ্তমানৰ চৰকাৰী উচ্চতৰ মাধ্যমিক বহুমুখী বালিকা বিদ্যালয়।

হাইস্কুলত থকা কালছোৱাত প্ৰথম প্ৰধান শিক্ষয়িত্ৰী ৺নীলিমা চলিহাই আমাক ৰবীন্দ্ৰনাথৰ কবিতা "পূজাৰিণী"ৰ মূকাভিনয়, নটীৰ পূজা, নৃত্য সহ "ক্ষম হে ক্ষম, নমঃ হে নমঃ" গীতটি আৰু কীৰ্ত্তিনাথ বৰদলৈ ৰচিত "বাসন্তীৰ অভিষেক", "লুইত কোঁৱৰ" আদিৰ অভিনয় শিকাইছিল। সেইবোৰে শৈশৱৰ গ্ৰহণক্ষম দিন বিলাকত গভীৰ প্ৰভাব পেলাই ভবিষ্যৎ জীৱনত সাহিত্য-সংস্কৃতিৰ প্ৰতি অনুৰাগী হোৱাত সহায় কৰিছিল।

ঘৰতো শিৱসাগৰৰপৰা দদাইদেউ ৺পদ্মধৰ চলিহা মাজে সময়ে আহি হাৰমণিয়াম বজাই তেখেতৰ ৰচিত দেশপ্ৰেম মূলক গীত ইমন কল্যাণ ৰাগত গাইছিল :

"ভাৰতবৰ্ষ আমাৰ হৰ্ষ, আমাৰ গৰ্ব্ব আমাৰ মান
শক্তিদায়িনী মাতৃ আমাৰ, আমাৰ স্বৰ্গ তীৰ্থস্থান"

সেইদৰে তেখেতৰ ৰচিত কৌতুক গীত আছিল : [জংলা-দাদৰা সুৰ]

"মই নাপিত নামধাৰী
টলৌ টলৌ ঘূৰি ফুৰোঁ জোলোঙাটি আৰি।
মূৰৰ হাবি চিকুনাই দিওঁ
মুখৰ জাবৰ চুককি নিওঁ
ডেকাক কৰো গাইমুৱা, তিৰি মনোহাৰী।" ইত্যাদি

মাৰো সঙ্গীতত ৰাপ আছিল আৰু অৰ্গেন বজাই গীত গাব পাৰিছিল। ছাত্ৰী অৱস্থাতে দেখিছিলো ৰাজনীতিবিদ্ হিচাবে দেউতাৰ ওচৰলৈ অহা অসমৰ আৰু অনান্য ৰাজ্যৰ বহুতো নেতাক। নৈষ্ঠিক নীতি-নিয়ম পালন কৰা পণ্ডিত মদনমোহন মালব্যজী, কানি নিবাৰণ আন্দোলন সংক্ৰান্তত অহা চি, এফ, এণ্ড্ৰুজ আদি আমাৰ মনত নপৰা দিনতে থাকি যোৱা বুলি মাৰ মুখে শুনিছিলোঁ। ১৯৩২-৩৩ চন মানত মহাত্মা গান্ধী আহি চন্দ্ৰকান্ত ভৱনত দুদিনমান শিবিৰ পাতি থাকোতে আমি মাইঁতৰ লগত গৈ দৰ্শন কৰিছিলোঁ আৰু প্ৰাৰ্থনা সভাত যোগ দিছিলোঁ। ইংৰাজ মহিলা যি গৰাকী নৌ সেনাধক্ষ্যৰ জীয়ৰী

মেডেলিন শ্লেড নামে পৰিচিতা আছিল আৰু ৰোমা ৰোঁলাৰ কিতাপৰ যোগে গান্ধীজীৰ আদৰ্শৰ প্ৰতি আকৃষ্ট হৈ সেৱাগ্ৰামলৈ আহি গান্ধীজীৰ শিষ্যা হৈ মীৰা বেন নামে পৰিচিতা হৈছিল সেই গৰাকীকো সেইদিনা শুভ্ৰ খদ্দৰৰ শাৰী পৰিহিতা ভাৰতীয় নাৰীৰ বেশত আমি দেখা পাইছিলোঁ। ১৯৩৪ চন মানতে অমৃত কউৰ নামে এগৰাকী মহিলা অসমৰ কেইবাজনো কংগ্ৰেছ কৰ্মীৰ সৈতে কোৱেটাৰ ভূমিকম্প বিধস্ত লোকসকলৰ সাহায্যাৰ্থে দান-বৰঙণি সংগ্ৰহ কৰিবলৈ আহি আমাৰ ঘৰত আলহী আছিল। ১৯৩৮ চনত জৱাহৰলাল নেহেৰু অসম ভ্ৰমণলৈ আহোঁতে যোৰহাটৰ কংগ্ৰেছ নেতৃ বৃন্দই আমাৰ পিতৃ গৃহতে থকাৰ ব্যৱস্থা কৰি দিছিল। এইজনা ভবিষ্যৎ ভাৰতৰ ভাগ্য নিৰ্মাতা নেতাক আমি বিস্ময় বিমুগ্ধ নেত্ৰেৰে চাইছিলোঁ। কিমান ক্ষীপ্ৰগতিৰে খোজ কাঢ়িছিল, ইংৰাজক খেদাই ভাৰতত সমাজবাদী সমাজ ৰচনাৰ স্বপ্ন তেখেতৰ উদ্দীপনাময়ী ভাষণত কেনেকৈ প্ৰকাশ পাইছিল। তেখেতৰ লগত পিতৃদেৱ গোটেই অসমতে পৰিভ্ৰমণ কৰোঁতে মাইয়ে তেখেতক আগবঢ়াই দিবলৈ ডিব্ৰুগড়লৈকে মোক লৈ ওলাইছিল— যাওঁতে বাটে বাটে জৱাহৰলালৰ বিপুল সম্বৰ্দ্ধনা দেখি গৈছিলো।

দেউতাই ৰাজনৈতিক ব্যস্ততাৰ মাজতো আমাৰ পঢ়া-শুনাৰ খবৰ ৰাখিছিল আৰু মাজে সময়ে ইংৰাজী সাহিত্য আৰু শুদ্ধ উচ্চাৰণ শিকাইছিল। ভনী অঞ্জলি আৰু ভাই দেবজিত-সুৰজিতহঁতৰো সেইদৰে তত্ত্বাৱধান লৈছিল। ১৯৪০ চনত মই দ্বিতীয় বিভাগত যোৰহাট ছোৱালী হাইস্কুলৰপৰা মেট্ৰিক উত্তীৰ্ণ কৰোঁ।

আমি সৰু থাকোতেই অধিবক্তা দেউতাই কলিকতা হাইকৰ্টত এটা দীঘলীয়া মোকৰ্দ্দমা চলাবলগীয়া হোৱাত কলিকতাৰ পাৰ্ক ষ্ট্ৰীটত এটা ঘৰ ভাড়া কৰি পৰিয়ালটো লৈ গৈছিল। আমি সেই তিনি মাহ থকা কালছোৱাত তাত থকা প্ৰবাসী অসমীয়া মানুহখিনিৰ লগত সহৃদয়তা গঢ়ি উঠিছিল। তদুপৰি কলিকতা মহানগৰীৰ ব'টানিকেল গাৰ্ডেন, চৌৰঙ্গী, ভিক্টোৰিয়া মেমৰিয়েল, ৰজা-জমিদাৰবিলাকৰ প্ৰাসাদোপম ভৱনবিলাক, ট্ৰামগাড়ী, বিস্ময় বিমুগ্ধ নেত্ৰেৰে চাইছিলোঁ।

মেট্ৰিক পৰীক্ষাত উত্তীৰ্ণ হোৱাৰ পিছত দেউতাই মোক সেই শৈশৱৰ সপোনপুৰী কলিকতালৈ লৈ গৈ স্ত্ৰীশিক্ষাৰ পথ প্ৰদৰ্শক বেথুন কলেজত ভৰ্ত্তি কৰি দিয়ে। তাৰেই ছাত্ৰীবাসত থাকি মোৰ কলেজীয়া জীৱন আৰম্ভ হয়। সহপাঠিনী হিচাপে পাইছিলোঁ একে হোষ্টেলতে থকা শ্ৰীমতী আভা মাইতিক। তেওঁ অবিবাহিত হৈ থাকি আজিও ৰাজনীতি ক্ষেত্ৰত কাম কৰি

আছে আৰু জনতা শাসন কালত কেন্দ্ৰীয় বাজ্যিক মন্ত্ৰীও হৈছিল। পশ্চিমবঙ্গৰ আন এগৰাকী প্ৰাক্তন মন্ত্ৰী, পিছত কেন্দ্ৰবো এগৰাকী বাজ্যিক মন্ত্ৰী হোৱা পূৰবী মুখাৰ্জীও একে শ্ৰেণীতে পঢ়িছিল।

সেই সময়টো ৰবীন্দ্ৰনাথৰ যুগ বুলি ক'ব পাৰি। আমাৰ হোষ্টেলৰ, কলেজৰ সকলো অনুষ্ঠানতে ৰবীন্দ্ৰনাথৰ গীত, নৃত্য নাটিকা, ৰবীন্দ্ৰ কবিতাৰ আবৃত্তি আদি হৈছিল। আমাৰ ছাত্ৰীবাসৰ ছোৱালীবিলাকে ৰবীন্দ্ৰনাথৰ 'গৃহ প্ৰৱেশ' নাটকখন অভিনয় কৰিছিল। তেতিয়া বেথুন কলেজৰ অধ্যক্ষা আছিল ড° তটিনী সেন। বৰ্ষণমুখৰ দিনত ছাত্ৰীবাসৰ ছোৱালীবিলাকে সমবেত কণ্ঠেৰে গাইছিল :

"এমন দিনে তাৰে বলা যায়, এমন ঘন ঘোৰ বৰষায়
এমন মেঘে স্বৰে, বাদল ঝৰ ঝৰে
তপহীন ঘন তমসায়।"

আৰু গাইছিল—

"আঁধাৰ অম্বৰে, প্ৰচণ্ড ডম্বৰু
বাজিল গম্ভীৰ গৰজনে" ইত্যাদি।

১৯৪১ চনৰ শাওঁন মাহৰ ২২ তাৰিখে ৰবীন্দ্ৰ নাথৰ তিৰোধান হোৱাৰ দিনা আমি শৱযাত্ৰাত যোগ দিবলৈ গৈছিলোঁ— তেখেতে মৃত্যুৰ আগতে ৰচি থৈ যোৱা মহাপ্ৰাৰ্থনিক গীত "সন্মুখে শান্তি পাৰাবাৰ, ভাসাও তৰুণী হে কৰ্ণধাৰ"— আকাশে বতাহে সেই গীতৰ ধ্বনি-প্ৰতিধ্বনি শুনা গৈছিল। কলিকতাৰ সেই নিদাঘৰ দহনতো শৱযাত্ৰা লোকে লোকাৰণ্য হৈছিল, সকলোৱে বিশ্বকবিৰ শেষ দৰ্শন লাভ কৰি ধন্য মানিছিলো। কলেজত মোৰ পাঠ্য বিষয়বোৰৰ ভিতৰত বুৰঞ্জী, ন্যায় শাস্ত্ৰ [লজিক] আৰু উদ্ভিদ বিজ্ঞান আছিল, উদ্ভিদ বিজ্ঞানৰ পাচী অধ্যাপিকা গৰাকীয়ে আমাক মাজে মাজে ব'টানিকেল গাৰ্ডেনলৈ লৈ গৈ বিভিন্ন গছ-গছনি দেখুৱাইছিল। ব'টানিকেল গাৰ্ডেনৰ দুশ বছৰীয়া বৰগছ জোপা যেন আজিও প্ৰকৃতিৰ বিস্ময়।

কলিকতাত মোৰ স্থানীয় অভিভাৱক আছিল ৺দেববালা পেহীদেউ আৰু ভোলানাথ কাকতি পেহাদেউৰ কন্যা শ্ৰীযুতা সৰস্বতী বৰুৱা আৰু ভিনিহিদেউ ৺উমেশ চন্দ্ৰ বৰুৱা। দুয়ো মোক ছুটীৰ দিনত তেখেত সকলৰ ঘৰলৈ নিছিল। এবাৰ দক্ষিণেশ্বৰৰ কালীমন্দিৰ আৰু বেলুড় মঠ দেখুৱাবলৈ নিওঁতে মোক স্বামী বিবেকানন্দৰ কিতাপ কেইখনমান কিনি দিছিল। বিবেকানন্দৰ কথাবোৰ মোৰ কাণত অনুৰণিত হ'ল, যাৰ অসমীয়া অনুবাদ কৰিলে এনে হয় :

"বহুৰূপে সন্মুখতে আছে

এৰি ক'ত বিচাৰা ঈশ্বৰ?
জীৱ দয়া কৰে যিজনেই
সিজনেই সেৱে ঈশ্বৰক।”

ই যে মানৱতাবাদৰেই শিক্ষা। ধৰ্ম্ম মানে যে কেৱল বাহ্যিক ক্ৰিয়া কাণ্ডই নহয়— সত্য, প্ৰেম, দয়া আদি গুণৰ অনুশীলনহে সেইটো অনুভৱ। ইতিমধ্যে দ্বিতীয় বিশ্বযুদ্ধৰ অগণি জ্বলিল, আনহাতে '৪২ চনৰ ভাৰত ত্যাগ আন্দোলনৰ সূচনা— সেই সময়তে আমি বাচনি পৰীক্ষা দি ঘৰলৈ আহিলো। কেন্দ্ৰ সলনি কৰি উক্ত কলেজৰ ছাত্ৰী হিচাবে আই, এ পাছ কৰিলো দ্বিতীয় বিভাগত।

দ্বিতীয় বিশ্বযুদ্ধৰ বাবে বহুত শিক্ষানুষ্ঠান গোড়া চিপাহীৰ আবাসস্থল হৈছিল, পঢ়া-শুনা নিয়মিত নোহোৱা হ'ল। '৪২ ৰ আন্দোলনত দেউতা স্বাস্থ্যজনিত আৰু অন্যান্য অসুবিধাৰ বাবে সেইবাৰ জেললৈ যোৱা নাছিল— যোৰহাট জেলত দদাইদেউ ৺পদ্মধৰ চলিহা, ককাইদেউ শ্ৰীপৰাগ চলিহা, ৺বিমলা প্ৰসাদ চলিহা আছিল। দদাইদেউ পুষ্পধৰ চলিহা আদিয়েও সেই আন্দোলনত সক্ৰিয় অংশ গ্ৰহণ কৰিছিল— আন কিজন দদাইদেউ ৺পূণ্যধৰ, ৺বুদ্ধধব, ৺বিদ্যাধৰ সকলোৱে পূৰ্ব্বৰ আন্দোলন বিলাকত সক্ৰিয় অংশ গ্ৰহণ কৰিছিল।

আমি তেতিয়া ছাত্ৰী হিচাবে কিছুমান সভা-সমিতিত যোগ দিছিলোঁ। দেউতাৰ লাইব্ৰেৰীৰপৰা পঢ়া ঋষি অৰবিন্দ, মাহাত্মা গান্ধী আদিৰ কেইখনমান কিতাপে মনত গভীৰ প্ৰভাৱ পেলাইছিল। ঋষি অৰবিন্দ আছিল অগ্নিযুগৰ বিপ্লৱী— পিছত তেখেতে ৰাজনীতি এৰি পণ্ডিচেৰীত আশ্ৰম পাতি দৰ্শনৰ বহুত কিতাপ লিখিছিল। তেখেতৰ ৰচিত Life Divine বা দিব্য জীৱন কিতাপখনৰ এছোৱা মোৰ মাৰ অনুৰোধক্ৰমে পেহাদেউ ৺ভোলানাথ কাকতিয়ে [অৱসৰ প্ৰাপ্ত ই, এ, চি] অনুবাদ কৰি আমালৈ পঠাইছিল। কিন্তু সেই কিতাপৰ জটিল দৰ্শনৰ তত্ত্ববোৰ তেতিয়া বুজিব পৰা নাছিলোঁ।

অৰবিন্দই বিপ্লৱী যুগতে পত্নী মৃণালিনী দেবীলৈ লিখিছিল— “অইন মানুহে দেশখনক পৰ্ব্বত-পাহাৰ, নদ-নদীৰ সমষ্টি বুলি ভাবে, মই কিন্তু মাতৃ বুলি ভাবো। মাকৰ বুকুত বহি যদি কোনোবা ৰাক্ষসে ৰক্তপান কৰে তেতিয়া সন্তানে কি কৰে? স্ত্ৰী-পুত্ৰ লৈ আনন্দত মছগুল হৈ থাকে নে মাকক ৰক্ষা কৰিবলৈ দৌৰি যায়?” ভাৰত মাতৃৰ সেই অৱস্থা বুলি বৰ্ণনা কৰি তেওঁক সাধাৰণ ভাত-কাপোৰতে সন্তুষ্ট থাকি পৰ-পদানতা ভাৰত মাতৃৰ মুক্তি যজ্ঞত তেওঁৰ অনুগামিনী হবলৈ পত্নীলৈ আহ্বান জনাইছিল।

৩

মহাত্মা গান্ধীৰ অহিংস সত্যাগ্রহৰ আদৰ্শই দেশবাসীক গভীৰ প্ৰেৰণা দিছিল। অহিংসাৰ ব্যাখ্যা দি তেওঁ কৈছিল— অহিংসা মানে কেৱল হিংসাৰ পৰা বিৰত থকাই নহয়, অহিংসা মানে সীমাহীন প্ৰেম আৰু দুখ বৰণৰ সীমাহীন ক্ষমতাকো বুজায়। গান্ধীজীয়ে নাৰী জাতিলৈ দিয়া বাণীসমূহে ভাৰতীয় নাৰীক ৰাজনৈতিক আন্দোলনত সক্ৰিয় অংশ লবলৈ উদ্বুদ্ধ কৰিছিল। তেখেতৰ আহ্বানতে ১৯৩০ চনত ভাৰতত অভূতপূৰ্ব্ব নাৰী জাগৰণ হৈছিল, ঐতিহাসিক দাণ্ডি অভিযানৰ নেতৃত্ব লৈছিলে ৺সৰোজিনী নাইডুৱে। মহাত্মাজীৰ সহধৰ্ম্মিনী কস্তুৰবা গান্ধীয়েও খাদী আন্দোলন আৰু অস্পৃশ্যতা বৰ্জ্জন আদিত অগ্ৰণী ভূমিকা লৈছিল। কৌমুদী নামৰ এজনী ছোৱালীয়ে কেনেকৈ এপদ এপদকৈ অলঙ্কাৰ খুলি হৰিজন পুঁজিলৈ দান দি ৰিক্তা হৈয়ো পূৰ্ণা হৈছিল তাৰ কাহিনী পঢ়িছিলোঁ। গান্ধীজীয়ে নাৰী সমাজক কৈছিল— "তিৰোতাৰ প্ৰকৃত অলঙ্কাৰ চৰিত্ৰ আৰু পবিত্ৰতা, সীতা সাবিত্ৰীৰ নাম আজিও জগতত জিলিকি আছে, তেওঁলোকৰ গুণৰ কাৰণেহে— তেওঁলোকে পিন্ধা অলঙ্কাৰৰ কাৰণে নহয়।" তেওঁ আৰু কৈছিল, "তোমালোকৰ দেহ সজাবলৈ সুগন্ধি আতৰৰ প্ৰয়োজন নাই। যদি প্ৰকৃত সুৰভি বিলাব খুজিছা, তেন্তে সি ওলাব লাগিব তোমাৰ অন্তৰৰপৰা, তেতিয়া তুমি এজন দুজন মানুহকে নহয়, সমগ্ৰ মানৱতাকে বিমুগ্ধ কৰিব পাৰিবা।"

সেউতাই মোক যোৰহাটৰ জগন্নাথ বৰুৱা কলেজত বি, এ, পঢ়িবলৈ নাম লগাই দিছিল যদিও পঢ়া-শুনা একো হোৱা নাছিল। বিয়াৰ প্ৰস্তাৱ অহাত মোক বিশেষকৈ মোৰ মাৰ ইচ্ছানুযায়ী বিয়া দিবলৈ স্থিৰ কৰে। গোলাঘাটৰ সেই সময়ৰ প্ৰখ্যাত ঠিকা ব্যৱসায়ী ৺গৰ্গনাথ শইকীয়াৰ বৰপুত্ৰ ৺খগেন্দ্ৰনাথ শইকীয়াৰ লগত ১৯৪৪ চনৰ আহিন মাহত মোৰ বিয়া হয়। বিয়াৰ আগতে মই মোৰ স্বামীক দেখা নাছিলো, তেতিয়াৰ দিনত বহুত বিয়া তেনেকৈয়ে হৈছিল। শহুৰৰ ঘৰৰপৰা বৰ সমাৰোহেৰে বিয়া পাতিছিল, সেই বিয়াৰ কথা কিম্বদন্তীৰ কাহিনীৰ দৰে এতিয়াও বহুতে কয়, কেনেকৈ বহুত দিনৰ আগৰপৰাই ভোজ-ভাত চলিছিল, জোৰোণত দিয়া সোণ খটোৱা হাতী দাঁতৰ ফণী, হীৰাৰ আঙঠিৰ কথা— দৰাৰ লগত যোৱা গাড়ীবোৰ হেনো লেখিয়েই শেষ কৰিব পৰা নাছিল ইত্যাদি।

শহুৰৰ ঘৰত আহি পাইছিলোঁ শাহু-শহুৰ, দেওৰ-ননদ, আত্মীয় স্বজনেৰে পৰিবেষ্টিত এখন ঘৰ। দেওৰ দুজন ভবেন আৰু হৰেন, ননদ আইদেউৰ [কালীপ্ৰভা] অধিবক্তা আৰু কমিউনিষ্ট নেতা ৺যদুনাথ শইকীয়াৰ লগত ইতিপূৰ্ব্বে বিয়া হৈ গৈছিল। যদু শইকীয়াই মেক্সিম গৰ্কীৰ "মা" আৰু টলষ্টয়ৰ

Resurrection কিতাপৰ "নৱজীৱন" নামৰ দুখন কিতাপৰ অনুবাদ কৰি গৈছে। শহুৰ ৺গৰ্গনাথ শইকীয়া আছিল সৰলমনা, উদাৰচিতীয়া লোক। তেখেতৰ বদান্যতা আৰু অতিথি পৰায়ণতাৰ কথা সুবিদিত আছিল। শাহু আই ৺লোকপ্ৰভা শইকীয়া এগৰাকী দেখনিয়াৰ আৰু গৃহকৰ্ম্ম নিপুণা মহিলা আছিল। জীয়ৰী কালত ৺তিলোত্তমা আইতাই প্ৰথম যুতি গামোছা ববলৈ শিকোৱাৰ পিছত দ্বিতীয় যুতি গামোছা ববলৈ শিকালে শাহু আইয়ে। সেই যুতি গামোছা আত্মীয় স্বজনক দি পৰম আনন্দ লাভ কৰিছিলোঁ। তেতিয়াৰ দিনত মানুহে গামোছা এখন দিলে সুধিছিল, "এইখন হাতে বোৱা নে কিনা?" তেনেহেন তাঁত শিল্পটোৰ আজি প্ৰায় লুপ্তপ্ৰায় হোৱাৰ অৱস্থা হৈছেগৈ। শিক্ষা পদ্ধতিত নানা বিষয় অন্তভূৰ্ক্ত হোৱাত "কাপোৰত সপোনৰ ফুল বাচিব পৰা" কথাষাৰ ৰূপকথাৰ কাহিনীৰ দৰে হৈছেগৈ। অৱশ্যে গাওঁবিলাকত এতিয়াও ভাল শিপিনী ছেগা ছোৰোকাকৈ দেখা যায়। মোৰ প্ৰিয় চিলাই গুজৰাটী কাথিয়াৱাৰী চিলাই। এই চিলাইটো মই যোৰহাটলৈ গৈ মোৰ ভাগিন আৰু বন্ধু ৺গৌৰীৰ [পিছত বৰুৱা] পৰা শিকিছিলোঁ। তেওঁ আছিল ৺সীতানাথ বৰবৰাৰ কন্যা। মাক ৺লাবণ্য প্ৰভা বৰবৰা আছিল শিৱসাগৰৰ ৺কালীপ্ৰসাদ চলিহাৰ জীয়েক। এই চিলাইৰে মই মেখেলা চাদৰ, কুচন ক'ভাৰ আদি কৰিছিলোঁ। পূৰণ চিলাইৰে ছবি কৰিছিলো, আৰু অন্যান্য চিলাই আৰু মেচিনত ঘৰুৱা প্ৰয়োজনীয় চিলাইখিনি কৰিব পাৰিছিলো। এতিয়াও গুজৰাটী চিলাই পাহৰা নাই। বিহুৰ সময়ত পিঠাপনা আৰু কিছুমান উপাদেয় ৰন্ধন প্ৰস্তুত কৰিছিলোঁ। কিতাপত বা আলোচনীত নতুন ৰন্ধা-বঢ়া পালেও কৰি চাইছিলো। প্ৰজ্ঞা সুন্দৰী দেৱীৰ "ৰন্ধা-বঢ়া" কিতাপৰপৰা কম খৰচতে কৰিব পৰা কেবাপদো ৰন্ধা-বঢ়া শিকিছিলোঁ। শ্ৰীমতী নিৰ্ম্মালি হাজৰিকা ৰচিত "আইদেউৰ ৰন্ধা-বঢ়া" কিতাপখনেও সহায় কৰিছিল। বিয়াৰ পিছত চাৰিবছৰমান নিঃসন্তান হৈ থকাৰ পিছত বৰপুত্ৰ নন্দনৰ জন্ম হওঁতে পুত্ৰ মুখ দেখি ঘৰৰ সকলোৰে মনত আনন্দৰ বেথা বিৰিঙি পৰিছিল। তাৰ পিছত চন্দনৰ আৰু তাৰ পিছত মোৰ একমাত্ৰ কন্যা নবনীতা আৰু কনিষ্ঠপুত্ৰ ৰূপমৰ জন্ম হয়।

ল'ৰা-ছোৱালী কেইটি অলপ বুজন হোৱাৰ পিছত মই প্ৰাইভেটকৈ বি, এ, পৰীক্ষা দি ১৯৫৪ চনত বি, এ, পাছ কৰো। শাহুৰ-শহুৰ, দেওৰ ননদে ভৰা এটা বৃহৎ পৰিয়ালৰ বোৱাৰী হিচাবে ঘৰুৱা কাম-বন, আলহী-অতিথিৰ সোধ-পোছত ব্যস্ত থাকিব লগা অৱস্থাতে কিতাপ লৈ পঢ়ি থকা আৰু এফালে ল'ৰা-ছোৱালীয়ে টানি-আজুৰি বিব্ৰত কৰা দেখি প্ৰাক্তন এম, পি বেগম মফিদা আহমেদ বাইদেউৱে মোক মৃদু খঙৰ সুৰত কৈছিল, "এইদৰে

তুমি ল'ৰা-ছোৱালী কন্দুৱাই বি, এ, পাছ নকৰিলেও হ্ব"। তেনেকুৱা আগৈ-আহুকালৰ মাজতো পঢ়া-শুনা আৰু সাহিত্য চৰ্চ্চা কৰি আছিলো।

১৯৪৭-৪৮ চন মানৰ পৰাই গোলাঘাট জিলা মহিলা সমিতিৰ লগত জড়িত হৈছিলো। ৺ৰসেশ্বৰী খাটনিয়াৰ সম্পাদিকা হোৱাৰ পিছত শ্ৰীযুতা প্ৰীতি গোস্বামী জিলা মহিলা সমিতিৰ সম্পাদিকা হৈছিল। তেখেত সম্পাদিকা থকা কালছোৱাত গোলাঘাট জিলা মহিলা সমিতিৰ কাৰ্য্যালয়টো সজা হৈছিল, তাৰ বাবে নাট্যকাৰ ৺সুৰেন্দ্ৰনাথ শইকীয়া ৰচিত "প্ৰকৃতিৰ প্ৰগতি" নামৰ নাটকখন ছোৱালী বিলাকৰ হতুৱাই অভিনয় কৰাই আৰু দান বৰঙণি তুলি পুঁজি সংগ্ৰহ কৰিছিল। মোক প্ৰথমতে সহকাৰী সম্পাদিকাৰ ভাৰ দিওঁতে মোৰ প্ৰথম কাম হিচাবে ছোৱালী বিলাকৰ হতুৱাই 'জয়মতী' নাটকৰ কেইটামান দৃশ্যৰ অভিনয় কৰাই থিয়েটাৰ হলত জয়মতী উৎসৱৰ আয়োজন কৰিছিলো— সকলোৰে সহযোগত।

তাৰ কিছুদিনৰ পিছত শ্ৰীযুতা প্ৰীতি গোস্বামীয়ে গোলাঘাট এৰি যাবলগীয়া হোৱাত শ্ৰীযুতা লতিকা বৰুৱাৰ সৈতে মোক জিলা মহিলা সমিতিৰ যুটীয়া সম্পাদিকা পাতে। তেতিয়া চৰকাৰী বিভিন্ন বিভাগৰ পৰা পোৱা অনুদানেৰে চিলাইকল আৰু তাঁতশাল আনি কাটিং ক্লাচ আৰু বয়ন কেন্দ্ৰ খুলিছিলোঁ। ৰন্ধা-বঢ়াৰ ক্লাবো খোলা হৈছিল। মহিলা সমিতিৰ সভ্যাসকলৰ হাতত কামৰ নিদৰ্শনৰ বাবে সময়ে সময়ে প্ৰদৰ্শনীৰ ব্যৱস্থা কৰাৰ উপৰিও আনন্দমেলা (Fun Fair) পতা হৈছিল। সেই সময়ৰ এটা উল্লেখযোগ্য কাম হ'ল কেন্দ্ৰীয় সমাজ কল্যাণ বোৰ্ডৰ অনুদানেৰে দুবছৰীয়া পাঠ্যক্ৰমৰ বয়স্ক মহিলা শিক্ষাকেন্দ্ৰ খোলা। ২৫ গৰাকী বিধবা, স্বামী পৰিত্যক্তা মহিলাক মধ্য ইংৰাজী পৰ্য্যায়ৰ শিক্ষাদান দিয়া হ'ল। সেই সকলৰ বহুতেই এতিয়া প্ৰাকপ্ৰাথমিক, প্ৰাথমিক বিদ্যালয় শিক্ষয়িত্ৰী আৰু দুই এগৰাকী নাৰ্চ হৈ জীৱিকাৰ পথ উলিয়াব পৰা দেখি সন্তোষ লাভ কৰিছোঁ। আঠ বছৰমান সম্পাদিকা থকাৰ পিছত ক্ৰমান্বয়ে মোক সভ্যাসকলে কেইবছৰমান উপসভানেত্ৰী আৰু বৰ্তমান কাৰ্য্যকৰী সভানেত্ৰী পাতে। শ্ৰীযুতা লতিকা বৰুৱা বাইদেউ. ৺স্বৰ্ণলতা বৰুৱাৰ পিছৰপৰা জিলা মহিলা সমিতিৰ সভানেত্ৰী হৈ আছে। শ্ৰীমতী (সকল) জয়া দেৱী আৰু নৈপূণ্য ভূঞাঁ যুটীয়া সম্পাদিকা, উপসভানেত্ৰী নিৰুপমা বৰুৱা। মহিলা সমিতিৰ লগত মোৰ সম্পৰ্ক মোৰ মা যোৰহাট জিলা মহিলা সমিতিৰ সভানেত্ৰী থকা কালছোৱাৰ. পৰাই আছিল। পদ্মশ্ৰী ৺চন্দ্ৰ প্ৰভা শইকীয়ানী মাজে সময়ে আহি যোৰহাটত মাৰ আলহী থাকি সংগঠনৰ কাম কৰিছিল। ৺চন্দ্ৰ প্ৰভা শইকীয়ানী আছিল অসমৰ নাৰী জাগৰণ আৰু সংগঠনৰ

পথ প্ৰদৰ্শিকা। তেখেতে ১৯৪৭-৪৮ চনত অসম প্ৰাদেশিক মহিলা সমিতিৰ মুখপত্ৰ "অভিযাত্ৰী" উলিয়াই মোক সেই আলোচনীৰ সহকাৰী সম্পাদিকা নিযুক্ত কৰে। তেখেত আছিল উক্ত আলোচনীৰ প্ৰধান সম্পাদিকা। উক্ত আলোচনীৰ বাবে মই 'সাময়িক প্ৰসঙ্গ' লিখাৰ উপৰিও মহৎ লোকসকলৰ বাণী সমূহ অনুবাদ কৰি পঠিয়াইছিলোঁ। মোৰ গল্প, কবিতা আৰু প্ৰবন্ধও তাত প্ৰকাশ হৈছিল। বিহগী কবি ৰঘুনাথ চৌধুৰী সম্পাদিত "সুৰভি" আলোচনীতো তেতিয়া মোৰ দুটামান কবিতা প্ৰকাশ হৈছিল।

১৯৬১ চনৰ ডিচেম্বৰ মাহত অসম প্ৰাদেশিক মহিলা সম্মিলনীৰ ৩৫তম অধিবেশন মহাসমাৰোহেৰে গোলাঘাটত পতা হৈছিল। অভ্যৰ্থনা সমিতিৰ সভানেত্ৰী আছিল ৺স্বৰ্ণলতা বৰুৱা আৰু সাধাৰণ সম্পাদিকা আছিল শ্ৰীযুতা লতিকা বৰুৱা। সহ সম্পাদিকা আছিল শ্ৰীমতী (সকল) প্ৰীতি দত্ত, লবঙ্গ বৰা আৰু বিমলা বৰা। সহ সভানেত্ৰী সকলৰ ভিতৰত আছিল শ্ৰীযুতা (সকল) চন্দ্ৰপ্ৰভা কলিতা, জ্ঞানবালা বৰুৱা, ৺লাৱণ্য চৌধুৰী, ৺দেবীপ্ৰভা বৰুৱা, ৺মনোৰমা দুৱৰা, ৺লাৱণ্য বৰুৱা আদি। তদুপৰি পেণ্ডেল কমিটি, যানবাহন, প্ৰদৰ্শনী, সংগীত বিভাগ, শিশু সন্মিলন আৰু কবি সাহিত্যিক সন্মিলন পতা হৈছিল। সংগীত বিভাগত শ্ৰীমতী (সকল) ৰেণুকা বৰুৱা, বীনা দেবী, হিৰণ্য শইকীয়া, চৈতন্য বৰা, গিৰিজা হাজৰিকা আদি আছিল, শিশু সন্মিলন সম্পাদিকা আছিল শ্ৰীমতী নৈপুণ্য ভূঞা। ৺লিলি গোস্বামী যান-বাহনৰ দায়িত্বত আছিল। ধন ভৰালী আছিল শ্ৰীযুতা মৃণাল কাকতি আৰু ৺লাৱণ্য বৰুৱা, প্ৰদৰ্শনী বিভাগত আছিল শ্ৰীযুতা প্ৰীতি দত্ত। খাদ্য বিভাগত শ্ৰীযুতা (সকল) ৰাজলক্ষ্মী বৰুৱা, দীপিকা তামুলী, গুনদা শইকীয়া আদি। কবি সাহিত্যিক সন্মিলনৰ আৰু স্মৃতিগ্ৰন্থ সম্পাদনাৰ দায়িত্ব মোৰ ওপৰত পৰিছিল। মুকলি সভাত সভানেত্ৰীত্ব কৰিছিলে শ্ৰীযুতা পুষ্পলতা দাসে, বিভিন্ন শাখাত শ্ৰীযুতা (সকল) অমল প্ৰভা দাস, ৺ৰসেশ্বৰী খাটনিয়াৰ, উষা বৰঠাকুৰ, নীৰা ডোগ্ৰা আদিয়ে সভানেত্ৰীত্ব কৰি সভাৰ সৌষ্ঠৱ বৃদ্ধি কৰিছিল। সন্মিলনৰ পতাকা উত্তোলন কৰিছিল শ্বহীদ কুশল কোঁৱৰৰ পত্নী ৺প্ৰভাৱতী কোঁৱৰে। প্ৰাদেশিক কাৰ্য্যালয়ৰপৰা শ্ৰীযুতা (সকল) ৺চন্দ্ৰপ্ৰভা শইকীয়া, ইন্দুপ্ৰভা বৰুৱা আদি আহি সকলো নিৰ্দ্দেশনা দি সাফল্যমণ্ডিত কৰি তুলিছিল। সাংস্কৃতিক অনুষ্ঠানত সুগায়ক ভূপেন হাজৰিকাই কেইটিমান গীত পৰিৱেশন কৰি সকলোকে মুগ্ধ কৰিছিল। সংগীত বিদ্যালয়ে "শকুন্তলা" নৃত্য নাটিকা পৰিৱেশন কৰা মনত পৰে।

মহিলা সমিতিৰ লগে লগে মই কংগ্ৰেছ মহাসভাৰো সক্ৰিয় আৰু কেবাবছৰো কংগ্ৰেছ মহিলা বিভাগৰ আহ্বায়িকা আছিলো। তেতিয়া জিলা

কংগ্ৰেছৰ সভাপতি আছিল প্ৰাক্তন বিধায়ক ৺নৰেন্দ্ৰ নাথ শৰ্ম্মা। ১৯৬০ চনত প্ৰদেশ কংগ্ৰেছৰ মহিলা বিভাগৰ আহ্বায়িকা ৰেণুকা দেৱী বৰকটকী (প্ৰাক্তন কেন্দ্ৰীয় ৰাজ্যিক মন্ত্ৰী) থকা কাল ছোৱাত সৌৰাষ্ট্ৰ কংগ্ৰেছত যোগ দিবলৈ যোৱাৰ লগতে ভাৰতৰ কেইখনমান মহানগৰী ভ্ৰমণ কৰাৰ যি আয়োজন কৰিছিল তাত আমিও গোলাঘাটৰ পৰা আঠ গৰাকী মহিলাই যোগ দিছিলো। অসমৰ অন্যান্য ঠাইৰ মহিলা সকলকে ধৰি এই দলটোত ৪০ গৰাকী সদস্যা আছিল।

দেশ ভ্ৰমণৰ সুযোগ পিতৃদেৱৰ দিনত বহুবাৰ পাইছিলোঁ। আমাৰ শৈশৱতে পিতৃ কেন্দ্ৰীয় বিধান সভাৰ বিধায়ক থকা কালতে দিল্লী, আগ্ৰা, মথুৰা, বৃন্দাবন, জয়পুৰ, আজমীৰ আদি দেখাৰ উপৰিও ১৯৫৪ চনত পিতৃ-মাতৃৰ লগত মই আৰু মোৰ স্বামী কাশ্মীৰ ভ্ৰমণ কৰিবলৈ গৈছিলোঁ। কাশ্মীৰত বক্সি গোলাম মহম্মদ মুখ্যমন্ত্ৰী থকা কালছোৱাত শ্ৰীনগৰত অধ্যক্ষ সম্মিলন বহিছিল। পিতৃ ১৯৫২-৫৭ চনত অসম বিধান সভাৰ অধ্যক্ষ থকা কালছোৱাত ১৯৫৪ চনত এই সম্মিলনত বিধান সভাৰ তেতিয়াৰ উপাধ্যক্ষ ৺ৰাজেন্দ্ৰ নাথ বৰুৱা আৰু তেখেতৰ পত্নী ৺স্বৰ্ণলতা বৰুৱায়ো যোগদান কৰিছিল। ডাল লেকৰ ওপৰত হাউচ ব'টত থাকি শুভ্ৰ বৰফাবৃত হিমালয়ৰ শৃঙ্গৰ ৰ'দত চিক্‌মিকাই থকা ৰূপালী সৌন্দৰ্য্য, প্ৰমোদ নৌকা চিকাৰাত ময়ুৰপঙ্খী নাৱৰ দৰে নৌকা বিহাৰ, ওপণ্ডি থকা উদ্যান, চেনাৰ গছৰ সৌন্দৰ্য্য, ঝিলম নৈ, গ্লেচিয়াৰ, পাহালগাম আদিৰ ঠাইৰ অপৰূপ দৃশ্য দেখিছিলোঁ। মোগল ৰজা সকলৰ স্মৃতি চিহ্ন ইয়াতো বিদ্যমান।

এইবাৰৰ ভ্ৰমণে পুনৰ আগৰ দেখা আৰু নেদেখা ঠাই কিছুমান চোৱাৰ সুযোগ আনি দিলে। ১৯৬০ চনৰ জানুৱাৰী মাহত সৌৰাষ্ট্ৰ ভবনগৰ কংগ্ৰেছত যোগদান দিয়াৰ পিছত কংগ্ৰেছ সভাপতি শ্ৰীধেবৰ ভাই আৰু শ্ৰীসঞ্জীৱ ৰেড্ডীৰ লগত সাক্ষাৎ হৈছিল। তাৰপৰা আমি গান্ধীজীৰ স্মৃতি বিজড়িত ৰাজকোটলৈ গৈছিলো। গান্ধীজীয়ে পঢ়া আলফ্ৰেদ হাইস্কুল ভৱনটো দেখিলোঁ আৰু ১৯৩৮ চনত কস্তুৰবাক বন্দী কৰি থোৱা কস্তুৰবা কুটীৰত সোমাইছিলোঁ। গান্ধীজীৰ নাতি বোৱাৰীয়েক শ্ৰীমতী আভা গান্ধীয়ে তাত আশ্ৰম পাতি নানা গঠন-মূলক কাম কৰি আছে। ৰাষ্ট্ৰীয়শালা নামে অনুষ্ঠানটোৰ পৰিচালক আছিল শ্ৰীপুৰুষোত্তম গান্ধী— গান্ধীজীৰ ভতিজা বোৱাৰীয়েক শ্ৰীমতী বিজয়া গান্ধীৰ পৰিচালনাত কণ কণ ল'ৰা-ছোৱালীবোৰে আমাক ভজন গাই শুনালে। এই বিলাক ঠাইত খদ্দৰৰ ব্যাপক ব্যৱহাৰ দেখিলো— আমাক বহিবলৈ দিয়া দলিচাখনো আছিল খদ্দৰৰ। ৰাজকোটৰ "বালভৱন" নামৰ শিশু বিদ্যালয়টোত শিশুৰ

উপযোগী চিড়িয়াখানা, বিজ্ঞানাগাৰ, চিত্ৰশালা, লাইব্ৰেৰী, থিয়েটাৰ হল আদিৰে ই এখন শিশুৰ জগত। কৃত্ৰিম পুখুৰীত শিশু সকলে অকণি অকণি মটৰ লাঞ্চবোৰ চলায় আৰু পুখুৰীৰ মাজত থকা শিলৰ মন্দিৰ আৰু মাছৰ আকৃতিৰ ঘৰটোত শিশুবিলাকে ওমলি ফুৰে। ভাৰতৰ মানচেষ্টাৰ স্বৰূপ কাপোৰ কলৰ বাবে প্ৰসিদ্ধ আহমদাবাদ নগৰৰ কেলিকো মিল চাবলৈও গৈছিলো। অদূৰত সবৰমতী নৈৰ পাৰত গান্ধীজীৰ তপোভূমি সবৰমতী আশ্ৰম। ইয়াৰ পৰাই ১৯৩০ চনত গান্ধীজীয়ে বুৰঞ্জী প্ৰসিদ্ধ লবণ আইন ভংগ কৰিবলৈ আৰ্চনি কৰিছিল। গুজৰাটত আমি সোমনাথ মন্দিৰ দৰ্শন কৰিলো— গুজৰাটৰ প্ৰসিদ্ধ এই মন্দিৰটোৰ পৰাই ১০২৬ চনত চুলতান মামুদে বহুত হীৰা-মুকুতা আদি বত্ন অপহৰণ কৰি গজনীলৈ লৈ গৈছিল। আহমদাবাদৰ সাতমহলীয়া নাদটোও চাবলগীয়া— ইয়াৰ দুটা মহল পানীৰ তলত। তম্বে কৰ্পোৰচনে নিৰ্ম্মাণ কৰা শিশু উদ্যানখনত দেখিছিলোঁ ৰামছাগলী আৰু হৰিণা পহুৱে টনা গাড়ীবোৰত উঠি শিশুসকলে আমোদ উপভোগ কৰা। বিতোপন উদ্যানৰ মাজে মাজে ৰংবিৰঙৰ ফুল আৰু চৰাই। তাৰপৰা আমি বম্বেলৈ গৈছিলো— তাত আমাক কংগ্ৰেছ ভৱনত থকা-মেলাৰ ব্যৱস্থা কৰিছিল। বম্বেত মেৰাইন ড্ৰাইভ, ইণ্ডিয়া গেট, ওলোমা বাগিছা, কমলা নেহেৰু পাৰ্ক, তাল আৰু নাৰিকল গছে ঘেৰা সাগৰৰ পাৰ 'জুহু বীচ' আদি চোৱাৰ উপৰিও ফিল্ম শিল্পৰ কেন্দ্ৰস্থল কৰ্ডাৰ ষ্টুডিঅ' চাবলৈ যাওঁতে অভিনেত্ৰী মালা সিংহ, নিৰুপা ৰায় আদিক চিনেমাৰ দৃশ্য তুলি থকা দেখিছিলোঁ। তাৰপৰা দিল্লীলৈ গৈছিলোঁ— কংগ্ৰেছ কৰ্ত্তৃপক্ষই পুৰণা দিল্লীৰ এটা ঘৰত দলটো থকা-মেলাৰ ব্যৱস্থা কৰি দিছিল। ওচৰত আছিল 'চান্দনি চক' অৰ্থাৎ ৰূপৰ বজাৰ। এই বজাৰখন মোগল যুগত সম্ৰাট চাহজাহানৰ কন্যা জাহানাৰাই নিৰ্ম্মাণ কৰাইছিল। 'লালকিল্লা'ত কিছুদিন আগতে আজাদ হিন্দ্ ফৌজৰ আৰু গান্ধী হত্যাৰ মোকৰ্দ্দমাৰ বিচাৰ হৈছিল। ১৯৪৭ চনৰ ১৫ আগষ্টৰ দিনা প্ৰথম স্বাধীন ভাৰতৰ ৰাষ্ট্ৰীয় পতাকা প্ৰথম প্ৰধান মন্ত্ৰী জৱাহৰলাল নেহেৰুৱে উৰুৱাৰ পিছৰপৰা আজিকোপতি তাত সেই অনুষ্ঠান হৈ আহিছে। কুতুবমিনাৰত সেইবাৰ আমাৰ দলটোৰ আটাইতকৈ বয়োবৃদ্ধা ডিব্ৰুগড়ৰ ৺জ্ঞানদালতা দুৱৰা শিখৰলৈকে উঠি সকলোকে অবাক কৰি দিছিল। সেইবাৰ বিৰলা মন্দিৰ, যন্তৰ-মন্তৰ, জুম্মা মছজিদ, মোগল গাৰ্ডেন আদি সকলো দৰ্শনীয় ঠাই চালো। কেন্দ্ৰীয় মহিলা কংগ্ৰেছৰ তেতিয়াৰ আহ্বায়িকা ৺মুকুল মুখাৰ্জীয়ে কংগ্ৰেছ ভৱনত চাহমেলৰ আয়োজন কৰিছিল, প্ৰধান মন্ত্ৰীৰ বাসভৱনত জৱাহৰলাল নেহেৰু আৰু ইন্দিৰা গান্ধীৰ লগতো সাক্ষাৎ হৈছিল। অসমৰ লোকসভাৰ সদস্য সকলে মিলি ৺লীলাধৰ

বৰুৱা এম, পিৰ হাউচীত দুপৰীয়া আহাৰৰ নিমন্ত্ৰণ জনাইছিল। পিছত শ্ৰীমতী আনোৱাৰা টাইমুৰৰ নেতৃত্বত আমি ভূবনেশ্বৰ কংগ্ৰেছলৈও গৈছিলোঁ।

১৯৬০ চনত মোৰ এটা ঘৰুৱা বিপৰ্য্যয় হৈছিল, যেতিয়া আমাৰ শহুৰৰ দিনীয়া বাসভৱনটো জুই লাগি আচ-বাব পত্ৰকে ধৰি সমুদায় সামগ্ৰী লেলিহান শিখাত ভস্মীভূত হ'ল— সকলো আ-অলঙ্কাৰ অগ্নিত দগ্ধ হ'ল, পাৰ্থিৱ সম্পদ শেষ হোৱাৰ লগতে মোৰ কিতাপৰ সংগ্ৰহবোৰ, ৰবীন্দ্ৰ-অৰবিন্দ ৰচনাৱলী, নিজৰ লেখা-মেলাবোৰো শেষ হৈ গ'ল।

মোৰ পিতৃ আহি মোক নতুনকৈ থকা-মেলাৰ ব্যৱস্থা নোহোৱালৈকে যোৰহাটলৈ লৈ গৈছিল। কেইমাহমানৰ পিছত পূৰ্ব্বৰ ঘৰৰ কাষৰে এটা ঘৰ ঠিক-ঠাক কৰি লোৱাৰ পিছত গোলাঘাটলৈ ঘূৰি আহিছিলোঁ। মোৰ স্বামীয়ে দুগুণ উৎসাহেৰে নিজ ব্যৱসায়ত মন দি পূৰ্ব্বৰ অৱস্থা ঘূৰাই আনিবলৈ চেষ্টা কৰিছিল।

মঁয়ো তাৰ আগৰ বছৰতে '৫৯ চনত দণ্ডধৰ বৰুৱা ছোৱালী হাইস্কুলত সহকাৰী শিক্ষয়িত্ৰীৰ কামত নিযুক্ত হৈছিলোঁ। সেই স্কুলৰ ছাত্ৰীসকলক শিক্ষা দান দি অপৰিসীম আনন্দ লাভ কৰিছিলোঁ। ছাত্ৰী বিলাকক ঘৰুৱা কাম (Home Work) ইমান দিছিলো যে সদায় এবোজা বহী ঘৰলৈ আনি আবেলি চাহ খায়েই শুধৰাবলৈ বহি গৈছিলো— মোৰ কাৰণে সেইটো নিত্য কৰ্ম্ম হৈ পৰিছিল। মোৰ শিক্ষকতাৰ কালছোৱাত দুজন পৰিদৰ্শকে স্কুল চাবলৈ আহি আমি লোৱা ক্লাচবোৰ পৰিদৰ্শন কৰি নিজ নিজ পদ্ধতি দেখুৱাইছিল। এজন আছিল ৺অশ্বিনী কুমাৰ বৰকাকতি আৰু আনজন আছিল শ্ৰীডম্বৰু গগৈ। শ্ৰীগগৈয়ে ছাত্ৰীসকলৰ ক্লাচৰ কাম আৰু ঘৰুৱা কামৰ নম্বৰ দি তাৰ শতকৰা ২৫ ভাগ নম্বৰ বছেৰেকীয়া পৰীক্ষাত যোগ দিবলৈ দিয়া পদ্ধতিত ছাত্ৰীসকল উপকৃত হৈছিল। উক্ত বিদ্যালয়ত জাতীয় শিক্ষাৰ্থী বাহিনী (N.C.C. )ৰ উপৰিও তাঁত আৰু চিলাই, ঘৰুৱা বিজ্ঞান, গাৰ্লচ গাইড আদি বিষয়বোৰ আছিল। প্ৰধান শিক্ষয়িত্ৰী আছিল ৺লাৱণ্য চৌধুৰী, সহকাৰী প্ৰধান শিক্ষয়িত্ৰী শ্ৰীযুতা বিমলা বৰা, চিলাই শিক্ষয়িত্ৰী আছিল ৺ কুসুম বৰুৱা। N.C.C.ৰ শ্ৰীমতী চন্দ্ৰপ্ৰভা বৰদলৈয়ে এতিয়াও কাম কৰি আছে আৰু ঘৰুৱা বিজ্ঞানৰ শিক্ষয়িত্ৰী শ্ৰীমতী নীলিমা বৰুৱাই এতিয়া উক্ত স্কুলৰ প্ৰধান শিক্ষয়িত্ৰী হৈছেগৈ। ইয়াৰ আগতে শ্ৰীমতী বিমলা বৰা আৰু জয়মতী গোহাঁয়ে প্ৰধান শিক্ষয়িত্ৰী হৈ অৱসৰ ল'লে। '৭১ চনত পূজাৰ বন্ধত আমি শিক্ষয়িত্ৰী কেইগৰাকীমান দাৰ্জ্জিলিং ভ্ৰমণলৈ গৈছিলো। দাৰ্জ্জিলিঙৰ টাইগাৰ হিলৰপৰা দেখা সূৰ্য্যোদয়ৰ দৃশ্য দেখি লিখা কবিতাটো মোৰ সঙ্কলন

'হ্মপ আৰু ৰেখা'ৰ প্ৰথম কবিতা হিচাবে সন্নিবিষ্ট হৈছে। উক্ত বিদ্যালয়ৰ আলোচনী 'পোহৰ'ৰ মই দুবছৰমান উপদেষ্টা আছিলো আৰু তাত মোৰ গল্প "কল্পনা বিলাস" প্ৰকাশ হৈছিল। সেই স্কুলত কাম কৰি থকা সময়তে '৭১ চনত মই অসমীয়া বিভাগত প্ৰাইভেটকৈ এম, এ পাছ কৰো। শিক্ষা জগতৰ লগত মোৰ বহু বছৰ ধৰি নিবিড় সম্পৰ্ক আছিল। ১৯৬৩-৬৪ চনমানৰপৰা ছবছৰ কাল প্ৰাথমিক শিক্ষা উপদেষ্টা বৰ্ডৰ চেয়াৰমেন থকা কালছোৱাত কেইবাখনো শিক্ষক সম্মিলনত যোগ দিছিলো। প্ৰাথমিক স্তৰত গাৱেঁ-ভূঞেঁ আচবাব পত্ৰহীন জৰাজীৰ্ণ বিদ্যালয়, এজনীয়া শিক্ষকৰ স্কুল, ছোৱালী শিক্ষাৰ প্ৰতি অভিভাৱকৰ অনাগ্ৰহ, প্ৰাথমিক স্তৰত শিক্ষাৰ অপচয় আদি বিবিধ সমস্যাৰ বিষয়ে অবগত হৈছিলোঁ। ১৯৬৪ চন মানত (সঠিক চনটো মনত নাই) গোলাঘাটত বহা সদৌ অসম উপ পৰিদৰ্শক সম্মিলনত (All Assam Inspecting Officers Conference) সভানেত্ৰীত্ব কৰাৰ ভাৰ মোৰ ওপৰত পৰিছিল। উপ-পৰিদৰ্শক (D.I.) সকলে শিক্ষা সমস্যা সমাধানৰ বাবে বহুতো মূল্যবান পৰামৰ্শ আগবঢ়াইছিল। সেই সময়ত অসমৰ শিক্ষামন্ত্ৰী আছিল শ্ৰীযুত দেৱকান্ত বৰুৱা। শ্ৰীযুত কমল কুমাৰী বৰুৱা আছিল উপ শিক্ষামন্ত্ৰী।

চীনে '৬২ চনত ভাৰত আক্ৰমণ কৰা সময়ত আমি কংগ্ৰেছ মহিলা বিভাগ আৰু মহিলা সমিতিৰ যুটীয়া প্ৰচেষ্টাত এখন ডাঙৰ সভাৰ আয়োজন কৰি অস্ত্ৰ-শস্ত্ৰ যোগানৰ বাবে সোণদানৰ আহ্বান জনাইছিলোঁ। মহিলা সকলে আহি অকাতৰে হাতৰ-কাণৰ অলঙ্কাৰ খুলি প্ৰতিৰক্ষা পুঁজিলৈ দান দিছিলোঁ। সেই সময়ত জাতি দল নিৰ্বিশেষে সমগ্ৰ ভাৰতবাসী এক হৈ দেশ ৰক্ষাৰ বাবে উৎকণ্ঠিত হৈ পৰিছিল। সেই সোণৰ অলঙ্কাৰবোৰ আমি ট্ৰেজাৰীত জমা দিছিলোঁ। সীমান্তত, লাডাখৰ বৰফৰ মাজত কৰ্ত্তব্যৰত হৈ থকা সৈনিক সকলৰ সাহায্যাৰ্থে ৰাজ্যিক ভিত্তিত Voluntary Services Of Welfare and Ameneties to Troops বোলা এটা অৰ্দ্ধচৰকাৰী অনুষ্ঠান গঠন হৈ মোক গোলাঘাট শাখাৰ সম্পাদিকা নিযুক্ত কৰে। শ্ৰীযুতা ৰেণুকা দেৱী বৰকটকী (প্ৰাক্তন কেন্দ্ৰীয় ৰাজ্যিক মন্ত্ৰী) প্ৰদেশ পৰ্য্যায়ত সভানেত্ৰী আৰু পদ্মশ্ৰী শ্ৰীযুতা বৌচন যুকন আছিল সম্পাদিকা। মহকুমা বিলাকত মহকুমাধিপতিয়ে সেই অনুষ্ঠানৰ সভাপতি আছিল। সেই অনুষ্ঠানৰ যোগেদি যুদ্ধাহত সৈনিক সকলক ৰৈয়া হস্পিতেলত গৈ আহাৰ দিয়া, উৎসৱ বিশেষে উপহাৰ দিয়া, সৈনিক সকলৰ মনোৰঞ্জনৰ বাবে সাংস্কৃতিক অনুষ্ঠান পতা, যোৱান সকলৰ বাবে চুৱেটাৰ গুঠি দিয়া আদি বহুত কাম কৰা হৈছিল। এই উদ্দেশ্যে

পুঁজি সংগ্ৰহ কৰিবলৈ পৃজাৰ চাৰিওদিন যি চাহৰ কেন্টিন খোলা হৈছিল তাত দণ্ডধৰ স্কুলৰ ছাত্ৰীসকলে পাল পাতি পৰিবেশন কৰিছিল, উপ-পৰিদৰ্শকৰ নিৰ্দ্দেশ মতে প্ৰাথমিক বিদ্যালয়ৰ কেবাগৰাকী শিক্ষয়িত্ৰীয়েও সহায় কৰিছিল। মহকুমাধিপতিৰ উপৰিও তেতিয়াৰ বিদ্যালয় সমূহৰ উপ-পৰিদৰ্শক শ্ৰীৰোহিনী বৰপূজাৰী আৰু মহকুমা পৰিষদৰ প্লেনিং অফিচাৰ শ্ৰীলক্ষেশ্বৰ খাউণ্ডে অশেষ সহায় কৰিছিল। তাৰোপৰি সহায় কৰিছিল মহিলা সমিতিৰ সভ্যাসকলে। শ্ৰীমতী স্নেহ বৰাই বহুতো খেল-ধেমালিৰ আয়োজন কৰি আনন্দমেলাৰ পুঁজি সংগ্ৰহত অৱদান যোগাইছিল।

১৯৬২ চনৰে ৩ আৰু ৪ চেপ্তেম্বৰত নতুন দিল্লীত মহিলা বিভাগৰ আহ্বায়িকা সকলৰ যি সভা হৈছিল, অসম প্ৰদেশ কংগ্ৰেছৰ আহ্বায়িকা চৈয়দা আনোৱাৰা টাইমুৰৰ (পিছলৈ মন্ত্ৰী আৰু মুখ্যমন্ত্ৰী) আহ্বান ক্ৰমে আমি অসমৰপৰা পাঁচ গৰাকী গৈ সেই সভাত যোগদান দিছিলোঁ। ইন্দিৰা গান্ধীৰ সভানেত্ৰীত্বত হোৱা সেই সভা উদ্বোধন কৰি প্ৰধান মন্ত্ৰী জৱাহৰলাল নেহেৰুৱে মহিলা সকলক সেৱাৰ ভাবেৰে উদ্বুদ্ধ হৈ কংগ্ৰেছৰ মাজৰপৰা সকলো বিভেদ আঁতৰাই অহিংস উপায়েৰে সমাজবাদ প্ৰতিষ্ঠা কৰিবলৈ আৰু দলীয় (Group) ৰাজনীতিত লিপ্ত নহৈ পুৰুষ সহকৰ্মীসকলক আনুষ্ঠানিক শ্ৰেষ্ঠ আচৰণ দেখুৱাবলৈ আহ্বান জনাইছিল। অন্ধ্ৰ প্ৰদেশৰ প্ৰাক্তন মুখ্যমন্ত্ৰী ৺ডি সঞ্জিবায়া কংগ্ৰেছৰ তেতিয়া প্ৰথম হৰিজন সভাপতি। তেখেতে ইন্দিৰা গান্ধীক মহিলা বিভাগটোৰ সুপৰিচালনাৰ বাবে অভিনন্দন জনাই সংসদী গণতন্ত্ৰ আৰু নতুন সমাজ ব্যৱস্থাত নাৰীৰ ভূমিকাৰ বিষয়ে ইংৰাজী ভাষাত বক্তৃতা দিছিল। সেই সন্মিলনত জাতীয় ঐক্য সাধন, বিভিন্ন ৰাজ্যত মহিলাৰ স্থান, মহিলাৰ দ্বাৰা সাহিত্যিক আৰু সাংস্কৃতিক অনুষ্ঠান স্থাপন, হৰিজন মহিলাৰ উন্নতি সাধন আদি বিভিন্ন বিষয় আলোচনা কৰিবলৈ প্ৰতিনিধি সকলক যথাক্ৰমে শ্ৰীমতী (সকল) মনিবেল পেটেল, ৰাজন নেহেৰু আৰু ড° সুশীলা নায়াৰ আদিৰ পৰিচালনাত তিনিটা দলত ভাগ কৰি দিয়া হৈছিল। সভানেত্ৰী ইন্দিৰা গান্ধীয়ে ভাষণত কৈছিল— "নাৰীৰ চিৰন্তন কাম সাৰি-পুচি চাফ চিকুণ কৰা— সেইদৰে দীঘল বাঢ়নী লৈ আপোনালোকেও কংগ্ৰেছ অনুষ্ঠানটো আবৰ্জ্জনা মুক্ত কৰি তোলক। সমাজত দুবিধ কৰ্ম্মী আছে— এবিধে লোকক দেখুৱাই কাম কৰি ফুৰে আৰু আনবিধে কোনো ফালে ভ্ৰূক্ষেপ নকৰি নীৰৱে সেৱা কাৰ্য্যত নিজকে উছৰ্গা কৰে তেওঁলোকেই হ'ল প্ৰকৃত কৰ্ম্মী।"

১৯৬১ চনত মোৰ শহুৰৰ বাৰ্দ্ধক্যজনিত ৰোগত মৃত্যু হৈছিল।

মোৰ পিতৃদেৱৰো ১৯৬৩ চনত আকস্মিকভাৱে ধনুষ্টঙ্কাৰ ৰোগত তিনিদিনৰ ভিতৰতে মৃত্যু হোৱাত আমি শোকাকুল হৈ পৰিছিলোঁ। সেই সময়ত মোৰ জীৱনৰ পৰা এটি পোহৰ আঁতৰি যোৱাৰ দৰে অনুভৱ হৈছিল।

১৯৭২ চন আহিল। সমগ্ৰ দেশৰ ৰাজনৈতিক আৱৰ্ত্ত ইন্দিৰা ঢৌত [Indira Wave] টলমল। ইন্দিৰা গান্ধীৰ গৰীবি হটাও ধ্বনিয়ে দেশবাসীৰ অন্তৰ স্পৰ্শ কৰিছিল। সেই সময়ত গোলাঘাট টাউন বিধান সভা সমষ্টিৰ শাসক কংগ্ৰেছৰ প্ৰাৰ্থী হিচাবে প্ৰতিদ্বন্দ্বিতা কৰিবলৈ মোক মনোনয়ন দিয়ে। মহকুমাধিপতিৰ অফিচত মনোনয়ন পত্ৰ দাখিল কৰাৰ সময়ত কৰ্ত্তৃপক্ষই স্কুলৰ কামৰ ত্যাগপত্ৰ নাপালে মনোনয়ন পত্ৰ গ্ৰহণ কৰিব পৰা নহব বুলি কোৱাত বিমোৰত পৰিলো। তেতিয়াই দণ্ডধৰ বৰুৱা স্কুললৈ গৈ ত্যাগপত্ৰ দিব লগা হ'ল— সেইটো যেন অতৰ্কিতে হৈ গ'ল। এফালে শাসক কংগ্ৰেছৰ প্ৰাৰ্থীত্ব আনহাতে তেৰবছৰ কাম কৰা মোৰ দ্বিতীয় ঘৰ স্বৰূপ স্কুলখনৰ লগত সম্পৰ্ক ছেদ— মই কিংকৰ্ত্তব্যবিমূঢ় হৈ পৰিছিলোঁ, ভাবিছিলোঁ মোৰ মনোনয়ন পত্ৰখন নাকচ হলেও দুখ নাই— কিন্তু নহ'ল। নিৰ্ব্বাচনলৈ কিজানি এমাহো সময় নাছিল, শ্ৰেণীহীন, শোষণহীন সমাজবাদী সমাজৰ আদৰ্শ লৈ ভোট যুদ্ধত অৱতীৰ্ণ হব লগা হ'ল। বিৰোধী পক্ষৰ প্ৰাৰ্থী আছিল আগৰবাৰ কংগ্ৰেছ প্ৰাৰ্থীক পৰাজিত কৰি বিধায়ক হৈ থকা চচিয়েলিষ্ট দলৰ প্ৰাৰ্থী শ্ৰীসোণেশ্বৰ বৰা। মোক সহায় কৰিছিল শ্ৰী (সকল) বেদব্ৰত বৰুৱা, শৰৎ ভূঞা, দুলাল খাটনিয়াৰ, ৺ৰূম বৰুৱা, ট্ৰেড ইউনিয়ন নেতা সৰ্ব্বশ্ৰী সৰ্ব্বেশ্বৰ বৰদলৈ, ভূপেন ভূঞা, অৰ্জ্জুন নায়ক, কংগ্ৰেছ আৰু সেৱাদলৰ কৰ্ম্মী সকলে। মোৰ লগত দৈয়াং গমাৰী, তৰাণী আদি বনাঞ্চলত ঘূৰোতে শ্ৰীমতী (সকল) জয়া দেৱী, গুণদা শইকীয়া, থানেশ্বৰী দাস আদিয়ে বিশেষ সহায় কৰিছিল। প্ৰদেশ কংগ্ৰেছৰ পৰাও শ্ৰীবিপিন পাল দাস, শ্ৰীশৰৎ চন্দ্ৰ সিংহ আদিয়ে সহায় পৰামৰ্শ আগবঢ়াইছিল। নগৰ অঞ্চলত মোৰ হৈ মহিলা সমিতিৰ সভ্যা সকলেই প্ৰচাৰ কাৰ্য্য চলাইছিল, মোৰ ভনী শ্ৰীমতী অঞ্জলি বৰুৱাইও আহি সহায় কৰিছিল, ভাই তিনিজনেও খবৰ কৰিছিলহি। নিৰ্ব্বাচনী অভিযানত ৺ইন্দিৰা গান্ধীও গোলাঘাটত পদাৰ্পন কৰি কংগ্ৰেছ কৰ্ম্মী সকলক পৰিচয় কৰাই দিছিল।

কিন্তু সকলো প্ৰচেষ্টা সত্বেও মই পৰাজিত হ'লো। চাৰে এঘাৰ হেজাৰ ভোট পাই দ্বিতীয় স্থান লাভ কৰিলেও পৰাজয়ৰ বেদনাত হতাশ হ'লো। আনহাতে স্থায়ী চাকৰিটোও হেৰুৱাৰ বেজাৰ— তেনে সময়তে প্ৰধান মন্ত্ৰী ইন্দিৰা গান্ধীৰপৰা সমবেদনা সূচক এখন চিঠি পালো। ১৯৭২ চনৰ ২১

মাৰ্চ তাৰিখে প্ৰধান মন্ত্ৰীৰ বাসভৱনৰ পৰা দিয়া চিঠিখনত ইংৰাজীতে লিখিছিল।

Prime Minister's Home
New Delhi
March 21, 1972

Dear Shrimati Saikia,

I am sorry that inspite of your hard work you have not been elected. Do not be disheartened, You will be missed in the Vidhan Sabha but services to the party and the people is not oonfined to those who hold post or are M.P.s or MLAs.

The enormous tasks which confront us and the economic and social changes which we are pledged to achieve demand concerted effort from all. Naturally members of the congress party have a special responsibility

With good wishes,

Yours Sincerely
Indira Gandhi

মোক সেইবাৰ কংগ্ৰেছ কৰ্ম্মী সকলে ভোটৰ দ্বাৰাই জিলা কংগ্ৰেছৰ উপসভাপতি নিৰ্ব্বাচিত কৰিলে। হতাশ নহৈ পুনৰ দেশৰ কামত লাগিলো। সমাজ সেৱা আৰু মোৰ প্ৰিয় শিক্ষা দানৰ কামত নিজকে নিয়োগ কৰিলো। সেই বছৰতে ৰাইজে প্ৰচেষ্টামূলক ভাবে খোলা নিউ গাৰ্লচ হাইস্কুলৰ মোক প্ৰধান শিক্ষয়িত্ৰী আৰু পিছত এম, ই, স্কুলৰ প্ৰধান শিক্ষয়িত্ৰী হিচাবে নিযুক্ত কৰে। চৰকাৰৰ তৰফৰ পৰা দুবছৰৰ কাৰণে ৰাজ্যিক সমাজ কল্যাণ বৰ্ডৰো সভ্যা পতাত গোলাঘাট, যোৰহাট আৰু শিৱসাগৰ মহকুমাত মাজে সময়ে অনুদান পোৱা অনুষ্ঠান বিলাক পৰিদৰ্শন কৰিবলৈ যাব লগীয়া হৈছিল। সোণাৰীলৈ যাওঁতে আমাৰ প্ৰাক্তন ছাত্ৰী নৃত্য পটিয়সী শ্ৰীমতী ইন্দিৰা পি,পি বৰা (তেতিয়া বৰুৱা) আৰু তেওঁৰ পিতৃ মাতৃদ্বয় শ্ৰীযুত কামাখ্যা প্ৰসাদ বৰুৱা আৰু শ্ৰীমতী অৰুণা বৰুৱাৰ আতিথ্যত মুগ্ধ হৈছিলো। '৭৬ চনত যোৰহাট বি,টি কলেজৰ

পৰা বি,টি পাছ কৰোঁ— তাৰ অধ্যক্ষা আছিল শ্ৰীযুতা দেবেশ্বৰী বৰুৱা বাইদেউ।

১৯৭৫ চনৰ আন্তৰ্জাতিক নাৰীবৰ্ষ উদযাপনৰ বাবে এখন কমিটী গঠন কৰি বিভিন্ন উপ সমিতি পাতি দিয়া হ'ল— তাৰ সাধাৰণ সম্পাদিকা হ'ল শ্ৰীমতী গুণদা শইকীয়া, সভাপতি আছিল মহকুমাধিপতি শ্ৰীশ্যাম ভদ্ৰ মেধি। মোক উপ সভানেত্ৰী পাতিছিল আৰু বিভিন্ন বিভাগবোৰৰো বেলেগ সভানেত্ৰী পাতি দিয়া হৈছিল— খেল-ধেমালিত আছিল শ্ৰীমতী (সকল) স্নেহ বৰুৱা, প্ৰদৰ্শনী বিভাগত নৈপূণ্য ভূঞা, সাংস্কৃতিক বিভাগত অঞ্জলি বৰকাকতি, আলোচনা চক্ৰত লীলা বৰকাকতি, জন তথ্য বিভাগৰ চাৰু কাকতি। শ্ৰীকমলা চৰণ গোহাঁই আছিল যুটীয়া সম্পাদক আৰু ধন ভৰালী। গাৱেঁ-ভূঞেঁ নাৰী জাগৰণ আৰু উৎসাহ পৰিলক্ষিত হৈছিল। সেইবছৰ স্ত্ৰীশক্তি জাগৰণ সমিতিৰ প্ৰাদেশিক আহ্বায়িকা শ্ৰীমতী (সকল) অমলপ্ৰভা দাস, শকুন্তলা চৌধাৰী, পূৰ্ণিমা দাস, সমীৰণ দাস আদিৰ আহ্বান ক্ৰমে পদ যাত্ৰা কৰিও আমি নাৰী সমাজৰ আধ্যাত্মিক আৰু নৈতিক জীৱনৰ বিকাশৰ বাবে প্ৰচেষ্টা চলাইছিলোঁ। গান্ধী-বিনোৱাৰ আদৰ্শ নাৰী সমাজৰ আগত ব্যক্ত কৰি। গীতাত বৰ্ণিত নাৰীৰ মাজত থকা সপ্ত শক্তি— কীৰ্ত্তি, শ্ৰী, বাণী, মেধা, বল, ধৃতি, ক্ষমা আদি গুণৰ বিকাশ কৰি মাতৃত্বৰ অনুশীলন কৰিবলৈ আহ্বান জনোৱা হৈছিল। মাতৃ এগৰাকী কেৱল পৰিয়ালৰে মাতৃ নহয়, তেওঁ হব লাগিব চুবুৰীয়াৰ মাতৃ, দেশৰ মাতৃ আৰু সৰ্বোপৰি বিশ্বৰ মাতৃ— এনে আদৰ্শ সন্মুখত ৰাখি স্ত্ৰীশক্তি জাগৰণ সমিতিৰ কৰ্ম্মীসকলে পদ যাত্ৰা কৰিছিল। সকলো সভাতে সৰ্ব্বধৰ্ম্ম প্ৰাৰ্থনাৰ আয়োজন হৈছিল। সেয়ে ৰাষ্ট্ৰ সঙ্ঘত তেতিয়াৰ কেন্দ্ৰীয় সমাজ কল্যাণ বৰ্ডৰ সভানেত্ৰী শ্ৰীমতী সৰোজিনী বৰদায়নে এই পদযাত্ৰাই ভাৰতত নাৰীবৰ্ষৰ বিশেষত্ব বুলি সগৌৰবে কৈছিল। ১৫ ডিচেম্বৰৰ দিনা অশ্লীল পোষ্টাৰৰ বিৰুদ্ধে আমি মৌন শোভাযাত্ৰাও কৰিছিলোহঁক।

১৯৭৫ চনত তেজপুৰত শ্ৰীমতী শীলা বৰঠাকুৰৰ উদ্যোগত সদৌ অসম লেখিকা সমাৰোহ সমিতি গঠন হয়। সেই অনুষ্ঠানৰ জন্ম লগ্নত মোৰো উপস্থিত থকাৰ সৌভাগ্য ঘটিছিল আৰু কেবাবছৰো তাৰ উপদেষ্টা থাকি কেবাখনো অধিৱেশনত যোগ দিয়াৰ উপৰিও কেবাটাও আলোচনা চক্ৰতো অংশ গ্ৰহণ কৰিছিলোঁ। গোলাঘাটত আমি সকলোৱে পঞ্চম বাৰ্ষিক অধিৱেশন পাতিছিলোহঁক। '৮২ চনত উত্তৰ লক্ষীমপুৰত হোৱা সপ্তম বাৰ্ষিক অধিৱেশনৰ সভানেত্ৰীত্ব কৰিব লাগিব বুলি শ্ৰীমতী শীলা বৰঠাকুৰৰ টেলিগ্ৰাম পাওঁতে হাতত অতি কম সময় থকা বাবে মই অপাৰগতা জনাই উত্তৰ

দিব খুজিছিলো। কিন্তু মোক সাহস যোগালে শ্ৰীযুতা লতিকা বৰুৱা বাইদেউৱে। মই তেতিয়া সম্মতি জনাই অভিভাষণ লিখিবলৈ ললোঁ— চাৰি পাঁচ দিনৰ ভিতৰতে অভিভাষণ লিখি শেষ কৰি মুকলি সভাত সভানেত্ৰীত্ব কৰিছিলোগৈ। গোলাঘাটৰ শ্ৰীমতী স্বৰ্ণ শইকীয়া এতিয়া সংগঠন সম্পাদিকা আৰু শাখা সমিতিৰো সম্পাদিকা। শ্ৰীমতী শীলা বৰঠাকুৰৰ নেতৃত্বত সেই অনুষ্ঠানে আজিকোপতি সাহিত্য সংস্কৃতিৰ ক্ষেত্ৰত বহুত অৱদান যোগাই আছে। যোৱা বৰপেটা অধিৱেশনত প্ৰাক্তন সভানেত্ৰী কেইগৰাকীমানক সম্বৰ্দ্ধনা জনোৱাৰ ভিতৰত এই লিখিকাও আছিলো। এই অনুষ্ঠানৰ যোগেদি অসমৰ সাহিত্যিকা সকলৰ উপৰিও অন্য ৰাজ্যৰ সাহিত্যিকা কেইগৰাকীমানৰ বক্তব্য শুনিবলৈ পাইছিলো— যোৱাবাৰ বৰপেটা অধিৱেশনলৈ আহিছিল শ্ৰীমতী মামণি ৰয়চম গোস্বামীৰ লগতে শ্ৰীমতী অমৃতা প্ৰীতম। শ্ৰীমতী শীলা বৰঠাকুৰে প্ৰকাশ কৰিব খোজা জীৱনী সংগ্ৰহত মোৰ বিষয়ে লিখিবলৈ ভাৰ দিছে গোলাঘাটৰ শ্ৰীমতী হেমপ্ৰভা বৰাক।

'৭৫ চনৰ শেষৰ ফালে মোৰ একমাত্ৰ কন্যা শ্ৰীমতী নৱনীতাৰ বিয়া হয় চতীয়া নিবাসী ড° ধৰ্ম্মেশ্বৰ হাজৰিকা বোপাৰ লগত, তেওঁ এতিয়া বঙাইগাওঁ তেল শোধনাগাৰ হস্পিতেলৰ (BRPL) চিনিয়ৰ চাৰ্জ্জন, কন্যা নৱনীতা এতিয়া তিনিটি কন্যাৰ জননী। বিয়াৰ পিছত তেৱোঁ এম,এ পাছ কৰে। ৰসায়নিক অভিযন্তা বৰপুত্ৰ নন্দনৰ বিয়া হয় '৮২ চনত গুৱাহাটী নিবাসী ⁄দেৱেন্দ্ৰনাথ বৰাৰ কন্যা প্ৰণীতাৰ লগত। তেওঁ অসম অইল কোম্পানীত ডিগবৈত কাম কৰাৰ পিছত ডেৰ বছৰমান আগতে ইণ্ডিয়ান অয়ল কৰ্পোৰেচনৰ কাৰ্যবাহী বিষয়া হিচাবে দিল্লীলৈ বদলৈ হৈ গৈছে। তেৱোঁ এটি পাঁচবছৰীয়া কন্যাৰ পিতৃ। বাকী দুজন ল'ৰা অবিবাহিত হৈ আছে, এজনে বি,এছ,চি পাছ কৰি গোলাঘাটতে থাকি স্বাধীন ব্যৱসায় কৰে, আনজন দিল্লী প্ৰবাসী।

'৭৭ চনত পুনৰ এক দুৰ্য্যোগ নামি আহে, যেতিয়া ডিফুলৈ যোৱাৰ পথত জীপ দুৰ্ঘটনা হৈ মোৰ স্বামীৰ আকস্মিক মৃত্যু ঘটে। আগদিনা হাঁহি-মাতি ওলাই যোৱা মানুহ জনৰ পিছদিনা স্পন্দনহীন মৃতদেহ— ই যেন সপোনৰো অগোচৰ কথা। স্বামীৰ পৰিয়াল, মোৰ মা, মাহীদেউ, ভাই-ভনী আত্মীয় স্বজন সকলো আহিল শোকসন্তপ্ত পৰিয়ালক সমবেদনা জনাবলৈ। শাহু আই পুত্ৰশোকৰ বেদনাত ভাগি পৰিল। মই অনুভব কৰিলো হিতেশ্বৰ বৰবৰুৱাই 'চকুলো' কাব্যত লিখাৰ দৰে সুখ মোৰ জীৱনত বিজুলীৰ চমকনিৰ দৰে ক্ষন্তেকীয়া, দুখহে চিৰস্থায়ী।

কিন্তু বিপদত ধৈৰ্য্য ধৰি নিজ কৰ্ত্তব্য কৰি যাবই লাগিব। ৰবীন্দ্ৰ

নাথৰ কবিতা মনত পৰিল—

"বিপদে মোৰে ৰক্ষা কৰো এ নহে মোৰ প্ৰাৰ্থনা
দুঃখ যেন কৰিতে পাৰি জয়।"

স্বামী কিছুদিন বনবিভাগৰ অবৈতনিক বিষয়াও হৈছিল, বন বিভাগৰ বিষয়া সকলো আহিছিল, শোক প্ৰস্তাব পঠাইছিল। মোৰ সমগোত্ৰীয় শিক্ষক-শিক্ষয়িত্ৰী, সকল আত্মীয় স্বজন, মহিলা সমিতিৰ, কংগ্ৰেছৰ কৰ্ম্মী সকলৰ সমবেদনাই মনত সান্ত্বনা দিছিল। শ্ৰাদ্ধাদি সম্পন্ন হোৱাৰ পিছত আকৌ নিজ কৰ্ত্তব্য কৰি যাবলৈ ধৰিলো।

১৯৭৮ চনৰ জানুৱাৰী মাহত গুৱাহাটীত বহা স্ত্ৰীশক্তি জাগৰণৰ অখিল ভাৰতীয় মহিলা সন্মিলনত যোগ দিলোগৈ। প্ৰাদেশিক স্ত্ৰীশক্তি জাগৰণৰ কৰ্ম্মকৰ্ত্তা সকলৰ লগতে প্ৰাদেশিক মহিলা সমিতিৰ বিষয়াববীয়াসকল, আৰু গুৱাহাটীৰ মিতালি সংঘ আৰু সকলো সমাজ সেৱিকাৰ উদ্যোগত এই সভা সম্পন্ন হৈছিল। সত্য, প্ৰেম কৰুণাৰ বাণী লৈ বহা এই সভাত বিনোৱাজীৰ বাণী আছিল— "অখিল ভাৰতীয় সন্মিলন হোৱাতো ভালেই, কিন্তু 'অখিল ভাৰত' আজিৰ দিনত সৰু কথা হৈ পৰিল, 'অখিল জাগতিক' হব লাগে"। স্মৃতি গ্ৰন্থৰ সম্পাদকীয়ত শ্ৰীযুতা শকুন্তলা চৌধাৰীয়ে এই কথা উল্লেখ কৰি 'জয় জগতৰ' আবাহনে সমগ্ৰ বিশ্বৰ মহিলা শক্তিক উদ্বুদ্ধ কৰাটো কামনা কৰিছিল। এই সভাত আমি গোলাঘাটৰ পৰা কেবাগৰাকীও গৈ যোগদান দিছিলোঁ আৰু আমিও প্ৰতিনিধি হিচাবে বক্তব্য দাঙি ধৰিবলৈ সুযোগ পাইছিলোঁ।

১৯৭৯ চনৰ এপ্ৰিল মাহৰ ২৩,২৪,২৫ তাৰিখে গুৱাহাটী বিশ্ববিদ্যালয়ৰ শিক্ষা বিভাগৰ ৰীডাৰ ড° ৰেণু দেবীৰ আমন্ত্ৰণ ক্ৰমে "গ্ৰাম্য মহিলাৰ বয়স্ক শিক্ষা" (Adult Education for Rural Women) শীৰ্ষক ইংৰাজী ভাষাৰ মাধ্যমত হোৱা আলোচনাত যোগদান দিছিলোঁ।

ভাৰততে হোৱা দুখন আন্তৰ্জাতিক মহিলা সন্মিলনত যোগ দিয়াৰ সুযোগ পাইছিলোঁ। '৭৯ চনৰ ৩০, ৩১ ডিচেম্বৰত পৌনাৰত হোৱা বিশ্ব মহিলা সন্মিলন আৰু তাৰ পিছত কলিকতাত বহা বিশ্ব গ্ৰামীণ মহিলা সংঘৰ অন্তৰ্গত নিখিল ভাৰত গ্ৰামীন মহিলা সংঘৰ উদ্যোগত হোৱা দক্ষিণ মধ্য এছীয় সন্মিলনত (A. C. W. W. South and Central Regional Conference)

বিশ্ব মহিলা সন্মিলনৰ অভ্যৰ্থনা সমিতিৰ সভানেত্ৰী আছিল শ্ৰীযুতা অমলপ্ৰভা দাস বাইদেউ আৰু সম্পাদিকা আছিল শ্ৰীমতী শোভনা ৰাণাডে। সেই সভাত যি চাৰিগৰাকী লোকযাত্ৰী শ্ৰীযুতা (সকল) হেম ভৰালী, লক্ষী ফুকন, নিৰ্ম্মল বেদ আৰু দেবী বিঝৱাণীয়ে বাৰ বছৰ ধৰি পদযাত্ৰা সম্পন্ন

কৰি গান্ধী বিনোৱাৰ আদৰ্শৰ বাণী জন সমাজত বিলাই দিলে সেই সকলক সম্বৰ্দ্ধনা জনোৱা হৈছিল। সভামণ্ডপৰ মঞ্চত লিখা আছিল— "Women's Pilgrimage to Spiritual Freedom"। এই সভাত প্ৰাদেশিক মহিলা সমিতিৰ সভানেত্ৰী শ্ৰীযুতা (সকল) ইন্দুপ্ৰভা বৰুৱা, পুষ্পলতা দাস, মালতী বৰুৱা, সমীৰণ দাস, শকুন্তলা চৌধাৰী, পূৰ্ণিমা দাস আদি ৩৩ জনীয়া দল এটাই যোগ দিছিলোঁ। গোলাঘাটৰ পৰা মই আৰু শ্ৰীমতী নলীনি বৰঠাকুৰ গৈছিলোঁ। দেৰগাৱৰ পৰাও ~কুঞ্জ হাজৰিকা আদি গৈছিল। ইংলণ্ড, চুইজাৰলেণ্ড, ইন্দোনেচিয়া আদি বিশ্বৰ ভালেমান দেশৰ প্ৰতিনিধিয়ে যোগদান দিছিল।

শ্ৰীমতী লখিমী চৌধুৰীৰ আহ্বান ক্ৰমে নিখিল ভাৰত গ্ৰামীণ মহিলা সংঘৰ দিল্লী, অন্ধ্ৰপ্ৰদেশ, কলিকতা আদিত বহু কেবাখনো অধিবেশনলৈ গৈছো। প্ৰাদেশিক মহিলা সমিতিৰ কেইবাখন অধিবেশনতো যোগ দিছোঁ।

নতুন স্কুলখনৰ পৰাও '৮৬ চনৰ আগষ্ট মাহত অৱসৰ ললো। তাৰ পিছতো বৰ্তমানলৈকে গোলাঘাট পূৰ্ব্বাঞ্চলিক কলেজত অধ্যক্ষা হৈ কাম কৰিছো। মোৰ 'ৰূপ আৰু ৰেখা' কবিতাৰ পুথি প্ৰকাশ হৈছে। গল্প সংকলন আৰু আন উপন্যাস প্ৰকাশৰ পথত।

এতিয়া যেন জীৱনৰ শৰৎ কালত উপনীত হৈছো— মহাপুৰুষ শঙ্কৰদেৱৰ শৰৎ বৰ্ণনাৰ ভাষাৰে যেতিয়া বাৰিষা বৰষি বৰষি মেঘবোৰ শুকুলা হোৱাৰ দৰে 'যেন মুনিগণে বিত্তলোভ এৰি ভৈল শুক্ল শুদ্ধ গাৱ', তেনে ভাব, অদূৰত বাৰ্দ্ধক্যৰ শীতকাল সমাগত। এনে সময়ত অতীতৰ স্মৃতি ৰোমন্থন কৰিবলৈ সুযোগ দিয়াৰ বাবে শ্ৰীমতী মামণি ৰয়চম গোস্বামী আৰু শ্ৰীমতী মলয়া খাউণ্ডলৈ মোৰ হিয়া ভৰা কৃতজ্ঞতা ৰ'ল। □

আহমেদা ৰছুল

# জীৱনৰ গান



কাল অনন্ত, চিৰ প্ৰবাহমান। ইয়াৰ অবিৰাম গতিত কত জাতি, কত সাম্ৰাজ্যৰ উত্থান-পতন আৰু জন্ম-মৃত্যু সংঘটিত হৈছে। আমি আমাৰ নশ্বৰ জীৱনৰ অস্তিত্বৰে আৰু সীমাৱদ্ধ দৃষ্টিৰে কালৰ স্থিতি— ভূত, ভৱিষ্যত, বৰ্তমানৰ পৰিমাপ কৰোঁ। বিভিন্ন সময় আৰু পৰিস্থিতিত জন্ম গ্ৰহণ কৰি জগত আৰু জীৱন সম্বন্ধে আমি অভিজ্ঞতা অৰ্জন কৰোঁ। আমাৰ প্ৰত্যেকৰে জীৱন কাল আৰু কৰ্মক্ষেত্ৰ বেলেগ বেলেগ। জীৱন আৰু জগত সম্বন্ধে আমাৰ অভিজ্ঞতা তথা উপলব্ধি সমূহো বিচিত্ৰ আৰু অৰ্থপূৰ্ণ।

গুৱাহাটীৰ লাখটকীয়াত এঘৰ ৰক্ষণশীল অসমীয়া মুছলমান পৰিয়ালত জন্ম গ্ৰহণ কৰি জীৱনৰ সুখ-দুখ, সত্য-অসত্য, লাভ-লোকচান, আশা-আনন্দ যিদৰে উপলব্ধি কৰিছিলোঁ, সেই স্মৃতি ক্ৰমান্বয়ে মোৰ মনত এফাঁকি গানত পৰিণত হৈছে।

১৯২৩ চনৰ ৮ নবেম্বৰৰ দিনা মোৰ জন্ম। আমি চাৰি বাই-ভনী। মই আটাইতকৈ ডাঙৰ। ঘৰত মোৰ পিতৃ স্বৰ্গীয় আহমদ আলী, মোৰ আইতা স্বৰ্গীয়া আমিৰুন্নেছা আৰু মোৰ মা ৰফিকন্নেছা। এই তিনি গৰাকীৰ সান্নিধ্যত থাকি যি শিক্ষা পাইছিলোঁ, তাৰ আন্তৰিকতা আৰু গভীৰতা জীৱন-জুৰি অনুভৱ কৰিছোঁ। নিতৌ তেওঁলোকৰ পুণ্যস্মৃতিত আত্মাৰ শান্তিৰ উদ্দেশ্যে প্ৰাৰ্থনা জনাওঁ। আমাৰ বাবা আহমদ আলী স্বাস্থ্যৱান, সৰল, সত্যপ্ৰিয়, হৃদয়বান, দূৰদৰ্শী আৰু কৰ্মনিষ্ঠ। আমি তেওঁৰ আগত সদায় তলমূৰ হৈ আছিলোঁ। দাঁত ঘঁহাৰেপৰা আৰম্ভ কৰি সোনকালে ৰাতিপুৱা শুই উঠা, পঢ়া-শুনা, খোৱা-লোৱা ইত্যাদি বিষয়ে নিয়মানুবৰ্ত্তিতা অৱলম্বন কৰি চলিবলৈ আমাক বাধ্য কৰাইছিল। বন্ধৰ দিনতো দুপৰীয়া লগৰীয়াৰ লগত বাহিৰলৈ

গৈ ওমলিবলৈ নিদিছিল। ঘৰলৈ আলহী আহিলে ডাঙৰৰ ওচৰত বহি কথা-বতৰা শুনাত সদায় বাধা দিছিল। সদায় সঁচা কথা ক'বলৈ, কোনো বস্তু চুৰ নকৰিবলৈ আৰু নিজৰ চৰিত্ৰ নিৰ্ম্মল কৰি ৰাখিবলৈ সদায় উপদেশ দিছিল। কিছুমান লাগতিয়াল বস্তু যেনে— বেজী, সূতা, বুতাম আৰু সৰু-সুৰা মেৰামতিৰ আহিলা-পাতি কাৰো সহায় নোলোৱাকৈ নিজে কৰি ল'ব পৰাকৈ যতনাই থৈছিল। অনুমতি নোলোৱাকৈ সেইবোৰ বস্তু আন কোনোবাই ব্যৱহাৰ কৰিলে খং কৰিছিল।

বাই-ভনী মিলা-প্ৰীতিৰে থকাটো মোৰ পিতৃ দেৱতাই বাঞ্ছা কৰিছিল। ল'ৰা সন্তান নাই বুলি তেওঁ কেতিয়াও আক্ষেপ কৰা শুনা নাছিলোঁ। সেই সময়ত গুৱাহাটীৰ স্থানীয় মুছলমান ছোৱালী কোনোৱে কটন কলেজত সহশিক্ষা লোৱা নাছিল। মোক সেই কলেজত ভৰ্ত্তি কৰা শুনি বাবাৰ বন্ধু-বান্ধৱে তেওঁক ঠাট্টা কৰিছিল। বাবাই উত্তৰ দিছিল— "তোমালোকৰ ল'ৰা আছে, উচ্চ শিক্ষা দিবা। মোৰ ল'ৰা নাই বুলি চাই থাকিম নে?" মোৰ সাহস আৰু অভিজ্ঞতা হোৱাৰ কাৰণে পুৰুষৰ সভা-সমিতিত বক্তৃতা শুনিবলৈ পিতৃয়ে মোক লগত লৈ গৈছিল। সেই সভাসমূহত মোৰ বয়সীয়া আন কোনো ছোৱালীক দেখা মনত নপৰে। ভৱিষ্যতে বাবাৰ অনুপস্থিতিত স্বাৱলম্বী হৈ যাতে নিজৰ সা-সম্পত্তি আৰু পৰিয়ালৰ সকলো বিষয়ে চম্ভালি চলিব পাৰোঁ, তাৰ বাবে আমাক তেওঁ প্ৰস্তুত কৰি তুলিছিল।

বি,এ পাচ কৰাৰ পিছত মোৰ উচ্চ শিক্ষাৰ ইতি পৰিল বুলি ভাবিছিলোঁ, কাৰণ আমাৰ মা ছোৱালীক উচ্চ শিক্ষা দিয়াৰ ঘোৰ বিৰোধী আছিল। কিন্তু বাবাৰ অদম্য ইচ্ছাত মাৰ সেই বাধা নৰজিছিল। দুয়োৰে মাজত সেই সময়ত নানান তৰ্ক-বিতৰ্ক হৈছিল যদিও বাবাই জয়ী হৈছিল আৰু মোক স্নাতকোত্তৰ শিক্ষাৰ বাবে কলিকতা বিশ্ববিদ্যালয়ত দৰ্শনৰ এম, এ পঢ়াবলৈ পঠাইছিল। অৱশ্যে মোক কলিকতালৈ অকলে অহা-যোৱা কৰিবলৈ নিদিছিল; প্ৰত্যেকবাৰ নিজে অনা-নিয়া কৰিছিল।

মোৰ এম, এ পৰীক্ষাৰ পাচতে ৰক্তচাপ আৰু কিড্‌নী ৰোগত ভুগি বাবাৰ শৰীৰ ক্ৰমে বেয়া হৈ আহিছিল। ১৯৫০ চনৰ ১৩ জুন তাৰিখে ৰাতি হঠাৎ হৃদক্ৰিয়া বন্ধ হৈ বাবা স্বৰ্গগামী হয়। তাৰ বাবে আমি কোনো প্ৰস্তুত নাছিলোঁ। বিনা মেঘে বজ্ৰপাত হৈছিল। যি গৰাকী পিতৃৰ পৰা ইমান চেনেহ-যতন আৰু জ্ঞানৰ পোহৰ লাভ কৰাৰ সুযোগ পাইছিলোঁ, তেওঁৰ এই আকস্মিক বিয়োগত চাৰিওফালে অন্ধকাৰ দেখিছিলোঁ। জীৱন-জুৰি তেওঁৰ পৰা আমি কেৱল পালোঁ, — কিন্তু আমি কোনো সেৱা আগবঢ়াব নোৱাৰিলোঁ।

প্ৰথম সন্তান হিচাপে সেই আক্ষেপত মই কাতৰ হৈ পৰিছিলোঁ। আনহাতে, বাবাৰ মৃত্যুৰ লগে লগেই মাটি-বাৰী, সা-সম্পত্তিৰ মামলা-মোকৰ্দ্দমাৰ লেঠাই আমাক জুৰুলা কৰিলে। প্ৰায় ১৪ বছৰ কাল এনে মোকৰ্দ্দমাত লিপ্ত হ'ব লগীয়া হ'ল। তদুপৰি দুই-চাৰিজন চকু চৰহা লোকে আমাৰ পুৰুষবিহীন পৰিয়ালত মাটি-বাৰীৰ বিষয়ে চক্ৰান্ত চলাই আমাক বিপদগ্ৰস্ত কৰিবলৈ উঠি-পৰি লাগিছিল।

আমাৰ আইতা আমিৰুন্নেছা আছিল নগাঁৱৰ। স্বাস্থ্যৱতী এই ধুনীয়া মানুহগৰাকী স্বভাৱত বিচক্ষণ, সেৱা-প্ৰাণ, ধৈৰ্য্যশীলা আৰু উচ্চমনা। তেওঁৰপৰা মই ৰন্ধা-বঢ়া শিকাৰ উপৰিও বেজীৰ কাম, মেচিনত কাপোৰ চিলোৱা, কাপেটিৰ কাম আৰু কাৰ্বচিপিৰ কামো শিকিছিলোঁ। আইতাই ঘৰতে বতৰৰ শাক-পাচলি— লাউ, জিকা, উৰহী, টিয়হ আদি লগাইছিল আৰু ওচৰ-চুবুৰীয়া, আত্মীয়-স্বজনৰ ঘৰে ঘৰে বিলাই তৃপ্তি পাইছিল। তেওঁৰ পৰা মইও বতৰৰ শাক-পাছলি আৰু গছ পুলি ৰুবলৈ শিকিছিলোঁ।

আইতাই আমাক তাহানি কোৱা কাহিনীবোৰ এতিয়াও স্মৃতিৰ পটত ভাঁহি উঠে। তেওঁ "সহীদে কাৰবালা পঢ়ি কাৰবালাত সংঘটিত ইমাম হোছেন আৰু তেওঁৰ পৰিয়াল বৰ্গৰ ওপৰত কৰা এজিদৰ নিৰ্ম্মম অত্যাচাৰৰ কাহিনী শুনাইছিল। তেওঁ আমাক কৈছিল— চিৰি-ফৰহাদ আৰু লায়লা-মজনুৰ দেহাতীত প্ৰেমৰ কাহিনী, লগতে শেখ ফৰীদ আৰু আন পীৰ-ফকিৰৰ অলৌকিক জীৱন-কথা আৰু ফেৰাউনৰ খোদা-দাবীৰ কথাও শুনাইছিল। গধূলি হ'লেই নীৰৱে বহি চকু মুদি একান্তমনে আল্লাৰ নাম কৰা দেখিছিলোঁ— কেৱল ওঁঠ দুটাহে লৰিছিল, শব্দ একো শুনা নাছিলোঁ। চকু মুদি কি কৰে বুলি মই তেওঁক প্ৰশ্ন কৰিছিলোঁ। তেওঁ মোক উত্তৰ দিছিল যে 'মুৰছিদি' (দীক্ষা) ৰ সময়ত পীৰৰপৰা পোৱা আল্লাৰ নাম জপ কৰে— যি 'নাম'ৰ সহায়েৰে তেওঁ পৰকালৰ সাগৰ সুকলমে পাৰ হ'ব পাৰে। আমিও প্ৰত্যেকেই তেনে 'নাম'ৰ সহায় লৈ ইহ-পৰকালৰ সাকোঁ পাৰ হ'ব পাৰিম বুলি তেওঁ বুজাইছিল। আয়ে আমাৰ কাম-কাজ, পিন্ধন-উৰণ, স্বভাৱ-চৰিত্ৰৰ প্ৰতি লক্ষ্য ৰাখিছিল। অকলে ফুৰা-চকা কৰা আমাৰ নিষেধ আছিল; আত্মীয়-স্বজনৰ ঘৰলৈকো আইতাৰ লগতহে যাব পাৰিছিলোঁ। দোকান বা বজাৰলৈ গৈ নিজৰ পছন্দ মতে সাজ-পাৰ কিনা অসম্ভৱ আছিল। প্ৰয়োজন মতে যি বয়-বস্তু আৰু পোছাক আনি দিছিল তাকেই ব্যৱহাৰ কৰিছিলোঁ। অৱশ্যে আইতাই সময়োপযোগী নমুনাৰে আমাক পোছাক-পাতি সুন্দৰকৈ তৈয়াৰ কৰি দিছিল। সেয়ে হ'লেও গুৰুজনৰ আগত নিজৰ পছন্দ-অপছন্দ বা চাহিদাৰ কথা কোনোদিনেই আমি

জনোৱা নাছিলোঁ।

ওচৰ-চুবুৰীয়া, আত্মীয়-স্বজনক সমানে ভালপোৱা আৰু তেওঁলোকৰ সুখে-দুখে খা-খবৰ লোৱা যি স্বভাৱ আইতাৰ মাজত দেখিছিলোঁ— সেই আৰ্হি আজি আৰু ক'তো দেখিবলৈ নাপাওঁ। কোনো ধৰণৰ অপব্যয় তেওঁ সহ্য নকৰিছিল— পাচলিৰ বাকলি ডাঠকৈ পেলোৱা দেখিলে কৈছিল, "কিনা হাঁহৰ ঠোটলৈকে মঙহ"। নিজৰ ২৫ বছৰীয়া একমাত্ৰ ল'ৰাক মটৰ দুৰ্ঘটনাত হেৰুৱাই মৰ্ম্মান্তিক আঘাত পাইছিল। ওবে জীৱন লোক হিতকৰ কামত নিজকে নিয়োগ কৰি সেই দুখ পাতলাবলৈ চেষ্টা কৰিছিল।

আইতাৰ দৰে আমাৰ মা ৰফিকন্নেছাও সকলো সজ গুণেৰে বিভূষিতা আছিল। দেখিবলৈও তেওঁ ধুনীয়া আছিল। নীৰৱ কৰ্ম্মী আৰু ডাঙৰৰ একান্ত অনুগত আমাৰ মায়ে কেতিয়াও কোনো স্কুলত পঢ়া নাই, অভিভাৱকৰ ওচৰত ঘৰতে অসমীয়া পঢ়িবলৈ শিকিছিল। তেওঁৰ যেন নিজৰ চাহিদা একেবাৰেই নাই— কেৱল জীৱন জুৰি সেৱা কৰিবলৈহে জন্ম গ্ৰহণ কৰিছে! অতি সৰু কালতে পিতৃহাৰা আৰু মাতৃহাৰা হৈ খুৰীয়েকৰ হাতত ডাঙৰ-দীঘল হৈছিল— পিতৃ-মাতৃৰ অভাৱ সদায় তেওঁ অনুভৱ কৰিছিল। নিজে পৰ্দ্দাৰ আঁৰত ডাঙৰ হ'লেও আমাৰ জীৱনধাৰাৰ প্ৰতি উদাৰ ভাব ৰাখিছিল। আমাক সুখে-দুখে বন্ধুৰ দৰে সদায় সঁহাৰি দিছিল।

গুৱাহাটীৰ স্থানীয় জুনিয়ৰ মাদ্ৰাছাত মোৰ শিক্ষা-জীৱন আৰম্ভ হয়। ৰাতিপুৱা স্কুললৈ যোৱাৰ আগতে স্থানীয় মোক্তাবত মৌলবীৰ ওচৰত আৰবী পঢ়িছিলোঁ। দ্বিতীয় শ্ৰেণীৰ পৰা উত্তীৰ্ণ হৈ পানবজাৰ ছোৱালী হাইস্কুলত ভৰ্ত্তি হওঁ। প্ৰথম দিনাই মই শ্ৰেণীলৈ গৈ দেখিলোঁ আন ছোৱালী বিলাকে যেতিয়া a pen, a book আৰু সৰু সৰু ইংৰাজী বাক্য পঢ়িছে, তেতিয়ালৈকে মই ইংৰাজী বৰ্ণমালাৰ লগত পৰিচিত হোৱাই নাছিলোঁ। বাবাই এই কথা জানিব পাৰি লগে লগেই মোক ইংৰাজী পঢ়িবলৈ আৰু লিখিবলৈ শিকালে। দুপৰীয়া আবেলি অকণমান সময় চোতালত বহি থকা দেখিলেও বাবাই কেতিয়াবা কৈছিল: "এতিয়া তই এনেয়ে বহি আছ নহয়; মাটিতে এ, বি, চি, ডি লেখছোন"। বাবাৰ যত্নতে কেইদিনমানৰ ভিতৰতে ইংৰাজী ভালকৈ লিখিব আৰু পঢ়িব পৰা হৈছিলোঁ। সপ্তম শ্ৰেণীৰ পৰা আমি গণিত, বুৰঞ্জী, ভূগোল, আদি সকলো বিষয়ে ইংৰাজী মাধ্যমতে পঢ়িছিলোঁ। স্বৰ্গীয়া জয়তাৰা মেধি, শান্তি দি, স্নেহ দি, উষা ভট্টাচাৰ্য্য, কিৰণ বাইদেউ আৰু শ্ৰীমতী ইন্দিৰা মিৰিক শিক্ষয়িত্ৰী হিচাপে স্কুলত পাই ধন্য হৈছিলোঁ। প্ৰধান শিক্ষক হিচাপে পাইছিলোঁ হেমচন্দ্ৰ সেন আৰু স্বৰ্গীয়া ৰাজবালা দাস বাইদেউক। স্কুলখন

ঘৰৰ ওচৰতে আছিল যদিও আমি বাচেৰেই অহা-যোৱা কৰিছিলোঁ। দশম মান শ্ৰেণীত মাত্ৰ ১০/১২ জনীমানহে ছোৱালী আছিল আৰু আমি আটায়ে উত্তীৰ্ণ হৈছিলোঁ। সেই কালত স্কুললৈ অহা-যোৱাৰ বাহিৰে আমাৰ পাঠ্যক্ৰম-বৰ্হিভূত কোনো কাম নাছিল। স্কুলৰ পৰা বাহিৰলৈ ওলোৱা একেবাৰে নিষেধ আছিল।

১৯৩৮ চনৰ জুলাই মাহত কটন কলেজৰ আই, এ (Intermediate, Arts) শ্ৰেণীত ভৰ্ত্তি হওঁ। কটন কলেজত পঢ়া ময়েই প্ৰথম অসমীয়া মুছলমান মহিলা। আমাৰ পৰিয়ালত কোনো ল'ৰা সন্তান নথকাৰ কাৰণেই উদাৰ-প্ৰাণ বাবাই মোক সহশিক্ষা ল'বলৈ অনুমতি দিছিল। পানবজাৰৰ পৰা লাখটকীয়া লৈ খোজকাঢ়ি অহা-যোৱা কৰাৰ উপায় নাছিল। ঘোঁৰাৰ গাড়ীৰে কলেজলৈ অহা-যোৱা কৰিছিলোঁ। কেতিয়াবা কোনো কাৰণত নিৰ্দ্ধাৰিত সময়ৰ আগতে কলেজ ছুটী হৈ গ'লে মই গাড়ী নহালৈকে অকলে কমনৰুমত অপেক্ষাৰতা অৱস্থাত আছিলোঁ। অৰ্নাছ ক্লাছত বিশেষ বিষয় হিচাপে ইছলাম দৰ্শন অধ্যয়ন কৰিছিলোঁ। চুফীবাদৰ বিষয়ে পঢ়ি চুফীসকলৰ সাধনাৰ বিষয়ে জানিবলৈ মোৰ আগ্ৰহ জন্মিছিল। কিন্তু ল'ৰাৰ লগত পঢ়ি সদায় তলমূৰ হৈ আছিলোঁ। কোনো দিনে অধ্যাপকক কোনো প্ৰশ্ন কৰাৰ সাহস নহৈছিল। পঢ়া-শুনাৰ বাহিৰে কলেজত খেলা-ধূলা নাইবা আন কোনো কাৰ্য্যত যোগ দিয়াৰ কথা মনত নপৰে। আনকি মুকলি মূৰীয়াকৈ কলেজ-লাইব্ৰেৰীলৈকো অহা-যোৱা কৰিব নোৱাৰিছিলোঁ।

তেতিয়া আছিল ১৯৪২ চন। সেই সময়ত ভাৰত-জাপানৰ যুদ্ধত চাৰিওফালে গোলমাল চলি আছিল— আৰু মনিপুৰ, কলিকতা আদি ঠাইত বোমাও পৰিছিল। '৪২ চনতে মই বি, এও পাচ কৰিলোঁ। পৰিয়ালৰ সকলো বাধা আওকাণ কৰি মোৰ পিতৃয়ে উচ্চ শিক্ষাৰ বাবে মোক কলিকতালৈ লৈ গৈছিল। কলিকতাৰ ছাত্ৰীবাসত বিভিন্ন প্ৰদেশৰ ছোৱালীক লগ পাই ভাৱৰ আদান-প্ৰদান কৰিছিলোঁ। কৰ্ণৱালিচ ষ্ট্ৰীটৰ দানদাচ হোষ্টেলৰ সহকাৰী কৰ্ম্মচাৰী স্কচ মহিলা মিচ ষ্টুৱাৰ্টে মোক বড়দিনৰ সময়ত চেণ্ট পিটাৰ্চ চাৰ্চলৈ লগত লৈ গৈছিল। মই তেওঁলোকৰ প্ৰাৰ্থনা পদ্ধতি আৰু মমেৰে সজোৱা জাকজমক চাৰ্চটো দেখি অভিভূত হৈ পৰিছিলোঁ। দাৰভাঙ্গা হ'লত মহিলাসকলৰ তৰ্ক সভাত উপস্থিত থাকি তেওঁলোকৰ তেজস্বী ভাষণ শুনি বৰ আনন্দ পাইছিলোঁ। কলিকতাত আমাক শিক্ষাদান কৰা স্বৰ্গীয় হুমায়ুন কবীৰ, সুৰেন্দ্ৰ মোহন দাসগুপ্ত, বি, এন ৰায় আদি মহান পণ্ডিত সকলক আজিও শ্ৰদ্ধাৰে স্মৰণ কৰোঁ।

এম, এ পৰীক্ষা দি আহি তিনি মাহ কাল ঘৰত বহি আমনি লাগিল। সেইকালত ঘৰত বন কৰা মানুহৰ একেবাৰে অভাৱ নাছিল। কেৱল ৰন্ধা-বঢ়াৰ কামহে আমি নিজে কৰিছিলোঁ। ওৰে দিনটো অ'ত বহি, ত'ত বহি কটোৱা দেখি এদিন বাবাই মোক স্কুলত কাম কৰাৰ ইচ্ছা আছে নেকি সুধিলে আৰু মযো লগে লগে সন্মতি সূচক উত্তৰ দিলোঁ। সময়ত পানবজাৰ ছোৱালী হাইস্কুলত শিক্ষয়িত্ৰীৰ কামত নিযুক্ত হ'লোঁ। মাহে ৬০্ টকা দৰমহাৰে ১৯৪৪ চনৰ নবেম্বৰৰ পৰা ১৯৪৫ চনৰ নবেম্বৰলৈকে অতি আনন্দেৰে এই স্কুলত এটা বছৰ চাকৰি কৰোঁ।

মাত্ৰ তিনি গৰাকী ছাত্ৰীৰে ১৯৩৯ চনত আৰম্ভ কৰা তেতিয়াৰ ৰাধাকান্ত সন্দিকৈ কলেজখন স্বাদুল্লা চৰকাৰে ১৯৪৫ চনৰ ১ ডিচেম্বৰৰ পৰা চৰকাৰী কৰিছিল। মই দৰ্শন বিভাগত শিক্ষয়িত্ৰী পদৰ বাবে প্ৰাৰ্থী হৈ মাহে ১২৫্ টকা দৰমহাত সেই দিনাৰ পৰাই কামত নিযুক্ত হৈছিলোঁ। সেই সময়ত কলেজখন পানবজাৰৰ এটি পকীঘৰত বহিছিল। দৰ্শন শাস্ত্ৰৰ ছাত্ৰীসকলৰ মনত এটা স্বাভাৱিক অনুৰাগ, স্থিৰতা আৰু কৌতূহল দেখিছিলোঁ। তেওঁলোকে কৃতিত্বৰে পৰীক্ষাৰ দেওনা পাৰ হৈছিল। মোৰ সাধ্যানুসাৰে ছাত্ৰীসকলক দৰ্শনৰ জটিল বিষয় সমূহ সহজ সৰল ভাষাৰে বুজাবলৈ চেষ্টা কৰিছিলোঁ। দৰ্শন বিভাগৰ মূৰব্বী আৰু কলেজৰ উপাধ্যক্ষা হিচাপে মই প্ৰায় ১২/১৩ বছৰমান কাম কৰোঁ। মোৰ অগ্ৰগামী অধ্যাপক শৰৎ চন্দ্ৰ গোস্বামী অসম বিধান সভাৰ বিধায়ক পদলৈ নিৰ্ব্বাচিত হোৱাত কলেজৰ নিয়মানুযায়ী ৫ বছৰ কাল ছুটী লৈ আছিল। সেয়ে ১৯৬৫ চনৰ ফেব্ৰুৱাৰীমাহত ৰাজবালা দাসে অধ্যক্ষা পদৰপৰা অৱসৰ লোৱাত অস্থায়ী অধ্যক্ষা হিচাপে মই নিযুক্ত হৈ ১৮ মাহ সময় কাম চলাই আছিলোঁ। অধ্যক্ষা ৰাজবালা দাসে এগৰাকী প্ৰশাসক হিচাপে নিয়ম-নীতিৰ কঠোৰতা অৱলম্বন কৰা নাছিল— আন্তৰিক বিশ্বাস আৰু সহৃদয়তাৰে শাসন কৰিবলৈ বিচাৰিছিল। তেওঁৰ ব্যৱহাৰত মাতৃ হৃদযৰ শক্তি অধিক প্ৰকাশ পাইছিল আৰু এই ব্যক্তিত্বৰ প্ৰভাৱতে সকলো কাম-কাজ সুচাৰুৰূপে চলিছিল। কলেজৰ প্ৰশাসনৰ ভালেমান বছৰ তেনেদৰে চলি অহাৰ পিছত ঠিক তেওঁৰ পাচতেই কৰ্ম্মভাৰ গ্ৰহণ কৰি অফিচৰ বিষয়সমূহ চম্ভালি লৈ প্ৰশাসনৰ নিয়মানুযায়ী কাম-কাজ চলোৱাত কিছু অসুবিধাৰ সন্মুখীন হৈছিলোঁ। ১৯৬৬ চনৰ আগষ্ট মাহত স্বৰ্গীয় শৰৎচন্দ্ৰ গোস্বামীয়ে স্থায়ীভাবে অধ্যক্ষৰ পদ গ্ৰহণ কৰে। তেখেতৰ লগত আন্তৰিক সহযোগিতা আগবঢ়াই কলেজৰ বিকাশৰ কামত আত্মনিয়োগ কৰিছিলোঁ। মোৰ অগ্ৰগামী দুয়ো অধ্যক্ষৰ সান্নিধ্যত থাকি মই যথেষ্ট কৰ্ম্ম প্ৰেৰণা আৰু সাহস পাইছিলোঁ। তেওঁলোকে

এৰি থৈ যোৱা আধৰুৱা কাম নিষ্ঠাৰে পালন কৰিবলৈ যত্ন কৰিছিলোঁ। কলেজত বছৰে বছৰে ছাত্ৰীৰ সংখ্যা বৃদ্ধি পাইছিল। মোৰ কাৰ্য্যকালতে বি, এ ক্লাছৰ কলা বিভাগত ৰাতিপুৱাৰ শাখা নতুনকৈ খোলা হৈছিল। বিজ্ঞানৰ বিষয়ে আগ্ৰহী ছাত্ৰী সকলৰ সময়োপযোগী চাহিদা পূৰণ কৰিবলৈ পদাৰ্থ বিজ্ঞান, ৰসায়ন, জীৱবিজ্ঞান, আৰু উদ্ভিদবিজ্ঞান বিষয়ত অৰ্নাছ খোলা হৈছিল। লগে লগে আৰম্ভ কৰা হৈছিল পৰিসংখ্যা বিষয়টো। বিজ্ঞান-শিক্ষাৰ্থীৰ অভাৱ পূৰণ কৰিবলৈ পঞ্চম পৰিকল্পনা আচনিত বিশ্ববিদ্যালয় অনুদান আয়োগৰ পৰা পোৱা টকাৰে কলেজৰ চৌহদত এটা সুকীয়া দুমহলীয়া বিজ্ঞান ভবন সজা হৈছিল। ইয়াৰ দ্বাৰা আমাৰ বহুদিনীয়া অভাৱ পূৰণ হৈছিল। কৰ্ত্তব্যনিষ্ঠ আৰু সেৱাব্ৰতী কেইবাগৰাকীমান শিক্ষক-শিক্ষয়িত্ৰীয়ে কলেজৰ কামত মোক যথেষ্ট সহায় কৰিছিল। গণতান্ত্ৰিক ভাবধাৰাৰে মই শিক্ষক শিক্ষয়িত্ৰী সকলোকে পৰিচালনাৰ কামত অংশীদাৰ কৰি লৈছিলোঁ। মই বিশ্বাস কৰোঁ শিক্ষাদানৰ বাহিৰেও শিক্ষক শিক্ষয়িত্ৰীৰ আন্তৰিক সহযোগিতা অতি আৱশ্যকীয়। তেওঁলোকৰ মিলিত সামৰ্থ্যৰে কলেজৰ উন্নতি সাধনত যত্নপৰ হৈছিলোঁ। তথাপি দুই এগৰাকীয়ে কোনো কাৰণ নোহোৱাকৈ কেতিয়াবা সৰু কথাকে ডাঙৰ কৰি লৈ শান্ত পৰিবেশক জটিল কৰি ব্যতিব্যস্ত কৰাও পাইছিলোঁ। ব্যক্তিগত মতানৈক্য আৰু অৰিয়াঅৰিকে কেন্দ্ৰ কৰি কলেজৰ বিকাশৰ কামতো দুই এগৰাকীয়ে বাধা জন্মোৱা দেখিছিলোঁ। এইখিনিতে উল্লেখ কৰিব খোজোঁ যে আমাৰ সমাজত মহিলাৰ প্ৰতি যি দৃষ্টিভঙ্গী চলি আছে, সি সম্পূৰ্ণ নিৰপেক্ষ নহয়। প্ৰশাসক হিচাপে মহিলাক পুৰুষৰ সমানে স্থান দিবলৈ বহুতেই ৰাজী নহয়। ১৯৮০ চনত অসম আন্দোলনৰ কালছোৱাত কেই গৰাকীমান ছাত্ৰীয়ে কলেজৰ নীতি-নিয়ম অমান্য কৰি কলেজৰ নিৰ্দ্ধাৰিত কাম-কাজত বাধাৰ সৃষ্টি কৰিবলৈ যত্ন কৰিছিল। তেওঁলোকৰ অশালীন ব্যৱহাৰ আৰু সময়ে অসময়ে শ্ৰেণী বৰ্জ্জন কৰাৰ কাৰণে জিলা কৰ্তৃপক্ষৰ আগত কৈফিয়ৎ দিব লগীয়া হৈছিল। সেই বছৰ তেওঁলোকে বিশ্ববিদ্যালয়ৰ পৰীক্ষা নিদিও বুলিয়ে নিদিলে। মোৰ কৰ্ম্মজীৱনৰ ইতিহাসত আগতে এনে পৰিস্থিতিৰ সন্মুখীন হোৱা মনত নপৰে। সংযত আৰু মনোযোগী ছাত্ৰীসকলে কিন্তু সেই গণ্ডগোলৰ সময়তো ধীৰ, স্থিৰ হৈ বিশ্ববিদ্যালয়ৰ পৰীক্ষাত উপস্থিত আছিল।

১৯৪৪ চনৰপৰা ১৯৬৬ চনলৈকে— এই দীঘলীয়া কালছোৱা অধ্যক্ষা ৰাজবালা দাসৰ নিচেই ওচৰতে কাম কৰি বৰকৈ তেখেতৰ প্ৰতি আকৃষ্ট হৈ পৰিছিলোঁ। তেখেতৰ সাহস, দৃঢ়তা, দক্ষতা, কৰ্ম্ম প্ৰেৰণা, ধৈৰ্য্য আৰু আত্ম বিশ্বাস দেখি আচৰিত হৈছিলোঁ। তেখেতৰ সুবিচাৰ, অসাম্প্ৰদায়িক

মনোভাৱ আৰু মাতৃ-হৃদয়ৰ পৰশে আমাক মোহিত কৰিছিল। অৱসৰৰ আগদিনা মোক দায়িত্বভাৰ অৰ্পন কৰি কৈছিল: "মই আজি বৰ সুখী, মহিলাৰ হাতত কলেজৰ দায়িত্ব দিব পাৰিলোঁ। তোমালোক বাই-ভনীৰ দৰে থাকিবা। ধৈৰ্য্য ধৰিবা, ঈশ্বৰ তোমাৰ সহায় হ'ব—"। মই তেখেতৰ সেই কথাষাৰ প্ৰাণত গাঁথি লৈছিলোঁ। নানান দুৰ্য্যোগৰ মাজতো ধৈৰ্য্য ধৰি চলিবলৈ দৃঢ় সংকল্প হৈছিলোঁ।

এখন মহিলানুষ্ঠানত সেৱা আগবঢ়াবলৈ সুযোগ পাই মই ধন্য মানিছিলোঁ। বিশেষকৈ যিখন অনুষ্ঠানত জাক জাক ছোৱালীয়ে মুক্ত পৰিবেশত নিজক প্ৰকাশ কৰিব পাৰিছে, সামাজিক অন্যায়-অবিচাৰৰ প্ৰতিবাদ জনোৱাৰ মনোবল আহৰণ কৰিছে, ল'ৰাৰ লগত সমানে সমানে প্ৰতিযোগিতাত যোগ দি নিজ নিজ কৰ্ম্মক্ষেত্ৰ বাচি ল'ব পাৰিছে— সেই সকলৰ মাজত কাম কৰি মোৰ মনটোও সজীৱ হৈ আছিল।

মোৰ কৰ্ম্মজীৱনৰ কালছোৱাত বিভিন্ন সময়ৰ ছাত্ৰীসকলৰ মাজত সাজ-পাৰ, চলন-ফুৰণত বহুত পৰিৱৰ্ত্তনে দেখা দিছিল। সময়ৰ দাবীত দেখা দিয়া অনিবাৰ্য্য পৰিৱৰ্ত্তনৰ মাজতো ছাত্ৰীসকলে ঐতিহ্য আৰু পৰম্পৰা ৰক্ষা কৰি নিজকে সু-প্ৰতিষ্ঠিত কৰিব পাৰিছে। আমাৰ ছাত্ৰীসকলৰ প্ৰত্যেকৰে যথেষ্ট প্ৰতিভা আছে। বাহিৰৰ কৰ্ম্মক্ষেত্ৰত প্ৰৱেশ কৰিও অসমীয়া জীয়ৰীৰ চিৰকলীয়া স্বভাৱ ম্লান হোৱা নাই।

১৯৮৪ চনৰ মে' মাহৰ ৩১ তাৰিখে ইমান দিনে কাম কৰি অহা সন্দিকৈ ছাত্ৰী কলেজক সেৱা এটি জনাই অৱসৰ ল'লো।

চাকৰি কৰি থাকোঁতেই ১৯৫৫ চনৰ ২৯ জুন তাৰিখে মই বিবাহ-পাশত আবদ্ধ হওঁ আটাউৰ ৰছুলৰ লগত। মোৰ স্বামী চাকৰি সংক্ৰান্তত ঠায়ে ঠায়ে বদলি হৈ আছিল। আমি দুয়ো একেঠাইতে নথকাত ভালেখিনি অসুবিধা হৈছিল। আমাৰ দুয়োজনী ছোৱালীক যথাসাধ্য যত্নেৰে শিক্ষা দিবলৈ মই চেষ্টা কৰিছিলোঁ। মই এটা কথা বিশ্বাস কৰোঁ— ল'ৰা-ছোৱালীৰ ব্যক্তিত্বক গঢ় দিবলৈ নিজ নিজ ধৰ্ম্মৰ পাৰম্পৰিক দিশৰ লগত পৰিচয় কৰাব লাগে। আমাৰ ঘৰুৱা পৰিবেশত নামাজ, ৰোজা, কোৰাণ পাঠ আদি চলিয়ে আছিল যদিও আমি সৰুকালত যেনেকৈ ৰাতিপুৱা সোনকালে শুই উঠি মোক্তাবলৈ গৈ আৰবী পঢ়িছিলো, মোৰ ছোৱালীয়ে মোক্তাবলৈ নগৈ স্কুললৈহে গৈছিল। ইংৰাজী স্কুলত পঢ়ি অলপ পলমকৈ আৰবী পঢ়িবলৈ শিকিছিল— সঠিক আৰবী উচ্চাৰণ কৰিবলৈকো সময় লৈছিল। তাৰ বাবে মাজে মাজে মোৰ চিন্তা হৈছিল, কিন্তু সময়ত সকলো সমস্যা সমাধান হৈছিল। সিহঁতক শিক্ষা

দি বহুত সময়ত ময়ো শিকিছিলোঁ। ছোৱালী দুজনীৰ লগত খোলাখুলি ভাৱে সকলো বিষয়ে আলোচনা কৰি সৎ পথত পৰিচালিত কৰিবলৈ যত্ন কৰিছিলোঁ।

সামাজিক আচাৰ-অনুষ্ঠানৰ লগতো এটা সময়ত মই জড়িত হৈ পৰিছিলোঁ। আমাৰ সম্পৰ্কীয় মামা ⁄ তমিজুদ্দিন চাহেবে এদিন মোক মাতি নি মহিলাসকলৰ এখন কমিটি গঠন কৰি মিলাদ পাঠ, চৰিযৎ সম্বন্ধে লাগতিয়াল আলোচনা আদিৰ আয়োজন কৰিবলৈ নিৰ্দ্দেশ দিলে। সেই উদ্দেশ্যে এটা বাকচ, বহী, কাগজ-পত্ৰ আৰু চিয়াঁহী কিনিবলৈ পইচা দিছিল। আমি কেইগৰাকীমানে তেখেতৰ নিৰ্দ্দেশমতে কাম হাতত লৈছিলোঁ। ইয়াৰ আগতে স্থানীয় মহিলাৰ কোনো সংগঠন কেতিয়াও হোৱা নাছিল। সেয়ে দুই এগৰাকীয়ে আমালৈ চাই ফিচিঙা-ফিচিঙি কৰিবলৈও এৰা নাছিল। তথাপি আমি আগবাঢ়ি গৈছিলোঁ আৰু সেই মহিলা সংগঠনেই আজি সবল সংস্থা— "খাৱাতুনে ইছলাম" নামে জনাজাত হৈ পৰিছে। এই মহিলা অনুষ্ঠানে মাহে মাহে তত্ত্বমূলক আলোচনা চক্ৰৰ আয়োজন কৰাৰ উপৰিও সমাজ সংগঠনৰ কামো হাতত লৈছে।

স্বৰ্গীয়া ৰাজবালা দাসৰ আপ্ৰাণ চেষ্টাত সৰ্ব্বভাৰতীয় মহিলা সভাৰ অসম ৰাজ্যিক শাখা মুকলি কৰা হৈছিল। মই তাত অসমৰ প্ৰতিনিধি হিচাপে নিযুক্তি পাইছিলোঁ। এই সংগঠনৰ মাধ্যমত স্থানীয় ২/৩ গৰাকী ছাত্ৰীক ৰেল বিভাগত নিযুক্তি দিয়া হৈছিল।

"সংঘমিত্ৰা" মহিলা অনুষ্ঠানত বিশেষ ভাৱে জড়িত হৈ আমি কেইগৰাকীমান মহিলাই স্থানীয় পুলিচ বিভাগত নিম্ন শ্ৰেণীৰ পুলিচ কৰ্ম্মচাৰীৰ ল'ৰা-ছোৱালীৰ বাবে প্ৰাইমেৰী আৰু মণ্টেছৰী স্কুল আৰম্ভ কৰিছিলোঁ। সেই স্কুলৰ কাৰ্য্যভাৰ এতিয়া চৰকাৰে হাতত লৈছে। "সংঘমিত্ৰা" অনুষ্ঠানৰ যোগেদি নানা ধৰণৰ চিলাই আৰু উলৰ কামো শিকোৱা হৈছিল।

মই প্ৰায়ে উপলব্ধি কৰোঁ— মহৎ লোকসকলৰ সঙ্গ অৰ্থাৎ সৎ সঙ্গে আমাক প্ৰকৃততে সৎ পথত পৰিচালিত কৰিব পাৰে। ১৯৪৭ চনত মোৰ সহকৰ্ম্মী ড° সূৰ্য্য কুমাৰ বৰপূজাৰীৰ সৌজন্যত উজান বজাৰৰ স্বৰ্গীয় মোহিনী গোস্বামীৰ ঘৰত সাধক কবি মৃণাল কান্তি দাসৰ লগত মোৰ দেখা হৈছিল। আলোচনা প্ৰসঙ্গত তেওঁ কৈছিল যে মানৱ জীৱনৰ চৰম লক্ষ্য খোদা প্ৰাপ্তি। মানুহে নিজৰ সংযম, অহিংসা আৰু সত্যনিষ্ঠাৰ দ্বাৰা সাধন পথত অগ্ৰসৰ হৈ পৰম আনন্দ লাভ কৰিব পাৰে। তেওঁ সাধু আৰু পীৰ-ফকিৰৰ কাহিনীও শুনাইছিল। পিতৃ বিয়োগৰ বেদনাত কাতৰ হৈ যেতিয়া চাৰিওফালে ভয়, অবিশ্বাস আৰু হতাশাৰ সন্মুখীন হৈছিলোঁ, সেই সময়ত সেই কথাবোৰে

মনলৈ আত্ম বিশ্বাস আনি প্ৰকৃতিস্থ হ'বলৈ প্ৰেৰণা যোগাইছিল।

পৰৱৰ্ত্তী কালত চিলেটত চুফী ৺চুফী মাহমুদ আলী চিস্তিৰ লগত মোৰ পৰিচয় হৈছিল। তেখেতৰ কণ্ঠত সুমধুৰ "মাৰিফতি" গান শুনিছিলোঁ। তেখেতেও মোক চৰিত্ৰৰ সুশৃঙ্খলিত পথেৰে আগবাঢ়ি যাবলৈ উপদেশ দিছিল। যোৰহাটতো মোৰ দেওৰ ইকবাল ৰছুলৰ ঘৰত ৰংপুৰৰ চুফী সাধক ফাহিমুদ্দীনৰ লগত মোৰ সাক্ষাৎ ঘটিছিল। তেওঁ মোক কৰ্ত্তব্য পালন আৰু সেৱা কাৰ্য্যত নিযুক্ত থাকিবলৈ আৰু নিয়মিত ভাবে 'জিকিৰ' কৰিবলৈ উপদেশ দিছিল।

তেওঁলোকৰ নিৰ্দ্দেশ অনুযায়ী পৰিয়াল আৰু সমাজ সেৱাকে ব্ৰত হিচাপে লৈ দিন কটাবলৈ স্থিৰ কৰিছোঁ।

মই বিশ্বাস কৰোঁ জীৱনত আটাইতকৈ ডাঙৰ কথা পৰস্পৰৰ লগত মিলা-প্ৰীতি আৰু নিজ নিজ কৰ্ত্তব্য পালন কৰি শান্তি প্ৰতিষ্ঠা কৰা। সুচাৰুৰূপে আৰু দৃঢ় প্ৰতিজ্ঞ হৈ নিজ কৰ্ত্তব্য পালন কৰা শান্তি লাভৰ প্ৰথম পদক্ষেপ। শাস্ত্ৰ আৰু মহাপুৰুষ সকলে আমাক শান্তিৰ পথ-নিৰ্দ্দেশ দিছে। সেই পথেৰে আগুৱাই যাবলৈ আমি প্ৰত্যেকে ব্যক্তিগতভাবে চেষ্টা চলাব লাগিব। মানুহ হিচাপে নিজক উন্নত আৰু সম্পূৰ্ণ কৰাৰ দায়িত্ব আমাৰ। উন্নত জীৱনলাভৰ বাবে সৎসঙ্গ আমাৰ সহায়। সৎগ্ৰন্থ অধ্যয়ন আৰু সৎ অভ্যাসতকৈও সাধক আৰু মহৎ লোকৰ সঙ্গই অতি সোনকালে আমাক প্ৰভাৱিত কৰিব পাৰে। আমি আজি সাম্প্ৰদায়িকতা, সন্ত্ৰাসবাদ আৰু শ্ৰেণী সংঘৰ্ষৰ হেঁচাত জুৰুলা হৈছোঁ। বিধাতাই আমাক পোহৰৰ ফালে আগবঢ়াই নিয়ক। □

**ইন্দিৰা দেৱী**

# মোৰ আত্ম জীৱনী



শৈশৱ কালৰ কথা মোৰ ভালকৈ মনত নাই— কিন্তু মোৰ পৰিচয় দিওঁ যে মোৰ দেউতা স্বনামধন্য স্বৰ্গীয় ধৰ্ম্মনাথ বৰঠাকুৰ নগাওঁ জিলাৰ পশ্চিম অঞ্চলৰ বুৰঞ্জী প্ৰসিদ্ধ জাগীগাঁৱৰ লোক আছিল, আৰু মাতৃ ⁄কুঞ্জলতা দেৱী নগাঁৱৰ প্ৰসিদ্ধ বৰকটকী বংশৰ জীয়ৰী আছিল। প্ৰথম অৱস্থাত মোৰ দেউতা এজন স্কুল শিক্ষক আছিল, কিন্তু তেখেত স্বাধীনতা সংগ্ৰামত লিপ্ত থকাৰ কাৰণে কেইবাবাৰো কাৰাবৰণ কৰিব লগাত পৰিছিল— সেই হেতুকে মোৰ শৈশৱ কালটো মোৰ ককাদেউতা, মামাৰ ঘৰতে কটাব লগাত পৰিছিলোঁ। গতিকে মোৰ বাল্য কালৰ শিক্ষা-দীক্ষা মামাৰ ঘৰতে আৰম্ভ হৈছিল।

মোৰ মাৰ পৰিয়াল অৰ্থাৎ ককাদেউতা আইতা, মামা সকলোৱে নাৰী শিক্ষাৰ প্ৰতি আগ্ৰহী কাৰণে মোৰো মনত সৰুৰে পৰা শিক্ষাৰ প্ৰতি প্ৰৱল আগ্ৰহ জন্মিছিল— আৰু নগাওঁ বালিকা বিদ্যালয়ত তৃতীয়মান শ্ৰেণীলৈ পঢ়ি তাৰ পৰাই নিম্ন প্ৰাইমেৰী পৰীক্ষাত সুখ্যাতিৰে উত্তীৰ্ণ হবলৈ সক্ষম হৈছিলোঁ।

ইয়াৰ পাছতেই মোৰ জীৱনলৈ এটি পৰিবৰ্ত্তন আহিল। আমাৰ দেউতাৰ পৰিয়ালটি গোড়া হিন্দু পৰিয়াল হোৱা হেতুকে মোৰ ৯ বছৰ বয়সতে অৰ্থাৎ প্ৰাইমেৰী পৰীক্ষা দি উঠোতেই মোৰ বিয়াৰ প্ৰস্তাৱ উঠিল। সেই সময়ত বাল্য বিবাহ ৰোধ কৰা আইন (সাৰ্দা আইন) ফলৱতী হোৱা নাছিল, আৰু সেই হেতুকে মোৰ কন্যাকাল নোহোৱাকৈ বিয়াৰ প্ৰস্তাৱ চলিল। লগে লগে গুৱাহাটীৰ এজন সম্ভ্ৰান্ত শিক্ষিত যুৱকৰ লগত ১৯৩০ চনতে মোৰ বিবাহ সম্পন্ন হৈ গ'ল। মোৰ স্বামী স্বৰ্গীয় বৰদা কান্ত শৰ্মা এম, এচ, চি, সেই সময়ত এখন প্ৰসিদ্ধ কলেজৰ প্ৰফেচাৰ আছিল।

বাল্য বিবাহৰ এটা সুবিধা আছিল যে বিয়াৰ লগে লগে ছোৱালী

স্বামীৰ ঘৰলৈ যাব লগা নহয়। উপযুক্ত সময় হলেহে অৰ্থাৎ কন্যাকাল উত্তীৰ্ণ হৈ যোৱাৰ পাছতহে দ্বিতীয় বিবাহ সম্পন্ন হয় আৰু তাৰ পাছত হে স্বামী-গৃহলৈ যোৱাৰ প্ৰস্তুতি চলে।

কিন্তু মোৰ ক্ষেত্ৰত ইয়াৰ ব্যতিক্ৰম ঘটিছিল। মোৰ স্বামী উচ্চ শিক্ষিত আৰু এখন প্ৰসিদ্ধ কলেজৰ প্ৰচাৰ হোৱা হেতুকে তেখেতৰ সমকক্ষ নোহোৱা পৰ্য্যন্ত বাল্য বধুৰ মুখ চাওঁ বুলি তেখেত প্ৰতিজ্ঞাবদ্ধ হ'ল— আৰু লগে লগে মোৰো শিক্ষা-দীক্ষাৰ প্ৰতি প্ৰবল ধাউতি হ'ল— স্বামীৰ উপযুক্ত সহধৰ্ম্মিণী হবলৈ। ইয়াৰ পাছতে মই নগাঁও মিচন (Mission) স্কুলত এম, ই স্কুলত ভৰ্ত্তি হৈ তাৰপৰাই এম, ই পৰীক্ষাত উত্তীৰ্ণ হওঁ। কিন্তু সেই সময়ত ছোৱালীৰ কাৰণে হাইস্কুল নথকাত ঘৰতে মোৰ মামাৰ তত্ত্বৱধানত পঢ়ি প্ৰাইভেট কৈ মেট্ৰিক পৰীক্ষা দিবলৈ সাজু হওঁ আৰু ১৯৩৫ চনত মেট্ৰিক পৰীক্ষা দি দ্বিতীয় বিভাগত হাইজীনত লেটাৰ সহ মেট্ৰিক পাচ কৰোঁ।

আমাৰ দিনত, অৰ্থাৎ সেই সময়ত সমাজ ব্যৱস্থা বৰ কঠোৰ আছিল, বিশেষকৈ ছোৱালীক উচ্চ শিক্ষা দিয়াৰ পক্ষপাতী নাছিল, নাৰীৰ শিক্ষা আৰু স্বাধীনতাৰ প্ৰতি অভিভাৱক সকল বিমুখ আছিল। সেই কাৰণে সৰুতে ঘৰতে সামান্য পঢ়া-শুনা কৰি স্বাক্ষৰ হৈ মাকৰ লগতে ঘৰতে কাম-কাজ কৰা তাঁত-সূঁত বোৱা, চিলাই এমব্ৰইদাৰী আদি হাতৰ কাম কৰি ৰন্ধা-বঢ়া কাম শিকিলেই ছোৱালীৰ উপযুক্ত শিক্ষা হ'ল বুলি ধাৰণা কৰিছিল— আৰু ইয়াৰ পাছত স্বামীৰ গৃহলৈ গৈ গৃহস্থী ধৰ্ম্ম পালন কৰাটোৱেই একমাত্ৰ কৰ্ত্তব্য বুলি ধৰি লৈছিল—।

কিন্তু মোৰ জীৱনত ওপৰুক্ত শিক্ষা সমূহ মই মেট্ৰিক পৰীক্ষালৈ প্ৰস্তুত হোৱাৰ সময়তে আইতা, মা, আৰু মামী সকলৰ পৰাই অতি সোনকালে আয়ত্ব কৰি লৈছিলোঁ। মোৰ বেচ মনত আছে মই এম, ই পৰীক্ষাত চিলাই, বোৱা-কটা আৰু হাতৰ কামত অনাৰ্ছ সহ উত্তীৰ্ণ হবলৈ সক্ষম হৈছিলোঁ। ইয়াৰ পাছতে হাইস্কুলৰ শিক্ষা ঘৰতে, অভিভাৱক সকলৰ তত্ত্বাৱধানত দুবছৰতে শেষ কৰি প্ৰৱেশিকা পৰীক্ষা দিয়াৰ লগে লগে ঘৰুৱা কাম-কাজতো মা, মামী আইতা আদি গুৰুস্থানীয় সকলৰ তত্ত্বাৱধানত সকলো প্ৰকাৰে পাৰ্গত হৈ পৰিবলৈ সুযোগ আৰু সুবিধা পাইছিলোঁ। সুকুমাৰ কলা আৰু গান-বাজনাতো মোৰ যথেষ্ট ৰাপ আছিল।

এনে সময়তে মোৰ জীয়াৰী জীৱনলৈ এটা পৰিবৰ্ত্তন আহিল। মোৰ কন্যাকাল উত্তীৰ্ণ হৈ যোৱাৰ পাছতে, স্বামীৰ গৃহলৈ যাবলৈ প্ৰস্তুত হব

লগাত পৰিলোঁ। কিন্তু সেই অৱস্থাত স্বা`ীয়ে মোক তেখেতৰ ওচৰলৈ নিবলৈ সন্মত হোৱা নাছিল---- আৰু তেখেতৰ মতে মই তেতিয়াও শিক্ষাই-দীক্ষাই তেখেতৰ উপযুক্তা হৈ উঠা নাছিলোঁ--- গতিকে মই প্ৰৱেশিকা পৰীক্ষাত উত্তীৰ্ণ হোৱাৰ পাছত উচ্চ শিক্ষাৰ কাৰণে কলেজীয়া শিক্ষা লব লগাত পৰিলোঁ। কিন্তু সেই সময়ত নগাঁৱত উচ্চ শিক্ষাৰ কাৰণে কলেজ গঢ়ি উঠা নাছিল, আনকি এখন ছোৱালী হাইস্কুলো গঢ় লৈ উঠা নাছিল---- কেৱল এখন এম, ই স্কুল চলি আছিল। গতিকে মই উচ্চ শিক্ষাৰ কাৰণে গুৱাহাটীলৈ আহিব লগাত পৰিলোঁ। এই খিনিতে উল্লেখ নকৰি নোৱাৰো যে মোৰ স্বামীৰ ঘৰ এই গুৱাহাটীৰ উজান বজাৰতে অৱস্থিত। কিন্তু সেই সময়ত মোৰ নিজৰ শহুৰ-শাহু জীৱিত নাছিল যদিও, বৰ শহুৰেই (স্বামীৰ বৰদেউতাক) মোৰ মাহী শাহু, তেখেতৰ ল'ৰা-ছোৱালীৰে একান্নভুক্ত পৰিয়ালটিক তত্ত্বাৱধান কৰিছিল। সেই অৱস্থাতে মই যেতিয়া মেট্ৰিক পাচ কৰি উচ্চ শিক্ষা লবলৈ স্বামীৰ উপদেশ মতে গুৱাহাটীলৈ আহিব লগা হ'ল তেতিয়া স্বামীৰ গৃহত মোক স্থান দিবলৈ বৰ শহুৰে ঘোৰ আপত্তি কৰি এক প্ৰকাৰে সেই ঘৰৰ পৰা মোক বহিষ্কাৰ কৰি দিলে---- এই বুলি যে "উচ্চ শিক্ষা লবলৈ অহা বোৱাৰীৰ সেই ঘৰত স্থান নাই"। — সেই সময়ত মোৰ কি অৱস্থা হৈছিল সি বৰ্ণনাৰ অতীত। শহুৰৰ ঘৰত স্থান নোপোৱাত অথচ উচ্চ শিক্ষাৰ প্ৰতি অদম্য ইচ্ছা থকাত আৰু স্বামীৰ নিৰ্দ্দেশ ক্ৰমে এগৰাকী সহানুভূতিশীলা পেহী-শাহুৱে তেখেতৰে এগৰাকী জীয়ৰীৰ ঘৰত মোক ৰাখিবলৈ সু-ব্যৱস্থা কৰি দিলে।

এনকৈয়ে মুঠ চাৰিটা বছৰ, আই এ দুবছৰ আৰু বি, এ দুবছৰ মনত দৃঢ় সংকল্প লৈ, স্বামীৰ উপদেশ সাৰোগত কৰি কটন কলেজতে (তেতিয়া সন্দিকৈ কলেজ স্থাপন হোৱা নাছিল) ১৯৩৭ চনত আই, এ (I. A.) পৰীক্ষা পাচ কৰি ১৯৩৯ চনত বি, এ পৰীক্ষা দিবলৈ সাজু হওঁ।

এইখিনিতে কোৱা উচিত হ'ব যে সেই সময়ত মই উচ্চ শিক্ষা লবলৈ বাধা পাইছিলো যদিও সেই সময়ৰ ১৯৩৫-৪০ চনৰ কলেজৰ প্ৰফেচাৰ সকলৰ বিশেষকৈ ড° বাণী কান্ত কাকতী, ড° সূৰ্য্য কুমাৰ ভূঞা, প্ৰফেচৰ পি, চি, ৰয় (P. C. Roy) আদি কৰি সমূহ প্ৰফেচাৰ সকলৰ, আৰু সমাজৰ গণ্য-মান্য, শিক্ষিত সম্প্ৰদায়ৰ পৰা যথেষ্ট উপদেশ আৰু উৎসাহ উদ্দীপনা পাইছিলোঁ---- আৰু তেখেত সকলৰ আশীৰ্বাদ আৰু উৎসাহতে গন্তব্য-পথত আগুৱাই যাবলৈ মনত প্ৰেৰণা পাইছিলোঁ। অৱশ্যে গুৰিতে

মোৰ পিতৃ-মাতৃৰ পৰিয়াল আৰু সু-শিক্ষিত স্বামীৰ উৎসাহ-উদ্গনি নোপোৱা হ'লে তেনেদৰে জীৱনত আগুৱাই যাব নোৱাৰিলোহেঁতেন।

যি কি নহওক, অশেষ বাধা-বিঘিনি অতিক্ৰম কৰি আহি ১৯৪০ চনত বি, এ, পাচ (Calcutta University তলত) কৰাৰ পাছতহে মই মোৰ স্বামীৰ সান্নিধ্যলৈ আহিবলৈ অনুমতি পাওঁ — আৰু তেতিয়াহে তেখেতে মোক তেখেতৰ উপযুক্ত পত্নী বুলি গ্ৰহণ কৰিলে। তেতিয়াৰ পৰাহে আমাৰ নিজৰ সংসাৰ এখন আৰম্ভ হ'ল আৰু আমি গৃহস্থী ধৰ্ম্ম পালন কৰিবলৈ প্ৰস্তুত হ'লো—। কিন্তু ঈশ্বৰৰ কি ইচ্ছা ক'ব নোৱাৰো, সেই মুহূৰ্ত্তৰ পৰাই মোৰ জীৱনৰ সংগ্ৰাম আৰম্ভ হ'ল। মোৰ স্বামীয়ে কিবা কাৰণত তেখেতৰ আগৰ প্ৰফেচৰ কামৰ পৰা অব্যাহতি লৈ আহি নতুনকৈ এখন হাইস্কুল খুলিবলৈ মনস্থ কৰি তাতে মনোনিবেশ কৰাত আমাৰ পৰিয়ালটি মাহী-শাহুৰ ল'ৰা-ছোৱালী কেইটাৰে সৈতে সাময়িক ভাবে এক অৰ্থ সংকটৰ সন্মুখীন হব লগা হ'ল। সেই অৱস্থাত মোৰ স্বামীক এই চিন্তাৰ পৰা অব্যাহতি দিবলৈ মই নগাওঁ গাৰ্লচ হাইস্কুলত এটি শিক্ষয়িত্ৰীৰ পদত অধিষ্ঠিত হবলৈ সুযোগ পাওঁ। এইখিনিতে উল্লেখ নকৰি নোৱাৰিলো যে সেই সময়তহে উক্ত স্কুলখন ছোৱালী মাইনাৰ স্কুলৰ পৰা হাইস্কুললৈ ৰূপান্তৰিত হৈছিল— আৰু স্বনামধন্য ৰায় বাহাদুৰ বৃন্দাবন চন্দ্ৰ গোস্বামী দেৱ সেই স্কুলৰ সভাপতি আছিল— আৰু তেখেতৰ যত্নতে শিক্ষয়িত্ৰী পদটি পোৱাত মোৰ সুবিধা হয়। মোৰ সাংসাৰিক জীৱনৰ আৰম্ভণিতে শিক্ষা শেষ হোৱাৰ পাছতে এনেকি সংস্থাপিত হবলৈ পোৱাৰ বাবে মই তেখেতৰ ওচৰত চিৰ কৃতজ্ঞ। আজি অৱশ্যে তেখেত জীৱিত নাই। কিন্তু তেখেতৰ সহায় আৰু সহানুভূতিৰ কথা মই জীৱনতো পাহৰিব নোৱাৰোঁ।

তেখেতৰ এই নতুন স্কুলতে ১৯৪০ চনৰ পৰা ১৯৪৫ চনলৈকে অতি আগ্ৰহ আৰু উৎসাহেৰে কাম কৰিবলৈ আৰম্ভ কৰিলোঁ— মনতে এই আশা লৈ যে শিক্ষা সাং কৰি আৰ্থিক অৱস্থা টনকিয়াল কৰিলে এখন নতুন সংসাৰৰ পাতনি মেলিম। কিন্তু ঈশ্বৰৰ ইচ্ছাত ইয়াৰ আছিল অন্য এক ৰূপ। মানুহ ভাগ্যৰ দাস, মইও ইয়াৰ ব্যতিক্ৰম নহয়।

ইতিমধ্যে সুখে-দুখে সৰুকৈ এখন সংসাৰ পাতিবলৈ ভাড়া ঘৰ এটি ঠিক কৰি লোৱা হ'ল— লগত মোৰ ভনী এজনী আৰু সৰু দেওৰ এজন। ইতিমধ্যে মোৰ মাহী শাহু আৰু দেওৰ কেইজনৰো দায়িত্ব আহি আমাৰ ওপৰতে পৰিল। সৰুজন দেওৰ আৰু মোৰ ভনী এজনীৰো পঢ়া-শুনাত অধিক আগ্ৰহ থকা বুলি জানি আমাৰ সেই সৰু সংসাৰ খনতে লগ লগাই

লোৱা হ'ল— পঢ়া-শুনাত আগুৱাই নিবলৈ।

মোৰ পিতৃ স্বনামধন্য ধৰ্ম্মনাথ বৰঠাকুৰ এজন সংগ্ৰামী মুক্তি যুজাৰু আছিল; তেখেত গান্ধীজীৰ অসহযোগ আন্দোলনত যোগ দি ১৯২১ চনৰ পৰা ১৯৪২ চনলৈকে কেইবাবাৰো কাৰাবৰণ কৰিব লগা হৈছিল আৰু স্বাধীনতা আন্দোলনত যোগ দিয়া বাবে তেখেতৰ শিক্ষকতা কামটোও ইস্তফা দিব লগাত পৰিছিল। ইয়াৰ ফলত কেইবাটিও ল'ৰা-ছোৱালীৰে সৈতে তেখেতৰ সংসাৰখনো আৰ্থিক ভাবে জুৰুলা হৈ পৰিছিল-- সেয়েহে পঢ়া-শুনাত থাউতি থকা ভাই-ভনী কেইটাৰ দায়িত্বও মই সেই সময়ত লব লগাত পৰিছিলোঁ।

এই অৱস্থাত মোৰ সৰু সংসাৰখনত ভাই-ভনী দেওৰৰ সৈতে লগ লাগি এটা একান্নভুক্ত মধ্যবিত্ত পৰিয়ালত পৰিণত হৈছিল। এনেকৈয়ে সুখে-দুখে চাৰিটা বছৰ গৃহস্থী জীৱন অতিবাহিত কৰাৰ লগে লগে আমাৰ সংসাৰলৈ দুটি সন্তানৰ আগমণে আমাৰ দুয়োৰে মনত কিছু শান্তি অনাৰ পাছতে, মোৰ ভাগ্য বিপৰ্যয় ঘটিল। কাল ধুমুহা আহি আমাৰ শান্তিৰ নীড় সুখৰ সংসাৰ খন ভাঙি চুৰমাৰ কৰি দিলে। ১৯৪৪ চনৰ ৫ মে'ত মোৰ স্বামী অকালতে টাইফয়েদ বেমাৰত পৰি মৃত্যু মুখত পতিত হব লগাত পৰিল। কালৰ কি নিদাৰুণ পৰিহাস। বোধহয় ইয়েই আছিল ঈশ্বৰৰ বিধান। এই দিনটোৱেই আছিল মোৰ জীৱনৰ চৰম দুখৰ দিন। ইমান কম সময়ৰ ভিতৰতে মোৰ সোণৰ সংসাৰত জুই লাগিল।

ইয়াৰ পাছত দুটি সন্তানক হাতত লৈ মোৰ জীৱনৰ সংগ্ৰাম আৰম্ভ হ'ল। ভৰ যৌৱনত স্বামী হেৰুওৱা যে কিমান দুঃখ সেইটো ভুক্ত-ভোগীয়েহে জানে। সাত শতৰুৰো যাতে এনে দুখ নহয় তাকেই ঈশ্বৰৰ ওচৰত কামনা কৰোঁ। যা হওঁক সেই কম সময়তে সংসাৰ সমুদ্ৰত মোৰ জীৱন তৰণীখন অকলেই বাই নিব লগাত পৰিলোঁ। সেই অৱস্থাত মোৰ মনৰ অৱস্থা কেনে হৈছিল, মই ব্যক্ত কৰিব নোৱাৰো। মূঠতে মোৰ পিতৃ-মাতৃয়েই মোক লগত ৰাখি, মোক চম্ভালিব লগা হৈছিল।

১৯৪৪-৪৫ চনটো মই নগাঁৱতে কটাব লগীয়া হৈছিল। সেই সময়ত আৰ্থিক সংকটৰ সমাধান হিচাবে মোৰ স্কুলৰ চাকৰিটোৱেই আছিল একমাত্ৰ সম্বল আৰু জীৱনৰ সাৰথি হিচাবে আছিল মোৰ পিতৃ মাতৃ আৰু মাতুল বংশ। সেই সময়ত মোৰ পিতৃ ৰাজবন্দীৰ (Security Prisoner) পৰা মুক্ত হৈ আহি, ঘৰ-গৃহস্থিৰ তত্বাৱধানত অতিবাহিত কৰিবলৈ ওলাওঁতেই আকৌ এক নতুন সমস্যাই তেখেতক আগুৰি ধৰিলেহি— এই নতুন সমস্যাটো হ'ল তেখেতৰ বৰ জীয়ৰীৰ সমস্যা— দুটা কণ কণ ল'ৰা-ছোৱালীৰ সৈতে

জীৱন নিৰ্বাহ কৰিবলৈ এটি সু-সংহত সংস্থান কৰি দিয়া। সেই উদ্দেশ্যকে সাৰোগত কৰি মোক মোৰ স্বামীৰ ভেটীলৈ ঘূৰাই আনিবলৈ, লগতে আৰ্থিক সংস্থানৰ এক সু-ব্যৱস্থা কৰি দিবলৈ তেখেত গুৱাহাটীলৈ আহি গম পালে যে স্বাধীনতা যুজাৰু মুক্তি সংগ্ৰামী ডাক্তৰ ভুৱনেশ্বৰ বৰুৱা, গোপীনাথ বৰদলৈ প্ৰমুখ্যে কেইবাজনো স্বাধীনচিন্তীয়া গণ্য-মান্য পুৰুষ লগ লাগি গুৱাহাটীৰ পৰ প্ৰান্তত এখন ছোৱালী হাইস্কুল পাতিবলৈ যো-জা কৰিছে। এই খবৰ পোৱাৰ লগে লগে মোৰ পিতৃয়ে ডাক্তৰ ভুৱনেশ্বৰ বৰুৱা, তেতিয়াৰ অসমৰ প্ৰধান মন্ত্ৰী গোপীনাথ বৰদলৈক লগ ধৰি মোৰ দৰবস্থাৰ বিষয়ে কয় আৰু সেই শিক্ষানুষ্ঠানতে শিক্ষয়িত্ৰী পদ এটাত নিযুক্তি দিবলৈ টানি অনুৰোধ কৰে। কাৰণ মোৰ পিতৃও এজন মুক্তি যুজাৰু, স্বাধীনতা সংগ্ৰামী পুৰুষ আছিল আৰু তেখেত সকলৰ লগতে এই সংগ্ৰামৰ সহযোগীও আছিল। উক্ত কাৰণত তেখেত সকলে মোৰ অৱস্থাটো বিবেচনা কৰি সেই স্কুলত প্ৰথম শিক্ষয়িত্ৰী পদত যোগ দিবলৈ অনুমতি দিয়ে।

ইয়াৰ পাছতে মোৰ পিতৃয়ে নগাওঁৰ স্কুলৰ পৰা অজৰাই আনি ১৯৪৫ চনত, পহিলা এপ্ৰিলৰ দিনা নতুনকৈ গঢ় লোৱা এই আদৰ্শ স্কুলখনত যিখনৰ নাম পাছত "তাৰিণী চৌধুৰী হাইস্কুল" নামে নামকৰণ কৰা হৈছিল--- কামত যোগদান কৰিবলৈ সুবিধা কৰি দিয়ে আৰু এই স্কুলখনত আৰম্ভণিৰ পৰাই অৰ্থাৎ ১৯৪৫ চনৰ পৰা ১৯৭৭ চনলৈকে নিস্বাৰ্থ ভাবে সেৱা কৰি আহিছোঁ।

এই স্কুলখনত প্ৰথম স্থাপিত হোৱাৰ দিনৰে পৰা একান্ত ভাবে আৰু অতি নিষ্ঠাৰে কাম কৰাৰ ফলত দোপত দোপে এই স্কুলখন উন্নতিৰ শিখৰলৈ আগবাঢ়ি আহিল--- ইযেই মোৰ জীৱনৰ একমাত্ৰ কৰ্ম্মক্ষেত্ৰ। প্ৰথম অৱস্থাত মাত্ৰ ৪০ গৰাকী ছাত্ৰী আৰু ৪ গৰাকী শিক্ষয়িত্ৰীৰেহে এই স্কুল খনি আৰম্ভ কৰা হৈছিল; কিন্তু এই কম সংখ্যক শিক্ষয়িত্ৰীয়ে অসীম কষ্ট কৰি ছাত্ৰীসকলক শিক্ষা দান কৰাৰ ফলত প্ৰথম বছৰতেই আটাই কেইগৰাকী ছাত্ৰীযেই প্ৰৱেশিকা পৰীক্ষাত উৎকৃষ্ট ফল দেখুৱাবলৈ সক্ষম হৈছিল আৰু ইয়াৰ পাছত এই বিদ্যালয়খনে সুনাম অৰ্জন কৰিবলৈ প্ৰাণপনে যত্ন কৰাৰ ফলত বছৰে বছৰে ছাত্ৰীৰ সংখ্যা বাঢ়িবলৈ ধৰিলে--- লগে লগে শিক্ষয়িত্ৰীৰো।

মোৰ জীৱনৰ কৰ্ম্মক্ষেত্ৰ বুলি ধৰিব লাগিলে এই স্কুলখনেই বুলি ধৰিব লাগিব। কাৰণ ইয়াতেই মোৰ কৰ্ম্মক্ষেত্ৰ আৰম্ভ আৰু ইয়াতেই শেষ। আৰম্ভণিতে এই স্কুলৰ স্থায়ী ঘৰ-দুৱাৰ নথকাৰ ফলত গুৱাহাটীৰ পূব-প্ৰান্তৰ--- উজান বজাৰত থকা ছোৱালী মাইনাৰ স্কুল, মাণিক চন্দ্ৰ মধ্য ইংৰাজী স্কুলত

আৰু কামৰূপ নাট্য মন্দিৰত ৰাতিপুৱা ভাগত ক্লাচ লব লগাত পৰিছিলোঁ, কিন্তু কি যে উদ্যম আৰু ঐকান্তিক অনুপ্ৰেৰণাৰে এই স্কুলৰ কাম আৰম্ভ কৰিছিলোঁ— সেই কথা ভাবি আজিও আচৰিত হওঁ। লাহে লাহে এই স্কুলখনত এনে ওতঃপ্ৰোতভাবে জড়িত হৈ পৰিলো যে মোৰ এই ৰিক্ত জীৱনটোৰ কথা (সৰু সৰু ল'ৰা-ছোৱালী দুটিৰে সৈতে) ভাবিবলৈ এৰি দিলোঁ। ঈশ্বৰৰ ওপৰতে ভৰষা কৰি শিক্ষা দিয়াই যেন সেই সময়ত প্ৰধান কৰ্ত্তব্য বুলি ইয়াকে ঠিৰাং কৰি একান্ত মনে এই কামত ব্ৰতী হৈ মোৰ মানসিক অশান্তিৰ পৰা মুক্তি পাবলৈ যত্নপৰ হ'লো।

এই স্কুলৰ কামত একানপতীয়া হৈ লাগি থকাৰ ফলত স্কুলখনে দোপত দোপে উন্নতি কৰিবলৈ ধৰিলে আৰু প্ৰথম বাৰতেই ১৯৪৭ চনত আঠাই কেইগৰাকী ছাত্ৰীয়েই প্ৰৱেশিকা পৰীক্ষা দি কৃত্তীত্বৰে উত্তীৰ্ণ হৈ স্কুলৰ নাম উজ্বল কৰিবলৈ সক্ষম হৈছিল। এইখিনিতে গৌৰৱেৰে উল্লেখ কৰিব লাগিব যে নাৰী শিক্ষাৰ প্ৰতি আগ্ৰহ থকা ভৰলুমুখৰ স্বনামধন্যা প্ৰমিলা চৌধুৰী ডাঙৰীয়ানীয়ে এটা শকত পুঁজি লৈ স্ত্ৰীশিক্ষাৰ প্ৰসাৰতাৰ কাৰণে এই চালুকীয়া অনুষ্ঠানটিক সহায় কৰিবলৈ আগবাঢ়ি আহিল— আৰু তেখেতৰ স্বৰ্গীয় স্বামীৰ নামত এই অনুষ্ঠানটি নামকৰণ কৰিবলৈ সেই সময়ৰ অনুষ্ঠানটিৰ কৰ্ত্তৃপক্ষক অনুৰোধ কৰি এটি শকত পুঁজি দান হিচাবে অৰ্পণ কৰে। তেখেতৰ এই দান গ্ৰহণ কৰি বৰ্ত্তমান হেদায়ৎপুৰত অৱস্থিত মাটিখিনি, প্ৰথম অৱস্থাত ৪ বিঘা মাত্ৰ (পাছত আৰু তিনিবিঘা যোগ হৈ মুঠতে ৭ বিঘা হয়গৈ।) গৱৰ্ণমেণ্টৰ পৰা অধিগ্ৰহণ কৰি লোৱাৰ পাছত সেই স্কুলখন স্বৰ্গীয়া প্ৰমিলা চৌধুৰীৰ দানেৰে তেখেতৰ স্বামীৰ নামত অৰ্থাৎ "তাৰিণী চৌধুৰী"ৰ নামত এই স্কুলখন নামকৰণ কৰা হয়। ইয়াৰ লগে লগে নতুন ঠাইত ঘৰ সজাবলৈ আৰম্ভ কৰা হয়— আৰু এটা সময়ত এই স্কুলখন হাইস্কুলৰ পৰা হাইয়াৰ চেকেণ্ডেৰী (Higher Secondary) স্কুললৈও উন্নীত কৰা হ'ল। ইতিমধ্যে প্ৰধান শিক্ষয়িত্ৰী হিচাবে উপযুক্ত হবলৈ বি, টি, ট্ৰেইনিং লবলৈ মোক পঠোৱা হ'ল। এই খিনিতে উল্লেখ কৰা উচিত হব যে স্কুলৰ পৰীক্ষাৰ ফলাফল খেলা-ধূলা আদিত যোগ্যতা প্ৰদৰ্শন কাৰ্য্যত শিক্ষা বিভাগ সন্তুষ্ট হৈ ১৯৪৭ চনতে এই নতুন স্কুল খনক স্বীকৃতি দান কৰিছিল আৰু এই শিক্ষা বিভাগৰ অনুগ্ৰহতে মই শিক্ষয়িত্ৰী ট্ৰেইনিং লবলৈ সুবিধা পাওঁ। কিন্তু সেই সময়ত গুৱাহাটীত বি, টি, কলেজ নোহোৱাত দুটি কণ কণ ল'ৰা-ছোৱালী লৈ শ্বিলঙৰ চেণ্ট মেৰীজ কলেজত এবছৰ পঢ়ি ১৯৫২ চনত B. T. পৰীক্ষাত উত্তীৰ্ণ হৈ ঘূৰি আহোঁ। ইয়াৰ পাছত নতুন উদ্যমেৰে কামত অগ্ৰসৰ

হওঁ। ইতিমধ্যে এই স্কুলৰ মেট্ৰিক পৰীক্ষাৰ ফলাফল অতি উৎকৃষ্ট হোৱাত স্কুলৰ ঘৰবাৰী সজা কাম সম্পূৰ্ণ হোৱাত এই হাইস্কুল হায়াৰ চেকেণ্ডৰী স্কুললৈ উন্নীত কৰা হয়। এই হাইয়াৰ চেকেণ্ডেৰী স্কুলৰ উপযুক্ত অধ্যক্ষা হবলৈ আকৌ এবছৰৰ কাৰণে 'ডেপুটেশ্বন লীভ' দি মোক এম, এ পঢ়িবলৈ পঠোৱা হয়। কিন্তু এম, এ, দুবছৰীয়া পাঠ্যক্ৰমৰ ঠাইত এবছৰহে ছুটী মঞ্জুৰ কৰাত সেই পৰীক্ষাত উত্তীৰ্ণ হব নোৱাৰিলো। কিন্তু আৰম্ভণিৰে পৰা এই স্কুলখন প্ৰতিষ্ঠিত হোৱাৰ দিন ধৰি প্ৰধান শিক্ষয়িত্ৰী হিচাবে থাকি কায়মনোবাক্যে, নিস্বাৰ্থ ভাবে আৰু একাগ্ৰতাৰে সেৱা আগবঢ়োৱাৰ বাবে বিশেষকৈ মোৰ জীৱন এই স্কুলৰ উন্নতিৰ কাৰণে উছৰ্গা কৰি দিয়াৰ বাবে, শেষত মোকেই স্থায়ী অধ্যক্ষা হিচাবে মনোনীত কৰিলে! স্কুলৰ প্ৰতি মোৰ কৰ্ত্তব্য আৰু জীৱন জোৰা নিস্বাৰ্থ সেৱাৰ বাবে ইয়েই মোৰ প্ৰতিদান বুলি মই মানি ললোঁ।

ইয়াৰ পাছত এই স্কুলখনে শিক্ষা-দীক্ষাকে আদি কৰি বহুমুখী ক্ষেত্ৰত দোপত দোপে উন্নতি কৰি অহা পৰিলক্ষিত হোৱাত শিক্ষা-বিভাগৰ তৰফৰ পৰা পুৰাপুৰি ভাবে গবৰ্ণমেন্টৰ হাতলৈ নিবলৈ স্থিৰ কৰি ১৯৬৪ চনত T. C. Govt Higher Secondary and Multipurpose স্কুললৈ ৰূপান্তৰিত কৰা হয়।

ইয়াৰ উপৰিও প্ৰত্যেক বছৰে স্কুল শিক্ষান্ত পৰীক্ষাত কেইবাটাকৈও স্থান লাভ (position) কৰি অহা বাবে কেইবাবাৰো লাইব্ৰেৰী গ্ৰান্ট পাঠ্যপুথি আৰু নানা ধৰণৰ সাহিত্য পুথি কিনিবলৈ, আৰু খেলা-ধূলাতো পাৰদৰ্শিতা দেখুৱাৰ বাবে Subsidiary grant আৰু স্কুলখনৰ উন্নতিৰ কল্পে গবৰ্ণমেন্ট তৰফৰ পৰা শকত অনুদান দি সৰ্ব্বতো প্ৰকাৰে এই স্কুলখনক উচ্চ শিখৰলৈ নিবলৈ সহায় কৰে। স্কুলখন চৰকাৰী হোৱাৰ পাছত ছাত্ৰী আৰু শিক্ষয়িত্ৰীৰ সংখ্যাও ক্ৰমাৎ বৃদ্ধি পোৱাত স্কুলত নতুন নতুন ঘৰ সজাবলৈ আৰম্ভ কৰা হয়। বিজ্ঞান আৰু কলা দুয়োটা বিষয়ৰ ক্লাচ লবলৈ সুবিধাজনক ভাবে প্ৰত্যেক বিষয়ৰ কোঠা সজাই দিয়াত কিমান যে কষ্ট স্বীকাৰ কৰিব লগীয়া হৈছিল— সেই বিলাক কথা ভাবি আচৰিত হৈ যাওঁ। প্ৰথম অৱস্থাত বিজ্ঞান শাখাৰ প্ৰেক্টিকেল ক্লাচ লবলৈ সুবিধাজনক বিজ্ঞানাগাৰ খুলি দিব নোৱাৰাৰ কাৰণে সাময়িকভাবে অন্য কলেজলৈ গৈ বিশেষকৈ কটন কলেজলৈ লৈ গৈ প্ৰেক্টিকেল ক্লাছ কৰিব লগাত পৰিছিলোঁ বুলি মোৰ ভালকৈ মনত আছে।

লাহে লাহে স্কুলৰ ঘৰ-দুৱাৰ সম্পূৰ্ণ হোৱাৰ পাছত বিজ্ঞান আৰু

কলা বিভাগৰ সকলোবিলাক পৰীক্ষাগাৰ অৰ্থাৎ Physics, Chemistry, Biology, Home Science, সুকুমাৰ কলা (Fine Arts )ৰ ড্ৰইং, Painting ; Music ৰ কাৰণে পৃথক পৃথক ভাবে সজাই দিয়াত শিক্ষক-শিক্ষয়িত্ৰী আৰু ছাত্ৰী সকলে সুকলমে ক্লাচ চলাবলৈ সুবিধা লাভ কৰিলে। ইয়াৰ ফলত ছাত্ৰীৰ সংখ্যা বাঢ়ি গৈ এহেজাৰৰ ওপৰ আৰু শিক্ষক-শিক্ষয়িত্ৰীৰ সংখ্যা ৬৫-৭০ জনলৈ বৃদ্ধি পাইছিল। এনেকৈয়ে সুখ্যাতিৰে ২৫ বছৰ পূৰ্ণ হৈ যোৱাৰ পাছত ১৯৭১ চনত এই স্কুলৰ ৰূপালী জয়ন্তী পাতিবলৈ যো-জা কৰা হয়। তেতিয়াৰ মুখ্যমন্ত্ৰী আছিল মহেন্দ্ৰ মোহন চৌধুৰী দেৱ। এই উদ্দেশ্যে চৰকাৰৰ তৰফৰ পৰা কিছু দান-বৰঙণিৰ আশা কৰি এই স্কুলৰ শিক্ষক-শিক্ষয়িত্ৰী সকলক লগত লৈ তেখেতৰ ওচৰ চপাত, তেখেতেও উদাৰ দৃষ্টি ভংগীৰে কিছু দান দিবলৈ আৰু ৰূপালী জয়ন্তী উৎসৱত পৌৰোহিত্য কৰিবলৈ সন্মতি প্ৰকাশ কৰে। চৰকাৰৰ তৰফৰ পৰা পোৱা দান আৰু বাইজৰ তথা ছাত্ৰী সকলৰ পৰা পোৱা বৰঙনিৰে সুচাৰুৰূপে এই ৰূপালী জয়ন্তী পাতিবলৈ সক্ষম হোৱাত মনত অতি আনন্দ লাভ কৰিছিলোঁ আৰু ইয়াকে মোৰ জীৱনৰ পৰম আনন্দৰ ঘটনা বুলি উল্লেখ কৰিব পাৰি। এই ৰূপালী জয়ন্তী উপলক্ষে এখন স্মৃতি গ্ৰন্থও সম্পাদনা কমিটীৰ তৰফৰ পৰা প্ৰকাশ কৰা হৈছিল ; তাত স্কুলৰ আৰম্ভণিৰে পৰা ৰূপালী জয়ন্তী উদ্‌যাপন কৰা সময়লৈকে সকলো ঘটনা বিশদ ভাবে সন্নিবিষ্ট কৰা হৈছিল— কেনেকৈ এমুঠি ছাত্ৰী আৰু ৪ গৰাকী শিক্ষয়িত্ৰীৰে আৰম্ভ কৰি এখন হাইস্কুল, সকলোৰে আশাশুধীয়া যত্নৰ ফলত এদিন "হাইয়াৰ চেকেণ্ডেৰী"— উচ্চ মাধ্যমিক বিজ্ঞান, কলা, গাৰ্হস্থ্য বিজ্ঞান সুকুমাৰ কলা, নৃত্যগীত আদি বহুমুখী বিদ্যালয়লৈ ৰূপান্তৰিত হৈ এদিন অসমৰ ভিতৰত এখন জাকত-জিলিকা বিদ্যালয় হিচাবে সমাজত স্বীকৃতি পাইছিল।

ইয়াৰ পাছত সুখ্যাতিৰে প্ৰায় সাত বছৰ কাম কৰাৰ পাছত ১৯৭৭ চনৰ ২০ মাৰ্চত মোৰ ৫৫ বছৰ বয়সত একেৰাহে প্ৰায় ৩২ বছৰ একেখন স্কুলতে কাম কৰি থকাৰ পাছত শিক্ষা বিভাগৰ পৰা হঠাতে এদিন মোলৈ হুকুম আহিল অৱসৰ লবলৈ। সেই মৰ্মে ১৯৭৭ চনৰ মাৰ্চ মাহৰ ২০ তাৰিখে মই ইমান দিনে ঐকান্তিক ভাবে তেজ দি গঢ়া এই অনুষ্ঠানটিৰ পৰা বিদায় লবলৈ বাধ্য হওঁ। কিন্তু মোৰেই দুৰ্ভাগ্য যে সেই সময়ত ৰাষ্ট্ৰপতিৰ শাসন (Emergency period) চলি থকাৰ কাৰণে মোৰ কোনো আবেদন-নিবেদন শিক্ষা বিভাগে গ্ৰহণ নকৰি মোক সেই তাৰিখতে স্কুলৰ উপাধ্যক্ষাৰ হাতত দায়িত্ব অৰ্পণ কৰি দি ওলাই আহিবলৈ নিৰ্দ্দেশ দিলে।

অথচ কেইমাহ মানৰ পাছতেই ৫৫ বছৰত অৱসৰ লোৱাৰ আঁচনি বদলি কৰি আকৌ ৫৮ বছৰ কৰা হ'ল।

এই ১৯৭৭ চনৰ ২০ মাৰ্চৰ দিনটোৱেই মোৰ বাবে চৰম দুৰ্ভাগ্যৰ দিন বুলি মোৰ ধাৰণা হ'ল। এনেকৈ কোনো সংস্থান নোহোৱাকৈ এবছৰ ঘৰতে নানা চিন্তা ভাবনাৰ মাজত ডুব গৈ থকাৰ পাছত এখন বেচৰকাৰী স্কুলৰ পৰা এটা প্ৰস্তাৱ আহিল যে— মোৰ আগৰ অভিজ্ঞতাকে মূলধন হিচাবে লৈ এই পিচ পৰি থকা হাইস্কুল খনক উপযুক্তভাৱে গঢ় দি এখন আদৰ্শ হাইস্কুললৈ উন্নীত কৰিব লাগে। বহুত ভাবি চিন্তি "নাৰীশিক্ষাই" মোৰ জীৱনৰ একমাত্ৰ ব্ৰত হিচাবে ধৰি লৈ অৱসৰ লোৱাৰ পাছতো এখন হিন্দী ভাষী মাৰোৱাৰী সম্প্ৰদায়ৰ স্কুলত নতুনকৈ কাম কৰিবলৈ সন্মতি প্ৰকাশ কৰিলোঁ। এনেকৈয়ে সেই স্কুলত প্ৰায় চাৰি বছৰ কাম কৰি স্কুলৰ কৰ্তৃপক্ষৰ মনত সন্তোষ দি ১৯৮৩ চনত সেই স্কুলৰ পৰাও অৱসৰ লৈ ওলাই আহোঁ।

বৰ্ত্তমান মই মোৰ আমবাৰী ঘৰত বহি অতীতৰ কাৰ্য্য-কলাপৰ ৰোমন্থন কৰি দিন কটাইছোঁ আৰু লগে লগে সাধ্য অনুসাৰে সামাজিক কামত নিজকে ব্যস্ত কৰি ৰাখিবলৈ যত্ন কৰিছোঁ। মানুহ সমাজ প্ৰিয়,— আৰু সামাজিক ৰীতি-নীতি মানি চলিলে মনলৈ শান্তি আহে, নহ'লে মনটো দুষ্ট বুদ্ধিৰ লীলাভূমি হৈ পৰে, আৰু নানা অশান্তিৰ সৃষ্টি কৰে।

আগতেই মই কৈ আহিছো যে স্বামীৰ মৃত্যুৰ পাছত দুটি নিচেই সৰু ল'ৰা-ছোৱালী লৈ কেনেকৈ নান ঘাত-প্ৰতিঘাতৰ মাজেদি কৰ্ম্ম ক্ষেত্ৰত আগবাঢ়ি আহিছো। প্ৰথম অৱস্থাত নিজৰ স্থায়ী ঘৰ এখন নোহোৱাত ভাড়া ঘৰে, ভাড়া ঘৰে ৮/৯ বছৰ অতি কষ্টেৰে কটোৱাৰ পাছত মোৰেই মাহী শাহু এগৰাকীৰ কৃপাত আৰু তেখেতৰ আশ্ৰয়ত ইয়াৰে পঞ্চবটী আশ্ৰমতে এটি সৰু ঘৰ সাজি থাকিবলৈ সুবিধা পাওঁ। কিছুদিন এইদৰে থকাৰ পাছত গবৰ্ণমেণ্টৰ তৰফৰ পৰা নতুন আমবাৰী এলেকাত মাটি বিতৰণৰ সম্ভেদ পাই এখন দৰ্খাস্ত কৰি এটি ঘৰ সাজিবৰ জোখাৰে অলপ মাটিৰ দখলী স্বত্ব পাওঁ আৰু তাকে প্ৰিমিয়াম দি দখল কৰি (Low lying area) দ' মাটি হোৱাৰ কাৰণে ৩/৪ বছৰ সেই মাটিখিনি উপযুক্ত কৰি লওঁতেই মোৰ আৰ্থিক অৱস্থা অতি শোচনীয় হৈ উঠিছিল। পাছত অৱশ্যে Middle income group ৰ Housing loan এটা লৈ তাতে এটা Assam type ৰ ঘৰ এটা কৰিবলৈ সমৰ্থ হওঁ। সেই সময়ত মোৰ ভাগ্য ভাল যে মোৰ পিতৃ মোৰ লগতে থাকি এই ঘৰখন সজাই লোৱাত সৰ্ব্বতো প্ৰকাৰে সহায়

কৰিছিল।

ইতিমধ্যে মোৰ ল'ৰা-ছোৱালী দুয়োটা ক্ৰমাৎ ডাঙৰ হৈ আহিল— সিহঁতৰ ভৰণ-পোষণ আৰু শিক্ষা-দীক্ষাৰ ফালেও যথেষ্ট যত্ন লব লগাত পৰিছিল। ছোৱালীটিয়ে মোৰ নিজৰ স্কুল অৰ্থাৎ "তাৰিণী চৌধুৰী উচ্চতৰ মাধ্যমিক বহুমুখী বিদ্যালয়ৰ" পৰা সুখ্যাতিৰে কলা বিভাগত প্ৰথম বছৰৰ বহুমুখী বিদ্যালয়ৰ শিক্ষান্ত পৰীক্ষাত কৃত্তিত্বৰে উত্তীৰ্ণ হয়, আৰু ল'ৰাটিয়ে স্থানীয় হাইস্কুল এখনৰ পৰা অৰ্থাৎ কলেজিয়েট হাইস্কুলৰ পৰা মেট্ৰিক পৰীক্ষা দি উত্তীৰ্ণ হৈ কলেজত নাম লগাবলৈ সাজু হয়। ইয়াৰ লগে লগে ১৯৬৪ চনত আমবাৰীৰ এই নতুন ঘৰলৈ আহিবলৈ সক্ষম হওঁ— আৰু লগতে মোৰ ছোৱালীজনীৰ বিয়া পাতি দিবলৈকো যো-জা কৰো। ইতিমধ্যে ল'ৰা-ছোৱালী দুয়োটাকে বি, এ, পাচ কৰি ওলোৱালৈকে মই কিমান যে অহোপুৰুষাৰ্থ কৰিব লগা হৈছিল তাৰ বৰ্ণনা দিবলৈ মই এতিয়া অপাৰগ। তাৰ বাবে মই ক্ষমা বিচাৰিছোঁ। আনপিনে মোৰ লগত থকা ভাই-ভনী কেইটিয়ে উপযুক্ত শিক্ষা লাভ কৰি লগে লগে একোটা একোটা সংস্থান লৈ নিজ নিজ ঠাইত সংস্থাপিত হৈছিল— ইয়েই মোৰ এক প্ৰকাৰ আনন্দৰ বিষয় হৈছিল।

এনেকৈয়ে মোৰ পাৰিবাৰিক আৰু সাংসাৰিক কৰ্ত্তব্য শেষ কৰোঁ বুলি মনস্থ কৰি ১৯৬৫ চনত ছোৱালীটিক উপযুক্ত ভাবে শিক্ষিতা কৰি এজন উপযুক্ত শিক্ষিত যুবকৰ লগত বিয়া পাতি দি মোৰ প্ৰথম কৰ্ত্তব্য শেষ কৰা বুলি মনতে সান্ত্বনা লাভ কৰিলোঁ। ইয়াৰ পাছতে ল'ৰাটিয়েও যথাযোগ্য শিক্ষা লাভ কৰাৰ পাছত আৰু নিজৰ এটা সংস্থান যোগাৰ কৰি লোৱাৰ পাছত— তেওঁৰো সংসাৰখন পাতি দিবলৈ মনস্থ কৰি এগৰাকী শিক্ষিতা যুৱতীৰ লগত বিয়া পাতি দি সংসাৰৰ সকলো দায়িত্ব তেওঁলোকৰ ওপৰতে জাপি দি সৰ্ব্বতো প্ৰকাৰে মই সাংসাৰিক চিন্তাৰ পৰা মুক্ত হবলৈ যত্ন কৰিলো— আনপিনে এই অৱসৰৰ সময়খিনি নাযায় নুপুৱাই যেন লগাত, মোৰ নিত্য কৰ্ম্মৰ বাহিৰে বাকী সময়খিনি, সামাজিক কামত খটুৱাবলৈ সমাজ কল্যাণ পৰিষদ, মহিলা সমিতি আৰু পৰিয়াল কল্যাণ অনুষ্ঠান আদিত যোগ দি সমাজ সেৱাৰ কামত আত্মনিয়োগ কৰিবলৈ যত্ন কৰিছোঁ।

আগতে কৈ আহিছো যে মোৰ পিতৃ এজন আজীৱন কংগ্ৰেছ কৰ্ম্মী আৰু স্বাধীনতা যুঁজাৰু আছিল; সেই কাৰণে তেখেতৰ ঘৰখনত এক ৰাজনৈতিক সচেতনতাই গা কৰি উঠাত আমি অৰ্থাৎ তেখেতৰ ল'ৰা-ছোৱালী কেইটিয়ে সৰুৰে পৰাই এই বিষয়ে যথেষ্ট শিক্ষা পাইছিলোহঁক। বিশেষকৈ তেখেতৰ আশ্ৰয়ত ডাঙৰ-দীঘল হোৱা আটাইবিলাক ল'ৰা-ছোৱালীয়ে, সৰুৰে পৰা

খদ্দৰৰ কাপোৰ পিন্ধা, নিজে সূতা কাটি (যঁতৰ বা টাকুৰীত) সেই সূতাৰে কাপোৰ বোৱা, স্বাৱলম্বী হোৱা অৰ্থাৎ সাধ্যানুসাৰে নিজৰ কাম নিজে কৰা, সদায় সন্ধিয়া সময়ত খেলা-ধূলা কৰি আহি হাত ভৰি ধুই ডাঙৰৰ লগতে প্ৰাৰ্থনা সভাত যোগ দি একেলগে প্ৰাৰ্থনা কৰি তেখেত সকলৰ উপদেশ মন দি শুনা আদি নিত্য-নৈমিত্তিক কামত ব্ৰতী আছিলোহঁক। ইয়াৰ বাদেও মোৰ দেউতা যেতিয়া অসহযোগ আন্দোলনত যোগ দি কাৰাবৰণ হৈ জেললৈ যাব লগীয়াত পৰিছিল তেতিয়াও তেখেতক জেলত সূতা কাটিবলৈ কপাহ ধুনি পাঁজি কৰি দি সেই সূতা আনি তেখেতৰ কাৰণে কাপোৰ বৈ দিয়াৰ দায়িত্বও লব লগাত পৰিছিলোঁ। ইয়াৰ বাহিৰেও কংগ্ৰেছ কৰ্মীৰ পোছাক, পতাকা (Flag), বেজ আদিও আমি ঘৰতে চিলাই দি ৰাজনৈতিক কামত সাধ্যানুসাৰে সহায় সহযোগ আগবঢ়াই মনতে শান্তি লাভ কৰিছিলোহঁক। ইযাৰ মাজে মাজে পলাতক অৱস্থাত থকা কংগ্ৰেছ কৰ্মী সকলক বিশেষকৈ শ্ৰীলক্ষ্মী প্ৰসাদ গোস্বামীকে আদি কৰি অনেকেকে নিজৰ ঘৰত আশ্ৰয় দি তেখেত সকলৰ সেৱা-শুশ্ৰূষাৰ দায়িত্বও মূৰ পাতি লৈ দেশ সেৱাৰ কামত ব্ৰতী হৈ নিজকে ধন্য মানিছিলোঁ। মোৰ ভালকৈ মনত আছে— স্বাধীনতা আন্দোলনৰ সময়ত মোৰ পিতৃৰ ঘৰখন আছিল সেই সময়ৰ কংগ্ৰেছ কৰ্মীৰ আশ্ৰয়ৰ স্থল। মোৰ আইতা, মা, খুড়ী, পেহী, মাহী আটায়ে সেই সময়ত তেখেত সকলৰ প্ৰতি সাধ্যানুসাৰে সেৱা-শুশ্ৰূষা আগবঢাই নিজকে কৃতাৰ্থ মানিছিল— যিহেতু মোৰ দেউতা ঘৰৰ মূৰব্বী গৰাকীয়েই দেশ মাতৃৰ স্বাধীনতাৰ কাৰণে জীৱন উছৰ্গা কৰি আদৰ্শ দেখুৱাই গৈছিল;— ইয়াৰ পৰিণামত এদিন তেখেত মুক্তি যুঁজাৰু হিচাবে স্বীকৃতি লাভ কৰিবলৈ সক্ষম হৈছিল— আৰু আমি তেখেতৰ সন্তান হিচাবে ৰাজনীতিত সক্ৰিয় অংশ গ্ৰহণ কৰিবলৈ সুযোগ সুবিধা নাপালেও সেই সময়ত মেল-মিটিং শোভা যাত্ৰা আদিত যোগ দিয়া আৰু গান্ধীজীৰ ওঠৰ দফীয়া গঠন মূলক আৰু সমাজ সংস্কাৰৰ কামত ব্ৰতী হৈ নিজকে সৌভাগ্যৱতী বুলি ভাবিছিলোঁ।

"১৯৪৭ চন"— দেশৰ এটি গৌৰৱপূৰ্ণ ঐতিহাসিক চন। এই চনতে ১৫ আগষ্টত আমাৰ দেশে স্বাধীনতা লাভ কৰিছিল। সেই সময়ত আমি নাৰী পুৰুষ উভয়ে সমানে এই স্বাধীনতাৰ ওপৰত বিশেষ গুৰুত্ব দিছিলো আৰু আটায়ে তৃপ্তি লাভ কৰিছিলোহঁক। কাৰণ এই মুক্ত পৰিবেশত মুকলি মনেৰে হাঁহিবলৈ, মন খুলি কথা পাতিবলৈ আৰু সমাজৰ অন্যায়ৰ বিৰুদ্ধে প্ৰতিবাদ কৰিবলৈ আৰু শক্তি আহৰণ কৰিবলৈকো সক্ষম হৈছিলো। এই প্ৰসংগতে উল্লেখ নকৰি নোৱাৰো যে স্বাধীনচিতিয়া দেশকৰ্মী সকল যথা

স্বনামধন্য ড° ভূবনেশ্বৰ বৰুৱা, মুখ্যমন্ত্ৰী গোপীনাথ বৰদলৈ, বিষ্ণুৰাম মেধি, অমিয় কুমাৰ দাস, ড° ঘনশ্যাম দাস আদি অনেক হিতাকাংখী পুৰুষ সকল প্ৰধান পৃষ্ঠপোষক হৈ থকাৰ কাৰণে মোৰ অতি আদৰৰ এই অনুষ্ঠান "তাৰিণী চৌধুৰী" স্কুলখনেও সমাজ সেৱা, দেশ সেৱা আদি অনেক গঠনমূলক কামত আগভাগ লৈ সেই সময়ত ভূয়সী প্ৰশংসা লাভ কৰিবলৈ সমৰ্থ হৈছিল।

মোৰ ভালকৈয়ে মনত আছে— এসময়ত বিশিষ্ট সমাজ কৰ্মী দুৰ্গাবাঈ দেশমুখ আৰু তেখেতৰ স্বামী পৰিকল্পনা আয়োগৰ চেয়াৰমেন চিন্তামণি দেশমুখ আহি এই স্কুলৰ ছাত্ৰী সকলৰ বুনিয়াদী শিক্ষা (Work Experience) আৰু নানা ৰকমৰ হাতৰ কামৰ প্ৰদৰ্শনী এখন পৰিদৰ্শন কৰি সন্তোষ প্ৰকাশ কৰি কৈছিল, "একাডেমিক শিক্ষাৰ লগে লগে এই অনুষ্ঠানটিয়ে নাৰীক স্বতন্ত্ৰতা আৰু স্বাৱলম্বীতাত সক্ষম কৰি তুলিবলৈকো প্ৰাণপনে যত্ন কৰা পৰিলক্ষিত হৈছে"। শেষত ইয়াকে কৈ এই অনুষ্ঠানৰ সকলো দিশতে উত্তৰোত্তৰ উন্নতিৰ কামনা কৰি তেখেতৰ অভিমত প্ৰকাশ কৰিছিল।

আজি জীৱনৰ এই বিয়লি বেলাত এই কথাকে সুঁৱৰি আনন্দ পাইছো যে যিখন স্কুলৰ জন্ম লগ্নৰ পৰাই মই জড়িত হৈ আছো ই এখন আদৰ্শ অনুষ্ঠানেই নহয়, শৈক্ষিক পৰিবেশৰ লগতে এই অনুষ্ঠানে নাৰীক স্বতন্ত্ৰতা আৰু স্বাৱলম্বীতাত সক্ষম কৰি তুলিবলৈকো সমানে অনুপ্ৰেৰণা যোগাই আহিছে— ই স্বাধীন ভাৰতৰ এক শুভ লক্ষণ। আজিৰ যুগ সলনি হৈছে। সমাজৰ ঐক্য সংহতি, কৃষ্টি সংস্কৃতি, নাৰীৰ মান-মৰ্য্যদা অক্ষুণ্ণ ৰাখিব লাগিব ছাত্ৰী সকলেই। প্ৰকৃত শিক্ষাৰে শিক্ষিত হৈ দেশৰ আৰু দহৰ সন্মান বজাই ৰাখি প্ৰগতিৰ পথত আগুৱাই যোৱা দেখিলেই মনত শান্তি পাম। সৰ্ব্বশেষত মোৰ শেষ কথা হিচাবে ইয়াকে কব খুজিছো— যে উক্ত অনুষ্ঠানটিৰ প্ৰতিস্থাপক প্ৰধান শিক্ষয়িত্ৰী হিচাবে জীৱন জুৰি কৰা কৰ্ম্মৰ বিনিময়ত সামাজিক তথা ৰাষ্ট্ৰীয় সন্মান লাভৰ সৌভাগ্য অৰ্জ্জন কৰিব নোৱাৰিলেও সুযোগ্যা ছাত্ৰী সকলে দেখুওৱা কৃতিত্বই মনত অপাৰ আনন্দ দিয়ে। বিশেষকৈ ৰাজনীতি বিষয়ত শ্ৰীমতী ৰেণুকা দেৱী বৰকটকী, সাহিত্য কলা সংস্কৃতি আদি বিষয়ত সন্মান লাভ কৰা শ্ৰীমতী মামণি ৰয়চম গোস্বামী, প্ৰশাসনীয় বিষয়া শ্ৰীমতী শুচিব্ৰতা ৰায় চৌধুৰী, গল্প উপন্যাসিকা ডলী তালুকদাৰ, আৰতি দাস বৈৰাগী, মঞ্জুমালা দাস, মলয়া ৰাজখোৱা আৰু শিক্ষা বিষয়ত শ্ৰীমতী ৰেণু দেবীৰ নিচিনা ছাত্ৰী সকলৰ কৃতিত্বৰ গৌৰৱেৰে গৌৰৱান্বিত হৈ জীৱনৰ শেষ দিন কেইটা শান্তিৰে কটাব পাৰিম বুলি মনতে ধাৰণা কৰি আজিলৈ বিদায় মাগিলো। □

উষা বৰঠাকুৰ

# মই এৰি থৈ অহা দিনবোৰ



১৯১৩ চনৰ কথা।

'হেৰা শুনিছানে? আমাৰ মিতাৰ ছোৱালী অৰুণাই বি, এ, পাছ কৰিলে বুলি টেলিগ্ৰাম আহিছে; তোমাৰ ছোৱালীয়ে কেতিয়াবা বি, এ, পাছ কৰিব পাৰিবনে?'— এয়া আমাৰ পিতাই কৰ্টৰ পৰা গৌৰৱৰ বাৰ্ত্তা কঢ়িয়াই আনিছিল 'মা'লৈ— উত্তৰত মাই কোৱা মনত পৰে— 'মোৰ ছোৱালীয়ে সময় আৰু সুবিধা পালে বি, এ, পাছ কৰিব কিয় নোৱাৰিব? আমি আকৌ তাৰ কাৰণে সুবিধা আৰু সময়ো দিব নালাগিব জানো?' [সেই সময়ত ছোৱালীয়ে নালাগে ল'ৰায়ো বি, এ, পাছ কৰিলে ডাঙৰ কৈ ভোজ ভাত দি আনন্দ প্ৰকাশ কৰিছিল।] এয়া হৈছে ১৯১৩ চনৰ মোৰ ৮ বছৰ বয়সৰ কথা। মই আৰু মোৰ বাইদেউৱে স্কুলৰ পৰা আহি শাকনিবাৰীত পানী দি আছিলো— মাই বাৰীত শাক তুলি থকা অৱস্থাতে পিতাই আনন্দত অধীৰ হৈ মনৰ ভাৱ 'মা'ৰ আগত ব্যক্ত কৰিছিল; কিয় কব নোৱাৰো— এই গোটেই কথা খিনিয়েই মোৰ মনত আজিও সজীৱ হৈ আছে। কলিকতাৰ ৰসৰাজ ৺লক্ষ্মীনাথ বেজবৰুৱাৰ পৰা পিতালৈ তেখেতৰ বৰ জীয়েক অৰুণাই পাছ কৰা শুভ বাৰ্ত্তা টেলিগ্ৰামৰ যোগেৰে জনাইছিল। ৺লক্ষ্মীনাথ বেজবৰুৱাৰ লগত আমাৰ পিতাৰ বন্ধুত্ব স্থাপন হয় কলিকতাত দুয়ো বি, এ, শ্ৰেণীৰ সহপাঠী হৈ থাকোতেই। দুয়োৰো একে নাম হোৱাৰ কাৰণে দুয়ো দুয়োকে 'মিতা' বুলি মাতিছিল আৰু তেওঁলোকৰ মাজত গভীৰ বন্ধুত্ব আছিল বুলি আমি জানিছিলো। পিতাৰ এই আনন্দৰ খলকনিয়ে মোৰ অন্তৰৰ কোনোবা ঠাইত বিজুলীৰ দৰে শিহৰণ তুলি অন্তৰতে যেন কৈ উঠিল— 'ইস্ আমি বা কিয় নোৱাৰিম?' কোনে জানে মোৰ পিছৰ জীৱনৰ কষ্টসাধ্য পৰিশ্ৰমৰ ইঙ্গিত হয়তো এই শিহৰণে দি গ'ল! অৱশ্যে ই মোৰ

কাল্পনিক অনুভূতিহে মাত্ৰ।

গুৱাহাটীৰ উজানবজাৰৰ বৰুৱা পৰিয়ালৰ পিতা স্বৰ্গীয় লক্ষ্মী প্ৰসাদ বৰুৱা আৰু মা স্বৰ্গীয়া লক্ষ্মীপ্ৰিয়া বৰুৱাৰ মই নৱম সন্তান আছিলো। তেওঁলোকৰ ৬ জন ল'ৰা আছিল— ৺গুৰু প্ৰসাদ বৰুৱা, ৺কালী প্ৰসাদ বৰুৱা, ৺ৰাধিকা প্ৰসাদ বৰুৱা, ৺গঙ্গা প্ৰসাদ বৰুৱা, ৺ভৱানী প্ৰসাদ বৰুৱা আৰু শ্ৰীমান দেৱী প্ৰসাদ বৰুৱা। ছোৱালী ৫ গৰাকী ৺সোণগুটি দেৱী, ৺স্বৰ্ণলতা দেৱী, ৺কমলা দেবী, শ্ৰীযুতা হেমলতা বেজবৰুৱা আৰু মই [উষা বৰঠাকুৰ]।

পিতা তেজপুৰত চৰকাৰী চাকৰি কৰি আছিল কাৰণে আমি সৰু কালছোৱা তেজপুৰতে কটাব লগীয়া হৈছিল। মই আৰু মোৰ বাইদেউ শ্ৰীযুতা হেমলতা বেজবৰা তেজপুৰৰ টাউন হলত বহা এম, ভি স্কুলখনতে পঢ়িছিলোঁ। মোৰ বাইদেউ শ্ৰীযুতা হেমলতা বেজবৰা ১২ বছৰ বয়সত এল, পি, পাছ কৰাৰ পাছতে বিয়া হয়— যোৰহাটৰ অধিবক্তা ৺গোপীনাথ বেজবৰাৰ লগত। মই ১৯১৫ চনত প্ৰাইমেৰী পাছ কৰাৰ পাছতে পিতা নগাৱলৈ বদলি হোৱাত গোটেই পৰিয়ালটো গুৱাহাটীৰ ঘৰত থাকিব লগীয়া হ'ল আৰু আমাৰ পঢ়া-শুনাও সিমানতে অন্ত পৰিল। এই সময়খিনিতে গুৱাহাটীৰ ৰক্ষণশীল ব্ৰাহ্মণ সমাজৰ শিক্ষাবিদ্ পৰিয়াল এটাৰ মই বলি হোৱাৰ যি উপক্ৰম হৈছিল— সি আজিও মনত পৰিলে গা শিঁঞৰি উঠে!

পিতা তেতিয়া নগাওঁত। মই ১২ বছৰত ভৰি দিয়াৰ লগে লগে মা-পিতা মোৰ বিয়াৰ কাৰণে অস্থিৰ হৈ পৰিল। কাৰণ সেই সময়ত ৰক্ষণশীল সমাজৰ ব্ৰাহ্মণ পৰিয়ালৰ কন্যাক 'পুষ্পিতা' হোৱাৰ আগতে বিয়া দিব লাগে। *যদি কেনেবাকৈ বিয়াৰ আগতে 'পুষ্পিতা' হয় তেওঁক জাতৰ বাহিৰ কৰি ৰখা হৈছিল। এনে নিষ্ঠুৰতাৰ মই বলি হব লগীয়া হয় বুলি মা-পিতা* অস্থিৰ হৈ পৰিল মোৰ দৰা ঠিক কৰিব নোৱাৰি। এনে অৱস্থাতে পিতাৰ নগাৱৰ পৰা মালৈ এখন চিঠি আহিল; হয়তো সেই চিঠিখনেই মোৰ জীৱনলৈ ৰক্ষণশীল সমাজৰ প্ৰতি অলক্ষিতে বিদ্ৰোহৰ ভাব আনি দিলে। চিঠিখনৰ সাৰমৰ্ম্ম আছিল এনে— "যিহেতু উষাৰ দৰা ঠিক হোৱা নাই এই চিঠি পোৱাৰ লগে লগে তেওঁক কোনো পুষ্টিকৰ খাদ্য যেনে গাখীৰ, ঘিউ, মাখন, মাছ, মাংস, কণী, নিমখ আদি খোৱা বন্ধ কৰি দিব লাগে (যাতে স্বাস্থ্য সবল হৈ পুষ্পিতা নহয়) আৰু তেওঁক আইজাললৈ [সেই সময়ত দাদা ৺গুৰুপ্ৰসাদ বৰুৱা D. S. P. হৈ আইজালত আছিল] কিছুদিনৰ কাৰণে পঠিয়াই দিব লাগে, যাতে সমাজৰ চকুৰ পৰা অলপ আঁতৰি থাকিব পাৰে।" সেই সময়ত সমাজৰ শক্তি ইমান প্ৰৱল আছিল যে শিক্ষাবিদ

সকলকো কুসংস্কাৰৰ দ্বাৰাই নিৰ্মম আৰু অন্ধ কৰি তুলিছিল।

ভগৱানৰ অশেষ কৃপাত মা-পিতা সন্তানৰ পৰিত্ৰাণৰ কাৰণে কৰা চিন্তাৰ পৰা মুক্ত হ'ল— আৰু ময়ো সেই সময়ৰ অন্ধ সমাজখনৰ বলি হ'বলৈ নেপালো।

নগাওঁৰ কলিযাবৰৰ দুলাল মাধব দেৱালয়ৰ বিখ্যাত বৰঠাকুৰ পৰিয়ালৰ স্বৰ্গীয় পদ্মকান্ত বৰঠাকুৰৰ প্ৰথম পুত্ৰ -চন্দ্ৰনাথ বৰঠাকুৰৰ লগত (তেতিয়া তেখেতে কলিকতাত বি, এ পঢ়ি আছিল।) ১৯১৭ চনৰ ৬ এপ্ৰিলৰ দিনা ১২ বছৰ বয়সত মই বিবাহ পাশত আৱদ্ধ হওঁ।

১৯১৯ চনৰ বিজয়া দশমীৰ দিনা মোক শান্তি বিয়া দি কলিযাবৰৰ গাৱঁত থকা শহুৰৰ ঘৰৰ বিবাট পৰিয়াল এটিৰ মাজলৈ পঠিয়াই দি পিতৃ-মাতৃ কন্যাদায়ৰ মহান দায়িত্বৰ পৰা ৰক্ষা পৰিল।

মোৰ তেতিয়া ১৪ বছৰত সোমাইছে মাত্ৰ। ১৩ বছৰ কাল টাউনীয়া জীৱনৰ প্ৰাণহীন বাহ্যিকতাৰ মাজত ডাঙৰ-দীঘল হৈ দুলাল মাধৱ গাৱৰ মাজেৰে কলং নদী বৈ যোৱা শীতল পৰিবেশৰ মাজত গছ-গছনিৰে বেষ্টিত হৈ থকা এখনি আহল-বহল "বঙ্গলা" ঘৰত বোৱাৰী জীৱনৰ পাতনি মেলিলো।

সেই সময়ত চাপৰমুখৰ পৰা শিলঘাটলৈ যাবলৈ ট্ৰেইনৰ কোনো ব্যৱস্থা নাছিল কাৰণে গুৱাহাটীৰ পৰা মোৰ স্বামী আৰু দাদাৰ লগত জাহাজেৰে আহি শিলঘাটত নামিলো। লগে লগে এখন সজাই পৰাই অনা দোলাত বহি বৰজাপি গায়ন-বায়নেৰে বেষ্টিত হৈ ৫ মাইল দূৰৰ দুলাল গাৱত বৰঠাকুৰৰ প্ৰথম বোৱাৰী হিচাপে সোমাইছিলোঁহি।

এহতীয়া ওৰ্বণিৰে ঘৰ সোমাওঁতে যদিও মই বাহিৰৰ একোকে দেখা নাছিলোঁ গাৱৰ স্নিগ্ধ শীতল প্ৰকৃতি জগত খনে কিবা এটা অজানিত আনন্দেৰে মোক আকোৱালি লৈছিল যেন ভাব হৈছিল। হয়তো সেই সময়ত কিশোৰী জীৱনৰ চঞ্চলতাৰ প্ৰভাৱত কিবা এটা নতুন জীৱন উপভোগ কৰাৰ বাহিৰে বোৱাৰী জীৱনৰ বিৰাট দায়িত্বৰ বিষয়ে একোকে সন্ধান পোৱা নাছিলোঁ।

বৰঠাকুৰৰ ঘৰত দুজন শহুৰ [দুয়ো ককাই-ভাই], তিনিগৰাকী শাহু, ৯ জন দেওৰ আৰু তিনি গৰাকী ননন্দক লৈ এটা বিৰাট যুটীয়া পৰিয়ালত সোমাই মোৰ চঞ্চল কিশোৰী মনটোৱে নতুনত্বৰ সোৱাদ লবলৈ আত্মহাৰা হৈ পৰিছিল।

জন্ম দিয়েই মাতৃ ঢুকোৱাত মোৰ স্বামীক যি গৰাকী খুৰীয়েকে নিজৰ স্তন খুৱাই ডাঙৰ দীঘল কৰি মাতৃত্বৰ স্থান অধিকাৰ কৰিছিল,— তেখেতৰ আৰু মোৰ মাহী শাহুৰ কোমল অথচ কঠোৰ শিকনিৰ মাজেৰেই গাঁৱৰ

বোৱাৰীৰ সকলো কাম যেনে— চাৰি বজাতে উঠি বাহী চোতাল সৰাৰ পৰা আৰম্ভ কৰি গাখীৰ খীৰোৱা, গোবৰ পেলোৱা, বাচন মজা, কপাহ নেওঠা, তুলা ধুনা, পাঁজি বটা, সূতা কটা, ধান বনা, চিৰা খুন্দা, লগুণৰ সূতা কটা, লগুণ সজা ইত্যাদি কামসমূহ আয়ত্ব কৰাত সকলোৰে প্ৰশংসাৰ পাত্ৰ হৈ পৰা কথা মনলৈ আহিছে। মোৰ খুৰীশাহু এগৰাকী লক্ষী স্বৰূপা নাৰী আছিল। তেখেতৰ কীৰ্ত্তন পুথিখন কণ্ঠস্থ আছিল। মই অকলশৰে থকা অৱস্থাত মোক তেখেতৰ লগত শুৱাই, শুবৰ সময়ত কীৰ্ত্তনৰ একোটিকৈ ঘোষা আওৰাই আৰু লগতে বিছনাত সৰু যঁতৰ এটি লৈ (গান্ধী যঁতৰ) একোটাকৈ সূতা লাহি কটাৰ পিছত হে গাৰুত মূৰ দিবলৈ শিকাইছিল। এইদৰেই মই কীৰ্ত্তনৰ পদ মুখস্থ কৰিবলৈ সমৰ্থ হৈছিলোঁ। সেই গৰাকী মহান মাতৃৰ ওচৰত মই জীৱন ভৰি চিৰ ঋণী হৈ আছো।

গাৱঁলৈ আহিয়েই মই ধান ভৰা ভঁৰাল, মৰণা মৰা চোতাল, গৰু ভৰা গোহালি আদি দেখি আনন্দত অভিভূত হৈ পৰা মনটোৱে, গাৱৰ সকলো ৰীতি-নীতি (দিনে তিনিবাৰকৈ গা ধোৱা, দিনৰ ভাগত শোৱনি ঘৰত নোসোমোৱা ইত্যাদি) বিধি-ব্যৱস্থাক অতি সহজ ভাবে শিকি লৈ আনন্দেৰে পালন কৰাৰ কথা মনলৈ আহে।

এনে সময়তে এদিনৰ ঘটনা এটি মনত পৰিলে আজিও হাঁহি উঠে। নতুন বোৱাৰী হিচাবে মাধৱ দেৱালয়লৈ সেৱা কৰিবৰ কাৰণে আই সকলৰ লগত যাব লাগে। গেৰুৱা লেটাই মেখেলা পিন্ধা, ৰিহা চাদৰ লৈ এহতীয়া ওৰণিৰে মূৰত সৰু দৈয়া জাপি এটা দি যেতিয়া মোক সজাই পৰাই দেৱালয়লৈ লৈ যাবলৈ উলিয়াই ললে, মই একোকে নেদেখি খোজ কাঢ়িব নোৱাৰি হতভম্ব হৈ কোনোমতে খুপি-খুপি খোজ কাঢ়ি যাওঁতে ওচৰত থকা গাৱৰ ডেকা ল'ৰাবিলাকে হাত চাপৰি মাৰি হাঁহিবলৈ ধৰিলে। মই বৰ লাজ পাই বাটতে বহি লৈ কান্দিবলৈ ধৰাত আই সকলে ল'ৰাহঁতক দনিয়াই মোক মৰম কৰি গোসাঁই ঘৰলৈ লৈ যোৱা ছবিটো মোৰ দৃশ্য পটত ভাঁহি উঠে।

টাউনৰ ছোৱালী হিচাপে ময়েই প্ৰথম দু'লাল গাৱঁত (কলিয়াবৰৰ) বোৱাৰী হৈ সোমাইছিলোঁ কাৰণে বোধকৰো গাৱঁৰ ডেকা-গাভৰুৱে মোৰ দীঘল ওৰণিৰে কাঢ়িব নজনা প্ৰতিটো খোজ-কাটলকে বৰ কৌতূহলৰে চাই আনন্দ উপভোগ কৰিছিল যেন লাগে। মই গাৱঁৰ ঘৰত থকা সময় খিনিত মোক যাতে আই সকলে কোনো টান কাম কৰিবলৈ দি কষ্ট নিদিয়ে তাৰ কাৰণে শহুৰ দুইজনে তেওঁলোকক বাৰে বাৰে সতৰ্ক কৰি দিছিল। মই মনে মনে ঢেকীশাললৈ গৈ চিৰা খুন্দা ধান বনা আদি কামত আই সকলৰ

লগত যোগ দি আনন্দ উপভোগ কৰিছিলোঁ।

১৯২২ চনত নগাওঁ জিলাৰ আমোলাপট্টিত এডোখৰ মাটি কিনি ঘৰ কৰি খুৰাশহুৰে (৺ভবেশ্বৰ বৰঠাকুৰ) আমাক অৰ্থাৎ খুৰীশাহু আৰু দুয়ো ভাই ককাইৰ ল'ৰা ছয়জনেৰে (স্কুলত পঢ়াবৰ কাৰণে) সৈতে মোক নগাওঁ টাউনত থাকিবলৈ ঠিক কৰি দিয়ে। সেই সময়ত মোৰ স্বামীয়ে গুৱাহাটীত ল' পৰীক্ষা দিবলৈ এৰি কংগ্ৰেছৰ কামত ব্যস্ত হৈ পৰাত খুৰাশহুৰে বেছি দিন গাৱঁত থাকিলে মোৰ কষ্ট হব বুলি এই ব্যৱস্থা লৈছিল।

গাৱঁত আই সকলৰ ওচৰত শিকা শিক্ষাকে এই সুযোগতে কাৰ্য্যকৰী কৰিবলৈ সুবিধা লৈ তুলা ধুনি, কপাহ কাটি কাপোৰ বৈ কাপোৰত ৰং দি পাঞ্জাবী পেন্ট আদি কলত ঘৰতে চিলাই কৰি দেওৰ কেইজনক পিন্ধাই অৰ্থনৈতিক সমস্যাৰে পৰিপূৰ্ণ নতুনকৈ পতা ঘৰ খনত বহুখিনি খৰচৰ যোগান ধৰি মনলৈ আত্মবিশ্বাস আনিবলৈ সুযোগ পাই আনন্দ পাইছিলোঁ। এই সময়ত ঘৰৰ সকলো কাম নিজে কৰাৰ উপৰিও ৰাতি এপৰলৈকে চালিমাৰিত হাৰিকেন লেম্প আৰি লৈ কাপোৰ বৈ ল'ৰা-ছোৱালীক পিন্ধোৱা আৰু নিজেও পিন্ধাৰ ব্যৱস্থা কৰিব পাৰি 'মা'ই শিকাই পঠিওৱা প্ৰকৃত গৃহিণী হোৱাৰ 'আখৰা' কৰিবলৈ সুবিধা পাই আনন্দত আপ্লুত হৈ থকা অৱস্থা মনলৈ আহিছে।

ল' পাছ কৰি ১৯২৩ চনত মোৰ স্বামীয়ে নগাৱঁত ওকালতি আৰম্ভ কৰে আৰু ১৯২৪ চনত মোৰ প্ৰথম কন্যা শ্ৰীমতী প্ৰীতিৰ জন্ম হয়। এই সময়তে টাউনৰ গৃহস্থী খনৰ সম্পূৰ্ণ দায়িত্ব মোৰ ওপৰত থৈ অলপ দিনৰ কাৰণে শাহু গাৱঁৰ ঘৰলৈ যায় গৈ। এই সময়তে এখন গৃহস্থীৰ সম্পূৰ্ণ দায়িত্ব মোৰ ওপৰত পৰাত এগৰাকী সু-গৃহিণী হোৱাৰ অফুৰন্ত হেপাহ প্ৰবল হৈ পৰে। এই হেপাহৰ তাড়নাতে মই জনা মানুহৰ ওচৰত নানা ধৰণৰ মিঠাই, কেক, বিস্কিত, আচাৰ, চাটনি, বিভিন্ন ধৰণৰ তৰকাৰী আদি শিকি লৈ সকলোকে তৃপ্তিৰে ভোজন কৰাবলৈ কিমান যে আগ্ৰহী হৈ পৰিছিলোঁ এতিয়াও মনত পৰে! এই ক্ষেত্ৰত স্বামীৰ শলাগনিয়ে মোৰ কৰ্ম্মৰত জীৱনলৈ যথেষ্ট প্ৰেৰণা আনি দিছিল।

সৰুৰে পৰা নজনা কথা শিকিবলৈ মোৰ বৰ আগ্ৰহ আছিল আৰু সেই কাৰণেই ডাঙৰ সৰু সকলোৰে ওচৰত শিকিব লগীয়া কথাবিলাক সহজতে শিকি লব পাৰিছিলোঁ। মোৰ গৃহস্থয়ো ঘৰত কৰা মিঠাই আচাৰ চাতনি আদি খাই বৰ তৃপ্তি পাইছিল আৰু গধূলি হলেই ঘৰত সৰু সুৰা চাহ মেল এখনৰ আয়োজন কৰি বন্ধু-বৰ্গক ঘৰত কৰা মিঠাই আদি খুৱাই বৰ আনন্দ পাইছিল ; তেখেতৰ আনন্দই মোক নতুন নতুন বস্তু কৰিবলৈ যথেষ্ট প্ৰেৰণা

যোগাইছিল। এই দৰেই বিহুৰ সময়তো ৰাতি ভাত-পানী ৰান্ধি কেচুৱাৰ জা-জঞ্জাল মাৰি লেমৰ পোহৰত গামোছা বৈ উলিয়াই দেওৰইঁতক বিহুৱান দি কিমান যে আনন্দ পাইছিলোঁ।

১৯৩০ চনৰ ভিতৰতে মই চাৰিটি সন্তানৰ [দুটি ছোৱালী আৰু দুটি ল'ৰা] মাতৃত্বৰ দায়িত্ব লবলগীয়া হয়। এইখিনিতে এটা দিনৰ কথা মনলৈ আহি পুৰণি সমাজ খনৰ অজ্ঞতাৰ ওপৰত মোৰ মন অভিমান আৰু দুখেৰে পৰিপূৰ্ণ হৈ উঠে।

১৯৩০ চনত ড° লিংডো চিভিল চাৰ্জন হৈ নগাৱলৈ আহে। তেওঁলোকৰ লগত আমাৰ আগৰে পৰা চিনাজনা থকাত আমাৰ ঘৰলৈ প্ৰায়ে আহিছিল আৰু মোৰ স্বামীৰ লগতো তেখেতৰ বন্ধুত্ব গাঢ় আছিল। মিচেস্ লিংডো এগৰাকী সৰবৰহী মহিলা আছিল; তেখেতে মোক নিজৰ ছোৱালীৰ দৰে মৰম কৰিছিল।

সেই সময়ত নগাৱঁৰ নাট্য মন্দিৰত বিখ্যাত অভিনেতা স্বৰ্গীয় জগৎ চন্দ্ৰ বেজবৰুৱা দেৱে আৰু স্বৰ্গীয় চন্দ্ৰকান্ত ফুকন দেৱে কৰা অভিনয়ে মানুহক মুগ্ধ কৰি তুলিছিল। তেনে এখন থিয়েটাৰ চাবলৈকে আমি পাঁচজন (মই, মিচেস্ লিংডো, মিস গ্লেডিচ, ড° লিংডো আৰু মোৰ স্বামী) গৈ বাহিৰত পুৰুষ বহা ঠাইত একেলগে বহি থিয়েটাৰ চালোঁ। সেই সময়ত মহিলাৰ কাৰণে ওপৰৰ গ্যালেৰীত চিকৰ আৰত হে বহাৰ ব্যৱস্থা আছিল। আমোলাপট্টিৰ অসমীয়া মহিলা হিচাবে বোধকৰো সেইদিনা ময়েই প্ৰথম বাহিৰত পুৰুষসকলৰ লগত বহি থিয়েটাৰ চালোঁ।

পিছদিনা ৰাতিপুৱা শুই উঠি দুৱাৰ মেলিয়েই দেখিলো বেৰত আৰু ঘৰৰ আগত থকা ডাঙৰ গছ এজোপাৰ গাত নানা কুৰুচিপূৰ্ণ কথা লেখি কাগজ মাৰি থৈছে। মোৰ বুজিবলৈ বাকী নাথাকিল যে বাহিৰত বহি থিয়েটাৰ চোৱাৰ কাৰণে এয়ে পুৰস্কাৰ! সেইবিলাক দেখি মোৰ চকুৰ পানী ওলোৱাত মোৰ স্বামীয়ে হাঁহি এটা মাৰি মোক সান্ত্বনা দি ক'লে, "বাটকটীয়াৰ এনেকুৱাই দশা হয়, ইয়াত দুখ কৰাৰ কোনো কাৰণ নাই— কান্দিব নালাগে।" মই নগাওঁ নাট্য মন্দিৰত আৰু থিয়েটাৰ চাবলৈ নাযাওঁ বুলি প্ৰতিজ্ঞা কৰিলোঁ।

স্বামীয়ে মোৰ এই প্ৰতিজ্ঞাৰ অলপো মূল্য নিদি পিছৰ বছৰৰ পূজাৰ সময়ত তেখেতৰ লগতে মোক থিয়েটাৰ চাবলৈ লৈ গৈ বাহিৰত বহিবলৈ দিলে। সেইবাৰ মই গৈ দেখিলোঁ আমোলাপট্টিৰ বয়সীয়াল আই সকলৰ কেইগৰাকী মানে বাহিৰত পুৰুষ বহা ঠাইত আগশাৰীত সুন্দৰকৈ বহি থিয়েটাৰ চাই আছে। দেখি মোৰ বৰ ভাল লাগিল, স্বামীয়ে মোক হাঁহি এটা মাৰি

মনে মনে ক'লে— "দেখিলা, তুমি দেখিছো জিকিছা।" ময়ো মহিলা সমাজৰ ইচ্ছাৰ আগত থকা তেঙ্গাৰ ডাল গুছাব পাৰিলোঁ বুলি মনত অশেষ শান্তি পালোঁ।

কংগ্ৰেছৰ ১৯২৬ চনৰ পাণ্ডু অধিবেশনত মোৰ গান্ধীজীৰ সান্নিধ্য লাভ কৰাৰ সৌভাগ্য ঘটে। তাৰ কিছু বছৰৰ পাছত বিনোৱাজী ২য় বাৰ অসমলৈ আহোঁতে তেখেতে মোৰ চামুগুৰি সমষ্টিৰ সমাজ কল্যাণ কেন্দ্ৰত পদাৰ্পন কৰে আৰু মোৰো তেখেতৰ আশীষ লাভ কৰাৰ সৌভাগ্য ঘটে। তেখেত সকলৰ সৰল-সহজ জীৱনৰে কৰা উচ্চ চিন্তাৰ আদৰ্শই মোক প্ৰভাৱান্বিত কৰি তোলে আৰু মোৰ সৰল সহজ জীৱনৰে সমাজ সেৱা কৰাৰ ধাৰ্উতি প্ৰবল হৈ পৰে। ১৯২৬ চনত স্বৰ্গীয়া চন্দ্ৰপ্ৰভা শইকীয়ানীৰ প্ৰাণপন যত্নত গুৱাহাটীত অসম প্ৰাদেশিক মহিলা সমিতিৰ জন্ম হয়। তাৰ লগে লগেই সেই চনতে নগাৱঁতো প্ৰাদেশিক মহিলা সমিতিৰ শাখা হিচাবে "নগাওঁ মহিলা সমিতি"ৰ জন্ম হয় স্বৰ্গীয়া খগেন্দ্ৰপ্ৰিয়া বৰুৱানীৰ সভানেত্ৰীত্বত। স্বৰ্গীয়া স্বৰ্ণলতা বৰুৱানী আৰু মই যুটীয়া সম্পাদিকা হিচাবে দায়িত্ব লওঁ। সেই সময়ত মাননীয়া সদস্যা সকলৰ সৈতে ৩/৪ মাইল খোজ কাঢ়ি গাঁৱৰ মাজলৈ গৈ গাঁৱৰ মহিলা সকলক সকলো বিষয়তে সজাগ কৰি তুলিবলৈ কৰা সমিতিৰ প্ৰাণপন চেষ্টাৰ কথা মনলৈ আহিছে। আজি গাঁৱৰ মহিলা সমাজৰ সজাগতা দেখি তাহানিৰ গাঁৱৰ অন্ধকাৰ যুগৰ কথাও মনত পৰিছে।

নগাওঁ জিলা মহিলা সমিতিৰ আন আন কাৰ্য্যকৰী আঁচনিৰ লগতে নাৰীৰ শিক্ষা বিস্তাৰৰ আঁচনি খনে প্ৰাধান্য লাভ কৰিছিল। সম্পাদিকাৰ দায়িত্ব লোৱাৰ লগে লগেই মোৰ নিজৰ উচ্চ শিক্ষাৰ আৱশ্যকতা বাৰুকৈয়ে উপলব্ধি কৰোঁ। ১৯৩৩ চনত আৰু এটা ঘটনাই মোৰ ইংৰাজী শিক্ষা লাভৰ চিন্তা জুই কুৰাত ঘিউ ঢালি দিয়া যেন লাগিল।

১৯৩৩ চনত নগাওঁ গৱৰ্ণমেন্ট স্কুলত প্ৰৱেশিকা পৰীক্ষাৰ কেন্দ্ৰ হোৱাত ছোৱালী সকলকো ল'ৰাৰ লগতে একেলগে পৰীক্ষাগাৰত বহাৰ ব্যৱস্থা হ'ল; সেই অনুসৰি মহিলা নিৰীক্ষকৰ আৱশ্যক হোৱাত মোলৈ মহিলা নিৰীক্ষকৰ দায়িত্ব লবৰ কাৰণে কাগজ আহিল। পিছ দিনা পুৱা ৮ বজাত পৰীক্ষাগাৰত উপস্থিত হব লাগিব।

কাগজ পাই মোৰ পেটতে হাত-ভৰি লুকোৱা যেন লাগিল। তেখেতে (মোৰ স্বামীয়ে) কাগজ পঢ়ি সকলো বুজাই দিলে যদিও মই হতভম্ব হৈ পৰিলোঁ। ইংৰাজী শিক্ষাৰ অনুষ্ঠানকে নেদেখা মানুহ জনীয়ে মই কেনেকৈ ইংৰাজী পৰীক্ষাৰ্থী সকলৰ নিৰীক্ষক হব পাৰো! চিন্তা-লাজ-অপমানত অস্থিৰ

হৈ মোৰ ৰাতি টোপনি নাহিল। মই স্বামীক কাকুতি কৰিবলৈ ধৰিলো যাতে মোৰ অসুখ বুলি লিখি নিৰীক্ষকৰ পৰা মোৰ নামটো কটাই দিয়ে। কিন্তু তেখেতে আগত আহি পৰা কৰ্ত্তব্যৰ পৰা পিচুৱাই যোৱা কথাৰ সমৰ্থন নকৰিলে; তেখেত নাছোৰ বোন্দা হৈ লাগিল— 'যাবই লাগিব— তেতিয়াহে শিকিব পাৰিবা' ইত্যাদি কথাৰে মোৰ কাতৰ প্ৰাৰ্থনা নামঞ্জুৰ কৰিলে। তেখেতেও বোধকৰো তেতিয়ালৈকে মোৰ ইংৰাজি জ্ঞানৰ পৰিধি গমেই পোৱা নাছিল। পিছদিনা সময় পালেহি— মই পুৱা ৮ বজাত পৰীক্ষাগাৰত উপস্থিত হ'ব লাগিব। যোৱাৰ আগতে দ্ৰৌপদীৰ মৰ্য্যদা ৰক্ষাৰ দৰেই মোৰো মৰ্য্যদা ৰক্ষা কৰিবলৈ শ্ৰীকৃষ্ণক শতকোটি প্ৰণাম জনাই গ'লোঁ। পৰীক্ষাৰ ঘৰ সোমায়েই ভয়তে জ্বৰ ঘমাদি ঘামিলো— যদি কোনোবাই মোক ইংৰাজী প্ৰশ্ন কাকত (সেইদিনা ইংৰাজীৰ পৰীক্ষা আছিল) বুজাই দিবলৈ কয় মোৰ অৱস্থা কি হ'ব? মইতো ইংৰাজী আখৰ কেইটা চিনি পোৱাৰ বাহিৰে একো নাজানো। ভগৱানক বুকুত লৈ পৰীক্ষাৰ্থীৰ আঁতৰে আঁতৰে ঘূৰি ফুৰি সময় অন্ত পৰাত নিৰীক্ষকৰ দায়িত্ব পালন কৰি দীঘল উশাহ লৈ পৰীক্ষাগাৰৰ পৰা ওলাই আহিলো। এয়ে মোৰ জীৱনলৈ ইংৰাজী শিকাৰ প্ৰাণময় ইচ্ছাৰ জুইকুৰা দুগুণে জ্বলাই তুলিলে।

সেই দিনাই মই দেওৰহঁতৰ পৰা ইংৰাজীৰ v, vi, vii ৰ কিতাপ কেইখন গোটাই ললোঁ আৰু পঢ়া-শুনা কৰাৰ কাৰণে মানসিক প্ৰস্তুতি আনিবলৈ চেষ্টা কৰিলোঁ। সুদীৰ্ঘ ওঠৰ বছৰ কাল কিতাপৰ লগত কোনো সম্বন্ধ নাৰাখি প্ৰথমতে কিতাপ মুকলি কৰিবলৈ যথেষ্ট ভয় আৰু শঙ্কা লাগিছিল যদিও পৰীক্ষাগাৰত পোৱা তিক্ত অভিজ্ঞতাই মোৰ মানসিক প্ৰস্তুতি আনি দিয়াত সহায় কৰিলে। তেতিয়া ১৯৩৩ চন।

লাহে লাহে পঢ়া আৰম্ভ কৰিবৰ কাৰণে সময় সুযোগ বিচাৰিব ধৰিলোঁ। গৃহস্থীখনৰ সকলো কাম কৰি লৈ কোনেও নজনাকৈ ৰাতি দুই বজাত উঠি কোনোবা এটা শুভ দিনত পঢ়া আৰম্ভ কৰিলোঁ। (তেতিয়া মোৰ ল'ৰা দুটি দুবছৰীয়া আৰু তিনি বছৰীয়া আছিল)। এইদৰে পঞ্চম শ্ৰেণীৰ পৰা ৭ম শ্ৰেণীৰ ইংৰাজী কিতাপ কেইখন ৩৩ চনতে পঢ়ি শেষ কৰিলোঁ। এই ক্ষেত্ৰত মোৰ স্বামী আৰু দেওৰ কেইজনে যথেষ্ট উৎসাহ যোগাইছিল। আৰু সন্তৱ পঢ়াৰ অদম্য হেঁপাহত জ্বলি উঠা জুইকুৰাই আয়ত্ব কৰা শক্তিও বঢ়াই দিছিল যেন এতিয়া ভাবোঁ।

১৯৩৪ চনত মই viii, ix আৰু x ৰ পাঠ সমূহ পঢ়িবলৈ লওঁ। এই বছৰটোত ইংৰাজী পাঠবোৰ পঢ়োতে মোৰ এজন সম্পৰ্কীয় দাদা ৺পুষ্প

কান্ত বৰকটকী আৰু ওচৰৰে ভ্ৰাতৃসম শ্ৰীমান বংশীধৰ শৰ্ম্মাই পাঠদানত সহায় নকৰা হ'লে মই কৃতকাৰ্য্য হোৱাত যথেষ্ট অসুবিধা হ'লহেতেন। তেখেত সকল দুয়োৰো ওচৰত মই চিৰ কৃতজ্ঞ।

১৯৩৪ চনত মোৰ পৰিশ্ৰমৰ মাত্ৰা আৰু বেছি হ'ল; কাৰণ আন আন বিষয় সমূহো আয়ত্ব কৰি প্ৰৱেশিকা পৰীক্ষাত বহাৰ মনোবৃত্তি অন্তৰত প্ৰবল হৈ উঠিল। ইয়াৰ মূলতে মোৰ এবছৰত কৰা পৰিশ্ৰমৰ সাৰ্থকতাৰ কাৰণে বোধকৰো আত্মবিশ্বাস বাঢ়িল। Algebra আৰু Geometry মোৰ কাৰণে একেবাৰে নতুন বিষয় আছিল, আৰু ওপৰুক্ত সহায়ক দুজনেও এবছৰত এই বিষয় দুয়োটা আয়ত্ব কৰাবলৈ টান পাব বুলি কোৱাত মই ১৯৩৫ চনত প্ৰৱেশিকা পৰীক্ষা দিয়াৰ সকলো চেষ্টা ব্যৰ্থ হ'ল যেন ভাবি হতাশ হৈ পৰিলোঁ।

১৯১৫ চনত প্ৰাইমাৰী শিক্ষা লাভ কৰা অৱস্থাতে শিকা অংক বহুতখিনি মনত আছিল যদিও Algebra, Geometry মোৰ কাৰণে একেবাৰে নতুন বিষয় আছিল। সেই সময়ত নগাৱঁৰ ৺জোনাৰাম বৰা (স্বামীৰ এজন বন্ধু) অংকৰ এজন বিদগ্ধ পাণ্ডিত বুলি নগাৱঁত জনাজাত আছিল। তেওঁৰ ওচৰত শিক্ষা লাভ কৰা ল'ৰা-ছোৱালীয়ে পৰীক্ষাত অংক বিষয়ত কেতিয়াও অকৃতকাৰ্য্য হব নোৱাৰে বুলি নগাওঁত এটা জনৰব আছিল। মই মোৰ স্বামীক অনুৰোধ কৰিবলৈ ধৰিলোঁ যাতে তেখেতক Algebra আৰু Geometry শিকাবলৈ (সপ্তাহত তিনিদিনকৈ এঘন্টা সময়) মোক দুমাহৰ কাৰণে নিয়োগ কৰি দিয়ে। সেই সময়ত বহু পৰীক্ষাৰ্থীয়ে তেখেতৰ ওচৰত অংক শিকিছিল। মোৰ স্বামীয়ে ইতস্ততঃ কৰি এদিন তেখেতৰ ওচৰ চপাত "বুঢ়া শালিকাই মাত লগাবলৈ চেষ্টা কৰিছে নেকি" বুলি শিক্ষক বৰাই তেখেতৰ বন্ধুক ঠাট্টা কৰি ওভোটাই পঠালে। কিন্তু ইমানতো মই ক্ষান্ত নাথাকি সপ্তাহত দুদিন মাত্ৰ ২০ মিনিট মান সময় মোক শিকাবলৈ অনুৰোধ জনাই তেখেতক আকৌ বৰাৰ ওচৰলৈ পঠোৱাত এইবাৰ অনুৰোধ পেলাব নোৱাৰি এটা ব্যৱস্থাত তেখেত পঢ়াবলৈ মান্তি হ'ল। ব্যৱস্থাটো হ'ল— আমাৰ ঘৰৰ আগেৰে আন এঘৰলৈ পঢ়াবলৈ যাওঁতে ধপাত এচিলিম খুৱাব পাৰিলে (তেখেতৰ ধপাত খোৱাত ৰাপ বৰ বেচি আছিল) সপ্তাহত তিনিদিনকৈ ২০ মিনিট মান সময় তেওঁ মোক দিবলৈ মান্তি হ'ল; মই হাততে স্বৰগ ঢুকি পোৱা যেন পালোঁ।

৺জোনাৰাম বৰা তেখেতৰ বন্ধু আৰু বয়সীয়াল মানুহ কাৰণে এগৰাকী বোৱাৰী হিচাবে মই দীঘল ওৰণিৰে মুঢ়া এটাত বহি তেখেতে ধপাত হুপি

হুপি কণ্ঠস্থ হৈ থকা Algebra, Geometry ৰ সূত্ৰ সমূহ কৈ যোৱাৰ লগে লগে সূত্ৰবোৰ মই লেখি লৈ আয়ত্ব কৰিছিলোঁ। সমাজৰ গ্লানিৰ আশঙ্কাত সেই সময়খিনি শাহু আইয়ে সেই কমতে বহি হাতত যঁতৰ লৈ সূতা কাটি থকা দৃশ্য আজিও মনলৈ আহে। ৺বৰাদেৱ এজন আদৰ্শ শিক্ষক আছিল। সেই তিনি মাহতে সপ্তাহত তিনিদিনকৈ (২০ মিনিটমান সময়) বাচি বাচি Algebra, Geometry এনেদৰে শিকালে যাৰ ফলত মই চাৰি বছৰৰ কৰ্চ (Algebra, Geometry) তিনি মাহতে শেষ কৰি ১৯৩৫ চনত প্ৰৱেশিকা পৰীক্ষাত বহিবলৈ সমৰ্থ হলোঁ। (সেই সময়ত সকলো প্ৰশ্নৰ কাকত ইংৰাজীতে উত্তৰ লেখিব লাগিছিল।)

মই পঢ়ি থকা কালছোৱাত দুই এঘৰৰ বাহিৰে সমাজৰ কাৰো পৰাই উৎসাহজনক কথা শুনিবলৈ পোৱা নাছিলো। সংসাৰখনৰ সকলো কাম মই নিয়াৰিকৈ কৰি লৈহে আজৰি উলিয়াই পঢ়িবলৈ লৈছিলো যাতে কোনেও মোক গৃহস্থীখনৰ কাম অৱহেলা কৰি পঢ়া-শুনা কৰিছো বুলি কব নোৱাৰে।

এই সময়ত মোক দিনে ৰাতিয়ে উৎসাহ উদগনি দি থকা মোৰ অলপ আঁতৰ সম্পৰ্কীয় মামা স্বৰ্গীয় ভদ্ৰকান্ত বৰকটকীৰ পৰামৰ্শ শ্ৰদ্ধাৰে সদায় স্মৰণ কৰোঁ। তেখেত এজন নাৰী শিক্ষা প্ৰেমী পুৰুষ আছিল— যি জনৰ উপদেশত মোৰ পৰি যাব খোজা মনটোৱে মূৰ দাঙি উঠিব পাৰিছিল। তেখেতৰ উপদেশ সমূহেই মোৰ কষ্ট সাধ্য পৰিশ্ৰমৰ প্ৰেৰণাৰ উৎস আছিল। তেখেতৰ বিদেহী আত্মালৈ মই সদায় শ্ৰদ্ধা নিবেদন কৰোঁ।

১৯৩৫ চনত কোনোবা এটা নিৰ্দ্দিষ্ট দিনত পৰীক্ষা ঘৰলৈ যোৱাৰ সময় উপস্থিত হ'ল, পৰীক্ষা ঘৰ পোৱাৰ লগে লগে 'চাৰিটা ল'ৰা-ছোৱালীৰ মাক হৈ' পৰীক্ষা দিবলৈ আহিছে বুলি ল'ৰা বিলাকে গুণ-গুণাই কোৱা কথা শুনি মই ভয়-লাজ-অপমানত অভিভূত হৈ পৰীক্ষা দিবলৈ অহা কথা মনলৈ আহিছে। ভগবানৰ অশেষ কৃপাত সুকলমে আটাই কেইটা পৰীক্ষা দি উঠি মই সাতুৰি ব্ৰহ্মপুত্ৰ পাৰ হোৱা যেন অনুভৱ কৰিলো। পৰীক্ষা বেয়া হব বুলি জানিও পৰীক্ষা ঘৰত বহি পৰীক্ষা দি আহিব পৰাটোৱেই মই লক্ষ্যত উপনীত হোৱা যেন অনুভৱ কৰি শান্তি পাইছিলোঁ। কাৰণ মোৰ স্বামীয়ে সদায় মোক কৈ আছিল, "তুমি কৰ্ত্তব্য কৰাৰহে গৰাকী, ফলৰ গৰাকী নহয়— তুমি আৰু এবাৰ পৰীক্ষা ঘৰত বহিব লাগিব বুলি ভাবি থোৱা"। গতিকে মই পৰীক্ষাৰ কৃতকাৰ্য্যতা লৈ অলপো আশা নকৰি ঘৰ আৰু সমাজৰ কামত পুনৰ ব্যস্ত হৈ পৰিলোঁ।

নগাওঁ জিলা মহিলা সমিতিৰ সভানেত্ৰী ৺প্ৰেমদা বৰুৱাকে আদি কৰি

সদস্যা সকলৰ সৈতে আজৰি সময়ত ৩/৪ মাইল আঁতৰৰ গাঁৱলৈ গৈ মহিলা সমিতি একোখন স্থাপন কৰি গধূলি ঘৰলৈ আহি গৃহস্থীখনৰ নিত্য নৈমিত্তিক কামবোৰ কেনেকৈ লৰি-ঢাপৰি কৰি ফুৰিছিলোঁ কথাবোৰ মনত পৰিলে আজিও মন সক্ৰিয় হৈ উঠে।

১৯৩৫ চনত মোৰ প্ৰথম ছোৱালী শ্ৰীমতী প্ৰীতিক ইংৰাজী পঢ়াবৰ ইচ্ছাৰে গুৱাহাটীৰ মামাকৰ ঘৰত থবলগীয়া হৈছিল; কাৰণ নগাওঁত সেই সময়ত ইংৰাজী শিকিবলৈ মিশ্যন স্কুলখনৰ বাহিৰে আন কোনো অনুষ্ঠান নাছিল। সমাজৰ সেই সময়ত ছোৱালীয়ে ইংৰাজী শিক্ষা লাভ কৰাৰ পোষকতা অলপো কৰা নাছিল। মোৰ সৰু ছোৱালী শ্ৰীমতী অনুৰূপা তেতিয়া ৭/৮ বছৰীয়া। তেওঁৰ নাচ-গানত বৰ ৰাপ থকাৰ কাৰণে স্বৰ্গীয় কমলানন্দ ভট্টাচাৰ্য্য, স্বৰ্গীয় ইন্দ্ৰেশ্বৰ বৰঠাকুৰ আদিয়ে আমাৰ ঘৰলৈ আহি অনুক নাচ-গান আদি শিকাই বৰ তৃপ্তি পাইছিল। তেওঁলোকে অনুৰ জীৱনলৈ যি অৰিহণা আগবঢ়ালে তাৰ কাৰণে মই তেওঁলোকৰ বিদেহী আত্মাৰ ওচৰত চিৰ কৃতজ্ঞ হৈ আছোঁ।

১৯৩৫ চনৰ নিৰ্দ্ধাৰিত দিনত মই পাচ কৰা খবৰেৰে উৰা-বাতৰি ওলাল। দুই এজনকৈ শুভাকাঙ্খী সকলে আহি মোক ধন্যবাদ জনালেহি যদিও মই পাচ কৰিছো বুলি কোনোমতেই বিশ্বাস কৰিব পৰা নাছিলো। শেষত গুৱাহাটীৰ পৰা মোৰ দাদা আৰু সম্পৰ্কীয় সকলে ধন্যবাদ জনাই কৰা টেলিগ্ৰাম সমূহ পাইহে মোৰ অন্তৰলৈ পাচ কৰিলো বুলি বিশ্বাস জন্মিল। নানা বিপদ-বিঘিনিৰ মাজেৰে দিয়া পৰীক্ষাত কৃতকাৰ্য্যতা লাভ কৰি ভগবানৰ চৰণত দণ্ডৱৎ হ'লো।

পৰীক্ষাৰ ফলাফল পোৱাৰ পিছতে এই কৃতকাৰ্য্যতাৰ ফল স্বৰূপেই আৰু এটি সামাজিক কৰ্ত্তব্যৰ সন্মুখীন হ'বলগীয়া হ'ল; সেই সময়ত নগাৱঁৰ আমোলাপট্টি এম, ভি স্কুলখনত কেইবা বছৰো ধৰি ষষ্ঠমান শ্ৰেণীৰ ইংৰাজী শিক্ষা দানত শিক্ষয়িত্ৰী গৰাকী কেইবাবছৰো অকৃতকাৰ্য্য হোৱাত কৰ্ত্তৃপক্ষই সেই বছৰৰ পৰা ইংৰাজীৰ শ্ৰেণীটো তুলি দিবলৈ ঠিক কৰিছে বুলি শুনিবলৈ পালোঁ।

সেই সময়ত এম, ভি স্কুলখনিৰ কোঠা এটাতে মহিলা সমিতি মাজে সময়ে বহি "নাৰীৰ শিক্ষা বিস্তাৰৰ" কাৰণে লোৱা আঁচনিখন কাৰ্য্যকৰী কৰিবৰ কাৰণে আলোচনা কৰিছিল। এদিন এনে আলোচনাৰ ভিতৰেদিয়েই ছোৱালীৰ ইংৰাজী শিক্ষা লাভ কৰাৰ বিষয়টো উত্থাপিত হ'ল। নগাওঁৰ ছোৱালী সমূহে প্ৰাৰম্ভিক ইংৰাজী শিকাৰ যি এটা মাত্ৰ ব্যৱস্থা আছিল (এম, ভি, স্কুলখনিৰ জৰিয়তে) তাকো তুলি দিয়াৰ ব্যৱস্থা কৰা হৈছে বুলি শুনি সমিতিৰ

সদস্যা সকলে সমিতিৰ সম্পাদিকা হিচাবে মোকে সেই খা-খবৰ কৰি ইংৰাজী শ্ৰেণীটো যাতে উঠি নাযায় তাৰ ব্যৱস্থা কৰিবলৈ দায়িত্ব দিলে। মই বহু চেষ্টা কৰি নগাওঁ মহিলা সমিতিয়ে ইংৰাজী শ্ৰেণীটো তুলি নিদিবলৈ কৰা অনুৰোধ কৰ্তৃপক্ষক জনোৱাত মহিলা সমিতিৰ ওপৰতে দায়িত্ব অৰ্পন কৰি আৰু এবছৰ ইংৰাজীৰ শ্ৰেণীটো ৰাখিবলৈ ঠিক কৰি ইংৰাজী পঢ়োৱাৰ দায়িত্ব মোকে অৰ্পন কৰিলে।

সেই সময়ত সম্ভ্ৰান্ত ঘৰৰ বোৱাৰীয়ে স্কুললৈ গৈ শিক্ষকতা কৰাটো ৰুচি বিৰুদ্ধ কথা আছিল। যদিও সমাজৰ বৃহৎ স্বাৰ্থৰ কাৰণে আৰু বিশেষকৈ মহিলা সমিতিৰ শিক্ষা বিষয়ৰ আঁচনিখন কাৰ্য্যকৰী কৰিবলৈ, সমাজৰ ৰুচি লৈ আওকাণ কৰি ঘৰৰ সকলোৰে অনুমতি লৈ ষষ্ঠ শ্ৰেণীত (vi) ইংৰাজী পঢ়োৱাৰ দায়িত্ব মই নিজে গ্ৰহণ কৰিলোঁ। ভগৱানৰ অশেষ কৃপাত সেই বছৰতেই (১৯৩৫ চনত) চাৰিওজনী ছোৱালীয়ে ইংৰাজীৰে সৈতে ষষ্ঠ শ্ৰেণী (M. E.) পাছ কৰি সপ্তম মান শ্ৰেণীলৈ উঠি বৰ্ত্তমান নগাওঁ গৱৰ্ণমেণ্ট ছোৱালী উচ্চ মাধ্যমিক স্কুল খনিৰ পাতনি মেলিলে ১৯৩৬ চনত।

একে সময়তে বিভিন্ন দায়িত্বই যেনে, শিক্ষয়িত্ৰী, মহিলা সমিতিৰ সম্পাদিকা, সন্তানৰ মাতৃৰ দায়িত্বৰে এখন সংসাৰ, বিশেষকৈ নতুনকৈ ছোৱালীয়ে উচ্চ শিক্ষা লাভ কৰিবলৈ পতা শিক্ষানুষ্ঠান খনিৰ দায়িত্বই হেচা মাৰি ধৰিলে যদিও, মই নিজেও এই দায়িত্ব সমূহ পালন কৰিবৰ কাৰণে উচ্চ শিক্ষা লাভ কৰাৰ আৱশ্যকতা ভালকৈয়ে উপলব্ধি কৰিলোঁ আৰু লগে লগেই ৰাতি ২ বজাৰ পৰা ৫ বজালৈকে কলেজীয়া কিতাপ পত্ৰ গোটাই লৈ পঢ়া আৰম্ভ কৰিলোঁ। ভগৱানৰ অশেষ কৃপাত এই পৰিশ্ৰমৰ ফল স্বৰূপেই ১৯৩৮ চনত আই, এ, আৰু ১৯৪১ চনত বি, এ, পাছ কৰোঁ। ইতিমধ্যে মোৰ দুয়োজনী ছোৱালীৰ শ্ৰীমতী প্ৰীতি আৰু শ্ৰীমতী অনুৰ অগা-পিছাকৈ গোলাঘাটৰ শ্ৰীমান যোগেশ গোস্বামী আৰু শিৱসাগৰৰ শ্ৰীমান জিলিনাথ শৰ্মাৰ লগত বিয়া হয়। তেওঁলোক দুয়ো অধিবক্তা আছিল। এই দুয়োজনী ছোৱালীক সেই সময়ৰ সমাজৰ নীতি অনুসৰি ix আৰু x ৰ ছাত্ৰী হৈ থকা অৱস্থাতে বিয়া দিবলগীয়া হোৱাত তেওঁলোকেও মোৰ দৰেই দুই তিনিটা সন্তানৰ মাক হোৱাৰ পাছতহে ঘৰতে পঢ়ি বি, এ, পাছ কৰে। সেই সময়ত মোৰ লৰা শ্ৰীমান ভূপেন ৮ম মানত আৰু শ্ৰীমান নৃপেন ৭ম মান শ্ৰেণীত নগাওঁ হাইস্কুলত পঢ়িছিল।

বৰ্ত্তমান শ্ৰীমতী প্ৰীতি গোস্বামীয়ে অসম প্ৰাদেশিক মহিলা সমিতিৰ যুটীয়া প্ৰধান সম্পাদিকা আৰু শ্ৰীমতী অনু শৰ্মাই শ্বিলং মহিলা সমিতিৰ

সম্পাদিকা হিচাবে দায়িত্ব গ্ৰহণ কৰি আছে।

লাহে লাহে ১৯৩৬ চনত পাতনি মেলা ছোৱালীৰ উচ্চ শিক্ষাৰ অনুষ্ঠান খনি পূৰ্ণ পৰ্য্যায়লৈ অহাত প্ৰধান শিক্ষয়িত্ৰীৰ সম্পূৰ্ণ মৰ্য্যাদা ৰক্ষা কৰিবলৈ মই বি, টি, পঢ়াৰ আৱশ্যকতা অনুভৱ কৰোঁ। সেই সময়ত বি, টি, পঢ়াৰ ব্যৱস্থা কেৱল শ্বিলঙৰ চেন্টমেৰী কলেজত হে থকাত ১৯৪৭ চনত মোৰ ৪২ বছৰ বয়সত জীৱনত প্ৰথমবাৰৰ কাৰণে কলেজীয়া ছাত্ৰী হিচাবে নিজকে নিয়োগ কৰাৰ অৰ্থে শ্বিলং বি, টি, কলেজত অধ্যয়ন কৰোঁ আৰু ১৯৪৮ চনত বি, টি, পাছ কৰিবলৈ সমৰ্থ হওঁ। এই কালছোৱাত শাৰীৰিক পৰিশ্ৰম, মানসিক পৰিশ্ৰম, ঘৰুৱা চিন্তা আদিয়ে দুৰ্ব্বল কৰি তুলিবলৈ বিচাৰিছিল যদিও ভগৱানৰ দয়াত মই কৰ্ত্তব্য পথৰ পৰা আঁতৰি আহিবলগীয়া নহ'ল। জীৱনত প্ৰথম বাৰলৈ আইতাৰ সন্মান লাভ কৰাৰ পাছতো (সেই সময়ত মোৰ প্ৰথম ছোৱালী প্ৰীতিৰ প্ৰথম ল'ৰাটিৰ জন্ম হৈছিল) কলেজীয়া ছাত্ৰী হিচাবে নিজকে নিয়োগ কৰি অন্তৰত অসম্পূৰ্ণ হৈ থকা হেপাহ পূৰণ কৰিবলৈ পাই কিমান যে আনন্দ পাইছিলোঁ এতিয়াও মনত পৰিলে অন্তৰ উথলি উঠে।

অন্তৰত হেঁপাহ লৈ আনন্দেৰে কঠোৰ পৰিশ্ৰম কৰিলেও যে ভাগৰ নালাগে তাৰ প্ৰমাণ মোৰ জীৱনৰ কঠোৰ পৰিশ্ৰমৰ ভিতৰেৰে অহা কৃতকাৰ্য্যতাই মোক সদায় সকিয়াই দিয়ে। এই গোটেই শিক্ষাৰ কালছোৱাত পৰীক্ষাৰ কিতাপৰ টান অংশ সমূহ অলপো লাজ নকৰাকৈ মানুহ বুজি শিকি লৈছিলো। শিক্ষা লাভ কৰা ক্ষেত্ৰত সৰু ডাঙৰ বুলি মোৰ একোৱেই ভাৱ নাছিল। শিক্ষিত জনৰ ওচৰত শিক্ষা লাভ কৰিবলৈ লওঁতে কোনো দ্বিধাবোধ নকৰি নিজকে অতি সৰু বুলি জ্ঞান কৰি শিকি লৈ আনন্দ পাইছিলোঁ। এই কালছোৱাত পঢ়া-শুনাত লাগি গৃহস্থী খন নষ্ট কৰিবলৈ ওলাইছো বুলি সমাজৰ কটুক্তি বাণীবোৰ উপেক্ষা কৰি আগবাঢ়ি যোৱাত প্ৰধান সহায়ক আছিল মোৰ বিদ্যুৎসাহী উদাৰমনা স্বামী। তেখেতৰ পৰা প্ৰাণখোলা সহায় নোপোৱা হলে মোৰ অন্তৰত থকা সকলো হাবিয়াস বহু মহিলাৰ দৰে অন্তৰতে জাহ গ'লহেঁতেন। তেখেত একাধাৰে মোৰ বন্ধু, দাৰ্শনিক আৰু পথ প্ৰদৰ্শক আছিল।

সংসাৰৰ নানা ধৰণৰ সমস্যাৰ মাজত সোমাই পৰিও, মই মোৰ আন্তৰিক ইচ্ছাক (উচ্চ শিক্ষা লাভ কৰা) ৰূপ দিবলৈ কৰা পৰিশ্ৰমত ভগৱানৰ পৰা কিমান আশীষ লাভ কৰিলোঁ আজিও মনত পেলাই কেতিয়াবা অভিভূত হৈ পৰো।

নগাওঁৰ একমাত্ৰ ছোৱালীৰ উচ্চ ইংৰাজীৰ শিক্ষা লাভ কৰা স্কুলখনিয়ে

দোপত দোপে উন্নতি সাধন কৰি ৰাইজৰ মন আকৰ্ষণ কৰিব পৰাত মোৰ অতি মৰমৰ সহকৰ্ম্মী শিক্ষয়িত্ৰী সকলৰ শিক্ষা ক্ষেত্ৰ-খনলৈ আগ বঢ়োৱা নিস্বাৰ্থ সেৱাই মোক যি আনন্দ যোগাইছিল সেয়েই মোৰ পৰৱৰ্ত্তী কালছোৱা কৰ্ত্তব্য সাধনত প্ৰেৰণাৰ উৎস হৈ পৰিছিল।

এনে সময়তে অসমৰ কেইজন মান শিক্ষাবিদঁৰ পৰামৰ্শ অনুসৰি কেইবা বছৰো বিৰতিৰ পাছত পুনৰ বিশ্ববিদ্যালয়ৰ শেষ পৰীক্ষা এম, এ (অসমীয়াত) দিবলৈ মনস্থ কৰি গোপনে (স্বামীয়ে নজনাকৈ) কিতাপ পত্ৰ গোটাবলৈ আৰম্ভ কৰিলোঁ। পঢ়া-শুনা আদিৰ কাৰণে হোৱা শাৰীৰিক, মানসিক আদি কষ্টৰ পৰা কিছুদিন মই ৰেহাই লোৱা উচিত হব বুলি ভাবি এইবাৰ মোৰ স্বামীৰ বাধা আহিল যদিও মোৰ ঐকান্তিক ইচ্ছাৰ আগত সেই বাধা তিষ্ঠিব নোৱাৰিলে আৰু মই তেখেতৰ সম্মতি লাভ কৰিলোঁ। পুনৰ ৰাতিৰ কেইঘণ্টামান ব্যৱহাৰ কৰি অসমীয়াৰ এম, এ কৰ্চৰ কিতাপ সমূহ এবছৰ মানৰ ভিতৰতে পঢ়ি অতালো। এম, এ কৰ্চৰ পালি প্ৰাকৃতৰ পাঠ সমূহো এজন শিক্ষাবিদৰ ওচৰত দুদিন মান আয়ত্ত কৰি লৈছিলোঁ।

১৯৫২ চনত মই এম, এ, পৰীক্ষা দিয়াৰ মানসেৰে স্কুলৰ পৰা এমাহৰ কাৰণে ছুটি লৈ কলিকতালৈ (তেতিয়া গুৱাহাটীত এম, এ, পৰীক্ষা দিয়াৰ ব্যৱস্থা নাছিল) যাবলৈ প্ৰস্তুত হৈ ১০ দিন মান থাকোতেই হঠাৎ সপোনতো নভবা ৰাজনীতিৰ ধুমুহাই মোৰ এম, এ, পৰীক্ষাৰ প্ৰস্তুতি সিচঁৰতি কৰি পেলালে।

১৯৫২ চনত প্ৰথম বাৰৰ কাৰণে অসম বিধান সভাত অসমৰ মহিলাৰ কাৰণে পাঁচখন আসন আগবঢ়োৱাত (কংগ্ৰেছৰ) অসমত মহিলা প্ৰতিনিধি বচাৰ হুলস্থুল লাগিল। মই সেই সময়ত অসম প্ৰাদেশিক মহিলা সমিতিৰ উপ সভানেত্ৰী আৰু নগাওঁ জিলা মহিলা সমিতিৰ সভানেত্ৰীৰ দায়িত্ব লোৱাৰ উপৰিও স্কুলৰ দায়িত্বত থকা অৱস্থাতে প্ৰাদেশিক মহিলা সমিতিৰ সভানেত্ৰী অসমৰ নাৰী সমাজৰ প্ৰাণস্বৰূপা স্বৰ্গীয়া চন্দ্ৰপ্ৰভা শইকীয়ানীকে আদি কৰি অসম প্ৰদেশ কংগ্ৰেছৰ প্ৰবীণ নেতা সকলৰপৰা আদেশ আহিল যে মই অসম প্ৰদেশ কংগ্ৰেছলৈ আগন্তুক নিৰ্ব্বাচনত অসম বিধান সভাৰ প্ৰাৰ্থী হিচাবে থিয় হবৰ কাৰণে আবেদন পত্ৰ দাখিল কৰিব লাগে। কংগ্ৰেছৰ প্ৰবীণ নেতা সকলে নগাওঁলৈ আহিও মোৰ আগত এই প্ৰস্তাৱ দাঙি ধৰাত মোৰ মূৰৰ ওপৰত স্বৰগ ভাঙি পৰা যেন পালোঁ। প্ৰথমতে মই কোনোমতেই আগত আহি পৰা এম, এ, পৰীক্ষাৰ প্ৰস্তুতি এৰি কোনো কালেই মনলৈ নহা ৰাজনীতিৰ ক্ষেত্ৰ এখনত সোমাই পৰিবলৈ মান্তি নহৈছিলো; এইবাৰ

মোৰ স্বামীয়েও প্ৰথমতে এনে প্ৰস্তাবক সমৰ্থন কৰিবলৈ মান্তি নহৈছিল যদিও প্ৰবীণ নেতা সকলৰ হেঁচাত শেষত সমূহীয়া স্বাৰ্থৰ ওচৰত ব্যক্তিগত স্বাৰ্থক (নিজৰ মতক) বলি দিবলৈ বাধ্য হলোঁ।

অৰ্থনৈতিক অৱস্থাৰ অস্বচ্ছলতা, ৰাজনীতি ক্ষেত্ৰৰ অনভিজ্ঞতা আদি নানা শঙ্কা মনত লৈ মোৰ অতি হেঁপাহেৰে গঢ়ি লোৱা শিক্ষাদান আৰু শিক্ষা গ্ৰহণৰ ক্ষেত্ৰ দুখন এৰি চিনি জানি নোপোৱা ভয়াবহ ৰাজনীতি ক্ষেত্ৰ খনত সোমাই পৰিলোঁ মনত যথেষ্ট আশঙ্কাৰে। মাত্ৰ আমাৰ দুয়োৰো মনত এটাই সাহস আছিল যে যদি 'কলিয়াবৰ' সমষ্টিত (আমাৰ নিজৰ ঘৰ থকা ঠাই) মনোনয়ন পাওঁ তেতিয়া হয়তো নিজৰ পৰিয়ালৰ মানুহ খিনিৰ সহায়ত নিৰ্বাচনী যুদ্ধ ক্ষেত্ৰখনত নামিবলৈ সুবিধা পাম।

নিৰ্দিষ্ট দিনত কলিয়াবৰ সমষ্টিৰ নাম উল্লেখ কৰি অসম প্ৰদেশ কংগ্ৰেছ কমিটিলৈ মই আবেদন পত্ৰ পঠালোঁ। বাকী চাৰি গৰাকীয়েও অসমৰ চাৰিটা সমষ্টিৰপৰা যেনে গুৱাহাটী, ডিব্ৰুগড়, শিলচৰ, আৰু পানীতোলা (মজদুৰৰ ঠাই) আদি ঠাইৰ পৰা ক্ৰমান্বয়ে ৺ৰাজবালা দাস, ৺পদ্ম কুমাৰী গোঁহাই, ৺জ্যোৎস্না চন্দ আৰু ৺লিলি সেনগুপ্তা নিৰ্দ্ধাৰিত দিনত আবেদন পত্ৰ দাখিল কৰিলে অসম কংগ্ৰেছ কমিটিলৈ। নিৰ্দিষ্ট দিনত উক্ত চাৰিও গৰাকীয়ে বিচৰা ঠাইতে অসম কংগ্ৰেছ কমিটিৰ পৰা মনোনয়ন পত্ৰ দিবলৈ তেওঁলোককলৈ নিৰ্দেশ আহিল।

সেই সময়ত নগাওঁত কংগ্ৰেছ দলৰ যথেষ্ট প্ৰতিপত্তি আছিল যদিও মহিলাৰ ওপৰত হয়তো উচিত বিশ্বাস নথকাত কংগ্ৰেছ প্ৰাৰ্থী জিকাৰ সম্পূৰ্ণ নিশ্চয়তা থকা সমষ্টি 'কলিয়াবৰ' মহিলালৈ এৰি নিদি চচিয়েলিষ্ট কমিউনিষ্টৰ ঘাটি থকা ঠাই 'চামুগুৰি' সমষ্টিত মোক মনোনয়ন পত্ৰ দাখিল কৰিবলৈ প্ৰদেশ কংগ্ৰেছৰ পৰা নিৰ্দেশ আহিল। মই আৰু মোৰ স্বামী হতভম্ব হৈ পৰিলোঁ যদিও প্ৰদেশ কংগ্ৰেছৰ নিৰ্দেশ মতেই নিৰ্দিষ্ট দিনত 'চামুগুৰি' সমষ্টিৰ কাৰণে মনোনয়ন পত্ৰ দাখিল কৰিলোঁ। যিহেতুকে চামুগুৰি সমষ্টিৰ কংগ্ৰেছৰ পৰা এগৰাকী মহিলাহে উঠিছে তেওঁক হৰুৱাবলৈ বিভিন্ন দলৰ আৰু স্বাধীন চিতিয়া ভাবেও উকীল, মৌজাদাৰ আনকি চৰকাৰী কৰ্মচাৰীয়েও পদত্যাগ কৰি কংগ্ৰেছৰ প্ৰতিদ্বন্দী হিচাবে থিয় হৈছিল। কিন্তু নাৰীৰ সন্মান ৰক্ষা কৰিবলৈ যেন ভগবান সহায় হ'ল। মোৰ স্বামীৰ উপৰিও নগাওঁ মহিলা সমিতিৰ সদস্যা সকল, অসম মহিলা সমিতিৰ সদস্যা সকল, নগাওঁৰ কেইজনমান শুভাকাঙ্খী কংগ্ৰেছ কৰ্ম্মী আৰু মোৰ সম্পৰ্কীয় দেওৰ আৰু দাদা সকল, পুত্ৰসম জোৱাই ৺যোগেন

আৰু জিলি, জীয়ৰী প্ৰীতি, অনুৰ প্ৰাণময় চেষ্টাত বিৰোধী ৯ জন প্ৰতিদ্বন্দীৰ লগত যুদ্ধ কৰিবলৈ যি প্ৰেৰণা পালো সেয়ে কংগ্ৰেছৰ আতংকিত আসন খন জয় কৰি মহিলাৰ সন্মান ৰক্ষা কৰাত সহায়ক হ'ল। অশেষ পৰিশ্ৰমৰ মাজেৰে নিৰ্বাচনৰ দিনটোৰ সামৰণি পৰিল।

নিৰ্ব্বাচন বক্তৃতাত মই বিৰোধী দলৰ প্ৰাৰ্থীৰ বিপক্ষে কোনো কথা যাতে কবলগীয়া নহয় তাৰ কাৰণে সতৰ্ক আছিলোঁ। সমাজৰ দৰিদ্ৰতা নিবাৰণ কৰি শক্তিশালী সমাজ গঠনত গান্ধীজীৰ আদৰ্শৰ প্ৰতি সমাজৰ নিষ্ঠা, নাৰীৰ কৰ্ম্ম শক্তিৰ ওপৰত মহাপুৰুষ সকলৰ বিশ্বাস, সমাজত নাৰী শক্তিৰ অৱদান আদিয়েই মোৰ নিৰ্ব্বাচনী বক্তৃতাৰ বিষয়বস্তু আছিল। আনকি আমাৰ দলৰো (কংগ্ৰেছৰ) জয়-ঢোল কোবোৱা বক্তৃতা মই এৰাই গৈছিলোঁ। বহু সময়ত মোৰ ঘাই প্ৰতিদ্বন্দী প্ৰজা ছছিয়েলিষ্টৰ প্ৰাৰ্থী গৰাকীৰ সৈতে একে সভাতে দুয়ো ৰাইজৰ সমৰ্থন বিচাৰি বৰ আনন্দ উপভোগ কৰা কথা মনত পৰিলে আজিও হাঁহি উঠে। মই কংগ্ৰেছৰ আদৰ্শ ৰাইজৰ আগত শ্ৰদ্ধা সহকাৰে নিবেদন কৰিছিলোঁ। প্ৰথমবাৰ নিৰ্ব্বাচনত মই পেট্ৰল গাড়ী আদিত চাৰি পাঁচ হাজাৰ মান টকাহে খৰচ কৰা মনত পৰিছে।

মহিলাৰ ভাগ্য নিৰ্ণয় কৰিবলৈ চামুগুৰি সমষ্টিৰ ভোট গণনাৰ দিন উপস্থিত হ'ল। ইয়াৰ আগতে চাৰিওখন জিলাৰ পৰা চাৰিওগৰাকী মহিলা প্ৰাৰ্থীয়ে এজন এজনকৈ পৰাজয় বৰণ কৰা বাতৰি ওলোৱাত মোৰ পৰাজয়ো অৱশ্যম্ভাৱী বুলি ধৰি লৈ নিজৰ মনত প্ৰস্তুত কৰিলোঁ। পুৱা ৯ বজাৰপৰা ভোট গণনা আৰম্ভ হ'ল; সমষ্টিৰ ভোটদাতা সকলে পুৱাৰ পৰাই খবৰ লবলৈ আহি ঘৰ ভৰি পৰিলহি। গধূলি হৈ অহাৰ লগে লগে মোৰ ভয় ও আশঙ্কা বেচি হৈ আহিবলৈ ধৰিলে। প্ৰজা ছছিয়েলিষ্ট দলৰ প্ৰাৰ্থী জনেই মোৰ মুখ্য প্ৰতিদ্বন্দী আছিল। এই দুই দলৰ (কংগ্ৰেছ আৰু প্ৰজা ছছিয়েলিষ্ট) বাকচত গণনাৰ বৰ বেচি ভোটৰ তাৰতম্য নথকাত আমাৰ মনত ভীষণ আতংকৰ সৃষ্টি হৈছিল। কিন্তু প্ৰজা ছছিয়েলিষ্ট দলে তেওঁলোকৰ জয়লাভত ইমান সুনিশ্চিত কৰি ৰাখিছিল যে জয় ঘোষণা কৰিলেই প্ৰাৰ্থীজনক লৈ নগৰত শোভা যাত্ৰা কৰাৰ সকলো ব্যৱস্থাৰে পৰিপূৰ্ণ কৰি জয়োল্লাস ধ্বনিৰে গোটেই অঞ্চলটো মুখৰিত কৰি ৰাখিছিল।

এগৰাকী গৃহিণী হিচাবেই হয়তো সন্ধ্যা হোৱাৰ লগে লগে আন এটা চিন্তাই বিব্ৰত কৰিবলৈ ধৰিলে। চিন্তা হৈছিল যদি মাজৰাতি কেনেবাকৈ মোৰ জয়লাভৰ খবৰ পাওঁ তেন্তে দিনটো উৎকণ্ঠিত হৈ থকা শ, শ, ভোটদাতাক কিহেৰে আপ্যায়িত কৰিম! জয়লাভৰ নিশ্চয়তা একেবাৰে নথকাত

দোকানৰ পৰা মিঠাই আদি আনি থবলৈকো যথেষ্ট শংকা লাগিল। এই বিষয়ে কিবা চিন্তা কৰিবলৈ ঘৰত আন মানুহ কোনো নাছিল। স্বামীও উত্তেজনাত অস্থিৰ হৈ আছে। হঠাতে মোৰ মনলৈ উপায় এটা আহিল— উত্তেজনাৰ বশবৰ্ত্তী হৈ মই এনেকৈ চিন্তা কৰি থকাতকৈ সেই সময়খিনি কামত ব্যস্ত হৈ থাকিলেই হয়তো মোৰ আগত পৰা সমস্যাৰ সমাধান হ'ব আৰু লগতে মানসিক চিন্তায়ো অস্থিৰ কৰি পেলাব নোৱাৰিব। ইয়াকে ভাবি ৰান্ধনি ঘৰত দুৱাৰ মাৰি সোমাই লৈ নাৰিকলৰ লাডু আৰু ময়দাৰ বৰ্‌ফি আদি কৰি থৈ কেনেবাকৈ জয়লাভ কৰিলে মাজৰাতি ভোটাৰ সকলক আপ্যায়িত কৰাৰ চিন্তাৰ পৰা হাত সাৰিলো। মনতে ভাবিলোঁ— মই মহিলা প্ৰাৰ্থী কাৰণেই হয়তো এই বিষয়টোত ইমান চিন্তা কৰিব লগীয়া হ'ল; পুৰুষ হলেতো এইবোৰ চিন্তা গৃহিণী গৰাকীৰ মনলৈহে আহিলহেঁতেন? সেই কাৰণেই এজন ইংৰাজ কবিয়ে কবিতা এটাত লেখিছিল নেকি যে— 'স্কাইলাৰ্ক চৰাই যিমানেই ওপৰলৈ যায় সিমানেই তললৈ দৃষ্টি নিক্ষেপ কৰে'— ই চৰাইৰ স্বভাৱ। মোৰো সেই দশাই হ'ল— বাহিৰৰ সমস্যাই উৎপীড়িত কৰি ৰখা মনটোৱে ৰান্ধনি ঘৰত সোমাই মিঠাই আদি কৰিবলৈ ইচ্ছা কৰিলে— ভাবিলো এয়েই 'নাৰীৰ প্ৰকৃতি'—।

ৰাতি প্ৰায় ১১ বাজিল। ঘৰত লোকে লোকাৰণ্য কংগ্ৰেছৰ জয় পৰাজয়ৰ বাৰ্ত্তা লবলৈ; এনেতে কংগ্ৰেছৰ জয়ৰ বাৰ্ত্তা লৈ গাড়ী এখন এখনকৈ আমাৰ ঘৰলৈ আহিবলৈ ধৰিলে। আনন্দৰ বাৰ্ত্তাটো প্ৰকাশ কৰিবলৈ পাওঁতে নৌপাওঁতেই আকৌ বাতৰি আহিল— যিহেতুকে তিনিটা ভোটতহে মাত্ৰ জয় পৰাজয় নিৰ্ণয় কৰা হৈছে, প্ৰজা ছছিয়েলিষ্ট দলে আকৌ নতুনকৈ গণনা কৰাৰ কাৰণে দাবী জনাইছে; গতিকে পুনৰ গণনা কৰা হ'ব। সকলোৰে আনন্দ জয় পৰি গ'ল। মোৰ স্বামীৰ অস্থিৰতা দেখি মই কৈ উঠিলো— "মই পৰাজয় বৰণ কৰিবলৈহে আজি প্ৰস্তুত হৈ আছোঁ; গতিকে উদ্বিগ্নতাৰ কোনো কাৰণ নাই, চিন্তা কৰিব নালাগে।"

ভোট গণনা আকৌ আৰম্ভ হ'ল— প্ৰজা ছছিয়েলিষ্ট দলৰ শোভা যাত্ৰাৰ ব্যৱস্থা সেমেকি গ'ল; কংগ্ৰেছ দলৰ নেতা সকল উদ্বিগ্ন হৈ ৰ'ল। ৰাতি দুই বজাত দ্বিতীয় বাৰ গণনাৰ ওৰ পৰিল; কংগ্ৰেছৰেই জয় হ'ল— এইবাৰ নিঃসন্দেহে নিৰ্ব্বাচনী কৰ্তৃপক্ষই কংগ্ৰেছ প্ৰাৰ্থীৰ আগত জয় ঘোষণা কৰিবলৈ মোক মাতি পঠালে। মই মোৰ ছোৱালী প্ৰীতি আৰু জোঁৱাই যোগেনৰ লগত গণনা ক্ষেত্ৰলৈ গৈ শুনিলোঁ— সেই সময়ৰ নগাওঁ কংগ্ৰেছৰ সভাপতি মাননীয় মহেন্দ্ৰ নাথ হাজৰিকা দেৱে উল্লাসিত হৈ 'কংগ্ৰেছৰ জয়'— 'উষা

বৰঠাকুৰৰ জয়'— আদি ধ্বনিৰে আনন্দ প্ৰকাশ কৰিছে, মষো লগতে 'মহিলা সমাজৰ জয়' বুলি কবলৈ অনুৰোধ জনোৱাত মহিলা সমাজৰ জয়ধ্বনিৰে গোটেই অঞ্চল মুখৰিত হৈ পৰাত মই আনন্দত আত্মহাৰা হৈ ভগবানৰ চৰণত অন্তৰেৰে দণ্ডৱৎ জনালোঁ।

ঘৰলৈ উভতি আহোতে ৰাতি পুৱাবৰ সময় হৈছে। মই জয়-পৰাজয়ৰ সন্ধিক্ষণত কৰি থোৱা লাডু আৰু মিঠাইৰে গোটেই ৰাতি উৎকণ্ঠিত হৈ থকা ভোতদাতা সকলক আপ্যায়িত কৰি কিমান যে আনন্দ পাইছিলোঁ। ১৯৫২ চনৰ এই দিনটো মোৰ জীৱনত এটা তাৎপৰ্য্যপূৰ্ণ দিন হৈ থাকিল।

এটা নিৰ্দ্ধাৰিত দিনত অসম বিধান সভা বহিল; মই শপত গ্ৰহণ কৰি নিজৰ আসনত বহিলো। অসমৰ মহিলা সমাজৰ একমাত্ৰ প্ৰতিনিধি হিচাবে পোন প্ৰথমবাৰৰ কাৰণে অসম বিধান সভাৰ ১০৫ গৰাকী সদস্যৰ ভিতৰত এগৰাকী মহিলা সদস্যা হিচাবে আসন গ্ৰহণ কৰি অসমৰ মহিলা সমাজৰ প্ৰতিনিধিত্বৰ দায়িত্ব মূৰত পৰিছে বুলি ভাবি স্বাভাৱিকতে মন গধুৰ হৈ পৰিছিল।

ৰাজনীতিত সোমোৱাৰ আগে আগে সাহিত্যৰ পথাৰ খনতো এভুমুকি মৰাৰ লোভ সামৰিব নোৱাৰি নগণ্য ভাবে সাহিত্য ক্ষেত্ৰখনলৈ সেৱা আগবঢ়োৱাৰ ইচ্ছাৰে "বাপুজীৰ আত্মকথা", "মা কস্তুৰীবা", "বা আৰু বাপু", "চৈতন্য দেৱ" (অনুবাদ) আদি কেইবাখনো কিতাপ লেখি আনন্দ পাইছিলোঁ। এই সময় ছোৱাতেই "শিশু আৰু মাতৃ সকল", "মাতৃৰ দায়িত্ব আৰু কৰ্ত্তব্য", "নাৰীশিক্ষাৰ আৱশ্যকতা", "সমাজ সেৱা" আদি প্ৰবন্ধ লেখি বাতৰি কাকতৰ যোগেৰে মনৰ অনুভূতি প্ৰকাশ কৰিবলৈ চেষ্টা কৰাৰ কথা মনলৈ আহিছে।

বিধায়িকা হিচাবে কটোৱা প্ৰথম পাঁচ বছৰ সময়ৰ ভিতৰত ('৫২-৫৭) গৃহস্থীখনৰ দৰেই সমষ্টি খনৰো অভাব-অভিযোগসমূহ আয়ত্ত্ব কৰি তাৰ নিৰাকৰণৰ অৰ্থে চৰকাৰৰ সহযোগত নানা কামৰ পাতনি মেলি ৰাইজৰ আশীষ লভিছিলোঁ। সেই পাঁচ বছৰৰ ভিতৰত ভিতৰুৱা অঞ্চল সমূহত স্কুল, হস্পিতাল আৰু সমাজ কল্যাণ কেন্দ্ৰ সমূহ খুলি তাৰ যোগেৰে ৰাইজলৈ সেৱা আগবঢ়োৱাত মোৰ ক্ষুদ্ৰ শক্তি প্ৰয়োগ কৰি বৰ আনন্দ পাইছিলোঁ। মোৰ কাৰণে অতি আনন্দৰ কথা হৈছিল যে চামুগুৰি সমষ্টিত স্থাপিত হোৱা "ছলছলী বঙ্গাগৰা সমাজ কল্যাণ কেন্দ্ৰ" সমূহে (চৈধ্যটা) (ভাৰতৰ সমাজ কল্যাণ কেন্দ্ৰৰ সভানেত্ৰী ৺দূৰ্গাবাঈ দেশমুখৰ নেত্ৰীত্বত পৰিচালিত কৰা) ভাৰতৰ সমাজ কল্যাণ কেন্দ্ৰ সমূহৰ ভিতৰত প্ৰথম স্থান অধিকাৰ কৰি সুনাম অৰ্জ্জন কৰিছিল। এই ক্ষেত্ৰত নগাৱঁৰ বিশিষ্ট সমাজ কৰ্ম্মী ভীমকৰ্ম্মা স্বৰ্গীয় ডঃ ললিত কুমাৰ

বৰুৱাদেৱৰ বৃহৎ অৱদান চিৰস্মৰণীয় হৈ থাকিব।

১৯৫৭ চনত মই পুনৰ চামুগুৰি সমষ্টিৰ পৰাই দ্বিতীয় বাৰৰ কাৰণে অসম বিধান সভালৈ বহু ভোটত জয়ী হৈ নিৰ্ব্বাচিত হওঁ। ৰাইজৰ অকুণ্ঠ সহায়-সহযোগিতা মৰম-চেনেহে নিৰ্ব্বাচনত মোক বহু ভোটত জয়যুক্ত কৰি আপ্লুত কৰি তুলিছিল। এইবাৰো কংগ্ৰেছৰ মূল প্ৰতিদ্বন্দ্বী প্ৰজা ছছিয়েলিষ্ট দলৰ আগৰবাৰৰ প্ৰাৰ্থী গৰাকীয়েই আছিল। তেখেত সেই অঞ্চলৰে এজন বিশিষ্ট সমাজ সেৱক আছিল।

মোক ৰাজনীতিৰ অভিজ্ঞতাই ইয়াকে শিকালে যে নিস্বাৰ্থভাবে সমাজ সেৱাৰে ৰাইজৰ মন আকৰ্ষণ কৰিব পাৰিলে নিৰ্ব্বাচনত জয়যুক্ত হোৱাটো সহজ হৈ পৰে।

১৯৫২ চনৰপৰা ১৯৫৬ চনলৈকে মই বিধান সভাৰ সদস্যা হৈ থকা কালছোৱাত মোৰ সন্তান স্বৰূপা নগাওঁ চৰকাৰী ছোৱালী উচ্চ মাধ্যমিক স্কুলখনিৰ অধ্যক্ষা হিচাবে সেৱা আগবঢ়াবলৈ সুবিধা পাইছিলোঁ। সেই সময়ত চৰকাৰে মোক বিধায়িকা হিচাবে কৰ্ত্তব্য পালন কৰাৰ উপৰিও অধ্যক্ষাৰ দায়িত্ব বহন কৰাত কোনো বাধা আৰোপ কৰা নাছিল। ময়ো সেই সুবিধাকে লৈ বিধায়িকা হিচাবে চৰকাৰৰ সহযোগিতাৰে যথেষ্ট চৰকাৰী অনুদান আনি স্কুলখনিৰ অবয়ব সম্পূৰ্ণ কৰিববলৈ সুবিধা পাই ভগবানৰ ওচৰত চিৰ কৃতজ্ঞ হৈছিলোঁ।

১৯৫৭ চনত দ্বিতীয় বাৰ নিৰ্ব্বাচনত জয়লাভ কৰি মন্ত্ৰীত্বৰ দায়িত্ব লব লগীয়া হোৱাত স্কুলৰপৰা পাঁচ বছৰৰ কাৰণে আৱশ্যকীয় ছুটী লব লগীয়া হয়।

এই সময়তে মোৰ প্ৰথম ল'ৰা শ্ৰীমান ভূপেনৰ বিয়া পতা হয়। মেট্ৰিক পাছ কৰা সৰু ছোৱালী বিয়া কৰাই অনা কাৰণে বোৱাৰীয়েও ঘৰতে কলেজীয়া শিক্ষা লৈ বি, এ, পাছ কৰে। তেওঁ বৰ্ত্তমান নগাওঁ চৰকাৰী ছোৱালী উচ্চ মাধ্যমিক স্কুল খনিলৈ সেৱা আগবঢ়াই আছে। নিজে গঢ় দিয়া স্কুলখনিৰ পৰা আঁতৰি থাকিবলগীয়া হোৱাত আৰু মন্ত্ৰীত্বৰ দায়িত্বৰে মুকলিমূৰীয়াকৈ সমাজৰ কামত লাগিব নোৱাৰা অৱস্থাটোৱে মোৰ মনৰ কোনোবাখিনিত কিবা এটা দুঃখে অলক্ষিতে মোক পীড়া কৰি আছিল যেন সদায় অনুভৱ কৰিছিলোঁ।

এনে অৱস্থাতে ১৯৫৯ চনৰ নেতা নিৰ্ব্বাচনৰ ঘটনা এটাই মোক মন্ত্ৰীত্বৰ দায়িত্বৰ পৰা ৰেহাই পোৱাত সহায় কৰিলে। সেই সময়ত অসমৰ মুখ্যমন্ত্ৰীয়ে আনটো গুৰুত্বপূৰ্ণ দায়িত্বলৈ যাবলগীয়া হোৱাত বিধায়ক সকলৰ

ওপৰত নেতা নিৰ্ব্বাচনৰ দায়িত্ব আহি পৰিল। মন্ত্ৰী সভাৰ শীৰ্ষ স্থানীয় দুজন নেতাই মুখ্য মন্ত্ৰী পদৰ কাৰণে মনোনয়ন পত্ৰ দাখিল কৰিলে। প্ৰথমতে সৰহ সংখ্যক বিধায়কে যি জন নেতাক সমৰ্থন জনাব বুলি মোক জনাইছিল ময়ো তেওঁলোকৰ মততে সমৰ্থন দি তেওঁলোকৰ লগতে গৈ নেতাজনক আমাৰ সমৰ্থনৰ কথা কৈ আহিলোগৈ।

শ্বিলঙৰ এছেমব্লী হোষ্টেল গৰম হৈ উঠিল। আলোচনাৰ পিছত আলোচনা চলিল। সৰহ সংখ্যক বিধায়কে মতৰ পৰিবৰ্ত্তন কৰি আনজনক হে দলৰ নেতা বাচিব লাগে বুলি মত প্ৰকাশ কৰিলে। মই এনে পৰিবৰ্ত্তনৰ কথা শুনি হতভম্ব হৈ পৰিলো আৰু আগৰ মততে ৰৈ থাকিম বুলি ঠিক কৰিলোঁ। অৱশ্যে ই ৰাজনীতিৰ পথ নাছিল।

নিৰ্ব্বাচনী সভাৰ আগদিনা ৰাতি ২ বজাত (এছেমব্লী হোষ্টেলত সেই দিনা গোটেই ৰাতি আলোচনা চলিছিল) মোৰ কোঠাৰ দুৱাৰত শব্দ কৰি এজন সম্মানিত বিধায়কে মোক জগাই লৈ ক'লে— "সৰহ সংখ্যক বিধায়কে আগৰ মতৰ পৰিবৰ্ত্তন কৰি আনজন নেতাক হে মুখ্যমন্ত্ৰী হিচাবে সমৰ্থন জনাবলৈ ঠিক কৰিছে; গতিকে আপুনিও সেই মতলৈকে আহিব লাগে" লগতে এইটোৱো সংকেত দিলে যে যদি মই বিধায়ক সকলে পাছত লোৱা সিদ্ধান্ততে সমৰ্থন জনাওঁ তেতিয়াহলে মন্ত্ৰী সভাত মোৰ ওপৰৰ পৰ্য্যায়লৈ (কেবিনেটলৈ) যোৱাটো একেবাৰে নিশ্চিত কৰি ৰাখিছে; অন্যথাই মোৰ মন্ত্ৰী সভাত স্থান নহবও পাৰে; গতিকে মই নিৰ্ব্বাচনী সভাত পিছৰ সিদ্ধান্ত মৰ্ম্মে নাম প্ৰস্তাৱ কৰিব লাগে।

মোৰ মূৰত স্বৰগ ভাগি পৰা যেন লাগিল; কাৰণ ৰাজনীতিৰ এনেবোৰ কৌশল সম্পৰ্কে মই একেবাৰে অজ্ঞ আছিলো; গতিকে মই সহজ সৰল ভাবেই কলোঁ— "মই যি গৰাকীক ভোট দিম বুলি কৈ আহিলো তাৰপৰা লৰচৰ কৰাৰ মনোবৃত্তি মোৰ নাই; ইয়াৰ কাৰণেই যদি মই মন্ত্ৰীত্বৰ আসন এৰিবও লগীয়া হয় তাৰ কাৰণে মোৰ কোনো দুখ নাথাকিব"।

পুৱা দোকমোকালিতে উঠি গৈ মই কথা দি অহা নেতা (প্ৰাৰ্থী) জনক এই কথাখিনি কোৱাত তেওঁ এটা হাঁহি মাৰি ক'লে— "ৰাজনীতিৰ খেল এনেকুৱাই; তুমি এতিয়াও একো বুজা নাই; তোমাৰ ভালৰ কাৰণে তুমি মতৰ পৰিবৰ্ত্তন কৰা উচিত হ'ব; নহলে তুমি মন্ত্ৰীৰ আসন হেৰুৱাব লাগিব। মই হিচাব কৰি এতিয়া দেখিলোঁ মই মাত্ৰ তিনিটাহে ভোট পাম; গতিকে তুমি মোক ভোট দি ভুল নকৰিবা"— ময়ো লগতে হাঁহি এটা মাৰি ক'লো— "মই আপোনাৰ বাকচতে ভোট দিম বুলি কোৱা কথাৰ

লৰচৰ নকৰোঁ। মোৰ এটাহে কথা, গতিকে মই আপোনাৰ বাকচত ভোটটো দিয়েই নগাওঁলৈ নামি যাম।" নেতাজনে মোক আৰু এবাৰ ভাবি চাবলৈ ক'লে যদিও মই আগতে দিয়া কথাৰ পৰা লৰচৰ কৰিবলৈ বিবেকে যেন মোক বাধা দিলে। পিছদিনা পুৱা ৮ বজাত নিৰ্ব্বাচনী সভা বহিল— যথা সময়ত মই আগতে কথা দিয়া নেতা জনৰ বাকচত ভোটটো সুমুৱাই থৈ নগাওঁলৈ নামি আহিলোঁ।

পিছদিনা খবৰ পালোঁ মোৰ মন্ত্ৰীসভা গঠনৰ তালিকাত নাম নুঠিল। মই মন্ত্ৰীত্বৰ দায়িত্বৰ পৰা ৰেহাই পোৱাত মোৰ অন্তৰ্নিহিত ইচ্ছাত ভগবানে সহায় কৰিলে যেন লাগিল। লগে লগে মই ৰাজনীতিৰ প্ৰলোভনৰ পৰা আঁতৰি আহি অধিক শক্তিশালী হৈ পৰা যেন লাগিল। মোৰ এয়ে অভিজ্ঞতা হ'ল যে ৰাজনীতি সকলোৰে কাৰণে নহয়।

১৯৫৭ চনত মন্ত্ৰীৰ দায়িত্ব গ্ৰহণ কৰিব লগীয়া হোৱাত স্কুলৰ অধ্যক্ষা পদৰ পৰা পাঁচবছৰৰ কাৰণে আৱশ্যকীয় ছুটি লৈছিলো যদিও ১৯৫৯ চনৰ শেষ ভাগলৈ বিধায়িকা হিচাবে থাকি পুনৰ স্কুলত সোমাই অধ্যক্ষাৰ দায়িত্ব গ্ৰহণ কৰিলোঁ। ইতিমধ্যে মোৰ সৰু ল'ৰা নৃপেনৰ (অধিবক্তা) বিয়া হৈ যায়। বোৱাৰীয়ে প্ৰবক্তা হিচাবে নগাওঁ কলেজত সেৱা আগবঢ়াই আছে।

১৯৬২ চনতো তৃতীয় বাৰৰ কাৰণে চামুগুৰি সমষ্টিৰ পৰা উঠিব লাগে বুলি চামুগুৰিৰ ৰাইজে বৰকৈ ধৰাতো মই ৰাজনীতিৰ পৰা অৱসৰ লবলৈ ইচ্ছা প্ৰকাশ কৰি মনোনয়ন পত্ৰ দাখিল নকৰিলোঁ— জীৱনৰ বাকী সময় স্কুল আৰু সমাজৰ কামত নিজকে নিয়োগ কৰিবলৈ মনস্থ কৰিলোঁ। কিন্তু ভবা মতে নহ'ল— ৰাজনীতিৰ্ব যোগে মোক এৰা নিদিলে।

১৯৬৬ চনত ৰাজ্য সভাৰ এখন আসন খালি হোৱাত সেই আসনখনৰ বাবে অসমৰ মহিলা প্ৰতিনিধি হিচাবে মনোনয়ন পত্ৰ দাখিল কৰিব লাগে বুলি অসম প্ৰদেশ কংগ্ৰেছৰ নেতা সকলৰ পৰা নিৰ্দ্দেশ অহাত মই ইতস্ততঃ কৰিও ৰাজ্য সভাৰ প্ৰাৰ্থী হিচাবে মনোনয়ন পত্ৰ দাখিল কৰিলোঁ আৰু স্কুলৰ অধ্যক্ষা পদৰপৰা অৱসৰ ললোঁ। ভগবানৰ অশেষ কৰুণাত ৰাজ্য সভাৰ সদস্যা পদৰ নিৰ্ব্বাচনত জয়যুক্ত হ'লো। শপত গ্ৰহণ কৰিবলৈ ১৯৬৬ চনৰ জুন মাহৰ কোনোবা এটা দিনত স্বামীৰ সৈতে দিল্লীলৈ যাত্ৰা কৰিলোঁ। তেখেতেও চুপ্ৰীম কৰ্টত ওকালতি কৰাৰ মানসেৰে মোৰ লগত একেলগেই দিল্লীলৈ ওলাইছিল। কিন্তু ভগবানে তেখেতৰ এই শুভইচ্ছা পূৰণ কৰিবলৈ সময় নিদিলে। মোৰ হঠাতে ভাগ্য বিপৰ্য্যয় ঘটিল। ১৯৬৬ চনৰে ডিচেম্বৰ মাহৰ ৯ তাৰিখে ৭৪ বছৰ বয়সত হৃদ্‌ৰোগজনিত অসুখত তেখেতে দিল্লী

নগৰীতে মোৰ পৰা চিৰ জীৱনৰ কাৰণে বিদায় ল'লে। মই চাৰিওপিনে অকস্মাতে অন্ধকাৰ দেখিলোঁ। মোৰ জীৱন সংগ্ৰামত ১৪ বছৰ বয়সৰ পৰা ওতঃপ্ৰোতভাবে জড়িত হৈ থকা মোৰ উপদেশ দাতাজনক হেৰুৱাই মই হতাশ হৈ পৰিলোঁ। সকলো সময়তে তেখেতৰ উৎসাহপূৰ্ণ বাণীসমূহ মনলৈ আহি থাকিবলৈ ধৰিলে। তেখেতে সদায় মোক কৈছিল— "কৰ্ত্তব্য যিমানেই কঠোৰ হওঁক নালাগে তাক সাধন কৰা বাটৰপৰা কেতিয়াও পাছ হুঁহকিব নালাগে"— এনেদৰেই সদায় মোক উদগনি দি কৰ্ত্তব্য কৰিবলৈ আগুৱাই পঠিওৱা মানুহজনক অকস্মাতে হেৰুৱাই মই চাৰিওপিনে অন্ধকাৰ দেখিলোঁ; দেউতাকৰ শেষ সময়ত আমাৰ বৰ জীয়ৰী প্ৰীতি আৰু বৰ ল'ৰা বাপকন ওচৰত থকাই মই কিছুমান বিষয়ত ৰক্ষা পাইছিলোঁ। এই সময়ত মোক সকলো বিষয়তে পৰামৰ্শ আগবঢ়োৱা লোকসভাৰ সদস্য সকল শ্ৰীযুত বিজয় চন্দ্ৰ ভাগৱতী, শ্ৰীযুত দেৱকান্ত বৰুৱা আৰু শ্ৰীমান লীলাধৰ কটকীদেৱৰ অকুণ্ঠ সহায় সহযোগিতা এই জীৱনত মই পাহৰিব নোৱাৰিম। তেখেতসকলৰ ওচৰত মই জীৱন ভৰি কৃতজ্ঞ হৈ আছোঁ।

স্বামী ঢুকোৱাৰ এবছৰৰ পাছতে ১৯৬৭ চনৰ চেপ্তেম্বৰ মাহত ৰাজ্যসভাৰ সদস্যা হৈ দিল্লীত থাকোতেই অসম প্ৰাদেশিক মহিলা সমিতিৰপৰা নিৰ্দ্দেশ আহিল সুদূৰ আমেৰিকাত বহা বিশ্বৰ গ্ৰামীণ মহিলা সন্থাৰ (A. C. W. A.) আন্তৰ্জাতিক মহিলা সন্মিলনত মই অসমৰ মহিলাৰ হৈ অসম প্ৰাদেশিক মহিলা সমিতিৰ প্ৰতিনিধি হিচাবে চেপ্তেম্বৰৰ কোনোবা এটা দিনত "মিচিগান ষ্টেটলৈ" যাব লাগে। পাৰ হৈ যোৱা দুৰ্যোগে মোৰ মন ভাঙি পেলাইছিল কাৰণে মহিলা সমাজৰ এই নিৰ্দ্দেশ মই মানি লবলৈ অমান্তি হৈছিলোঁ যদিও যোৱা তিনিটা বছৰতে বিশ্ব গ্ৰামীণ মহিলা সন্থাৰ সভাত অসম প্ৰাদেশিক মহিলা সমিতিৰ প্ৰতিনিধিত্ব নথকাত এইবাৰো এই অনুষ্ঠানৰ প্ৰতিনিধিত্ব নাথাকিলে নাম কটা যাব বুলি মোক পুনৰ জনোৱাত আৰু আন জিলাৰ কোনো মহিলা যাবলৈ মান্তি নোহোৱাত, প্ৰাদেশিক মহিলা সমিতিৰ তথা অসমৰ সন্মান ৰক্ষাৰ প্ৰশ্ন অহাত, মই এইবাৰো সমূহীয়া ইচ্ছাৰ ওচৰত ব্যক্তিগত ইচ্ছাক বলি দিবলৈ বাধ্য হৈ ভাঙি পৰা মনেৰেই কেতিয়াও নোযোৱা, নেদেখা দেশখনলৈ যাবলৈ মান্তি হ'লো।

সকলো সময়তে স্বামীৰ উপদেশ সমূহ কাণত বাজি থকাত আগত আহি পৰা কৰ্ত্তব্য যিমানেই কঠোৰ নহওঁক পাছ হুঁহকি যাবলৈ সাহস কৰিব নোৱাৰিলোঁ। মোৰ ল'ৰা, বোৱাৰী, জী-জোঁৱাই আৰু সমিতিৰ সদস্যা সকলৰ শুভ ইচ্ছা শিৰত লৈ এগৰাকী সমাজ সেৱিকা হিচাবে ১৯৬৭ চনৰ ২৯

আগষ্টত দিল্লীৰ পৰা আমেৰিকাৰ মিচিগান ষ্টেটলৈ অকলশৰীয়া হৈয়ে (অসমত ৬ গৰাকী স্থান থকাতো কোনো যাবলৈ নোলোৱাত মই অকলশৰীয়া হ'লোঁ) নিৰ্দ্ধাৰিত সময়ত মিচিগান ষ্টেইট পালোঁগৈ। মোক নিবলৈ কেইবা গৰাকীও (অভ্যৰ্থনা সমিতিৰ সদস্যা) ইংৰাজ আৰু আমেৰিকান মহিলা আহিছিল। তেওঁলোকে যথেষ্ট আদৰ অভ্যৰ্থনাৰে মোক মিচিগান বিশ্ববিদ্যালয়ত ঠিক কৰি ৰখা কোঠা এটাত থলেগৈ। মই থকা কোঠালীটোত ৩ গৰাকীৰ কাৰণে বিছনা আছিল। মোৰ পাছতে জাৰ্ম্মানীৰ আৰু ইংলণ্ডৰ দুগৰাকী মহিলা সেই কোঠালৈকে গ'ল। কনফাৰেন্সৰ সভানেত্ৰীৰ ৰিপোৰ্টমতে আমি জানিব পাৰিলো যে সেই কনফাৰেন্সত পৃথিৱীৰ ৫৬ খন দেশৰ মহিলা প্ৰতিনিধিয়ে যোগ দিছে। এনেকুৱা বিৰাট সভা মণ্ডপ মই আগতে দেখা মনত পৰা নাই।

আমেৰিকাৰ দৰে ধনী দেশ এখনৰ আতিশয্য দেখি পদে পদে ভাৰতৰ তথা অসমৰ দুখীয়া দেশখনৰ কথা মনলৈ আহিছিল। অধিবেশন প্ৰায় এসপ্তাহ চলিল, নানা দেশৰ নানা সমস্যা মহিলা সকলে দাঙি ধৰিলো। সেই দেশ বিলাকৰ মহিলা সকলৰ জটিল সমস্যা সমূহৰ লগত আমাৰ দেশৰ মহিলাৰ সমস্যা সমূহ উল্লেখনীয় নহয় যেনেই লাগিছিল। (অৱশ্যে আজিকালি ক্ৰমান্বয়ে জটিল হৈ অহা দেখা গৈছে)

ময়ো আমাৰ দেশৰ সমস্যা সমূহ যেনে মহিলা সকলৰ অৰ্থনৈতিক দুৰ্ব্বলতা, নিৰক্ষৰতা, ৰোগৰ প্ৰচুৰতা আদি নিৰাকৰণত অসমৰ মহিলা অনুষ্ঠান সমূহে কি পথ লৈছোঁ আৰু কেনেভাবে কৃতকাৰ্য্য হৈছোঁ ইত্যাদি কথাৰে আলোচনাত যোগ দিছিলোঁ।

এইখিনিতে মোৰ মনত বৈ যোৱা দিন এটিৰ কথা উল্লেখ কৰিব খুজিছোঁ; এদিন আমাক মিচিগান ষ্টেইটৰ 'মিউজিয়াম' এখন দেখুৱাবলৈ লৈ গ'ল, তাত দেখিলোঁ উৰণীয়া শাল এখনত (Fly Sattle) মুগাৰ সূতাৰ কাপোৰ এখন লগাই থোৱা আছে। আমেৰিকাৰ আৰু আন আন ঠাইৰ পৰা অহা মহিলা সকলে মই পিন্ধা পাটৰ মুগাৰ মেখেলা-চাদৰযোৰ পছন্দ কৰি পিটিকি-পিটিকি চাই নিজে বোৱা বুলি শুনি আচৰিত হৈছিল। মিউজিয়ামত থকা শালখনত কোনোবাই কাপোৰ বৰলৈ শিকিছে নেকি বুলি সোধাত তেওঁলোকে বৰ দুঃখেৰে ক'লে, "কামটো ভীষণ কষ্টকৰ, শিক্ষকজনে কাপোৰ লগায়েই ৪ মাহ মানৰ কাৰণে ভাৰতলৈ ছুটি লৈ গৈছে— কামটো কোনেও শিকিব পৰা নাই"; কেনেকৈ কাপোৰ তৈয়াৰ কৰে মোক দেখুৱাবলৈ কোৱাত মই শালত বহি আগেয়ে কাপোৰ বোৱা অভ্যাসেৰে ৪/৫ বাৰমান মাকো টানি দেখুৱাব পৰাত নিজেতো যথেষ্ট আনন্দ পালোৱেই তেওঁলোকেও মোৰ

পিঠিত চপৰিয়াই যথেষ্ট আনন্দ কৰি অসমৰ মহিলাৰ গুণ বখানিলে। অসমীয়া মহিলাৰ কৃতিত্ব হাতে কামে বিদেশী মহিলা সকলক দেখুৱাই মই নিজে অসমীয়া সংস্কৃতিৰ ওচৰত কেনেভাবে ধৰুৱা হৈ পৰিছিলোঁ— মাজে মাজে মনলৈ আনি গৌৰৱ বোধ কৰোঁ। তেওঁলোকে মোক ইন্দিৰা গান্ধীৰ দেশৰ মানুহ বুলি বেচি যত্ন লৈছিল যেন মই অনুভৱ কৰিছিলোঁ। নিৰ্দ্দিষ্ট সময়ত ভাৰতলৈ উভতি অহাৰ বাটত কেইবাখনো ঠাই চাই আহিবলৈ সৌভাগ্য ঘটিছিল।

ছবছৰ কাল ৰাজ্য সভাৰ সদস্যা হিচাবে দায়িত্ব পালন কৰি '৭২ চনৰ ফেব্ৰুৱাৰী মাহত মই দিল্লী এৰি পুনৰ নগাৱঁলৈ আহোঁ। নগাৱঁলৈ আহি মোৰ পুৰণি ক্ষেত্ৰ মহিলা সমিতিৰ গঠনমূলক কামৰ যোগেৰে গাঁৱে-ভূঞে সোমাই কাম কৰি পূৰ্ব্বৰ আনন্দ উপভোগ কৰি ব্যস্ত হৈ থাকোতেই নগাওঁ জিলা কংগ্ৰেছৰ সভানেত্ৰীৰ দায়িত্ব মূৰ পাতি লবলগীয়া হ'ল।

নগাওঁ জিলা কংগ্ৰেছে প্ৰথমবাৰলৈ মহিলাৰ ওপৰত এই গধুৰ দায়িত্ব অৰ্পণ কৰাত, আসনখনৰ সন্মান ৰাখিবলৈকে গাঁৱে-ভূঞে ফুৰি যথেষ্ট কষ্ট কৰিবলগীয়া হৈছিল। এবছৰ দায়িত্ব পালন কৰিয়েই মোক এই গুৰুদায়িত্বৰ পৰা অৱসৰ দিবলৈ কৰ্ত্তৃপক্ষক অনুৰোধ জনোৱা স্বত্ত্বেও আগত নিৰ্ব্বাচনটো চলাই দিয়াৰ দায়িত্ব মোৰ ওপৰত অৰ্পণ কৰি মোৰ অৱসৰ পত্ৰ গ্ৰহণ নকৰিলে। মোৰ সৌভাগ্যৰ বিষয় যে মহিলা কংগ্ৰেছ সভানেত্ৰীৰ সন্মান ৰাখি সেইবাৰ নিৰ্ব্বাচনত অধিক সংখ্যক কংগ্ৰেছ প্ৰাৰ্থী জয়যুক্ত হৈ কংগ্ৰেছ চৰকাৰক শক্তিশালী কৰি তুলিব পাৰিছিল।

কংগ্ৰেছ সভানেত্ৰী হৈ থকা অৱস্থাতে কেন্দ্ৰীয় কংগ্ৰেছ কমিটিৰপৰা নিৰ্দ্দেশ আহিল ভাৰতীয় মহিলা প্ৰতিনিধিৰ ৭ জনীয়া দল এটিৰ দলনেত্ৰীৰ দায়িত্বৰে মই ১৯৭৭ চনৰ জুন মাহত ৰাচিয়ালৈ যাব লাগে। তেতিয়া মোৰ বয়স বাসত্তৰ (৭২) বছৰ উকলিছিল যদিও দায়িত্ব পালনে মোৰ ওচৰলৈ বয়সৰ দুৰ্ব্বলতা আনিব পৰা নাছিল। ৭ জনীয়া ভাৰতীয় মহিলা দল এটি লৈ মই জুন মাহৰ কোনোবা এটি দিনত ৰাচিয়া অভিমুখে যাত্ৰা কৰোঁ। নিৰ্দ্দিষ্ট সময়ত আমি ৰাচিয়া পালোগৈ। ৰাচিয়াৰ মহিলা সকলৰ আদৰ-অভ্যৰ্থনাই আমাক আপ্যায়িত কৰিছিল। ৰাচিয়াত থকা দিন কেইটাত (১৫ দিনমান হ'ব) আমি ভাৰতীয় মহিলা প্ৰতিনিধিৰ দলটোৱে আন্তৰ্জাতিক বুজা-পৰা আৰু বিশ্বৰ মহিলাৰ নানা সমস্যাৰ ওপৰত কৰা আলোচনা আদিত যোগ দিবলৈ পাই, বিশেষকৈ ভেলেন্টিনা টেৰেস্কোভাৰ সভানেত্ৰীত্বত বহা সভাখনিত নিজৰ মত দাঙি ধৰিবলৈ সুবিধা পাই আমি প্ৰত্যেকেই নিজকে পৰম সৌভাগ্যৱতী

বুলি ভাবিছিলোঁ। ৰাচিয়া এখন মহিলা প্ৰধান ঠাই, মহিলা সকলে আমাৰ প্ৰতি দেখুউৱা মৰম, প্ৰীতি, অতিথি সংকাৰ আদিয়ে মোৰ অসমীয়া পুৰণি সমাজখনৰ 'আলহ্-উদহ' মৰম-প্ৰীতি, অতিথি সংকাৰ আদিলৈ মনত পেলাই দিছিল। আমাক ৰাচিয়াৰ গাওঁ সমূহলৈ লৈ গৈ এৰাতি দুৰাতি কৈ আলহী থকাৰ সুবিধা কৰি দি ৰাচিয়াৰ গাওঁৰ আচাৰ-ব্যৱহাৰ, ৰীতি-নীতি আদি বহু কথাৰ সৈতে আমাক চিনাকি হবলৈ সুবিধা দি কিমান যে উপকৃত কৰিলে ভাবিলে বৰ আনন্দ লাগে।

নিবনুৱা সমস্যা বিহীন তীৰ্থৰূপী দেশ এখনৰ মাজলৈ আহিবলৈ সুবিধা পোৱাত ভগবানক শতকোটি সেৱা জনালোঁ। ৰাচিয়াৰ মহিলা সকলৰ কাৰ্য্যদক্ষতা, নিয়মানুবৰ্ত্তিতা, শৃঙ্খলতা, অতিথি সংকাৰ আৰু সকলোতকৈ বেচি সময়ৰ আগ চুলিত খামোছ মাৰি ধৰিব জনা গুণসমূহে আমাক অতিকৈ মুগ্ধ কৰিছিল। ৰাচিয়াত মহিলা সকলেই সকলো অনুষ্ঠানৰ গুৰু-দায়িত্ব বহন কৰা দেখিলোঁ। তেওঁলোকেও সকলো কথাতে আমাক ইন্দিৰা গান্ধীৰ দেশৰ মানুহ বুলি আনক চিনাকি দিছিল। তেওঁলোকে এবাৰ আমাক আক্ষেপ কৰি কৈছিল— "ভগবানে আমাৰ কাৰণে দিনটোত কাম কৰা সময় বৰ কম কৰি দিলে। আমি ৰাতি তিনি ঘন্টাহে শুবলৈ পাওঁ" ইত্যাদি। ৰাচিয়াত ১১ বজাত হে সন্ধ্যা হৈছিল আৰু ৩ বজাতে ৰাতিপুৱা হয়। তেওঁলোকৰ মতে সময়ৰ মূল্যই হৈছে জীৱনৰ মূল্য। মোৰ জীৱনৰ সন্ধ্যা সময়ত তীৰ্থৰূপী 'ৰাচিয়া দৰ্শন' কৰি মোৰ ৭২ (বাসত্তৰ) বছৰীয়া জীৱনটো লৈ হেৰাই যাব খোজা কৰ্ম্মশক্তি ঘূৰাই পালো যেন অনুভৱ কৰিছিলোঁ।

১৯৭৭ চনৰ ৯ আগষ্টত বিভিন্ন প্ৰদেশৰ সহকৰ্ম্মী সকলৰ সৈতে ভাৰত অভিমুখে যাত্ৰা কৰি দিল্লী পালোঁহি। পিছদিনাই মোৰ কৰ্ম্মস্থল নগাৱঁত উপস্থিত হলোঁহি।

১৯৭৭ চনত নগাৱঁলৈ উভতি আহি কেইমাহমান জিলা কংগ্ৰেছৰ সভানেত্ৰীৰ দায়িত্বত থকাৰ পাছত মহান কংগ্ৰেছখন দুভাগ হৈ পৰাৰ (সমাজবাদী কংগ্ৰেছ আৰু ইন্দিৰা কংগ্ৰেছ) উপক্ৰম দেখি মনত বৰ আঘাত পালোঁ আৰু '৭৭ চনৰে ১০ এপ্ৰিলৰ দিনা স্বইচ্ছাই মই জিলা কংগ্ৰেছৰ সভানেত্ৰী পদৰপৰা অৱসৰ লৈ— ৰাজনীতিৰ কোনো দলৰে সদস্যা নোহোৱাকৈ থাকি ৰাজনীতি জীৱনৰো সামৰণি মাৰিলোঁ।

পুনৰ মই কষ্টেৰে গঢ়ি তোলা নগাওঁ জিলা মহিলা সমিতিখনত সদস্যা হিচাবে সোমাই পৰো আৰু ১৯৭৭ চনত মহিলা সমিতিৰ সভানেত্ৰীৰ দায়িত্ব বহন কৰি মোৰ জীৱিত কালতে এই মহান অনুষ্ঠানখনিৰ সভানেত্ৰীৰ দায়িত্ব

আন এগৰাকীৰ ওপৰত অৰ্পণ কৰাৰ নৈতিক দায়িত্বৰে ১৯৮৯ চনৰ ১২ মাৰ্চত আনুষ্ঠানিক ভাবে অৱসৰ গ্ৰহণ কৰিলোঁ যদিও মানসিকভাবে এই অৱসৰৰ স্বীকৃতি যেন মই আজিও দিব পৰা নাই তাকে অনুভৱ কৰিছো আৰু কৰিব পৰা অৱস্থালৈকে এই সমিতিখনৰ গাৰেঁ-ভুঞেঁ থকা মহিলা সকলৰ সামাজিক, অৰ্থনৈতিক উৎকৰ্ষতা সাধনৰ উদ্দেশ্যে কৰা কাম সমূহৰ লগত জড়িত হৈ থাকিবলৈ আশা ৰাখি সমাজ সেৱাৰে যাতে এই জীৱনৰ সমাপ্তি আনিব পাৰোঁ তাকে ভগবানৰ চৰণত প্ৰাৰ্থনা জনাই আছো। শেষত মই ইয়াকে উপলব্ধি কৰিছোঁ যে সমাজ সেৱাৰ মাধুৰ্য্যতাই মোৰ জীৱনৰ সকলো অৱস্থাতে প্ৰেৰণাৰ উৎস হৈ আছে। □

কমলা কুমাৰী বৰুৱা

# এৰি অহা দিনবোৰৰ ৰেঙণি



১৯২১ চনৰ ২৭ মে তাৰিখে ডিব্ৰুগড়ত মোৰ জন্ম। মোৰ দেউতা ৺কনক নাথ দত্ত শইকীয়া আৰু মা শ্ৰীযুতা নীৰদা বালা শইকীয়া। দহোটা সন্তানৰ ভিতৰত ময়েই প্ৰথম। মোৰ পিছত দুগৰাকী ভনী আৰু তিনিজন ভাই। মনত পৰা দিনৰেপৰা মাক সমাজ সেৱাৰ কামত আন্তৰিকতাৰে লাগি থকা দেখি আহিছো। বৰ্তমান ৮৬ বছৰ বয়সতো কেইবাটাও ৰাজ্যিক আৰু জিলা পৰ্য্যায়ৰ অনুষ্ঠানৰ লগত মা ঘনিষ্ট ভাবে জড়িত। ৺দেউতা সৰুৰেপৰাই বৰ মেধাৱী ছাত্ৰ আছিল। ফুটবল, টেনিচ আদি খেলাত পাৰদৰ্শিতা দেখুৱাৰ উপৰিও স্বৰ্ণপদক লৈ বি. এচ. চি পাচ কৰাৰ পিছত উচ্চ শিক্ষাৰ প্ৰতি অনুৰাগী মোৰ ককাদেউতা ৺মিহিৰাম শইকীয়াই দেউতাক বিলাতত ইঞ্জিনিয়াৰিং পঢ়ুৱাবলৈ ঠিক কৰিলে। লণ্ডনৰ কলেজত নাম লগোৱাৰ সকলো বন্দোবস্ত হ'ল। তিতাবৰৰ ঘৰত নাম-প্ৰসংগ পাতি ৰাইজক ভোজ-ভাত খুৱাই দেউতাক আগবঢ়াই পঠোৱা হ'ল। ৺দেউতা বম্বে পালেগৈ, এনেতে খবৰ আহিল যে প্ৰথম মহাসমৰৰ বাবে কোনো ভাৰতীয় তালৈ যোৱা নিষেধ। উভটি অহাৰ পিছত তেখেতক পুলিচৰ ডি, এচ, পি, পদ যচা হৈছিল। কিন্তু সেই পদ গ্ৰহণ নকৰি কলিকতাৰপৰা আইন পাচ কৰি যোৰহাট কাছাৰীত ওকালতি আৰম্ভ কৰে। অৱশ্যে সেই সময়ৰ (১৯২১) সমগ্ৰ ভাৰত জুৰি প্ৰভাৱান্বিত হোৱা জাতিৰ পিতা মাহাত্মা গান্ধীৰ আহ্বানত প্ৰায়বিলাক আইন ব্যৱসায়ীয়েই ওকালতি এৰিলে। দেউতায়ো ওকালতি বাদ দিলে আৰু স্বাধীন ব্যৱসায়ত মনোনিবেশ কৰিলে। সৰু পথাৰত কাঠৰ কাৰবাৰ আৰু তিতাবৰত এটা ধানকল বহুৱালে। তাতেই এটা ঘৰ সজাই দুখীয়া আৰু জনজাতিৰ ল'ৰা থকাৰ ব্যৱস্থা কৰি ঘৰৰপৰা চকী, বেঞ্চ, মেজ আদি নি বিনামূলীয়াকৈ ইংৰাজী আৰু অঙ্ক পঢ়ুৱাই হাইস্কুল আৰম্ভ কৰে। সেইখনেই বৰ্তমান তিতাবৰৰ মিহিৰাম শইকীয়া

উচ্চ মাধ্যমিক বিদ্যালয়। হাইস্কুল খন পূর্ণাঙ্গ হোৱাত ৺দেউতাই নিজৰ চাহ বাগিছা পৰিচালনাৰ দায়িত্ব লয়।

মই যোৰহাটৰ চৰকাৰী মজলীয়া ছোৱালী স্কুলত শিক্ষা আৰম্ভ কৰোঁ। ৺ককাদেউতা আৰু ৺আইতাক ভাত ৰান্ধি দিবৰ বাবে মাইঁত তিতাবৰলৈ যাবলগীয়া হ'ল। সেই সময়ত নামগোৱা পাতি ৰাইজক ভোজ-ভাত খুৱাইহে বোৱাৰী সকলক ৰান্ধনী লোৱা বা পতা হৈছিল। ডিব্রুগড়ৰ মামাহঁতৰ ঘৰত থাকি মোৰ পঢ়াৰ ব্যৱস্থা কৰা হ'ল। সেই সময়ত ডিব্রুগড় জিলা মহিলা সমিতিয়ে ৺স্বৰ্ণলতা দত্ত, নিৰ্মলা দত্ত প্ৰভৃতি সমাজ সেৱিকা সকলৰ নেতৃত্বত সক্ৰিয়ভাৱে গঠনমূলক কাম কৰিছিল। শিৱসাগৰতো ৺কমলালয়া কাকতি, ৺কলকলতা চলিহাই শিৱসাগৰ জিলা মহিলা সমিতিৰ পৰা প্ৰথম অসমীয় মহিলাৰ আলোচনী "ঘৰ জেউতি" প্ৰকাশ কৰে আৰু উলহ মালহেৰে জয়সাগৰৰ পাৰত "জয়মতী উৎসৱ" পতাৰ দিহা কৰে। এই উৎসৱ প্ৰতিবছৰেই হৈছিল। এবাৰ ডিব্রুগড় জিলা মহিলা সমিতিয়ে সেই উৎসৱত "বাসন্তীৰ অভিষেক" নৃত্য-নাটিকাখন কৰাবলৈ আমাক আনিছিল। মই তেতিয়া তৃতীয় মানৰ ছাত্ৰী। স্কুলৰ পিছত বৰ্ডিঙত আমাক শ্ৰীযুতা পূণ্যপ্ৰভা দাস আৰু প্ৰিয়লতা কাৰ্কতি বাইদেৱে ৰিহাৰ্চেল কৰাইছিল। ৺সেউতি বৰুৱাক বাসন্তী কুৱঁৰী, শ্ৰীমতী সুনীতি চলিহাক কেতেকী, তৰু সেনছোৱাক কুলি, শ্ৰীমতী লাৱণ্য পটঙীয়াক পখিলা আৰু মোক 'মলয়া'ৰ ভাও দিছিল। ৰাতিপুৱাই এখন বাচত আমি স্কুলৰ বাইদেউ আৰু মহিলা সমিতিৰ জেঠাইদেউ সকলৰ লগত শিৱসাগৰলৈ আহিছিলো। আমাৰ অভিনয় ভাল হৈছিল বুলি সকলোৱে প্ৰশংসা কৰিছিল। মোৰ নাচ-গানত সন্তুষ্ট হৈ ডিব্রুগড়ৰ চাহ-খেতিয়ক শ্ৰীনৱ কুমাৰ দত্তই মোক এটা সোণৰ পদক উপহাৰ দিছিল। প্ৰধান শিক্ষয়িত্ৰী ৺হেমপ্ৰভা দাসে মোক পিঠিত চপৰিয়াই "তই মোৰ স্কুলৰ নাম ৰাখিলি, ঈশ্বৰে তোৰ মঙ্গল কৰক" বুলি আশীৰ্বাদ দিছিল।

মোৰ দেউতা আৰু মা দুয়োজনেই স্ত্ৰীশিক্ষাৰ অনুৰাগী আছিল। যোৰহাটত নতুনকৈ আৰম্ভ কৰা ছোৱালী হাইস্কুলৰ শিক্ষয়িত্ৰীসকল থকাৰ বাবে আমাৰ যোৰহাটৰ ঘৰটোকে বিনা ভাৰাত দিয়া হৈছিল। ইতিমধ্যে যোৰহাটত এখন ছোৱালী স্কুল হোৱাৰ উপৰিও শিক্ষয়িত্ৰী নিবাসৰ ব্যৱস্থা হোৱাত আৰু আমাৰ ককা-আইতা দুয়োৰে পৰলোকপ্ৰাপ্তি ঘটাত আমি যোৰহাটলৈ আহিলো। তাতে মই সপ্তম মান শ্ৰেণীত ভৰ্তি হ'লোহি। সেই স্কুলৰ পৰাই ১৯৩৮ চনত মই প্ৰথম বিভাগত মেট্ৰিক পাচ কৰোঁ। মোৰ সহপাঠী সুবৰ্ণলতা বৰুৱাৰ পৰীক্ষাৰ পিছতে বিয়া হোৱাত মোকো বিয়া দিবলৈ মাইঁতক বহুতে আহি

পৰামৰ্শ দিলেহি। কাৰণ আমাৰ পৰিয়ালত ছোৱালীৰ সংখ্যা সৰহ। তদুপৰি ছোৱালী এদিন লোকৰ ঘৰলৈ যাবই যেতিয়া তেনেস্থলত ছোৱালীৰ লগত খৰচ-পাতি কৰাৰ কোনো আৱশ্যক নকৰে। কাৰণ সেই সময়ত যোৰহাটৰ একমাত্ৰ কলেজখনত ছাত্ৰী এগৰাকীও নথকাত মোক গুৱাহাটীৰ কটন কলেজত পঢ়াবলৈকে স্থিৰ হৈছিল। ইমানবোৰ ল'ৰা ছাত্ৰৰ লগত কেৱল এজনী ছোৱালীৰ নাম লগাবলৈ মোৰ অভিভাৱক মানসিকভাৱে প্ৰস্তুত নাছিল। সেয়ে ছোৱালীৰ লগত খৰচ নকৰিবলৈ পৰামৰ্শ দিয়া সকলৰ উপদেশত প্ৰভাবান্বিত নহৈ দেউতা-মাইঁতে মোক কটন কলেজত পঢ়াৰ বাবে আৰু থকাৰ বাবে গুৱাহাটীৰ ছাত্ৰীবাৰীৰ হোষ্টেলত ঠিক কৰিলে। তেনেতে খবৰ পোৱা গ'ল যে মোৰ আন এগৰাকী সহপাঠী ৺ঘনকান্তি নেওগৰ পঢ়াৰ ইচ্ছা আছে কিন্তু ঘৰৰ পৰা পঢ়ুৱাবলৈ অসুবিধা। খবৰ পাই মোৰ দেউতাই ঘনকান্তিক মতাই আনি পঢ়াৰ সকলো খৰচ বহন কৰিবলৈ গাত ল'লে। পিছদিনা আমাৰ দুয়োৰে যোৰহাট কলেজত (জগন্নাথ বৰুৱা কলেজ পিছতহে নামকৰণ কৰা হৈছে) নাম ভৰ্ত্তি কৰা হ'ল। ৫৬ জন ছাত্ৰ আৰু আমি দুগৰাকী ছাত্ৰী। গুৱাহাটীলৈ মোৰ যোৱা নহ'ব বুলি টেলিগ্ৰাম কৰা হ'ল।

সেইসময়ত আমাৰ শিক্ষাগুৰু আছিল পণ্ডিত প্ৰবৰ ৺কৃষ্ণকান্ত সন্দিকৈ, ৺তুলসীনাৰায়ণ শৰ্ম্মা, ৺গুণগোবিন্দ দত্ত, ৺পি এম চাৰোৱান, ৺প্ৰফুল্ল প্ৰাণ চাংকাকতি, অধ্যক্ষ শ্ৰীযজ্ঞেশ্বৰ শৰ্ম্মা প্ৰভৃতি শিক্ষাবিদ সকল। ১৯৪০ চনত মই প্ৰথম বিভাগত আই, এ পাচ কৰি তৃতীয় বাৰ্ষিকত নাম লিখোঁ। তেতিয়া আমাক ওপৰত উল্লেখ কৰা অধ্যাপকসকলৰ উপৰিও প্ৰাক্তন এম,পি হেম বৰুৱাদেৱে ইংৰাজী আৰু অসমীয়া পঢ়ুৱাইছিল।

১৯৪২ চন— এফালে স্বাধীনতা আন্দোলনৰ পূৰ্ণ পয়োভৰ আৰু আনফালে দ্বিতীয় মহাসমৰৰ বাবে অসমৰ প্ৰায়বোৰ ঠাইতে সৈন্যৰ চাউনি। আমাৰ কলেজৰ বৰ্ডিং আৰু আটাইকেউটা ক্লাছ ৰুমতে সৈন্য সোমালেহি। আমাক বি,এৰ ফাইনেল পৰীক্ষা দিবৰ কাৰণে কেৱল লাইব্ৰেৰী আৰু অধ্যাপকসকলৰ 'কমন ৰুম'টোহে দিয়া হৈছিল। বুৰঞ্জী আৰু অৰ্থনীতি লৈ ১৯৪২ চনত বি,এ পাচ কৰিলোঁ। আমাৰ দিনত কলেজত অনাৰ্চ নাছিল। কেৱল দুটা নম্বৰৰ বাবে ডিষ্টিংচন নোপোৱা বাবে দুখ পালোঁ। অৰ্থনীতিত এম, এ, পঢ়াৰ একান্ত ইচ্ছা আছিল যদিও দেশৰ তেনে পৰিস্থিতিত কলিকতাত থাকি পঢ়া সম্ভৱ নহ'ল।

১৯৪৩ চনৰ ২১ ফেব্ৰুৱাৰীত অসমৰ প্ৰথিতযশা প্ৰধান শিক্ষক চাবিগাঁৱৰ ৺ৰামেশ্বৰ বৰুৱাদেৱৰ প্ৰথম পুত্ৰ শ্ৰী হেমচন্দ্ৰ বৰুৱাৰ লগত মোৰ বিয়া।

বিয়াৰ সময়ত যোৰহাটৰ সকলো ঠাইতে 'ব্লেক আউট'। ৰভাৰ চাৰিওফালে আঁৰ কাপোৰ দিহে বিয়া পতা সম্ভৱ হৈছিল। অৱশ্যে সেইদিনা পূৰ্ণিমাৰ জোনাকে পোহৰ পেলোৱাত যথেষ্ট সহায় কৰিছিল। মোৰ শাহু গুঞ্জলতা বৰুৱা আছিল জোনাকী যুগৰ প্ৰখ্যাত সাহিত্যিক আৰু কলিকতা উচ্চ ন্যায়ালয়ৰ উচ্চ বিষয়া ৰমাকান্ত বৰকাকতিৰ প্ৰথমা কন্যা। প্ৰৱেশিকা পৰীক্ষাৰ পিছতে আইৰ বিয়া হ'ল যদিও তেখেতৰ বাকী কেইগৰাকী ভনীয়েকৰ ভিতৰত ৺সুধালতা দুৱৰা আৰু সুখলতা দুৱৰা অসমৰ প্ৰথম এম, এ বি,টি। দুয়ো গৰাকীয়েই কলেজৰ অধ্যক্ষতা কৰি নিজৰ প্ৰতিভা আৰু দক্ষতাৰ পৰিচয় দি গৈছে। বঙ্গদেশৰ বিখ্যাত সাহিত্যিক ৺দীনেশ সেনদেৱৰ তেখেতসকলৰ বিষয়ে লিখা গ্ৰন্থখনেই ইয়াৰ পৰিচায়ক। শাহু আইৰ সৰু গৰাকী ভনীয়েক শ্ৰীমতী শান্তি দুৱৰাই অধ্যাপনা বাদ দি বাঙ্গালোৰত আশ্ৰম পাতি স্বামী শিৱানন্দজীৰ শিষ্যত্ব গ্ৰহণ কৰি স্বামী শান্তানন্দ নাম লয়। শাহুৰ তিনিজন ভায়েকৰ ভিতৰত এজনহে জীৱিত। কলিকতাত ডাঙৰ হোৱা মোৰ শাহু আয়ে চাৰিগাঁৱৰ সম্পূৰ্ণ গাঁৱলীয়া পৰিবেশত নিজকে খাপ খুৱাই লোৱাৰ উপৰিও নিজৰ সৰলতা আৰু আন্তৰিকতাৰে সকলোকে মুহিছিল বুলি খুৰীশাহুসকলৰ মুখে শুনিছিলোঁ। অসমত বি, টি পঢ়াৰ ব্যৱস্থা নথকাত চৰকাৰে পাপাক (মই শহুৰক সেই বুলি সম্বোধন কৰিছিলোঁ) কোচবিহাৰত বি, টি পঢ়িবলৈ পঠাইছিল। সেই সময়ত চাৰিগাঁৱত কলেৰাই সৰ্ব্বগ্ৰাসী ৰূপ লৈছিল। মোৰ শাহু আৰু তেখেতৰ তিনিগৰাকী ছোৱালী কলেৰাত আক্ৰান্ত হৈ অকাল বিয়োগ ঘটে। মোৰ স্বামীৰো বোলে অৱস্থা কাহিল,— তেখেতকো বোলে তুলসীৰ তলত থৈছিলগৈ। ভাগ্যক্ৰমে তেখেত সময়ত আৰোগ্য হ'ল। পত্নীক হেৰুৱাই পাপা একেবাৰে ভাগি পৰাত মাতৃদেৱীয়ে তেখেতক পুনৰ বিয়া কৰাবলৈ উঠি-পৰি লাগে। পাপাক মান্তি কৰিব নোৱাৰি এদিন তেখেতে পাপা কামলৈ যোৱাৰ আগে আগে দুৱাৰদলিত নিজৰ ৰিহাখন পাতি দি নিজে একাষৰীয়াকৈ বহি ক'লে "মোৰ কথা যদি নামান, তেন্তে মোৰ ওপৰেদি দেই যা"—। অৱশেষত পাপা বিয়া কৰাবলৈ সন্মত হ'ল, কিন্তু এটা সৰ্তত— তেখেতে বিয়া পুনৰ কৰাবলৈ হ'লে দুখীয়া পৰিয়ালৰ পিতৃ-মাতৃহীন ছোৱালীকহে বিয়া কৰাব। সেইমতে চাওখাটৰ ৺চন্দ্ৰ বৰুৱাৰ কন্যা আইদেউ বৰুৱাৰ লগত তেখেত পুনৰ বিবাহ পাশত আবদ্ধ হয়। মোৰ স্বামীৰ বয়স তেতিয়া মাত্ৰ ৮ বছৰ।

মোৰ শহুৰ বৰ ধৰ্ম্মপৰায়ণ লোক আছিল। নগাঁৱৰ শ্ৰীশ্ৰীশঙ্কৰদেৱ মন্দিৰ তেখেতৰ যত্নতে প্ৰতিষ্ঠা হয়। তেখেতেই স্কুলত বৰসবাহ শ্ৰীশঙ্কৰদেৱ তিথি আৰু শ্ৰীশঙ্কৰদেৱ জন্মোৎসৱ ৰাজহুৱাকৈ পালন কৰা আৰম্ভ কৰে।

তেখেতৰ অন্যান্য পুথিৰ উপৰিও ইংৰাজীত লিখা "নামঘৰ এণ্ড ইটচ্ প্লেচ ইন আচামিজ লিটাৰেচাৰ" নামৰ গ্ৰন্থখনে অসমৰ বাহিৰত যথেষ্ট জনপ্ৰিয়তা লাভ কৰে। চৰকাৰী স্কুলত কাম কৰিছিল যদিও তেখেতে সদায় খদ্দৰ পিন্ধিছিল আৰু টুপী নিপিন্ধি মূৰত পাগুৰী মৰাৰ বাবে ওপৰৱালাৰ পৰা কটু কথাও শুনিবলগীয়া হৈছিল। গান্ধীজী প্ৰথমবাৰ অসমলৈ আহোঁতে চৰকাৰী চাকৰিয়াললৈ গান্ধীজীৰ সভা-সমিতিত যোগদান দিয়াৰ পৰা বিৰত থাকিবলৈ হুকুম আহিল। পাপাই নগাঁৱৰ পৰা গুৱাহাটীত আহি গান্ধীজীৰ সভাত যোগদান দিয়াৰ বাবে তেখেতক সহকাৰী স্কুল পৰিদৰ্শক পদৰ পৰা বঞ্চিত কৰা হৈছিল।

আমাৰ যোৰহাটৰ ঘৰৰ পৰা চাৰিগাঁৱৰ ঘৰলৈ দূৰত্ব প্ৰায় চাৰিমাইল। মোৰ স্বামী ঘৰৰ প্ৰথম সন্তান। গতিকে পৰিয়ালৰ প্ৰথম বিয়াখনত বৰযাত্ৰী হৈ গাঁৱৰ প্ৰায় সকলোবোৰ মানুহ আহিবলৈ ইচ্ছা প্ৰকাশ কৰিলে। মোৰ শহুৰদেৱে মাত্ৰ দৰাক মটৰত পঠিয়াই চাৰিশ বৰযাত্ৰীৰ সৈতে খোজকাঢ়ি আমাৰ ঘৰৰ ৰভাতল পালেগৈ। ই তেখেতৰ সহৃদয়তা আৰু উদাৰতাৰে পৰিচয় বুলি মই ভাবোঁ।

বিয়াৰ পিছৰে পৰা মই চাৰিগাঁৱৰ ঘৰত থাকোঁ। পাপা আৰু মাহীদেউৰ পৰা তেখেতসকলৰ নিজৰ ছোৱালীৰ নিচিনা মই মৰম-স্নেহ পাইছিলোঁ। সেই সময়ৰ সমাজত বোৱাৰীৰ ওৰণি লোৱা নিয়ম বাধ্যতামূলক আছিল। এদিন শহুৰক দেখি মই ততালিকে মূৰৰ কাপোৰ টনাত তেখেতে মোৰ ননন্দ উত্তৰাক ক'লে— "হেৰ' উত্তৰা, নবৌৱেৰে জানো মোক পাপা নোবোলে, তেন্তে মোৰ আগত ওৰণি টানিব লাগে কেলেই?"— এই কথাষাৰ মোৰ কৰ্ণ-কুহৰত আজিও বাজি থাকে।

এম,এ পঢ়াৰ মোৰ একান্ত ইচ্ছা আছিল। কিন্তু গাঁৱত থাকি প্ৰাইভেটকৈ অৰ্থনীতিত পৰীক্ষা দিয়া মোৰ পক্ষে সম্পূৰ্ণ অসম্ভৱ আছিল বাবেই শিক্ষাগুৰু ৺তুলসীনাৰায়ণ শৰ্ম্মা, পাপা আৰু ৺দেউতা-মাৰ উদ্‌গনিতে প্ৰাইভেটকৈ অসমীয়াতে এম, এ দিবলৈ ঠিক কৰিলোঁ। তেতিয়া প্ৰাইভেট পৰীক্ষাৰ্থীয়ে বি, এ পাচ কৰাৰ তিনি বছৰৰ পিছতহে এম, এ পৰীক্ষা দিবলৈ বিশ্ববিদ্যালয়ে অনুমতি দিছিল। ৮খন পেপাৰৰ পৰীক্ষা সম্পূৰ্ণভাৱে একে লেঠাৰিয়ে দিব লাগে। এই ক্ষেত্ৰত সহায় পাইছিলোঁ মোৰ শ্ৰদ্ধেয় শহুৰ দেৱৰ পৰা। তেখেতে মোক বৈষ্ণৱ-সাহিত্যৰ কিতাপখিনি সংগ্ৰহ কৰি আনি দিছিল। সেইসময়ত তেখেত অসম সাহিত্য সভা আৰু পত্ৰিকাখনৰো সম্পাদক আছিল। ৺তুলসীনাৰায়ণ শৰ্ম্মাদেৱে মোক পালি-প্ৰাকৃত আদিত যথেষ্ট সহায় কৰিছিল।

১৯৪৫ চনত এম, এ পৰীক্ষা দিবলৈ অনুমতি পালোঁ। ইতিমধ্যে

মোৰ ডাঙৰ ল'ৰাটোৰ জন্ম হ'ল। মোৰ স্বামীও তেতিয়া ছিলঙত চৰকাৰী চাকৰিয়াল। তেখেতে ছুটি নোপোৱাত মোৰ দদাইদেউৰ ল'ৰা কবি ৺অমূল্য বৰুৱাৰ লগত কলিকতালৈ পৰীক্ষা দিবলৈ অহাটো ঠিক হ'ল। কিন্তু যাত্ৰাৰ দুদিন আগতে তেওঁৰ ৺আইসকলে দেখা দিয়াত তেওঁৰে বন্ধু ৺যতিনাৰায়ণ শৰ্ম্মাৰ লগত মোৰ যোৱাৰ ব্যৱস্থা হ'ল। ছুটি মঞ্জুৰ হোৱাত মোৰ স্বামীয়েও গুৱাহাটী ৰেল ষ্টেছনত আমাক লগ ধৰিলেহি। মোৰ কেঁচুৱাটো আৰু তাক চোৱা-চিতা কৰা বনুৱা ছোৱালী বগী। যি নহওঁক, পাৰ্ব্বতীপুৰেদি তিনিদিন গৈ কলিকতা পালোঁহি। বিশ্ববিদ্যালয়ৰ ওচৰৰে হোটেল এটাত আমি উঠিলোগৈ। সেই হোটেলতে মোৰ দেউতাৰ বন্ধু ৺গোপাল গোস্বামীদেৱক লগ পাই কিছু সাহস পালোঁ। সেই সময়তে কেঁচুৱাটোৰ তয়াময়া জ্বৰ উঠি অহা দেখি গোস্বামীদেৱে মই কিয় তাক মাৰ ওচৰত থৈ নাহিলোঁ বুলি কৈছিল যদিও মাকৰ গাখীৰ খাই থকা কেঁচুৱাক ইমান দিনৰ বাবে মায়ে ৰাখিবলৈ সাহ নকৰিলে বুলি কোৱাত তেখেতে মাৰ যুক্তি সমৰ্থন কৰিলে। পৰীক্ষা শেষ হোৱাত কেইদিনমান কলিকতাত ফুৰি-চাকি ছিলঙত ড° জীৱকান্ত শইকীয়া দদাইদেউৰ ঘৰত এমাহমান থাকি ঘৰ পালোঁহি।

যোৰহাটলৈ আহি স্থানীয় ছোৱালী হাইস্কুলখনত কেইমাহমান শিক্ষকতা কৰোঁ। ইতিমধ্যে যোৰহাট জগন্নাথ বৰুৱা কলেজত ছাত্ৰ সংখ্যা যথেষ্ট বাঢ়ি যোৱাত ৺তুলসীনাৰায়ণ শৰ্ম্মা, ৺ত্ৰৈলোকেশ্বৰী দেৱী বৰুৱানী (বি, এ জগন্নাথ বৰুৱাৰ পত্নী) ৺সৰ্ব্বানন্দ শৰ্ম্মা, আমাৰ মা শ্ৰীনীৰদাবালা শইকীয়া আৰু কেইবাজনেও নিজৰ দান-বৰঙনিৰে উক্ত কলেজত ৰাতিপুৱা ছোৱালী শাখা এটা খুলিবলৈ স্থিৰ কৰে। সেই সময়তে মোৰ পৰীক্ষাৰ খবৰ ওলাল— মই দ্বিতীয় শ্ৰেণীৰ দ্বিতীয় স্থান পাই উত্তীৰ্ণ হলোঁ। ১৯৪৬ চনৰ ১ জুলাই তাৰিখে মাহে ৩৫ টকা মাননিত জগন্নাথ বৰুৱা কলেজৰ ছাত্ৰী শাখাত অধ্যাপনা আৰম্ভ কৰোঁ আৰু স্কুলৰ চাকৰি এৰি দিলোঁ। ছাত্ৰী শাখাৰ বাকী অধ্যাপকসকল আছিল ল'ৰাৰ শাখাৰ। লগে লগে জগন্নাথ বৰুৱা কলেজলৈ বিশ্ববিদ্যালয়ৰ পৰা অসমীয়া শিক্ষাদানৰ অনুমতি অহাত মই ল'ৰাৰ শাখাতো কাম কৰিবলৈ পাওঁ।

গুৱাহাটীৰ চৰকাৰী ছোৱালী কলেজ সন্দিকৈ কলেজৰ বাবে অসমীয়া বিষয়ৰ প্ৰাৰ্থীৰ জাননী দেখি ময়ো আবেদন কৰিলোঁ, আৰু চাকৰিটো পালোঁ। নিযুক্তি পত্ৰখন লৈ অধ্যক্ষ সন্দিকৈ দেৱৰ ওচৰলৈ যাওঁতে তেখেতে ক'লে, "আমি তোমাকে লৈ ইয়াতে এখন ছোৱালী কলেজ খুলিম বুলি ভাবিছোঁ, তুমি নো কিয় যাবগৈ খুজিছা? ইয়াতে ভাল হ'ব।" তেখেতৰ এই পৰামৰ্শই

মোৰ চৰকাৰী চাকৰি কৰাৰ সিদ্ধান্ত সলনি কৰি দিলে। অৱশ্যে কিছুদিনৰ পিছত সন্দিকৈ ছাত্ৰী কলেজখন বেচৰকাৰী হৈ পৰিল।

১৯৫৩ চনত গ্ৰেষ্টিকৰ অসুখে ভালকৈয়ে ভোগালত মই কলেজৰ পৰা এবছৰৰ ছুটি লৈ ছিলঙত স্বামীৰ লগত থাকি চিকিৎসা কৰাই আৰোগ্য হ'লোঁ। ওচৰৰে কেইবাগৰাকী মহিলাই হিন্দী পঢ়িবলৈ ব্যৱস্থা কৰাত মযো তেখেতসকলৰ লগত যোগ দিওঁ আৰু হিন্দীৰ 'বিশাৰদ' পৰীক্ষাত কৃতকাৰ্য্যতা লাভ কৰোঁ। ছুটিৰ অন্তত পুনৰ কলেজৰ চাকৰিত যোগ দিওঁ আৰু অসমীয়া বিভাগৰ মুৰব্বী অধ্যাপিকা হিচাবে কাম আৰম্ভ কৰোঁ।

আমাৰ দিনত ঘৰৰ তাঁতশালখন প্ৰায় বাধ্যতামূলক আছিল। 'ক্লাছ এইট' মানৰ পৰাই আমি সন্ধ্যালনিকৈ কাপোৰ বওঁ। আমাৰ স্কুলত হোৱা পৰীক্ষাবোৰৰ আগতেই সূতা উঘাই থওঁ আৰু পৰীক্ষা শেষ হোৱাৰ পিছদিনা ৰাতিপুৱা ৫ বজাতে উঠি তাঁত বাটি কৰোঁ। পাটৰ, মুগাৰ কাপোৰো আমি বৈয়েই পিন্ধিছিলোঁ। কলেজত কাম কৰালৈকে মোৰো তাঁতশালখন আছিল। পিছে, ১৯৬২ চনত ছিলঙলৈ যাবলগীয়া হোৱাতহে তাঁতৰ লগত সম্বন্ধ নোহোৱাৰ দৰে হ'ল। অৱশ্যে এমব্ৰয়ডাৰী, উল আৰু চিলাই মই এতিয়াও কৰি ভাল পাওঁ।

.যোৰহাটৰ পুৰণি বাতৰি-কাকত 'জনমভূমি'ৰ মহিলা শাখাৰ পৰিচালনা কৰা মযে প্ৰথম মহিলা আছিলোঁ। যোৰহাটৰ অন্যান্য সামাজিক অনুষ্ঠানতো মই জড়িত। তাৰ ভিতৰত স্বেচ্ছাসেৱী অনুষ্ঠান 'কল্যাণ সংঘ' স্থাপন আৰু ইয়াৰ কাৰ্য্যাৱলীত সক্ৰিয় ভাবে অংশ গ্ৰহণ কৰোঁ।

১৯৫৬ চন। এদিন কলেজলৈ যাবলৈ ওলাইছোঁ, এনেতে কেইজনমান অভ্যাগত আমাৰ ঘৰত উপস্থিত হয়হি। মই তেখেতসকলৰ ভিতৰত কেৱল যোগেন শইকীয়াকহে চিনি পাইছিলোঁ। তেখেত আছিল চাৰিগাঁৱৰ লোক আৰু যোৰহাটত আমাৰ ঘৰত থাকিয়ে তেখেতে কলেজত পঢ়িছিল। স্বাধীনতা আন্দোলনত কাৰাবৰণ কৰা শইকীয়াদেৱ কংগ্ৰেছ মন্ত্ৰীও হৈছিল গৈ। তেখেত সকলে মোক ক'লে, "আমি বিশেষ এটা কথাৰ কাৰণে আপোনাৰ ওচৰলৈ আহিছোঁ, আপুনি যেন নিৰাশ নকৰে। এইবাৰ অখিল ভাৰত কংগ্ৰেছ কমিটিয়ে শতকৰা ২৫ ভাগ মহিলাক আসন দিবলৈ ঠিক কৰিছে। আমি যোৰহাটৰ পৰা আপোনাৰ নামটো পঠিয়াব খুজি আপোনাৰ মত বিচাৰিছোঁ,"— তেতিয়াহে গম পালোঁ যে সেইসকল কেইবাটাও গঠনমূলক অনুষ্ঠানৰ প্ৰতিনিধি। সেইসময়ত কোনেও আসন বিচাৰি দৰ্খাস্ত কৰাৰ নিয়ম নাছিল— গঠনমূলক অনুষ্ঠানেহে প্ৰাৰ্থীৰ নাম সমৰ্থন কৰি দিল্লীলৈ পঠিয়াইছিল। যি নহওঁক, তেখেতসকলৰ

মন্তব্যই মোক অবাক কৰিলে। লগে লগে মই ক'লোঁ, "মই সক্ৰিয় ৰাজনীতিৰ মানুহ নহয়, যদিও ছাত্ৰী অৱস্থাৰ পৰা কংগ্ৰেছৰ চাৰি অনীয়া সভ্য হৈ আছোঁ। তদুপৰি মোৰ স্বামী চিলচৰত, তেখেত আৰু মোৰ মা-দেউতাৰ লগত পৰামৰ্শ নকৰাকৈ মই একো ক'ব নোৱাৰোঁ।" তেখেত সকলে মোক চিলচৰলৈ চিঠি লিখিবলৈ যে কেইদিনমানৰ সময় মোৰ হাতত দি বিদায় ল'লে। ইতিমধ্যে মোৰ স্বামী আৰু মা-দেউতাই আপত্তি নকৰিবলৈ কোৱাত তেখেতসকলক সিদ্ধান্ত জনাই দিলোঁ।

দুমাহমানৰ পিছত গুৱাহাটীৰ প্ৰদেশ কংগ্ৰেছ সমিতিৰ পৰা সাক্ষাৎকাৰৰ বাবে মোক মাতি পঠিওৱা চিঠিখন পালোঁ। মোৰ ঘৰৰ সৰু কেচুৱা ছোৱালীজনী লৈ গুৱাহাটী পালোঁগৈ। নিৰ্ব্বাচনী কমিটি আৰু দিল্লীৰ পৰা অহা পৰ্য্যবেক্ষক সকলে মোক প্ৰায় আধা ঘণ্টামান নানান প্ৰশ্ন সুধিলে। এমাহমানৰ মূৰত খবৰ আহিল যে 'কাটনীগাওঁ' সমষ্টিত মোক প্ৰাৰ্থী মনোনীত কৰিছে। যোৰহাটৰ কংগ্ৰেছ নেতা পালি নেতা আৰু কৰ্ম্মীসকলৰ মাজত হুলস্থূল। কেইবাজনেও মোক প্ৰাৰ্থীত্ব উঠাই ল'বলৈকো পৰামৰ্শ দিছিলহি; কাৰণ সেইখন আসনৰ বাবে বহুত প্ৰাৰ্থীয়েই আশা কৰিছিল। গোপনে কংগ্ৰেছৰ সভা বহিল— "নতুন মানুহ দিছে, আমি কংগ্ৰেছৰ আসন ৰাখিব নোৱাৰো"— ইত্যাদি নানান টেলিগ্ৰাম গুৱাহাটী আৰু দিল্লী পালেগৈ যাৰ বাবে প্ৰদেশ কংগ্ৰেছ সভাপতি ৺বিমলা প্ৰসাদ চলিহাদেৱে জৰুৰী কৰ্ম্মী-সভা আমন্ত্ৰণ কৰিবলগীয়া হৈছিল। তেতিয়ালৈকে মই জিলা-কংগ্ৰেছৰ বিষয়ববীয়াসকলক ভালদৰে জনা নাছিলোঁ। নিৰ্ব্বাচন আহিল--- কিছু কৰ্ম্মীয়ে দেখাকৈ নহ'লেও গোপনে ভোট ভঙোৱাৰ গম পাইছিলোঁ। মোৰ প্ৰতিদ্বন্দ্বিতা হৈছিল মোৰেই শিক্ষাগুৰু পি, এম চাৰোৱান আৰু তেতিয়াৰ পি, এচ, পি, নেতা শ্ৰী ৰাজেন বৰুৱাদেৱৰ লগত। বৰুৱাদেৱ পিছত অৱশ্যে কংগ্ৰেছৰ এম, পিও হৈছিল। তিনি কোণীয়া এই নিৰ্ব্বাচনত মই জয়ী হলোঁ। মোৰ এটা সুবিধা আছিল যে সমষ্টিটোত থকা মোৰ ছাত্ৰ-ছাত্ৰী সকলে মোৰ বাবে যথেষ্ট পৰিশ্ৰম কৰিছিল।

বিধানসভাৰ সদস্যা হৈ থকা কালত যিমানখিনি পাৰোঁ ৰাইজলৈ সেৱা আগবঢ়াইছিলোঁ। সমষ্টিটোত এখনো ছোৱালী হাইস্কুল নাছিল, মাত্ৰ দুখন ল'ৰাৰ হাইস্কুল। ৰাইজৰ লগত ঘৰে ঘৰে চান্দা তুলি কাকজান ছোৱালী হাইস্কুল, কৰঙা ছোৱালী হাইস্কুল, বৰভেটা হাইস্কুল, চেনীজান হাইস্কুল, গোঁহাইগাওঁ হাইস্কুল আদি স্থাপন কৰি বিশেষ আনন্দ পাইছিলোঁ। বৰ্ত্তমান আঠাইকেইখনেই পূৰ্ণাঙ্গ হাইস্কুল। যোৰহাট ইঞ্জিনিয়াৰিং কলেজ, কৃষি কলেজ (বৰ্ত্তমান কৃষি বিশ্ববিদ্যালয়) আদিও মোৰ সমষ্টিতে আছিল। বিজ্ঞান কলেজখন

মোৰ দিনতে মোৰ সমষ্টিটোতে হোৱা সিদ্ধান্ত হৈছিল। আমাৰ দিনত পি, ডব্লিউ, ডি আৰু এছফাল্ট বোড প্ৰতিনিধি সকলৰ ভাগত অতি কমকৈহে পৰিছিল। প্ৰথমবাৰ মই মাত্ৰ দুমাইল পকী ৰাস্তা আৰু কেইমাইলমান হে পি, ডব্লিউ, ডি ৰাস্তা পাইছিলোঁ। সেই দুমাইল ঢেকিয়াখোৱা বৰ নামঘৰলৈ ট্ৰাঙ্কৰোডৰ পৰা যোৱা দুমাইলত আৰু বাকীখিনি এমাইলো পি, ডব্লিউ, ডি ৰাস্তা নথকা হোলোঙা পাৰ মৌজাত খৰচ কৰাইছিলোঁ। এই প্ৰসঙ্গৰে ঢেকিয়াখোৱা বৰনাম ঘৰৰ বিষয়ে এষাৰ লিখাৰ পাৰ্তনি মেলিলোঁ— মহাপুৰুষ শ্ৰীশ্ৰীমাধৱদেৱৰ দিনৰে পৰা ঢেকিয়াখোৱা নামঘৰ বৈষ্ণৱসকলৰ প্ৰাণকেন্দ্ৰ স্বৰূপ। কথিত আছে যে এবাৰ মহাপুৰুষ জনাই উৰ্জানৰ পৰা আহি থাকোঁতে সন্ধিয়া দিহা নৈৰ পাৰৰ এঘৰ বৃদ্ধৰ ঘৰত আশ্ৰয় লয়; ঘৰত কেৱল বৃদ্ধ আৰু বৃদ্ধা— কোনোমতে খুজি-মাগি জীৱন নিৰ্ব্বাহ কৰে। ধৰ্ম্মপ্ৰাণ বৃদ্ধ-বৃদ্ধা দুয়োজনে মহাপুৰুষজনক চিনি নাপায়। গধূলিৰ আলহী সাক্ষাৎ দামোদৰ বুলি ভাবি ঘৰত খুদকণো নথকাত বৃদ্ধাই নিজৰ দীঘল চুলিকোচাকে বিক্ৰী কৰিবলৈ গ'ল। চুলিকোচা বেচি পোৱা পইচাৰে চাউল-পাত যি পাৰে কিনি ঢেকিয়াশাকেৰে আলহীক খোৱাৰ সম্ভাৰ যোগালে। তেওঁলোকৰ ধৰ্ম্ম-পৰায়ণতা আৰু অতিথি-ভক্তিত মুগ্ধ হৈ মহাপুৰুষ জনাই নিজৰ পৰিচয় দি হাতৰ লাখুটিডাল আৰু খৰমজোৰ দি এগছি বন্তি জ্বলাই ক'লে, "এই বন্তি গছ সদায় ইয়াত জ্বলি থাকিব"। তাতেই বৰ্ত্তমানৰ ঢেকিয়াখোৱা বৰ নামঘৰ।

আমাৰ সময়ত পুৰণি মঠ-মন্দিৰৰ সাহায্য পুঁজিৰ পৰা যি ধন মোৰ সমষ্টিত পৰিছিল, তাৰেই ঢেকিয়াখোৱা বৰনামঘৰ আৰু যোৰহাটৰ পুৰণি স্মৃতি-চিহ্ন বজাৰ মৈদাম দুটাত পকীবেৰ দিয়াত খৰচ কৰিছিলোঁ বা কৰাইছিলোঁ। এই সময়তে কংগ্ৰেছ কৰ্ম্মীসকলে মোক অসম প্ৰদেশ কংগ্ৰেছ কমিটিৰ কাৰ্য্যকৰী সভাৰ সদস্যা আৰু অখিল ভাৰতীয় কংগ্ৰেছ কমিটিৰ সদস্যাৰূপেও নিৰ্বাচিত কৰে। যোৰহাট মহকুমা পৰিষদৰ সভানেত্ৰী হিচাপেও সেৱা আগবঢ়াবলৈ মই সুবিধা পাওঁ।

১৯৬২ চনৰ নিৰ্ব্বাচনতো মই একে সমষ্টিৰ পৰা জয়ী হওঁ। মোক প্ৰথমে শিক্ষা আৰু সমাজ কল্যাণৰ উপমন্ত্ৰীৰ দায়িত্ব দিয়াত আমি ছিলঙলৈ আহিলোঁ। শিক্ষা উপমন্ত্ৰী হৈ থকা কালছোৱাতে কেন্দ্ৰীয় পৰ্য্যায়ত গঠন কৰা স্ত্ৰীশিক্ষাত পিছ পৰি থকা বিহাৰ, উৰিষ্যা, ৰাজস্থান, মধ্যপ্ৰদেশ, আৰু জন্মু-কাশ্মীৰ আদি ৰাজ্য কেইখনৰ সম্পৰ্কে অধ্যয়ন কৰিবলৈ গঠন কৰা সমিতি খনৰ সদস্যা হিচাপে এইবোৰ ৰাজ্যৰ সামাজিক আৰু শিক্ষা-ব্যৱস্থা অধ্যয়ন কৰিবলৈ সুবিধা পাওঁ। কমিটিৰ সভাপতি মাদ্ৰাজৰ প্ৰাক্তন মুখ্যমন্ত্ৰী

ভক্ত বৎসলমদেবৰ অনুগ্ৰহত মাদ্ৰাজৰ শিক্ষা-ব্যৱস্থা চোৱাৰো সৌভাগ্য ঘটে। সেই সময়ত তাৰ প্ৰাথমিক স্কুল সমূহত চলি থকা দুপৰীয়া ভোজনৰ আঁচনিখনে আমাক বেচ্ আকৃষ্ট কৰিছিল। আজিকালি পুষ্টিকৰ খাদ্য যোগান আচনিৰ নামত বুট দুটামান বা ফল এটাৰ পৰিবৰ্ত্তে দুপৰীয়াৰ সম্পূৰ্ণ ভোজন দিয়াৰ বাবে তাত উপস্থিতিৰ সংখ্যা যথেষ্ট দেখিছিলোঁ।

ৰামেশ্বৰমলৈ যাওঁতে ৰজা ৰামনাদে স্বামী বিবেকানন্দক যিটো কোঠাত থাকিবলৈ দিছিল তাতেই আমাৰ থকাৰ ব্যৱস্থা হ'ল। কোঠাটোত এটা সাত্ত্বিকতা বিশেষভাবে অনুভৱ কৰিছিলোঁ। সুখৰ বিষয় আমাৰ প্ৰতিবেদনৰ প্ৰায়বোৰ পৰামৰ্শকে ৰাজ্যসমূহে কাৰ্য্যকৰী কৰিছিল। সেইসময়ত গুজৰাটত চলি থকা বয়স্ক শিক্ষাৰ "গ্ৰাম শিক্ষক মহিম" নামৰ আচনিখন তাত চাই আহি নগাঁও আৰু গোৱালপাৰাত প্ৰৱৰ্ত্তন কৰাৰ ব্যৱস্থা কৰিছিলোঁ। চাহ বাগিচাৰ স্কুল বিলাকৰ অৱস্থা অধ্যয়ন কৰিবলৈ গঠন কৰা কমিটিখনৰ অধ্যক্ষাৰ দায়িত্ব লোৱাৰো সুবিধা পাইছিলোঁ। তাৰপিছত ৰাজ্যিক মন্ত্ৰী হিচাপে বিত্ত, জন সংযোগ, সমাজ-কল্যাণ, চেক্ৰেটৰিয়েট আৰু সাধাৰণ প্ৰশাসনৰ দায়িত্ব পাওঁ।

১৯৬৭ চনৰ নিৰ্ব্বাচন আহিল। এইবাৰ সমষ্টিবোৰৰ পুনৰ সীমা নিৰ্দ্ধাৰণ হোৱাত মোক চৰাইবাহী সমষ্টিত প্ৰাৰ্থী মনোনীত কৰিলে। সেইসময়ত অসমত দলপতি হোৱাৰ নামত হোৱা খোৱা-কামোৰাত মই, প্ৰাক্তন মন্ত্ৰী গিৰীন গগৈ, ৰাজ্যিক মন্ত্ৰী শ্ৰীৰাধিকাৰাম দাস বলি হ'বলগীয়া হোৱাত আমি আটাইকেউজনেই হাৰিলোঁ। কংগ্ৰেছ সংবিধানত আটাইতকৈ গুৰুত্ব দিয়া অনুশাসন আৰু আনুগত্যক ওফৰাই কংগ্ৰেছৰ বৰমূৰীয়া কেইজনমানে (মন্ত্ৰী পৰ্য্যায়লৈকে) বিৰোধী প্ৰাৰ্থীক ধনে-জনে সহায় কৰাৰ কথা বোধহয় সেই সময়ত সক্ৰিয় ৰাজনীতিত অংশ লোৱা সকলে পাহৰা নাই!

১৯৬৯ চনত কংগ্ৰেছ দল দুটুকুৰা হ'ল। কংগ্ৰেছ হাইকমাণ্ডে নিৰ্বাচন কৰা ৰাষ্ট্ৰপতিৰ প্ৰাৰ্থী শ্ৰীসঞ্জীৱ ৰেড্ডীৰ বিৰুদ্ধে শ্ৰী ভি ভি গিৰিক প্ৰাৰ্থী থিয় কৰাই উক্ত সভাত থকা কংগ্ৰেছৰ নেতা কেইজনমানে 'বিবেক ভোট'ৰ অৱতাৰণা কৰিলে। যিখন কংগ্ৰেছত কাৰ্য্যকৰী সভাৰ সিদ্ধান্ত ওফৰাব পৰা কাৰো ক্ষমতা নাছিল আৰু কোনোবাই তাৰ বিৰোধীতা কৰিলে ছ বছৰলৈ কংগ্ৰেছৰ পৰা বহিষ্কাৰ কৰা হৈছিল, তেনে অৱস্থাত এই ক্ষেত্ৰত তাৰ বিপৰীত হোৱা দেখি মই মনত যথেষ্ট আঘাত পালোঁ। সেই মুহূৰ্ত্ততে মই কংগ্ৰেছৰ চাৰি অনীয়া সভ্যাপদ পৰিত্যাগ কৰি ৰাজনীতি জগতৰ পৰা বিদায় ল'লো।

১৯৬৯ চনত মই অসম সমাজ কল্যাণ পৰিষদৰ অধ্যক্ষাৰ দায়িত্ব

লওঁ আৰু এই পদত ১৯৭৫ চনলৈকে থাকোঁ। উক্ত কালছোৱাত অবিভক্ত অসমৰ একেবাৰে ভিতৰুৱা গাওঁবোৰ পৰিদৰ্শন কৰি তাৰ সমস্যাবোৰ সমাধানৰ চেষ্টা কৰাৰ সুযোগ পাওঁ। তেতিয়া চলি থকা পৰিয়াল আৰু শিশু কল্যাণ যোজঁনাবোৰৰ কৰ্ম্মীসকলক চৰকাৰী কৰ্ম্মচাৰীৰ পৰ্য্যায়লৈ অনাত কৃতকাৰ্য্য হৈ এক বিমল আনন্দ অনুভৱ কৰিছিলোঁ। অৱশ্যে অন্য কাৰণে ৰাজ্যিক চৰকাৰৰ লগত যথেষ্ট যুঁজিবলগীয়া হৈছিল।

১৯৭০ চনত গুৱাহাটীত বহা "সদৌ অসম মহিলা পাৰিজাত"ৰ বছেৰেকীয়া সন্মিলনে মোক সভানেত্ৰী নিৰ্ব্বাচিত কৰে আৰু কৰ্ম্মীসকলৰ অনুৰোধ এৰাব নোৱাৰি বৰ্ত্তমানলৈকে এই দায়িত্বত আছোঁ। অসমৰ বিভিন্ন অঞ্চলৰ শিশুসকলক অন্য ৰাজ্যলৈ লগত লৈ গৈ সেই ৰাজ্যৰ শিশুসকলৰ লগত একেলগে থাকি ভাব বিনিময় আৰু পৰস্পৰৰ মাজত গঢ়ি উঠা ঐক্য আৰু সম্প্ৰীতিৰ এনাজৰীডাল কটকটিয়া হোৱা দেখিলে বৰ ভাল লাগে। এই ক্ষেত্ৰত ৰাজ্যতে হোৱা 'অৱসৰ বিনোদন' আচনি খনেও যথেষ্ট বৰঙণি যোগাইছে।

১৯৭৩ চনত পৰ্ব্বত-ভৈয়ামৰ সম্প্ৰীতি আৰু সদ্ভাৱ গঢ়ি তুলিবলৈ ১৯৬৬ চনতে স্থাপন হোৱা 'ভাৰত সেৱা মিছন' নামৰ স্বেচ্ছাসেৱী অনুষ্ঠানটোৰ সম্পাদিকাৰ দায়িত্বও মই ল'বলগীয়া হয়। ১৯৮৮ চনৰ আগষ্টত এবছৰৰ কাৰণে মই আমেৰিকালৈ যাওঁতে এই দায়িত্বৰ পৰা অব্যাহতি পাওঁ। এটা কথা ভাবি আনন্দ লাগে যে অৰুনাচলৰ টিৰাপ অঞ্চলত থকা আমাৰ কেন্দ্ৰ কেইটিৰ ওপৰত থকা স্থানীয় ৰাইজৰ সহযোগিতা সঁচাকৈয়ে বৰ প্ৰশংসনীয়।

অখিল ভাৰত হৰিজন সেৱক সংঘৰ অসম শাখাৰ উপ সভানেত্ৰী আৰু সভানেত্ৰীৰ পদত প্ৰায় দহবছৰমান থাকোঁ। সেই সময়তে ভাৰতৰ বিভিন্ন ৰাজ্যত হৰিজন কল্যাণৰ বাবে গ্ৰহণ কৰা বিভিন্ন আঁচনিবোৰ মই চোৱাৰ সুবিধা পাইছিলোঁ আৰু অসমতো সেইবোৰ সফলতাৰে ৰূপায়িত কৰা যি পাৰোঁ চেষ্টা কৰিছিলোঁ। বৰ্ত্তমান মই অসম প্ৰাদেশিক মহিলা সমিতিৰ কাৰ্য্যকৰী সভানেত্ৰী আৰু ভাৰতীয় শিশু কল্যাণ পৰিষদৰ অসম শাখাৰ কাৰ্য্যকৰী সদস্যা আৰু এই পৰিষদে চলোৱা বালসেৱিকা আৰু অঙ্গনৱাদী প্ৰশিক্ষন কেন্দ্ৰবোৰৰ সভানেত্ৰী। অসমৰ 'কস্তুৰবা গান্ধী স্মাৰক নিধি'ৰ লগতো মই ঘনিষ্ট ভাবে জড়িত।

আমাৰ ল'ৰা-ছোৱালী পাঁচোটি— দুজন ল'ৰা আৰু তিনি গৰাকী ছোৱালী। আটাই কেইটিয়ে বিবাহিত। ডাঙৰ ল'ৰা অসীম নগাৰঁত— কাৰ্য্যবাহী অভিযন্তা— তেওঁ ইলেকট্ৰিকেল ইঞ্জিনিয়াৰ। ডাঙৰ ছোৱালী লীনা ইংৰাজীত এম, এ আৰু বি, এড্— তেওঁ চাকৰি কৰে। সৰু ল'ৰা অশোক মেকানিকেল

ইঞ্জিনিয়াৰ, কেন্দ্ৰীয় চৰকাৰৰ চাকৰিয়াল। ইংৰাজীত এম, এ আৰু পি, জি, টি, আই, টিৰ প্ৰশিক্ষণপ্ৰাপ্ত সৰু বোৱাৰী ৰূপাও চাকৰিয়াল। ডাঙৰ জীয়ৰী স্মৃতাই অঙ্কত এম, এ পাচ কৰি আমেৰিকাত কম্পুটাৰ প্ৰগ্ৰামিঙৰ প্ৰশিক্ষণ লৈ তাতে ফ্লৰিডা চৰকাৰৰ এইচ্, আৰু এচ্ বিভাগৰ ডাইৰেক্টৰ। বৰ জোঁৱাই অমিয় ইয়াৰ পৰা এম্, টেক পাচ কৰি তাত এম, এচ ডিগ্ৰী লয় আৰু ফ্লৰিডা চৰকাৰৰ আৰ্কিটেক্ট হিচাপে চাকৰি কৰি আছে। মাজু জীয়ৰী গীতাই ইয়াত বি, এচ, চি, পাচ কৰি আমেৰিকাত 'ৰীয়েল ইষ্টে' (Real Easte)ৰ ব্যৱসায় কৰে; মাজু জোঁৱাই মাধৱে ডালাচত 'নিউক্লেয়াৰ পাৱাৰ প্লেন্ট'ত ইলেকট্ৰিকেল ইঞ্জিনিয়াৰ হিচাপে চাকৰি কৰে। সৰু জীয়ৰী লখিমীয়ে দিল্লীৰ পৰা এম, এচ্, ডব্লিউ পাচ কৰি তাতে আকৌ পৰীক্ষা দি 'চাইল্ড এণ্ড ফেমিলি চাৰ্ভিচ' প্ৰফেচনেল চচিয়েল ৱৰ্কাৰ হিচাপে আৰু জোঁৱাই সুৰেশে ইয়েল বিশ্ববিদ্যালয়ৰ পৰা এম্, বি, এ, পাচ কৰি কনেক্টিকাট বেঙ্কত উচ্চ কৰ্ম্মচাৰীৰ পদত আছে। সদাহতে আমাৰ তিনিওজনী ছোৱালী আমেৰিকাত। আমাৰ নাতি পাঁচোটা আৰু নাতিনী চাৰিজনী।

১৯৭৬ চনত আমি প্ৰথম বাৰ আমেৰিকালৈ গৈছিলোঁ। বৰ নাতিনী ৰূপাৰ জন্মৰ সময়ত। প্ৰাচুৰ্য্য আৰু গতিৰ দেশ আমেৰিকাৰ চাফ-চিকুণতা, কৰ্ত্তব্য-পৰায়ণতা, কামত নিষ্ঠা, সততা, শ্ৰমৰ মৰ্য্যাদা আৰু সকলোৰে প্ৰতি সমব্যৱহাৰ দেখি মুগ্ধ হৈছিলোঁ। আমি প্ৰথমে গৈ ভনী ড° অৰুনা আৰু ভনী জোঁৱাই ড° জিতেন্দ্ৰ গোপাল বৰপূজাৰীৰ ঘৰত নামোগৈ। সেই যাত্ৰাত হোৱা এটা ঘটনা আজিও মনত পৰে— নিউয়ৰ্কৰ পৰা গৈ ৱাচিংটন বিমান বন্দৰত নামি আমাৰ চুটকেচ্ কেইটা লৈ দেখোঁ যে তাৰে এটা তাত নাই। কৰ্ত্তৃপক্ষক কথাষাৰ কোৱাত তেওঁলোকে আমাক নিশ্চিন্ত থাকিবলৈ ক'লে। বেলেগ বিমানত আমি ৱাচিংটনলৈ আহিছিলোঁ— এঘণ্টাৰ পিছতে বিমান কোঠৰ মানুহ এজনে আমাক বাকচটো ঘৰতে দি আহিলেগৈ। বাকচটোত তলা-চাবি মৰা নাছিলোঁ যদিও সকলো বস্তু একেদৰেই পালোঁ। মানুহখিনিৰ সততা আৰু তৎপৰতা দেখি ভাল লাগি গৈছিল। এবাৰ ছিলঙৰ পৰা যোৰহাটলৈ আমাৰ ইয়াৰ পৰিবহন নিগমৰ বাচত যাওঁতে কেৱল কেইমিনিটমানৰ বাবে নগাঁৱৰ বাচ-আস্থানত নামি যাওঁতেই মোৰ বহাঠাইৰ পৰা বাকচটো নাইকিয়া হ'ল। বহু বিচাৰ-খোচাৰ কৰিও মোৰ সেই মূল্যবান কাপোৰ থকা চুটকেচটো নাপালোঁ। এয়ে আমাৰ ইয়াৰ আৰু তাৰ মানুহৰ পাৰ্থক্য! ৱাচিংটনত কিছুদিন থাকি তাৰ আৰু নিউয়ৰ্কৰ ৱৰ্ল্ড বেঙ্ক; আই, এম, এফ; ইউ, এন, অৰ অফিচ; 'ষ্টেচু অব লিবাৰ্টি, মিউজিয়ম আদি চাবলগীয়াখিনি চাই আমি

নিউ অৰলিয়েঞ্চ পালোঁগৈ— তাত তেতিয়া আমাৰ মাজু ছোৱালী গীতাহঁত থাকে। সেই সময়ত আমেৰিকাত ৰাষ্ট্ৰপতি নিৰ্ব্বাচনৰ পূৰ্ণ পয়োভৰ। প্ৰাৰ্থী কাৰ্টাৰৰ নিৰ্ব্বাচনী সভাখনত যোগ দিওঁতে আমাৰ চকুত পৰিছিল— কোনো আৰক্ষীৰে পৰিবেষ্টিত নোহোৱাকৈ বাইজৰে এজন হৈ বক্তৃতা দিয়া প্ৰাৰ্থীজনক। আমাৰ ইয়াৰ মন্ত্ৰী-পালিমন্ত্ৰীসকলৰ আৰক্ষী বেষ্টিত ৰূপটোৰ বৈপৰীত্যখিনি ভালকৈয়ে অনুভৱ কৰিছিলোঁ। নিউ অৰলিয়েঞ্চতেই ফৰাচী সকলে প্ৰথমে বসতি কৰিবলৈ লয়। তাৰ ফল স্বৰূপে তেওঁলোক থকা অঞ্চলৰ ৰাস্তাত আজিকালিও 'মেট্ৰিগা' (Matriga) উৎসৱত তাহানি ৰজা-ৰাণীয়ে ঘোঁৰাগাড়ীত উঠি শোভাযাত্ৰা কৰাৰ প্ৰথা চলি আছে। তেতিয়াৰ ৰজা-ৰাণীয়ে ৰাইজলৈ সোণ-ৰূপৰ মোহৰ দলিওৱাৰ দৰে এতিয়াৰ গৱৰ্ণৰজনে ঘোঁৰাগাড়ীত উঠি এবিধ ধাতুৰ মোহৰ ৰাইজলৈ দলিয়ায়। নিউ অৰলিয়েঞ্চৰ পৰা আমি কেইবাখনো ৰাজ্যলৈ গৈছিলোঁ। তাৰ ভিতৰত চেন্ট লুইচত থকা অনন্ডকা গুহাৰ ভিতৰত বৰফেৰে তৈয়াৰ কৰা নানান মূৰ্ত্তি আৰু ফুলবোৰ দেখি বৰ ভাল লাগিছিল। ঘাঁহেৰে ঢাকি থোৱা গুহাটোৰ ভিতৰলৈ যাবলৈ চিৰিৰ আৰু বিজুলীবাতিৰ সুন্দৰ ব্যৱস্থা আছে। চেন্ট লুইচ আৰু চিকাগোৰ মাজত মিচিচিপি নৈৰ পাৰৰ বিৰাট ওখ আৰ্কটোত বিজুলীবাতিৰ জখলাৰে (lift) এফালে গৈ আনফালে ওলোৱা এক বিশেষ শিহৰণ অনুভৱ কৰিছিলোঁ। ফ্লৰিডাৰ ৰাজধানী টালাহাচীত আমাৰ বৰ জীয়ৰী স্মৃতা থাকে। সেই সময়তে তাইৰ প্ৰথম সন্তানৰ জন্ম হয়। তাত গৰ্ভাৱস্থাতে স্বামী-স্ত্ৰী দুয়োজনেই কিছুমান প্ৰশিক্ষণ লয়— যিখিনিয়ে প্ৰসৱ বেদনা উপসম হোৱাত যথেষ্ট সহায় কৰে। প্ৰসৱৰ সময়ত তাত স্বামীও উপস্থিত থকাৰ ৰীতি। শিশুৰ জন্মৰ লগে লগে নামকৰন কৰিব লাগে। সেই সময়ত লিপিৱদ্ধ কৰা জন্ম পত্ৰিকাখনহে তাত গ্ৰহণযোগ্য। সেই জন্ম পত্ৰিকাখনত শিশুৰ ভৰিৰ সাঁচ আৰু মাকৰ আঙুলিৰ সাঁচ লিপিৱদ্ধ কৰা হয়। পৰ্য্যটকৰ স্থান ফ্লৰিডাত আমি কেনেডী স্পেচ চেন্টাৰ; ডিজনীৱৰ্ল্ড; চি ৱৰ্ল্ড; চাইপ্ৰাচ গাৰ্ডেন; অকুলা স্প্ৰিং, মি আমি বীচ আদি আমেৰিকাৰ চাবলগীয়া প্ৰায়বোৰ ঠাইলৈ গৈছিলোঁ। আমেৰিকাৰ ৫০ খন ৰাজ্যৰ প্ৰায় ২৫ খন মানলৈকে আমাৰ যোৱা হ'ল।

বাৰ বছৰৰ মূৰত ১৯৮৮ চনৰ ২ আগষ্টত পুনৰ আমেৰিকালৈ বুলি গুৱাহাটী এৰি ৪ আগষ্টত নিউয়ৰ্ক পালোঁগৈ। কনেক্টিকাট (Connecticut)ত থকা আমাৰ সৰু জীয়ৰী লখিমীহঁত আমাক নিবৰ বাবে নিউয়ৰ্কত ৰৈ আছিল। প্ৰায় ৪ ঘন্টা মটৰেৰে গৈ ঘৰ পালোঁগৈ। কনেক্টিকাট'ক 'কনষ্টিটিউচন ষ্টেট' বোলে। ইয়াতেই আমেৰিকাৰ সংবিধান স্বাক্ষৰিত হৈছিল। ইয়াৰ প্ৰায়বোৰ

বাসিন্দাই কোটিপতি। ইয়াৰ বাৰে বৰণীয়া প্ৰাকৃতিক সৌন্দৰ্য্য উপভোগ কৰিবলৈ দূৰ-দূৰণিৰ পৰা অনেক লোকৰ আগমন হয়। জাৰৰ দিনত ঠাইখন বৰফে ঢাকি থয়— ল'ৰা-ছোৱালীয়ে বৰফৰ ওপৰেদি যাব পৰা জোতা, কোট, টুপী পিন্ধি যাবলগীয়া হয়। অৱশ্যে বৰফ পৰাৰ লগে লগেই মটৰ যাব পৰাকৈ কৰ্তৃপক্ষই ট্ৰাকেৰে বাস্তাত নিমখ ঢালি যায়। আমেৰিকাৰ অন্যতম প্ৰসিদ্ধ ইয়েল (Yale) বিশ্ববিদ্যালয় ইয়াতেই। প্ৰত্যেকটো গথিক ধৰণে সজা প্ৰাসাদোপম অট্টালিকাই পুৰণি কলা আৰু ভাস্কৰ্য্যৰ উজ্জ্বল নিদৰ্শন দাণ্ডি ধৰে। লাইব্ৰেৰীটো মাটিৰ তলত। ওপৰত থকা ঘাঁহনি আৰু ফুলনি দেখিলে তলত যে এটা বৃহৎ লাইব্ৰেৰী আছে, ধৰিবই নোৱাৰি। ইয়ালৈ প্ৰতিদিন বিশ্বৰ সকলো ঠাইৰ পৰা প্ৰায় চাৰি হেজাৰখন বাতৰি কাকত আহে। কনেক্টিকাটৰ বিশ্ববিদ্যালয়টোও বৃহৎ বুলিয়েই ক'ব পাৰি। আটলাণ্টিক মহাসাগৰৰ গাতে লাগি থকা 'মিষ্টিক চীপর্ট', 'মিষ্টিক চী মিউজিয়াম' আদিও চাব লগীয়া। পুৰণি বস্তুক যিমান পৰা যায়, একেদৰেই সংৰক্ষণ কৰাটো আমেৰিকাৰ বিশেষত্ব। পোন প্ৰথমে তাত সজা জাহাজৰ মডেলৰ পৰা আৰম্ভ কৰি প্ৰথম যুদ্ধ জাহাজ, তাৰ মানুহবোৰ থকা ঘৰ— তেওঁলোকৰ পষ্ট অফিচ, কাৰখানা আদিলৈকে সুন্দৰভাবে সংৰক্ষণ কৰিছে।

কনেক্টিকাটত কিছুদিন থাকি নিউ জার্চিৰ আমাৰ দদাইদেউৰ ছোৱালী ভনী বুলবুলী আৰু ডঃ কৃপা বৰাৰ ঘৰত দুপৰীয়াৰ সাজ খাই ৱাছিংটনত থকা ভনী অৰুনাহঁতৰ ঘৰলৈ আহিলোঁ। আগতে এই ঠাইৰ সকলোবোৰ চাবলগীয়া অনুষ্ঠান চাইছিলোঁ যদিও নাতিনীহঁতৰ লগত আকৌ 'হোৱাইট হাউচ', লিঙ্কন মেমৰিয়েল, জেফাৰ্চন মেমৰিয়েল, ৱাছিংটন মেমৰিয়েল কেপিতেল, লাইব্ৰেৰী এণ্ড কংগ্ৰেছ, মিউজিয়াম, আর্ট গেলেৰী চোৱাৰ উপৰিও মাটিৰ তলৰ ৰেলেৰে গৈ নতুনকৈ সজা 'এমট্ৰেকৰ' (AMTREC) বিৰাট ষ্টেচন আৰু তাৰ লগতে থকা 'মল' (Mall) আদি চালোঁহঁক।

আমেৰিকাৰ হিউষ্টন (Houston)ত থকা দিন কেইটা আমাৰ অসমত থকা যেনেই লাগিছিল। আমাৰ জীয়ৰী গীতাই তাত থাকিও অসমৰ পৰিয়াল কেইবাটাকো পোৱাটো সঁচাকৈয়ে সুখৰ বিষয়। প্ৰত্যেক ঘৰেই যেন ককাই-ভাই, বাই-ভনীহে। প্ৰত্যেক সপ্তাহৰ অন্তত তেওঁলোক আটাইকেইও ঘৰ লগ হৈ এসাজ খায়। কেতিয়াবা কাৰোবাৰ ঘৰত, কেতিয়াবা কোনো পার্কত। হিউষ্টনত আমাৰ চুপাৰী, পান, চূণ, জৰ্দা, লাউ-কোমোৰা, কচু, কৰ্দৈ আদি সকলোবোৰ বস্তু পোৱা যায়। হিউষ্টন শিল্প নগৰী। ইয়াত থকা 'জনচন্ স্পেচ চেন্টাৰ', 'গেলভেষ্টান বীচ' আদি চোৱাৰ উপৰিও 'ৰডিঅ' (Rodeo) চোৱাৰ সুযোগ

পাৰোঁ। আমেৰিকাৰ সকলো ৰাজ্যৰেপৰা প্ৰতিযোগীসকল আহি 'ৰডিঅ' আৰু পশু-প্ৰৰ্দশনীত যোগ দিয়ে। উন্মত্ত দৌৰি থকা মেথোন একোটাক গৰখীয়া ল'ৰা (cowboy) সকলে ধৰিব লাগে। যিবিলাকে পাৰে তেওঁলোকক পুৰষ্কৃত কৰা হয়। পশু-প্ৰদৰ্শনীতো সেইদৰে উৎকৃষ্ট জীৱ-জন্তু বিলাকৰ গিৰিহঁতক পুৰষ্কাৰ দিয়ে। আমেৰিকাৰ বিখ্যাত গায়ক-গায়িকাসকলেও এই 'ৰডিঅ'ত সঙ্গীত পৰিবেশন কৰে। 'ৰডিঅ' চাই আমাৰ এটা বেলেগ অভিজ্ঞতা হ'ল।

আমেৰিকাত ১৪ মে' তাৰিখটো 'মাতৃদিৱস' আৰু ১৬ জুন তাৰিখটো 'পিতৃদিৱস' হিচাপে পালন কৰি সন্তান সকলে পিতৃ-মাতৃক নিজ হাতেৰে কৰা বস্তু উপহাৰ দি সন্মান জনায়। সেই বিশেষ দুটা দিনত সন্তানসকলেই ঘৰৰ যাৱতীয় কাম-কাজ কৰে। সেই দুদিন পিতৃ-মাতৃসকলক দোকান, ৰেঁষ্টোৰা আদিতো ফুলৰ টোৰা যাচি অভিনন্দন জনোৱা হয়। দুয়োটা দিনতে আমিও পিতৃ-মাতৃ হিচাপে দোকান আৰু ৰেঁষ্টোৰাত ফুলৰ টোৰা উপহাৰ পাইছিলোঁ। বয়সীয়াল নাগৰিকসকলক আমেৰিকাবাসীয়ে যথেষ্ট পৰিমাণে সন্মান প্ৰদৰ্শন কৰে। কিছুমান ঠাইত তেওঁলোকৰ পৰা চাবলগীয়া স্থান আদি দৰ্শন কৰাৰ মূল্যও গ্ৰহণ নকৰে। তেওঁলোকক বিনামূলীয়াকৈ দৰ্শনীয় স্থান দেখুওৱাৰ সুবিধা দিয়ে।

হিউষ্টনত কিছুদিন থকাৰ পিছত আমাৰ বৰজীয়ৰী খুতাইঁতৰ ঘৰলৈ— আমেৰিকাৰ টালাহাচীলৈ আহিলোঁ। তাতে নতুন বছৰ আৰু খৃষ্টমাচ উৎসৱৰ পয়োভৰ চোৱাৰো সুযোগ ঘটিল। প্ৰত্যেক ঘৰ, অফিচ আৰু বাজহুৱা অনুষ্ঠান আদিত ৰং-বিৰঙৰ বিজুলীচাকিৰে 'খৃষ্টমাচ ট্ৰি' সজোৱা হয়। আলি-পদুলি, ৰাজহুৱা ঠাই আদিয়ে এক নতুন ৰূপ লয়। 'মল' (Mall) (তাত ডাঙৰ ব্যৱসায়-প্ৰতিষ্ঠান বোৰক 'মল' বোলে) বিলাকত ল'ৰা-ছোৱালী আৰু ডাঙৰেও নৃত্য-গীত পৰিবেশন কৰে আৰু তাতে 'চাণ্টাক্লজ' সাজি বহি থকাজনৰ লগত সৰু সৰু ল'ৰা-ছোৱালীয়ে ফটো তোলে। ঘৰে ঘৰে সজোৱা 'খৃষ্টমাছ ট্ৰি'ৰ তলত সেই উপলক্ষে ঘৰৰ পৰা পোৱা আৰু বন্ধু-বান্ধৱে দিয়া উপহাৰবোৰ সজাই থোৱা হয়। তাত ল'ৰা-ছোৱালীবোৰৰ বিশ্বাস যে চাণ্টাক্লজেহে আহি ৰাতি সেই উপহাৰসমূহ তেওঁলোকক দি যায়। ৰৰদিনৰ দিনা ৰাতিপুৱাই আমি 'খৃষ্টমাছ ট্ৰি'ৰ তলত বহিলোহঁক আৰু প্ৰত্যেককে দি যোৱা উপহাৰসমূহ গ্ৰহণ কৰিলোহঁক (কোনে কি উপহাৰ পাব গোপনে ৰখা হয়)। ১৭০০ মাইল দূৰৰ পৰা লখিমীহঁতো বায়েকৰ ঘৰলৈ আহিলত আমি আটায়ে পিছদিনা অৰ্থাৎ ২৬ ডিচেম্বৰৰ ৰাতিপুৱা ৫ বজাতে ডিজনীলেণ্ড, 'এবকট্ চেন্টাৰ' (abcot centre) আদি চোৱাৰ অভিপ্ৰায়ে আৰ্লিণ্ড অভিমুখে যাত্ৰা কৰিলোঁ।

নতুনকৈ নিৰ্ম্মাণ কৰা 'এবকট্ চেন্টাৰ'টো চাই বিজ্ঞানৰ উৎকৰ্ষতা দেখি তবধ মানিলোঁহঁক। খৃষ্টমাচৰ সময় বাবে 'ডিজনী ৱৰ্ল্ডত' 'মিকি মাউচ'ৰ শোভাযাত্রা আৰু ৰূপকথা খ্যাত 'চিন্দ্রেলা কাষ্টল্' (Cindrella castle) ৰ সন্মুখৰ বিচিত্রানুষ্ঠান আৰু আতচবাজী খেলা বৰ উপভোগ্য হৈছিল। টালাহাচীৰ পৰা প্রায় চাৰিশ মাইল দূৰৈৰ, সাগৰৰ গাতে লাগি থকা 'নেপলচ্' (Naples) খনৰ প্রাকৃতিক সৌন্দৰ্য্য অতি মনোৰম; ওচৰতে থকা দ্বীপটোক দলঙেৰে সংযোগ কৰি এক মনোমোহা পৰিৱেশ সৃষ্টি কৰা হৈছে। নেপলচ্ৰ ওচৰৰে ফৰ্থমায়াৰৰ এটা বিশেষ আকৰ্ষণ হৈছে থমাচ আলভা এডিচনৰ শীত-কালীন নিবাসটো। এই বৈজ্ঞানিকজনে পৃথিৱীৰ সকলো ঠাইৰ পৰা সকলো ধৰণৰ ফল-মূল আৰু গছ-গছনি এই শীতকালীন আবাসটোত ৰুইছিলহি। তাৰ ভিতৰত ভাৰতৰ পৰা নিয়া তেতিয়া ২ ইঞ্চি দৈৰ্ঘ্যৰ জৰীগছৰ পুলিটো এতিয়া পৃথিৱীৰ ভিতৰতে দ্বিতীয় ওখ গছ। গছ জোপাৰ গাতে লিখি থোৱা From India অৰ্থাৎ 'ভাৰতৰ পৰা অনা'— এই কথাষাৰ দেখি মন-প্রাণ পুলকিত হৈছিল। ফৰ্থমায়াৰৰ অন্যতম আকৰ্ষণ আছিল তাৰ আমৰ বাগিছাসমূহ। একোখন বাগিছাত ১০,০০০ জোপা বিভিন্ন ধৰণৰ আম গছত কেঁচা-পকা অসংখ্য আম ওলমি থকা দেখি মনটো আনন্দেৰে ভৰি উঠিছিল। সেই নানা ধৰণৰ আমৰ ভিতৰত আমাৰ ভাৰতৰ পৰা নিয়া আমৰ সঁচো আছিল। আমি কিছু পকা আম আৰু আচাৰ কৰিবলৈ কিছু কেঁচা আম কিনি আনিছিলোঁ। অৱশ্যে আমৰ লগতে আটলাচ্, নাৰিকল, কল, কৰ্দ্দৈ আদি বহুত ফলৰ গছ তাত আছিল।

এইবাৰ আমি এবছৰ আমেৰিকাত থকা বাবে তাৰ ভোগালী আৰু ৰঙালী দুয়োটা বিহুকে পালোঁ। অসমীয়া মানুহখিনিয়ে ৩০০/৪০০ মাইল দূৰৈৰ পৰা আহি একেলগে দুয়োটা বিহু উলহ-মালহেৰে কোনোবা এখন বিশেষ নিৰ্দ্ধাৰিত ঠাইত পালন কৰে। তেওঁলোকে বিহুত চিৰা-দৈ-গুৰ, খোলা চাপৰিয়া পিঠা, ঘিলা পিঠা, তিলৰ আৰু নাৰিকলৰ লাডু কৰাৰ উপৰিও সাংস্কৃতিক অনুষ্ঠানৰো আয়োজন কৰে। বিহুনাচ সেই অনুষ্ঠানৰ এক অবিচ্ছেদ্য অঙ্গ। এইবাৰ আমাৰ জীয়ৰী-জোঁৱাইতৰ ঘৰত মাঘৰ বিহুৰ আয়োজন কৰিছিল আৰু আটলাণ্টা, আলাবামা, বাৰ্ম্মিংহাম, নেপলচ্ৰ পৰ কেইবাটাও পৰিয়াল আহিছিল। উৰুকাৰ দিনা অন্যান্য খোৱা বস্তুৰ উপৰিও আমাৰ বাৰীত হোৱা চুকা শাকৰ মাছৰ টেঙা আৰু নৰসিংহৰ গুৰিৰ খাৰখন খাই সকলোৱে বৰ তৃপ্তি পাইছিল। পিছদিনা মেজি জ্বলাই মাহ-প্রসাদ দি আগন্তুক বছৰটোৰ বাবে সকলোৱে মঙ্গল কামনা কৰা হৈছিল। সেই সময়ত আমি খন্তেকলৈ হ'লেও পাহৰি গৈছিলো যে আমি গুৱাহাটীতে আছো নে সুদূৰ আমেৰিকাত!

বহাগৰ বিহুটোও তেনেদৰেই হিউষ্টনৰ আটাইকেইওটা পৰিয়াল আৰু ওচৰৰ ৰাজ্য দুখনমানৰ মানুহখিনি আহি ঘৰৰ পৰা ১০০ মাইলমান আঁতৰৰ সাগৰৰ পাৰৰ পাৰ্ক এখনত আয়োজন কৰিছিল। গধূলি এঘৰত দিনটোৰ শুভ সমাপ্তি ঘটাইছিল। বিহুৰ জা-জলপান, পিঠা আদি আৰু ভোজৰ বাবে সকলোৱে দুই-তিনিবিধ ঘৰতে ৰান্ধি আনিছিল। অৱশ্যে কোনে কি ৰান্ধিব আগতে আলোচনা কৰি ঠিক কৰি লোৱা হয়।

আমেৰিকাত থকা প্ৰবাসী অসমীয়া পৰিয়াল সমূহে মহাপুৰুষ শ্ৰীশ্ৰীশঙ্কৰদেৱৰ তিথিও অতি নিষ্ঠা আৰু আন্তৰিকতাৰে পালন কৰে। নাম-প্ৰসঙ্গও সেই দিনা কৰা হয়।

আমি টালাহাচীত থাকোঁতেই নৰ্থ কেৰলিনাৰত থকা উদীয়মান ডেকা ইঞ্জিনিয়াৰ বিকাশ দত্তৰ পৰলোক হয়। আমেৰিকাৰ প্ৰায় সকলো অসমীয়া পৰিয়ালেই দত্তৰ ঘৰলৈ আহি সমবেদনা জনায় আৰু গায়ন-বায়নেৰে শ-যাত্ৰা কৰি দাহ-কাৰ্য্য সম্পন্ন কৰিছিল। সকামতো গীতা-পাঠ, নাম-কীৰ্ত্তন, নাগৰা নাম, ভজন আদিৰে আমাৰ নিজৰ ঠাইত থকাৰ দৰেই পালন কৰিছিল। ৫০০· শ মাইল দূৰৰ পৰা আমিও গৈছিলোঁ। তাত প্ৰায় এশমান অসমীয়া মানুহ লগ পাই বৰ ভাল লাগিল।

আমেৰিকাৰ সৰহভাগ সদস্য থকা অসম এছছিয়েচন হ'ল 'আচাম এছছিয়েচন অব নৰ্থ আমেৰিকা' (AANA) আৰু 'আচাম ফাউণ্ডেচন অব নৰ্থ আমেৰিকা (AFNA)। সৌভাগ্যক্ৰমে তাৰ সাহিত্য সভাৰ বছেৰেকীয়া সভাখন সেইবাৰ কানাডাৰ টৰেণ্টত হৈছিল। আমেৰিকাৰ সকলো ৰাজ্যৰ উপৰিও মানৱ পৰাও প্ৰতিনিধি আহিছিল। প্ৰায় চাৰিশমান মানুহ গোট খোৱা এই সন্মিলনে এক উদুলি-মুদুলি পৰিবেশৰ সৃষ্টি কৰিছিল। অসমৰ পৰা ড° ভূপেন হাজৰিকা আৰু অসম চৰকাৰে পঠোৱা উদীয়মান গায়ক শ্ৰী সদানন্দ গগৈয়েও এই সন্মিলনত যোগ দিছিলগৈ। ১ আৰু ২ জুলাইত অনুষ্ঠিত এই সভালৈ আমিও টালাহাচীৰ পৰা বিমানেৰে কানাডা অভিমুখে যাত্ৰা কৰোঁ। পৃথিৱীৰ অষ্টম আশ্চৰ্য্য নায়েগ্ৰা জলপ্ৰপাতৰ নিচেই কাষতে থকা মটেল এখনত (আগতে বন্দোৱস্ত কৰি থোৱা) আমি নামিলোগৈ। গধূলি ছয় বজাত সান্ধ্য-ভোজন কৰি নানা বৰণীয়া বিজুলীবাতিৰ পোহৰত জিলিকি থকা নায়েগ্ৰা জলপ্ৰপাত চালোগৈ। আমেৰিকা আৰু কানাডা দুয়ো পিনৰ পৰাই নায়েগ্ৰা চাব পাৰি যদিও কানাডাৰ পিনৰপৰা ই বেচি মনোমোহা। পিছদিনা ৰাতিপুৱা ওচৰতে থকা মমৰ মিউজিয়ম (Wax Museum) চাই Marianland লৈ গ'লোঁইক। তাত ডলফিন্-সাগৰীয় সিংহ (Sea lion), জাটো

জাতীয় চৰাইৰ নানা খেল-ধেমালিৰ উপৰিও একেলগে মুকলিকৈ ৰখা পাঁচশমান ৰেইন-ডীয়েৰ (Rain dear) চাই বৰ ভাল লাগিছিল। ইৰি আৰু অন্টেৰিয় হ্ৰদক সংলগ্ন কৰা নায়েগ্ৰা নৈৰ ওপৰতে নায়েগ্ৰা জলপ্ৰপাত। কথিত আছে যে অতি পুৰণি কালত তাৰ বাসিন্দাসকলে খেতিৰ ভাল শস্য পাবৰ কাৰণে একোগৰাকী কুমাৰী কন্যাক এই জলপ্ৰপাতত উছৰ্গা কৰিছিল, সেয়ে ইয়াক Maid of the Mist বোলা হয়। ওপৰৰ পৰা বিজুলী চালিত ৰেলত নামি একেবাৰে নৈৰ পাৰ পালোঁগৈ আৰু তাতে একোটাকৈ পানীকোট পিন্ধি নাৱেৰে একেবাৰে জলপ্ৰপাতৰ মাজলৈ গ'লো— ই এটা বিশেষ অভিজ্ঞতা। নায়েগ্ৰাত দুৰাতি থাকি ১ জুলাইত আমি টৰেন্ট অভিমুখে ৰাওনা হ'লোঁ। তাত চায়েঞ্চ মিউজিয়াম আৰু আন আন চাব লগীয়া ঠাইবোৰ চালোঁ। হাজাৰ-বিজাৰ নাও ৰাতিয়ে দিনে অন্টেৰিয় হ্ৰদৰ ওপৰত জিকমিকাই থকাৰ লগতে তাত হোৱা বিভিন্ন সাংস্কৃতিক অনুষ্ঠানে 'Ontario palace' নামৰ ঠাইখনক এক ৰস্যভূমিত পৰিণত কৰিছে। এই সৌন্দৰ্য্য আমিও উপভোগ কৰাৰ সুবিধা পালোঁ। গধূলি প্ৰতিনিধি শিবিৰৰ মুকলি বননিত কৰা সকলো প্ৰতিনিধিৰ সান্ধ্য ভোজন যেন আমাৰ ইয়াৰ এখন বিয়াহে। বহুত দিনৰ মূৰত দূৰ-দূৰণিৰ পৰা অহা বন্ধু-বান্ধৱক পাই সকলোৱেই যেন আনন্দত আত্মহাৰা। পিছদিনা 'আন্না', আফন্না' আৰু সাহিত্য সভাৰ মুকলি অধিবেশন বহিল। আন্না আৰু আফন্নাই অসমৰ আন্দোলনৰ সময়ত অসমৰ বিদেশী অনুপ্ৰৱেশ ৰোধ কৰিবলৈ আৰু জন সাধাৰণ আৰু ছাত্ৰ সকলৰ ওপৰত চৰকাৰে চলোৱা অমানুষিক অত্যাচাৰৰ অৱসান ঘটাবলৈ "ইণ্ডিয়ান হাই কমিছন"লৈ সজাতি দল গৈ প্ৰতিবেদন দাখিল কৰিছিলগৈ। সেই সময়ত বিদেশত অসমৰ আন্দোলন আৰু বিদেশী অনুপ্ৰবেশৰ সমস্যাটো অৱগত কৰোৱাত আমাৰ বৰ জোঁৱাই শ্ৰীঅমিয় দাসৰ 'আসামচ এগনি' (Assain's Agony) নামৰ পুথিখনে যথেষ্ট অৰিহণা যোগাইছিল। আন্দোলনৰ সময়ত বৰ্ত্তমান মুখ্যমন্ত্ৰীৰ সাহায্য পুঁজি আৰু অন্যান্য গঠনমূলক অনুষ্ঠানলৈকো আন্নাই আফন্নাৰ জৰিয়তে সাহায্য পঠায়। সন্মিলনীৰ উপলক্ষে "লুইতৰ পৰা মিচিচিপি" নামৰ এখন স্মৃতিগ্ৰন্থ প্ৰকাশৰ উপৰিও দুমাহৰ মূৰে মূৰে আন্নাৰ নিউজ লেটাৰ ওলাই থাকে। তাত অসমৰ সমস্যাৰ কিছু খা-খবৰ প্ৰকাশ হোৱাৰ লগতে নানান প্ৰবন্ধ-পাতি 'প্ৰকাশ হয়। ইয়াৰ শিক্ষা বিভাগটোও বেচ্ আৰ্কষণীয় হৈছে। তাৰে এখন 'নিউজ লেটাৰ'ত মোৰ আমেৰিকাত হোৱা অনুভৱৰ এটা প্ৰবন্ধ প্ৰকাশ পাইছিল। অসমৰ আৰু ভাৰতবৰ্ষৰ শিশুসকলৰ অৱস্থা আৰু তাৰ সমস্যাৰ বিষয়ে লিখাৰ উপৰিও তাৰ দূৰীকৰণাৰ্থে লোৱা আঁচনিৰ চমু আভাস

দি আমেৰিকৰ শিক্ষক সকলৰ সম্পৰ্কে লিখিছিলোঁ।

সভাত মোকো দুআষাৰ ক'বলৈ দিয়াত মই আমাৰ অসমৰ সমাজসেৱী অনুষ্ঠানবোৰৰ সম্পৰ্কে চমুকৈ কোৱাৰ লগতে অসমৰ শিল্পৰ অনগ্ৰসৰতা, বানপানী আৰু অন্যান্য জ্বলন্ত সমস্যাবোৰৰ পাৰদৰ্শিতা দেখুওৱা অসম সন্তান সকলে দিহা-পৰামৰ্শ আৰু কাৰ্যকৰী জ্ঞানৰ আভাসেৰে বাতৰি কাকতত প্ৰবন্ধ-পাতি আৰু চমু পুস্তিকাৰ মাধ্যমেৰে চৰকাৰ তথা ৰাইজক অৱগত কৰোৱাৰ বাবে গোহাৰি জনাইছিলোঁ। তদুপৰি বৰ্ত্তমান আমেৰিকাবাসী অসমীয়া সকলে যিদৰে অসমীয়া সংস্কৃতি ৰক্ষা কৰিবলৈ যত্ন কৰিছে আৰু জন্মসূত্ৰে আমেৰিকাৰ নাগৰিক হোৱা সন্তান সকলকো বৰগীত, সত্ৰীয়া নাচ, অসমীয়া গীত-মাত আৰু বিহুনাচ আদি শিকাইছে— সেইবোৰৰ প্ৰশংসা কৰি এই সুপ্ৰচেষ্টা অব্যাহত ৰাখি তেওঁলোকৰ মূল শিপাডালৰ অৰ্থাৎ অসমৰ লগত যেন সম্বন্ধৰ জৰীগছ কট্‌কটীয়া কৰি তোলে, তাৰ বাবেও অনুৰোধ জনাইছিলোঁ। সেই সভাত ড° ভূপেন হাজৰিকাদেৱ বিশিষ্ট অতিথি আছিল। সভাখনত আৰু এটা কথা দেখি ভাল লাগিল যে তাত জীয়ৰী-বোৱাৰী— আনকি আমেৰিকান অসমীয়া বোৱাৰীয়েও মেখেলা-চাদৰহে পৰিধান কৰিছিল, কাকো শাৰী বা অন্য সাজ-পোচাক পিন্ধা দেখা নাছিলোঁ।

দুপৰীয়া ভোজনৰ সময়ত বিহুগীত আৰু বিহুনাচেৰে সকলোকে আদৰণি জনাইছিল যদিও মূল বিচিত্ৰানুষ্ঠানখন সন্ধিয়াহে আৰম্ভ হৈছিল। তাত প্ৰত্যেক ৰাজ্যৰে ল'ৰা-ছোৱালীয়েতো অংশগ্ৰহণ কৰিছিলেই, জীয়ৰী-বোৱাৰীয়েও ভাগ লৈছিল। অনুষ্ঠানৰ এটি বিশেষ আকৰ্ষণ আছিল— "দুঃশাসনৰ ৰক্তপান" ভাওনাখন। অসমৰ পৰা নিয়া সাজ-পোছাকেৰেই সূত্ৰধাৰৰ পৰা ভীম-দুঃশাসন আদিৰ অভিনয়লৈকে নিখুঁত হৈছিল। সদানন্দ গগৈ আৰু ড° অমিয় শৰ্ম্মাৰ গীতেও দৰ্শকক মুগ্ধ কৰিছিল। গধূলি ভোজনৰ পিছতহে ড° ভূপেন হাজৰিকাই গীত পৰিবেশন কৰে। তেখেতৰ গীতে ৰাতি বাৰ বজালৈকে সকলোকে মন্ত্ৰমুগ্ধ কৰি ৰাখিছিল। তেখেতে "বিহুৰে বিৰিণা পাত" নামষাৰ লগাই দিয়াৰ লগে লগেই সভাত উপস্থিত আটাইবোৰ বোৱাৰীয়েই বিহু নাচিবলৈ আৰম্ভ কৰে। সেইদিনা সভাৰ সেই আকৰ্ষণীয় দৃশ্যটো আজিও কেতিয়াবা মানস পটত ভাঁহি উঠে।

পিছদিনা আমি কানাডাৰ অটোৱা, মণ্ট্ৰিয়েল, কুইবেক আদি ঠাই চাবৰ কাৰণে যাত্ৰা কৰি মণ্ট্ৰিয়েলত থাকিলোগৈ। তাৰ 'অলিম্পিক ভিলেইজ'লৈ যাওঁতে তাত হৈ যোৱা অলিম্পিকত পৃথিৱীৰ যিবোৰ দেশে সোণৰ পদক পাইছিল, তেওঁলোকৰ পতাকাবোৰ আঁৰি থোৱা আছিল। তাত ভাৰতবৰ্ষৰ

পতাকাখন নেদেখি আমাৰ মনটো সেমেকি গৈছিল। অটোৱালৈ আমি যোৱাৰ দিনা তাৰ 'পাৰ্লিয়ামেণ্ট স্কোয়াৰ'ত ৰাজমাতৃ পঞ্চম জৰ্জ্জৰ পত্নী অহাৰ উপলক্ষ্যে হোৱা বিৰাট জনসভা খনত আমি হেৰাই যোৱাৰ দৰেই লাগিছিল। কানাডাত এসপ্তাহ থাকি নিউয়ৰ্ক হৈ কনেক্টিকাট পালোঁহি। তাত প্ৰায় এমাহ মান থাকি ত্ৰিশ জুলাইত আমেৰিকা এৰি কলিকতা হৈ তিনি আগষ্টত গুৱাহাটী পালোঁহি। সদ্যহতে আমি গুৱাহাটীতে স্থায়ীভাবে আছোঁ।

আমেৰিকাত হোৱা অভিজ্ঞতা সম্পৰ্কে দুই এষাৰ কথা নকৈ নোৱাৰিলোঁ। আমেৰিকাত সৰু সৰু ল'ৰা-ছোৱালীৰ পৰা ডাঙৰলৈকে নিজৰ দেশখনৰ বাবে চিন্তা আৰু যত্ন কৰে, দেখিলে তবধ মানিব লাগে। তেওঁলোকৰ গভীৰ দেশপ্ৰেম, সততা, চাফ-চিকুণতা, নিজৰ কামত আস্থা আৰু নিষ্ঠা, শ্ৰমৰ মৰ্য্যাদা, কৰ্ত্তব্য-পৰায়ণতা, নাগৰিক জ্ঞান, সকলোৰে প্ৰতি সমভাব, কেৱল গুণৰ ওপৰত গুৰুত্ব আৰোপ কৰা ইত্যাদিৰ উপৰিও ৰাজহুৱা সম্পত্তিৰ ৰক্ষণা-বেক্ষণৰ বাবে সৰু সৰু ল'ৰা-ছোৱালীৰো যি প্ৰচেষ্টা সি সঁচাকৈয়ে প্ৰশংসনীয়। আৰু এটা কথা মন কৰিলোঁ— শিশুৰ শিক্ষা, খেলা-ধূলা; তেওঁলোকৰ শাৰীৰিক-মানসিক-আবেগিক বিকাশৰ বাবে ৰাইজ আৰু চৰকাৰৰ যি সুবন্দোৱস্ত বা সুব্যৱস্থা, সেইবোৰ দেখি আহি অতি চহকী ঐতিহ্যৰ অধিকাৰী বুলি গৌৰৱ কৰা আমাৰ দেশৰ বৰ্ত্তমান যি অৱস্থা দেখিছোঁ— য'ত কেৱল ৰাইজৰ উদাসীনতা, চৰকাৰৰ অৱহেলা, স্বজন-তোষণ, দুৰ্নীতি, বয়সীয়াল সকলৰ প্ৰতি অৱজ্ঞা, সামাজিক ন্যায়ৰ অভাৱ আৰু তাৰ লগে লগে হিংসাত্মক কাৰ্য্যৰ যি পয়োভৰ চলিছে, সেইবোৰে আমাক কোনফালে লৈ গৈছে ক'ব নোৱাৰোঁ। আমাৰ নতুন পুৰুষ সকলৰ ভৱিষ্যত সম্পৰ্কে ভাবিলে এখন অন্ধকাৰ ছবিহে মনলৈ আহে। তদুপৰি আজি-কালি চৰকাৰৰ যি প্ৰতিশোধমূলক আচৰণ আৰু কাৰ্য্যকলাপ— এটা দলৰ মানুহে আন এটা দলৰ লগত কথা এষাৰ পতাও অপৰাধ; আন নালাগে, বিপদত মাত এষাৰ দিবলৈ গ'লেও চৰকাৰী কৰ্ম্মচাৰীৰ ওপৰত প্ৰতিশোধ (যদিও তেনে কৰাৰ বাবে চৰকাৰৰ কোনো নৈতিক অধিকাৰ নাই)। আইন ৰচোঁতাই যেতিয়া আইন ভঙ্গ কৰে, তেনে অৱস্থাত জন সাধাৰণৰ উপায় ক'ত? এনে মনোবৃত্তিৰে কোনেও দেশক আগুৱাই নি উজ্জ্বল ভৱিষ্যত ৰচনা কৰিব নোৱাৰে, তেহেলৈ যিমানেই বক্তৃতাৰ ফুলজাৰি নামাৰক!

এসময়ত আমিও ৰাজনীতি কৰিছিলোঁ। বিধান সভাৰ মজিয়াৰ চাৰিবেৰৰ মাজতে চৰকাৰী আৰু বিৰোধী পক্ষৰ বিৰোধীতা থাকিলেও, সভাঘৰৰ পৰা ওলালেই সকলো একে পৰিয়ালৰে বাই-ভনী, ককাই-ভাইৰ দৰে [illegible]

আৰু চৰকাৰেও নিৰপেক্ষ হৈ শাসনকাৰ্য্য চলাইছিল। এইষাৰ কথা কেৱল ময়েই কোৱা নাই, আগৰ মানুহ সকলোৱে স্বীকাৰ কৰে। সেই সময়ত চৰকাৰী কৰ্ম্মচাৰীৰ ব্যক্তিগত অধিকাৰৰ ওপৰত চৰকাৰে হস্তক্ষেপ কৰাটো ভাবিব নোৱাৰা কথাই আছিল। আমি পাহৰিলে বোধকৰো ভুল হ'ব যে কেৱল অতীতৰ ৰঙীন বিশেষত্বই বৰ্ত্তমান আৰু ভৱিষ্যতক পোহৰাব নোৱাৰে যদি ৰজাঘৰ আৰু প্ৰজাঘৰ সকলোৱে ক্ষুদ্ৰ স্বাৰ্থ পৰিহাৰ কৰি মুখেৰে নহয়, ন্যায়সঙ্গত কাৰ্য্যৰ দ্বাৰা আন্তৰিকতাৰে সকলো স্তৰতে চেষ্টা আৰু শ্ৰম নকৰে; যিহেতু দেশ তথা জাতিটোক আগবঢ়াই উজ্জ্বল ভৱিষ্যতৰ সৃষ্টি কৰিবলৈ লাগে সততা, আন্তৰিকতা আৰু ত্যাগেৰে গঢ়া এটা সৎ চৰিত্ৰ আৰু তাৰ কাৰ্য্যকৰী ৰূপায়ণ। □

কৃষ্ণপ্ৰিয়া হাজৰিকা

# মোৰ কথা



মই পিতৃ মাতৃৰ একমাত্ৰ সন্তান আছিলো। মোৰ দুবছৰ বয়সতে পিতৃ বিয়োগ ঘটিল। এটি যৌথ পৰিয়ালত মা আৰু আইতাৰ যত্নত অলপো কষ্ট নোপোৱাকৈ ডাঙৰ হ'লো।

আমাৰ আইতা আছিল এগৰাকী মিতব্যয়ী, পৰিপাটি সু-গৃহিণী আৰু মা আছিল অতি পাকৈত শিপিনী। দেখি দেখি মা আৰু আইতাৰ পৰা ৰন্ধা-বঢ়া, বোৱা-কটা, জা-জলপান কৰা, উল, চিলাই, কুৰচাৰ কাম আদি যাৱতীয় সকলোবোৰ কাম, সৰু কালৰ পৰাই আয়ত্ব কৰিছিলোঁ। সময়ত সেই শিক্ষাই মোক মোৰ সংসাৰ চলোৱা সহজ কৰি তুলিছিল।

আমি সৰু হৈ থকা কালত স্বৰাজ আন্দোলন চলি আছিল। তেতিয়া বিদেশী কাপোৰ বৰ্জ্জন কৰি নিজ হাতে সূতা কাটি কাপোৰ বৈ লোৱাৰ চথ হৈছিল। তেতিয়াই নেওঁঠনিত কপাহ নেওঁঠি (গুটি গুছাই) ধুনি পাঁজি বাটি যঁতৰ আৰু টাকুৰীত সূতা কাটিবলৈ শিকিছিলোঁ। সেই অভ্যাস এতিয়াও অব্যাহত আছে। নিজ হাতে কটা সূতাৰ নিজে বৈ লোৱা কাপোৰ যোৰ পিন্ধা বৰ সুখৰ কথা বুলি মই এতিয়াও অনুভৱ কৰো। সৰু কালতে গঢ় লৈ উঠা নিজে বোৱা কাপোৰ পিন্ধা আগ্ৰহটো মোৰ এতিয়াও কমা নাই। চেমিজ আৰু পেটিকোটৰ কাপোৰৰ বাহিৰে আজিলৈকে মই এযোৰ কিনা কাপোৰ পিন্ধি পোৱা নাই। পিন্ধিব নোৱাৰিমো কিজানি।

তেতিয়াৰ দিনত ছোৱালীয়ে পঢ়াটো সমাজ বিৰোধী কথা বুলি ধৰি লৈছিল। সেইবাবে ছোৱালীক পঢ়িবলৈ দিয়া নহৈছিল। মই সেইবোৰ কথা সৰুৰ পৰাই মানিবলৈ টান পাইছিলো আৰু আইতাহঁতক মই পঢ়িমেই বুলি কৈ আমনি কৰিছিলোঁ। তেতিয়া আমাৰ এখন ঘৰ যোৰহাট টাউনৰ পূবে

বাৰ মাইল দূৰত বাদুলি পুখুৰী নামে ঠাইত আছিল। মা, আইতা আৰু আমাৰ সৰু খুৰাদেউৰ পৰিয়াল একেলগে তাত আছিল। ময়ো মাৰ লগত তাতে আছিলোঁ। মোৰ পঢ়িবলৈ বৰ আগ্ৰহ দেখি তাৰ গাঁৱৰ স্কুলতে নাম লগাই দিলে। মোক দেখি গাঁৱৰ দুই এক ল'ৰা-ছোৱালীয়েও নাম লগালে। মই ওচৰৰ ল'ৰা-ছোৱালীৰ লগত একেলগে স্কুললৈ যাওঁ। মই পঢ়াত ভালেই আছিলো বুলি শিক্ষক সকলে আইতাহঁতৰ আগত কোৱা গম পাই মনত উৎসাহ পাইছিলোঁ। আইতা-মা হঁতে কিন্তু মোক উৎসাহো নিদিয়ে, প্ৰশংসাও নকৰে। সেই কালৰ এক শ্ৰেণীৰ লোকৰ মতে ছোৱালী পঢ়িলে স্বভাৱ নষ্ট হয়। বোধহয় আইতাহঁতৰ তেনেবোৰ কথাতে ভয়। মোৰ পঢ়াৰ প্ৰতিও আওকনীয়া মনোভাৱ। আনবোৰ কথাত কিন্তু বৰ দয়াশীল আছিল। মই তেনে উদাহৰণ বহুত পাইছিলোঁ।

এদিন মই স্কুললৈ যাবলৈ ওলাইছো। আইতাই আমাৰ বাৰীতে হোৱা ডাঙৰ পকা ভীম কল এআষি মোৰ হাতত দি ক'লে— আই অ', এই কল আষি লৈ যা, ভূধৰ মণ্ডলৰ ঘৰত সোমাই দি যাবিগৈ। তাৰ ঘৈণীয়েকৰ যঁজা ছোৱালী দুজনী হৈছে। তাইনো দুজনীকৈ কেচুৱাক কেনেকৈ তুলিব। কল আষি পালে তেওঁ সকাহ পাব। ইমান গধুৰ কল আষি মোৰ নিবলৈ মন নাছিল। আইতাৰ কথাষাৰ পেলাব নোৱাৰি কিতাপ ফলি, চিয়াঁহীৰ দোৱাত, বহিবলৈ ঢাৰি, এইসোপা লৈও কল আষি হেপাই-ফোপাই কোনোমতে লৈ গ'লো। তেতিয়াৰ দিনত পাঠশালাবোৰত ডেস্ক-বেঞ্চ একো নাছিল। বহিবলৈ ঘৰৰ পৰা কঠ, ঢাৰি লৈ যাব লাগে। তাত থৈ আহিবও নোৱাৰি। স্কুল ঘৰৰ বেৰ-দুৱাৰ নাই।

কল আষি লৈ গৈ মানুহঘৰৰ ঘৰ সোমায়েই দেখিলোঁ কেচুৱা দুটা পিৰালিত শুৱাই থৈছে, কান্দি আছে। মাকে চোতালৰ দোলত কাপোৰ মেলিছে। মোক সোমাই যোৱা দেখি তেওঁ আগবাঢ়ি আহিল। মই কল আষি দি ক'লো, "এইয়া আইতাই কেচুৱালৈ কল দি পঠাইছে।" মানুহ গৰাকীয়ে "আই ঐ মই বৰ ৰক্ষা পৰিলো" বুলি মোৰ হাতৰ পৰা কল আষি যিটো আগ্ৰহেৰে ললে— মোৰ কল আষি লৈ যাওতে হোৱা কষ্ট পাহৰি গ'লোঁ। তেওঁ মোক কলে, "আয়ে মোক এই কণ বৰ উপকাৰ কৰিলে। দুজনী ছোৱালীয়ে মোক তেনেই শুহি পেলাইছে।" কেচুৱা দুজনীলৈ দেখুৱাই ক'লে— "সৌ দুজনী, সিহঁতে এতিয়াও ভোকতে কান্দিছে। এতিয়া তেও ইয়াৰে অকণ খুৱাব পাৰিম" —আদি বহুত কথা কৈ আইতাক ঘৰৰ পৰাই হাতযোৰ কৈ প্ৰণাম জনালে। মোৰ দেখি বৰ ভাল লাগিল। স্কুলৰ

পৰা ঘূৰি আহি আইতাক ক'লোহি। আইতাই বোলে, "মই জানিছো নহয়, দুজনী ছোৱালী তোলাটো কম কষ্টৰ কথানে?"

আমাৰ ঘৰৰ পৰা মোমাইদেউহঁতৰ ঘৰ এঘাৰ মাইল মান দূৰৰ আমগুৰিত। তেতিয়াৰ দিনত এতিয়াৰ দৰে বাচ, মটৰ নাছিল। মা মোমাইদেউৰ ঘৰলৈ গৰু গাড়ীৰে অহা যোৱা কৰে। মা দুই তিনি বছৰৰ মূৰত দীঘলীয়াকৈ থকাকৈ এবাৰ যায়। একেজনী ছোৱালী বুলি লগত মোকো লৈ যায়। মোক এৰি থাকিবলৈ মন নকৰে।

মাইঁতৰ পৰিয়ালটো বৰ ডাঙৰ বংশ, পৰিয়ালৰ মানুহো বহুত আৰু কেবা ঘৰো। মানুহবোৰ বৰ মৰমীয়াল। আমি গ'লে পঠিয়াবই নোখোজে। থকা দিনবোৰত কিনো খুৱাব, কিনো দিব এই লৈ ব্যস্ত। বংশটোৰ আইতা, মাহীদেউ হঁতে ঘৰে ঘৰে চিৰা, সান্দহ, পিঠাগুৰি খুন্দি তিল পিঠা, টেকেলি পিঠা, চেৱা পিঠা, ফেনি পিঠা, ভাত পিঠা, লুঠুৰী পিঠা আদি কতনো নকৰে, বাকী নাই। চুবুৰীটো উৎসৱ মুখৰ যেন হৈ পৰে। মা যোৱা গম পালে মিতিৰ-কুটুম, ওচৰ গাঁৱৰ মানুহো আহে, কোনোবা কোনোবাই এৰাতি দুৰাতি থকাকৈ নিবলৈও আহে। আমি ঘৰলৈ আহিবৰ দিনাহে চাব লগা দৃশ্য হয়।

এবাৰ আহিবলৈ ওলাইছোঁ। গাড়োৱানে চোতালত গাড়ী সজাই থৈছে। মাই ককাদেউতা আইতাৰ পৰা বিদায় লবৰ সময়ত উচুপি-উচুপি কন্দা দেখি ককাদেউতাৰো চকুৰ পানী ওলাই মাত থোকা থুকি হ'ল। আইতা, মাহীদেউ, বাইদেউহঁতেও কান্দিবলৈ ধৰিলে। মোকো সাৱটি ধৰি মূৰে-গায়ে হাত ফুৰাই মৰম কৰি চুমা খাবলৈ ধৰিলে। মই ওলাই আহিলো। তাত গোট খোৱা ল'ৰা-ছোৱালীবোৰে মোক গাড়ীত তুলি তেওঁবিলাকো উঠিল। মাইঁতে ডিঙিত ধৰা-ধৰিকৈ কন্দা-কটা কৰি আছে। ইপিনে ইয়াত মাখিৰ কামোৰত গৰু হালে আমনি কৰিছে। গাড়োৱানটোৰ আমনি লাগি মাক সোনকালে বিদায় দিবলৈ কলেগৈ। আমি চাই আছো। মাইঁত নাহে হে নাহে। বহুত পৰৰ মূৰত সাৱটা-সাৱটিকৈ কন্দাকটা কৰি ওলাই আহিল। আইতাই গাড়োৱানক ক'লে:— "তুমি গাড়ীখন লাহে লাহে চলাই নিয়া আমি পাচে পাচে গৈ আছো।" গাড়ী লাহে লাহে নিলে। আমি গাড়ীত। মাইঁত পাচত আহি ইঘৰ সিঘৰ সোমাই মাত লগাই আহোতে সেই ঘৰ বোৰৰ পৰাও আগবঢ়াবলৈ এজাক ওলাই আহে। এইদৰে বৰযাত্ৰীৰ দলৰ দৰে এটা দল আগবঢ়াবলৈ আহিল।

গাড়ী বহুত দূৰ পালেগৈ। গাড়োৱানে ঘূৰি চাই গাড়ী ৰাখিলে।

ল'ৰা-ছোৱালীবোৰ নামি লৰি গৈ মাহঁতৰ ওচৰ পালেগৈ। অলপ পাছত মাহঁত গাড়ীৰ ওচৰ পালেহি। আইতা, মাহীদেউহঁতে চকুৰ পানী টুকি-টুকি মাক গাড়ীত তুলি দিলে। কেইগৰাকী মানে গাড়ীৰ ভিতৰলৈ মূৰ সুমুৱাই মাৰ ডিঙিত সাৱটি ধৰি কান্দি থাকোতেই গাড়োৱানে গৰু খেদি চলাই দিলে। তেওঁলোক থাকি আহিল, মাৰ ডিঙিত ধৰি থকা কাৰণে মাও টান খাই আহি মাটিত ধপচকৈ পৰি গ'ল। তেতিয়া গোটেইবোৰে লৰা-ঢপৰাকৈ আহি মাক তুলি ধৰি গাৰ ধূলি-বালিবোৰ জোকাৰি আকৌ গাড়ীত তুলি দিলে। সবে কান্দি থাকোতেই গাড়ী আগবাঢ়িল। মাই কান্দি কান্দি গাড়ীৰ পৰা হাত জোকাৰিলে, আইতাহঁতেও। মাই বৰকৈ কন্দা দেখি দুখপাই কান্দিছে বুলি ভাবিছিলোঁ। এতিয়াহে বুজিব পাৰিছো তেজ-মঙহৰ সম্বন্ধ থকা আপোন পৰিয়ালৰ বিয়োগ-বেদনা কিমান বেদনাদায়ক।

সেইদৰে আকৌ এবাৰ যাওঁতে মই তেতিয়া দ্বিতীয় মান শ্ৰেণীত পঢ়ো। মোৰ পৰীক্ষালৈ বিশ-বাইশ দিনমান আছিল। ময়ো কথাটো নাভাবি মাৰ লগত গ'লো। গৈ প্ৰথমে কেইদিনমান সকলোৰে মৰম-আদৰ পাই বৰ ভাল লাগিছিল। সকলোৱে ইমান মৰম কৰে। কেইদিনমান থকাৰ পাছত মোৰ স্কুল খতি হোৱা কথা মনত পৰি মাৰ আগত 'মই ঘৰলৈ যাওঁ— মোৰ স্কুল খতি হৈছে' বুলি কবলৈ ধৰিলোঁ। ইফালে মোৰ পৰীক্ষাও পালেহি। মই কান্দিবলৈ ধৰিলো। পৰীক্ষাৰ আগত স্কুল খতি কৰাৰ কাৰণে শিক্ষকে আমাৰ ঘৰত খবৰ কৰি মোক মতাই পঠিয়ালে। মই খবৰটো পাই এইবাৰ যাবলৈ পাম বুলি বৰ ভাল পালো। তেতিয়া মাই মোক কলে, "মই আৰু দুদিনমান থাকিম, তোমাক কাঁৰোবাৰ লগত পঠিয়াই দিম।" দিম দিমকৈ কেইবাদিনো গ'ল। দিনবোৰ লেখি চাই দেখিলো পাচ দিনাৰ পৰা পৰীক্ষা হলেই। মই এতিয়াও ইমান দূৰত আছো বুলি হুৰাওৰাৱে কান্দিব ধৰিলো। মা আৰু মোমাইদেউহঁতৰ পৰিয়ালৰ মানুহবোৰৰ তেতিয়াহে গা লৰিল। মোক থবলৈ কাক পঠিয়াব বিচাৰি পৰিয়ালৰে আন এজন মোমাইদেউক কলেগৈ। তেওঁ বোলে এতিয়া গধূলিয়েই হ'ল। কাইলৈ ৰাতিপুৱাই মই চাইকেলতে লৈ গৈ থৈ আহিমগৈ। আন উপায় নাপাই তাতে মান্তি হৈ ৰাতিটো কটালো। পুৱা লগত লৈ যোৱা কিতাপ-পত্ৰ আৰু পিন্ধা কাপোৰ খিনি মাই ভালকৈ বান্ধি দিলে। তাকে লৈ চাইকেলত এঘাৰ মাইল বাট আহি থাকোতে দুপৰ হৈ অহা দেখি পৰীক্ষা দিবলৈ নাপামগৈ বুলি উচুপি উচুপি কান্দি আহিছিলোঁ। মই কান্দি অহা গম পাই মোমাইদেউৱে জোৰেৰে চাইকেল চলাবলৈ ধৰিলে; চাৰে ন মান বজাত ঘৰ পালোগৈ। মই অহা দেখি আইতা আৰু ঘৰৰ

আন সকলোৱে পৰীক্ষাৰ সময়ত তাত ইমান দিন কিয় কৰিলো আদি অনেক প্ৰশ্ন কৰিছিল। মই কোনো উত্তৰ নিদি মাত্ৰ কাপোৰ সলাই পৰীক্ষালৈ যাব ওলালো। আইতাই লৰালৰিকৈ যি হৈছিল তাৰেই ভাত দুটামান বাঢ়ি দিলে; গৰমে গৰমে থপিয়াই-থপিয়াই দুটা মান খাই যাবলৈ ওলালো। মোমাইদেউৱে বোলে 'বেলি হৈছে— আকৌ মযে চাইকেল খনেৰে স্কুলত থৈ আহোঁগৈ। চাহ টোপা খাই তেৱে মোক স্কুলৰ মুখত নমাই থৈ আহিলগৈ।' ইফালে পৰীক্ষা আৰম্ভ হলেই। মোক দেখি শিক্ষকে একো কথা নুসুধি বহিবলৈ কৈ প্ৰশ্ন কাকত আৰু বহী দিলেহি। পৰীক্ষা দিলো। প্ৰথমে ভয়ত কি লিখিছো কবই নোৱাৰিলোঁ। পাচত পঢ়ি চাই দেখিলো উত্তৰ ভালেই কৰিলোঁ। বাকীবোৰ পৰীক্ষাও ভালেই হ'ল। সদায় হোৱাৰ দৰে এইবাৰো প্ৰথম হৈয়ে প্ৰমোচন পালো।

আমাৰ স্কুলত পঢ়া ল'ৰাবোৰ বৰ ডাঙৰ ডাঙৰ। পঢ়াত বৰ বেয়া। বছৰি ফেল কৰে। অঙ্ক, মৌখিক, সাহিত্য একো নোৱাৰে। সিহঁতে কৰিব নোৱাৰা অঙ্কবোৰ শিক্ষকে মোক মাতি নি মোৰ হতুৱাই শিকোৱায়। আন আন বিষয় বোৰো সিহঁতে নোৱাৰিলে মোৰ হতুৱাই শিকোৱায় আৰু মোৰ হতুৱাই কাণত ধৰাই উঠা-বহা কৰোৱাম বুলি লাজ দিয়ে। শিক্ষকে নেদেখাকৈ সিহঁতে মোলৈ কেতিয়াবা পেন্দোৱাকৈ খঙেৰে চায়। মোৰ সিহঁতলৈ বাটত মাৰ-পিত কৰে বুলি ভয় লাগে। কেতিয়াবা সিহঁতে নোৱাৰা প্ৰশ্ন মোক সুধিলে কবলৈ ভয় লাগে। নকলেও শিক্ষকৰ কথা পেলাব নোৱাৰি। তেতিয়া দুই নাও দুই ভৰি হৈ মই বৰ বিপদত পৰো। এদিন আইতা হঁতৰ আগত এই কথাবোৰ কৈ শিক্ষকক মোৰ হতুৱাই সিহঁতক শিকোৱাবলৈ মানা কৰিবলৈ কলোহি। ল'ৰাবোৰে কেনেবাকৈ বাটত ধৰি মাৰ-পিত কৰে বুলি ভয় কৰি আইতাই এদিন শিক্ষকক মাতি মই কোৱা কথাখিনি ক'লে। তেতিয়াৰ পৰাহে মই ৰক্ষা পৰিলো।

আজি-কালি ল'ৰা-ছোৱালীৰ শিক্ষাৰ প্ৰতি অভিভাৱকৰ যত্ন দেখি আমাৰ সৰু কালৰ পঢ়া-শুনাৰ প্ৰতি অৱহেলা কৰা কথাবোৰ মনলৈ আহে। এনেবোৰ অৱহেলাতে পাছৰ বছৰ ছাত্ৰ-বৃত্তি পৰীক্ষা দি সুখ্যাতিৰে তিনি টকীয়া বৃত্তি লাভ কৰিলোঁ। মোৰ পঢ়িবলৈ প্ৰবল ইচ্ছা থকাত আমাৰ নগৰৰ ঘৰলৈ আহি যোৰহাটৰ একমাত্ৰ বালিকা এম, ই, স্কুলত নাম লগালো। মোক এৰি থাকিব নোৱাৰে বাবে আইতাই মাকো মোৰ লগত পঠাই দিলে। মা মাজে মাজে প্ৰায়ে আইতাৰ ওচৰলৈ গৈ থাকে— মোকো লগত লৈ যায়, মোৰ স্কুল খতি হয়। গৰু গাড়ীৰেই অহা যোৱা কৰো। ৰাতি খাই বৈ

উঠি গাড়ীত উঠো। ৰাতি ৰাতি গৈ পুৱা ঘৰ পাওঁগৈ।

এবাৰ এইদৰে বাৰিষাৰ দিনত ৰাতি যাওঁতে চাৰি মাইল মান গৈ হাতীগড় নামে ঠাইখন পাওঁতে গাজনি-ঢেৰেকনিৰে ধুমুহা বতাহ আৰু লগতে বৰষুণ আহিল। গৰুৱে কান্ধ পেলাই দ নোযোৱা হ'ল। গাড়োৱানে কোনো পধ্যে গাড়ী আগবঢ়াব নোৱাৰা হ'ল মুকলি ঠাইত ৰোৱাত অসম্ভৱ হ'ল। শেষত গৰুহালক মৰম কৰি কৰি গি গাড়ী খন আলিৰ কাষৰ ডাঙৰ গছ এজোপাৰ তল পোৱালেগৈ। তাত বৈ থাকোতে গাজনি-ঢেৰেকনিৰ কোবত কাণ তাল মাৰিলে। গাড়ীত মা, মই আৰু গাড়োৱানটো। কিছু সময়ৰ পাছত ধুমুহা অলপ কমিল যদিও গাজনি-ঢেৰেকনি কমা নাছিল। চকুৱে সৰিয়হ ফুল দেখিবলৈ ধৰিলো। ভয়ত মাই মোক সাৱটি ধৰি কান্দিবলৈ ধৰিলে। মোৰো বৰ ভয় লাগিছিল। এইদৰে থাকোতে ওচৰতে গছ এজোপাত ব্ৰজপাত পৰি গছ জোপা চিৰা চিৰ কৈ ফালিলে। গৰু হালে ভয় খাই কান্ধ পেলাই লৰ মাৰিলে। গাড়ীখনৰ আগটো মাটিত থেকেচা খাই পৰিল। মা আৰু ময়ো বাগৰি পৰিলো। গাড়োৱানটোৱেও দুখ পালে। বৰষুণ দিয়েই আছিল। আমি তিতি-বুৰি কোনোমতে গাড়ীৰ ভিতৰত সোমাই বহিলো। কিছু সময়ৰ পাচত বতৰে শাম কাটিলে। গাড়োৱানে গৰু হাল কেনি গ'ল আন্ধাৰত চাবলৈ যাব নোৱাৰি সিহঁতৰ নাম ধৰি মাতিবলৈ ধৰিলে। সেইদৰে থাকোতে থাকোতে পূবে পুহৰী পুহৰী হ'ল। ৰাতি পুৱাইছে বুলি মুখলৈ পানী আহিল।

ৰাতি পুৱাল। ওচৰতে চৰি থকা দেখি গাড়োৱানে গৰু হাল আনি গাড়ী লগাই দুপৰীয়া ঘৰ পালোগৈ। মোৰ ঠাণ্ডা লাগি কাহ-জ্বৰ হ'ল। আমি যোৱা দেখি আইতাই মাক 'এইদৰে ৰাতিখন ইমান বিজুলী-ঢেৰেকনি, ধুমুহা-বৰষুণৰ বতৰত কিয় আহিব লাগে। মুকলি ঠাইত গছত ব্ৰজপাত পৰে। সেইদৰে গছৰ তলত ৰব নেপায়। ভাগ্য ভাল ৰক্ষা পৰিলিহঁক' ইত্যাদি অনেক কথা কৈ মাক খং কৰা মনত আছে। মোৰ কাহ-জ্বৰ ভাল হোৱাৰ পাচতহে টাউনৰ ঘৰলৈ আহিলো। মোৰ স্কুল বহুত দিন খতি হ'ল।

এতিয়াৰ দৰে তেতিয়াৰ দিনত গাঁৱে-ভূঞে স্কুল কলেজ নাছিল। মোক দূৰলৈ পঠাব নোখোজা বাবে ঘৰতে ঘৰুৱা শিক্ষকৰ দ্বাৰা শিক্ষা লাভ কৰিছিলোঁ। বাহিৰা কিতাপ-পত্ৰও পঢ়িবলৈ ভাল পাইছিলো। বিশেষকৈ কবিতা, গল্প আৰু জীৱনী নিজেও লেখিবলৈ চেষ্টা কৰিছিলোঁ। পৰিয়ালৰ ভিতৰতে হাতে লেখি আলোচনী এখন উলিয়াইছিলোঁ। শ্ৰদ্ধেয় অম্বিকাগিৰি ৰায়চৌধুৰী, ড° সূৰ্য্য কমাৰ ভূঞা, কবি ৰঘুনাথ চৌধাৰী আদি কেইজন মান বৰেণ্য সাহিত্যিকৰ পৰা উৎসাহ পাইছিলোঁ। সেই উৎসাহতে ১৯৪৮

চনৰ পৰা নিজে সম্পাদনা কৰি 'কল্যাণী' নামে শিশু আৰু মহিলাৰ উপযোগী আলোচনী এখন ব্যক্তিগত ভাবে প্ৰকাশ কৰিছিলোঁ। সেই সময়ত কিতাপ, কাগজ, আলোচনী কিনি পঢ়া মানুহ বৰ কম। প্ৰেছত ধাৰ লাগিল। কোনোমতে তিনি বছৰ চলাই অনাৰ স্বত্ত্বেও বন্ধ কৰি দিবলৈ বাধ্য হলো। তেতিয়া সুসাহিত্যিক ডিম্বেশ্বৰ নেওঁগ ডাঙৰীয়া যোৰহাটত আছিল। তেখেতে কৈছিল— "হাজৰিকানী! আপোনাৰ 'কল্যানী' নপঢ়া মানুহো নাই, কিনা মানুহো নাই।" কিয় বুলি মই সোধাত ক'লে দোকানতে পঢ়ি এৰি থৈ যায়। এটা কাম কৰিব,— সৰুকৈ কাগজ এটুকুৰাত আঠা লগাই মুখবোৰ বন্ধ কৰি দিব। তেতিয়া পঢ়িব নোৱাৰে। দি চালো, কামত নাহিল।

সুখৰ কথা আজি-কালি মানুহে কিতাপ, কাগজ, আলোচনী আদি কিনি পঢ়া হৈছে। ল'ৰা-ছোৱালীৰো আগ্ৰহ বাঢ়িছে।

সাহিত্যিক হোৱাৰ বাঞ্ছাৰে নহয়, মনত এটা আগ্ৰহ থকাৰ বাবে লেখা-মেলা কৰি থাকো। বৰ্ত্তমান চাৰিখন কিতাপ প্ৰকাশ হৈছে; তাৰে দুখন শিশু পুথি। দুখন প্ৰেছত ছপাৰ কাম চলি আছে। অপ্ৰকাশিত হৈ কেইটিমান পাণ্ডুলিপিও যুগুতাই থোৱা আছে। প্ৰকাশৰ সুবিধা কৰিব পৰা নাই।

আমি সৰু হৈ থকা কালত কংগ্ৰেছ আন্দোলন চলি আছিল। নগৰৰ মহিলা সকলেও সংগঠনৰ কামত গাৱেঁ-ভূঁয়ে সভা-সমিতি পাতি ফুৰিছিল। তেনেকৈ ফুৰোতে এবাৰ বাদুলি পুখুৰীৰ এখন সভাত অন্নদা দেৱী বৰকটকী ডাঙৰীয়ানীয়ে সভানেত্ৰীত্ব কৰিছিল। তেখেতক মোৰ হতুৱাই মালা পিন্ধোৱাই আদৰনি জনাইছিল। তেখেতে সভানেত্ৰীৰ আসন গ্ৰহণ কৰি মোক তেখেতৰ ওচৰতে বহুৱাই মৰম কৰি মোৰ নাম কি, কাৰ ছোৱালী, কি পঢ়ো আদি অনেক কথা পাতি নিজৰ ডিঙিৰ পৰা মালাডাল সোলোকাই মোক পিন্ধাই দি 'কৈছিল আগলৈ তুমিও এইদৰে মহিলা সকলৰ নেতৃত্ব দিব লাগিব। সেই দায়িত্ব দি মই তোমাক আজিয়েই নেত্ৰী বৰণ কৰিলো।' তেখেতৰ কথাষাৰ শুনা মহিলা সকলে হাত চাপৰি বজাই বজাই হাঁহিলে। মোৰ কি কওঁ কি নকওঁ লাগি মই হেনো কলো 'আশীৰ্ব্বাদ কৰক।' সেই কথাষাৰ আমাৰ বিয়াৰ পাচত আমি তেখেতৰ বালিগাওঁৰ ঘৰলৈ যাওঁতে তেখেতে মোৰ স্বামী ৰাধানাথ হাজৰিকাৰ আগত কৈ মোক সমাজ সেৱাৰ কামত ব্ৰতী হবলৈ উৎসাহ দিছিল।

শ্ৰদ্ধেয়া অন্নদা দেৱী বৰকটকীৰ প্ৰেৰণাত আজিও সমাজ সেৱাৰ মনোভাৱ এটি অন্তৰত লৈ কেইটিমান সমাজ সেৱা মূলক অনুষ্ঠানৰ লগত জড়িত

হৈ আছো। তাৰ ভিতৰৰে এটি অতি আৱশ্যকীয় বুলি ভবা অনুষ্ঠান কেন্দ্ৰীয় চৰকাৰৰ শিশু আইনৰ অধীনত অপৰাধী আৰু অৱহেলিত শিশুসকলৰ চৰিত্ৰ সংশোধন আৰু বিকাশ সাধনৰ বাবে অসম ৰাজ্যিক শিশু কল্যাণ পৰিষদ যোল্ল বছৰ তলৰ ল'ৰাৰ বাবে যোৰহাটৰ লিচুবাৰীত আৰু ওঠৰ বছৰৰ তলৰ ছোৱালীৰ বাবে গুৱাহাটীৰ জালুকবাৰীত স্থাপিত হৈছে। যোৰহাটত স্থাপিত হোৱা শিশু কল্যাণ পৰিষদৰ সভানেত্ৰী হিচাবে ১৯৮৭ চনৰ মে' মাহৰ পৰা দায়িত্বভাৰ গ্ৰহণ কৰি আছো। সেই চালুকীয়া অপৰাধী আৰু অৱহেলিত শিশু সকলৰ চৰিত্ৰ সংশোধন আৰু চৰিত্ৰ বিকাশ সাধন কৰিব পাৰিলে সমাজৰ এটি অংশ সেই শিশু সকলক সুনাগৰিক কৰি গঢ়ি তুলিব পৰা হ'ব বুলি মোৰ পূৰা বিশ্বাস।

সুশৃঙ্খল অসমীয়া সমাজ খনত কেৰোণ সোমাই বিশৃঙ্খল হৈ আহিছে। সমাজৰ ৰীতি-নীতি দেখি নিজকে অকলশৰীয়া অনুভৱ কৰিব লগা হৈছে। আমাৰ মানুহে লাহে লাহে ভাৰতীয় সভ্যতা সংস্কৃতি এৰি পাশ্চাত্য প্ৰভাৱৰ প্ৰবাহত নিজকে উটুৱাই দিবলৈ ধৰিছে। নিজৰ আপুৰুগীয়া সম্পদ এলাগী কৰি পৰৰ ৰংচঙীয়া বস্তুলৈ আঁকুহি লগাই লজ্জিত হৈছে। চহকী অসমীয়া সংস্কৃতিসকলো হেৰাই যাবৰ উপক্ৰম হৈছে। অতি দুখৰ কথা অসমীয়া নাৰীৰ গৌৰৱৰ, আবুৰৰ ৰিহা-মেখেলা যোৰ বহিষ্কাৰ হোৱাৰ পথত। আমি বুঢ়ী কিগৰাকীয়ে কেইদিন ৰাখিম! সেই সাজ বিয়াৰ দিনা কইনাৰ বেশত সজাওতে হে ব্যৱহাৰ হোৱা পৰিলক্ষিত হৈছে। পাশ্চাত্যৰ ঢং লৈ আজি ভাৰতীয় নাৰীয়ে লাজ ঢাকিবলৈ ধাৰণ কৰা কাপোৰ লাজ দেখুৱাবলৈ পৰিধান কৰা হ'ল। আজি কেইবাবছৰো হ'ল— চনটো মনত নাই— অসম বাণীত এই বিষয়ে "আমাৰ জীৱনত পাশ্চাত্য প্ৰভাৱ" নাম দি এটি প্ৰবন্ধ লেখিছিলো। প্ৰবন্ধটি পঢ়ি সাহিত্যাচাৰ্য্য মিত্ৰদেৱ মহন্ত সত্ৰাধিকাৰে এদিন মোক কৈছিল— "এতিয়া আপোনাক আমাৰ আইসকলে থকা সৰকা কৰিব। সাৱধান হৈ থাকিব।" এই বুলি কৈ পাচত কলে— "লেখাটো সময় উপযোগী হৈছে। লেখিব লাগে। আমাৰ লেখিবৰ মন যায়। ভয় নাই, হাতত অস্ত্ৰ লৈ আমিও প্ৰত্যুত্তৰ দিবলৈ সাজু হৈ আছো।"

বছৰৰ মূৰত হেপাঁহেৰে দিবলৈ বাট চাই থকা চেনেহৰ বিহুৱান খনিও আপোন জনক দিবলৈ বজাৰৰ পৰা কিনিব লগা অৱস্থা পালেহি। তাকো আহিছে অসমৰ বাহিৰৰ পৰা।

অসমত অসমীয়া মানুহৰ যৌতুক প্ৰথা নাছিল যদিও বৰ পক্ষৰ পৰা কোনো দাবী নকৰাকৈ প্ৰশংসা প্ৰিয় কোনো কোনো লোকে প্ৰতিযোগিতা

মূলক ভাৱে ছোৱালীৰ লগত অতিৰিক্ত, লোভনীয় সাজপাৰ, গহনা, আচবাব আদি দিয়ে। ফলত দিব পৰা ক্ষমতা নথকা সকল বিপাঙত পৰিব লগা হৈছে। কালত আমাৰ সমাজলৈয়ো যৌতুক প্ৰথা যে নোসোমাব কোৱা টান। অৱস্থাপন্ন বৰ পক্ষৰ পৰাও লোকক দেখুৱাবলৈ অতিৰিক্ত ভাৱে জোৰোণৰ সামগ্ৰী দিয়ে। সমাজৰ বাবে এইটো শুভ লক্ষণ নহয়। সমবেত সমজুৱা সকলে অতিৰিক্তকৈ দিয়া জোৰোণ আৰু কন্যাৰ লগত দিয়া যৌতুকৰ বস্তু চাই প্ৰশংসা নকৰি এটি নীতিৰ ভিতৰত সমান বস্তু দিয়াত, লোৱাত আপত্তি থাকিব নোৱাৰে। কিন্তু সামাজিক ভাবে নীতি-নিয়মৰ মাজেৰে হব লাগে। জোৰোণ আৰু যৌতুক সামগ্ৰী কোনোবাই কম দিছে বুলি নিন্দা নকৰি প্ৰশংসা কৰাহে যুগুত বুলি মই সকলোতে মুকলি ভাৱে কওঁ। সেই বাবে মই কোনো কোনোৰ অপ্ৰিয়ও হৈছো।

আমাৰ মাত-কথা, সম্বোধনৰ বেলিকাও কওঁ আমাৰ নিজা অমিয়া-বৰষা সম্বোধনবোৰ এৰি কৃত্ৰিম সম্বোধন ব্যৱহাৰ কৰিবলৈ লোৱাটোও পৰিতাপৰ কথা। মাহীদেউ, পেহীদেউ, পেহাদেউ, জেঠাইদেউ আদি শুৱলা সম্বোধন এৰি মাহী, পেহী, পেহা, জেঠাই, ককাদেউতাৰ সলনি ককা বোলাটো অনুতাপ কৰিব লগা। তাৰোপৰি বৰজনাকক ভাই বোৱাৰীয়ে মানী সম্বোধন ডাঙৰীয়া নুবুলি দাদা আৰু ডাঙৰ 'জা'কক বাইদেউ নুবুলি নবৌ বুলিবলৈ লৈছে। ই যুগুত কথা নহয়। পিতৃৰ সখিক বা বন্ধুক তাৰৈদেউ আৰু তেখেতৰ পত্নীক আমৈদেউ বুলি সম্বোধন কৰিছিল। এতিয়া সেইবোৰ সম্বোধন হেৰাই গৈছে। 'দেউ' লগাই সম্বোধন কৰিলে আজিকালি গাৱলীয়া বুলি ইতিকিং কৰাহে শুনা যায়। ময়ো ইতিকিঙৰ পাত্ৰ হৈ পৰিছোঁ। কৰক, মোক ইতিকিং কৰিলেও আমাৰ সম্ভ্ৰান্ত, মানী সম্বোধনবোৰ এৰি পেলোৱাটো সহ্য নহয়।

মোৰ ষোল্ল বছৰ বয়সত এডভোকেট ৰাধানাথ হাজৰিকাৰ লগত ১৯৩৫ চনত বিবাহ হৈছিল। পাচোটি সন্তান-সন্ততিৰে আমাৰ দাম্পত্য জীৱন অতি সুখে-সন্তোষে অতিবাহিত হৈছিল। সমাগত অতিথিৰ পদৰেণুৰে ঘৰ মুখৰিত আৰু প্ৰশংসিত আছিল।

স্বামীৰ ওকালতিৰ ভৰপক অৱস্থাতে চৰকাৰে উপযাচি দিয়া ন্যায়াধীশ পদবী লৈ ১১/১২ বছৰমান অসমৰ নানান ঠাইত থাকিব লগা হৈছিল। সেই সময়ত আমাৰ পাঁচোটি সন্তানৰ পঢ়া-শুনাৰ ব্যাঘাত আৰু ঘৰখন থান-বান হয় বুলি ল'ৰা-ছোৱালী কেইটি লৈ মই ঘৰত থাকিলোঁ। যিহেতু আমাৰ ঘৰখন গাৱলীয়া নগৰীয়া দুইটাৰে সমষ্টি। খেতিৰ ধান, গোহালিত গৰু, বোৱা-কটা, তাত সুতাৰ সঁজুলি, বনা-খুন্দাৰ ঢেকীশালৰ সামগ্ৰী আদিৰ পয়োভৰে

চলা এখন জঞ্জালীয়া ঘৰ। অৱশ্যে আজি-কালি তেনে পয়োভৰ নাই। মানুহ-দুনুহো পাবলৈ নাইকীয়া হ'ল। নিজেও কৰিব নোৱাৰা হৈ আহিছো। নগৰত মানুহেই ওলাই সোমাই ফুৰা-চকা কৰা অসম্ভৱ হৈ পৰিছে। গৰু-গাই পোহা কথাটো বাদেই দিব লগা হ'ল। আজি-কালি টিনৰ টেমাত অহা গাইজনীৰ গাখীৰেই ব্যৱহাৰ কৰিব লগীয়াত পৰিছে। ঘৰৰ ভিতৰত কৰিব পৰা বোৱা-কটা কামবোৰ বাদ দিব পৰা নাই। আমাৰ তিনি গৰাকী ছোৱালী। তিনিও তাঁত-সূত, উল-চিলাই আদি সকলো কামেই জানে বুলিব পাৰি।

সাহিত্য-ক্ষেত্ৰতো পাঁচোটি ল'ৰা-ছোৱালীৰে ৰাপ আছে। আমাৰ নুমলীয়া ল'ৰা শ্ৰীমান বিপুল হাজৰিকাই ষষ্ঠমান শ্ৰেণীত পঢ়ি থাকোঁতেই অ'ত ত'ত পতা গল্প প্ৰতিযোগিতাত যোগ দি পুৰস্কাৰ পোৱা গল্প গোটাই গল্প পুথি এখন প্ৰকাশ কৰিছিল। এতিয়াও তেওঁ চৰ্চা এৰি দিয়া নাই। ডাঙৰ ছোৱালী শ্ৰীমতি মিনতি হাজৰিকাৰো গল্প আৰু শিশু পুথি কেইবাখনো প্ৰকাশ হৈছে। মাজু ছোৱালী শ্ৰীমতী আৰতি হাজৰিকাৰ "ৰায়চৌধুৰীৰ জীৱন সংগ্ৰাম" আৰু "পদ্মনাথ গোঁহাই বৰুৱা" নামৰ দুখন জীৱনীমূলক পুথি প্ৰকাশ হৈছে। "পদ্মনাথ গোঁহাই বৰুৱা"খন অসম সাহিত্য সভাই পতা জীৱনীমূলক পাণ্ডুলিপি প্ৰতিযোগিতাত প্ৰথম পুৰস্কাৰপ্ৰাপ্ত। ডাঙৰ ল'ৰা শ্ৰীমান গকুল হাজৰিকাই বিভিন্ন কাকতত প্ৰৱন্ধ-পাতি লেখি থাকে। সৰু ছোৱালী শ্ৰীমতী প্ৰণতিৰ ৰাপ আছে যদিও তেওঁৰ কিতাপ প্ৰকাশ হোৱা নাই।

দেউতাকে মই ল'ৰা-ছোৱালী, ঘৰ-সম্পত্তি চম্ভালিব পাৰিম বুলিয়েই মোৰ ওপৰত ভৰষা কৰি ঘৰ এৰি নিশ্চিন্ত মনে ইমান কিবছৰ আঁতৰি আছিল। চাকৰিৰ পৰা সুখ্যাতিৰে অৱসৰ লৈ ঘূৰি আহি অক্ষয়, অব্যয়, সুশৃঙ্খল অৱস্থাত ঘৰখন আৰু ল'ৰা-ছোৱালী কেইটিৰো পঢ়া-শুনাত কোনো ব্যাঘাত নোহোৱাকৈ পাই সন্তোষ পাইছিল আৰু মইও গৌৰৱ বোধ কৰিছিলোঁ। অৱশ্যে মোৰ অলপ কষ্ট হৈছিল। সেই কষ্ট দেখুৱা নাছিলো।

১৯৬২ চনত তেতিয়াৰ কেন্দ্ৰীয় আইন মন্ত্ৰী (পাচত ৰাষ্ট্ৰপতি) ফকৰুদ্দিন আলি আহমদৰ অনুমোদন মতে ভাৰতৰ ৰাষ্ট্ৰপতিয়ে তেখেতক (মোৰ স্বামীক) সৰ্বভাৰতীয় ভাষা আইন আয়োগলৈ অসমৰ পৰা একমাত্ৰ প্ৰতিনিধি স্বৰূপে নিযুক্তি কৰে। ১৯৬৫ চনলৈকে এই তিনি বছৰ কাল দিল্লীত থাকি এই কাৰ্য্য সু-সম্পাদন কৰে। তেতিয়াও মই ঘৰৰ সকলো দায়িত্ব বহন কৰি গৌৰৱ বোধ কৰিছিলোঁ।

মোৰ স্বাস্থ্যটো বৰ ভাল নাছিল। এতিয়াও মোৰ গা প্ৰায়ে বৰ ভালে নাথাকে। জীৱনত সুস্থ স্বাস্থ্য কাক বোলে ধৰিবই নোৱাৰিলো। তথাপিও

মই সুখী বুলি অনুভৱ কৰোঁ।

মোৰ আৰু এটি আনন্দৰ দিনৰ কথাও মনলৈ আহিছে। সেইদিনা খাই-বৈ অকণমান জিৰণি লৈ তাঁত খন মেলি ববলৈ লৈছো। এনেতে ক'ৰবাৰ পৰা জানো জেঠী এটা জাপ মাৰি মোৰ পিঠিত পৰি মূৰলৈ বগাই যোৱা গম পাই মই উঠি দিলোঁ। জেঠীটো মোৰ মূৰৰ পৰা তাঁতৰ চালি মাৰি ডাললৈ জাপ মাৰি গুছি গ'ল। তেতিয়া মোৰ ওচৰত আমাৰ ওচৰৰে বুঢ়ী এগৰাকী আছিল। তেওঁ ঘটনাটো দেখি মোক ক'লে— "গাত জেঠী পৰি ওপৰলৈ বগাই গ'লে বৰ ভাল। মানুহৰ উন্নতি হয়। আপোনাৰ বৰ ভাল দিন আহিছে।" অজানিতে মোৰ মনটোও বৰ আনন্দ লাগিল। বুঢ়ী গৰাকীয়ে ক'লে— "আজি আপুনি বৰ ভাল খবৰ পাব। জেঠীটো এনেয়ে পৰা নাই।" তেতিয়া মই কলো— সেইবোৰ অন্ধ বিশ্বাস। আজিৰ দিনত সেইবোৰৰ কথা কোনোবাই বিশ্বাস কৰেনে? দুঘন্টা মানৰ পাছতে পিয়নটোৱে টেলিগ্ৰাম এখন দিলেহি মোৰ গৃহস্থৰ নামৰ। চৰকাৰী চাকৰি দিছে— তাত সম্মতি জনাব লাগে। মোৰ বৰ আনন্দ লাগিল। ভাবিলো তেখেতৰ লগৰ প্ৰায়খিনিয়েই মন্ত্ৰী-তন্ত্ৰী কিবা নহয় কিবা হৈছে। চাকৰিটো দিছে যেতিয়া লবই লাগিব। ইয়াতো যে চৰকাৰৰ পাক চক্ৰ আছিল মই নাভাবিলো।

কাছাৰীৰ পৰা আহি পাই চাহ খাওঁতেই মই টেলিগ্ৰাম খন দি চাকৰিটো লবলৈ বৰকৈ জোৰ দি ধৰিলোঁ। তেতিয়া তেখেতে (স্বামীয়ে) ক'লে— "নিৰ্বাচনৰ সময় আহিছে, মই কেনেবাকৈ নামো বুলিয়ে চাকৰি দি বন্ধ কৰিছে। মোৰ ৰাজনীতি কৰা ইচ্ছা নাই। ওকালতিয়েই বৰ ভাল। মই ৰাজনীতিৰ মানুহ নহয়।" মই নেৰা-নেপেৰাকৈ ধৰাত চাকৰি লবলৈ সম্মতি জনাই উত্তৰ দিলে। মই সন্তোষ পালো।

আমাৰ নাম দুটি লৈয়ো গৌৰৱ অনুভৱ কৰিছিলোঁ। এতিয়াও কৰোঁ। আমাৰ নাম দুটি বুজিব নোৱাৰি কোনোৱে ওলোটা ওভোটা হ'ল বুলি কয়। স্বামী বিয়োগৰ পাচত জগন্নাথ বৰুৱা মহাবিদ্যালয়ৰ প্ৰবক্তা শ্ৰী ডিম্বেশ্বৰ দয়াল শৰ্ম্মাই এটা প্ৰবন্ধত "ৰাধা কৃষ্ণৰ অপূৰ্ব মিলন" নাম দি লিখিছিল। ৰাধানাথ হাজৰিকাৰ নামৰ প্ৰথম শব্দটো "ৰাধা" স্ত্ৰীলিঙ্গ বাচক আৰু কৃষ্ণপ্ৰিয়া হাজৰিকাৰ নামৰ প্ৰথম শব্দতো "কৃষ্ণ" পুংলিঙ্গ বাচক। কিন্তু ৰাধা নাম বুলিলে কৃষ্ণকহে বুজায় আৰু কৃষ্ণপ্ৰিয়া বুলিলেও ৰাধাকহে বুজায়। এনেভাৱে প্ৰকাশ হোৱা নামৰ মহিমাৰে ৰাধা-কৃষ্ণৰ মিলন অতি সৌহাৰ্দ্যপূৰ্ণ আছিল। উভয়ে সাহিত্য সেৱী, উভয়ে সমাজ

প্ৰিয়, উভয়ে গান্ধীজীৰ আদৰ্শৰ প্ৰতি অনুৰাগী ইত্যাদি।

সকলো ক্ষেত্ৰতে সুখে সন্তোষে দিনবোৰ অতিবাহিত কৰাৰ মূৰত এই সুখী জীৱনৰ বিষাদৰ মুহূৰ্ত্ত এটিও আহি পৰিল স্বামী বিয়োগত। চৌৰাশী চনৰ সাত মাৰ্চৰ দিনা নিচেই পুৱাতে হঠাৎ তেখেতে আমাক এৰি স্বৰ্গ ধামলৈ গতি কৰিলে।

আমাৰ বিবাহ হৈছিল পঁয়ত্ৰিশ চনৰ আঠ মাৰ্চত। বিবাহৰ সোণালী জয়ন্তী হবলৈ পূৰা এবছৰ (তিনিশ পঁয়ষষ্ঠি) দিন বাকী থাকিল। ভাবিছিলোঁ—

দুই দেহ এক প্ৰাণ
দাম্পত্য জীৱন
অবিচ্ছিন্ন সত্য
ইযে নহয় নতুন
সংসাৰ যাত্ৰাৰ একেখনি ৰথ
আমি মাথো ৰথৰ চকৰি,
পৰস্পৰে সহায়ক হে—
আগুৱাম বিভূক সুঁৱৰি।
সুখৰ সংসাৰ ৰচি কল্পনাত বুৰগৈ
পুৰণি পৃথিবীখনি দেখিম নতুন
কল্পনা কৰিলোঁ—
বিবাহৰ সোণালী জয়ন্তী কৰিম পালন।
সংসাৰৰ মায়া এৰি
হৰি গুণ গাই কটাম জীৱন
প্ৰভূক প্ৰাৰ্থনা জনালোঁ—
কৰা প্ৰভূ আশীৰ্বাদ
তোমাক সুঁৱৰি
হীৰক জয়ন্তীও যেন হয় সমাপন।
অনুতাপিত মই—
হীৰক জয়ন্তীলৈ আশা কৰিছিলোঁ
সোণালী উৎসৱেই নহ'ল পালন
বলো মই মহাপাপী দুৰ্ভগীয়াজন।
জীৱনৰ সন্ধিয়া পৰত
বেদনা অনুভৱ কৰিছোঁ মনত
কৰা কৃপা প্ৰভূ মোক

শত শত কৰিছো কাকুতি,
য'তে আছে গুৰু মোৰ
ত'তে মোকো স্থান দিয়া
ইমানেই দাসীৰ মিনতি।□

খগেশ্বৰী শইকীয়া

# মোৰ কথা



মোৰ জন্ম কেতিয়ানো কোন চনত হৈছিল একো নাজানোঁ। এতিয়াও মোৰ বয়স কিমান মই ক'ব নোৱাৰোঁ। ল'ৰাহঁতে হিচাপ কৰা শুনো— চাৰিকুৰি বা তাতোকৈও বেছি বুলি।

ভজোৰ পৰা যাব লাগে ৬ মাইল মান। তাতেই ভলুকাগুৰিতে আমাৰ পিতাইৰ ঘৰ। পিতাই আছিল গাঁৱৰ গাওঁবুঢ়া। আমি দুজনী বাই-ভনী। বাইটিক নাজিৰালৈ বিয়া দিছিল। আমাৰ ল'ৰা নাছিল কাৰণে বাইটি আৰু ময়েই গৰু চৰোৱাৰপৰা আৰম্ভ কৰি ধান দাই মূৰত কঢ়িয়াই ঘৰলৈ আনিবলগীয়া হৈছিল। ধানৰ মৰণাও আমি নিজেই ফুৰাবলগীয়া হৈছিল।

আমাৰ দিনত আজি-কালিৰ দৰে স্কুল-কলেজ নাই। আমাৰ গাঁৱত স্কুল নথকাৰ বাবে আমি পঢ়া-শুনা কৰিবও নাজানিছিলোঁ। তেতিয়াৰ দিনত আজিৰ দৰে ছোৱালীক স্কুল-কলেজত পঢ়োৱাৰ কথাটো চিন্তাই কৰা হোৱা নাছিল। ঘৰৰ কাম-কাজ, ৰন্ধা-বঢ়া, বোৱা-কটা, ঢেঁকীত ধান বনা ইত্যাদি কৰিব পৰাটোৱেই আছিল আজি-কালিৰ পঢ়া-শুনা কৰা ছোৱালীৰ পৰিচয়-পত্ৰৰ লেখিয়া। গতিকে মই স্কুলৰ মজিয়া গৰকিয়েই নাপালোঁ। 'ক'টোৰ চুক কেইটাও চিনি নাপাওঁ।

আমাৰ দিনত খোৱা বস্তুৰ অভাৱ নাছিল। ধান, মাহ, সাৰয়হ ঘৰে ঘৰে। বৰতৰীত পেৰা সৰিয়হৰ তেল খাবলৈও সোৱাদ, শৰীৰৰ বাবেও ভাল। ঘৰত গাখীৰ-মাছ উভৈনদী। আমাৰ ঘৰত খাওঁতা নাই। দুজনী মাত্ৰ বাই-ভনী। গাখীৰকে খাবানে মাছকে খাবা। জাকৈ-পলহেৰে নিজেই মাছ মাৰোগৈ পথাৰত, বিলত। মাঘ-ফাগুন মহীয়া খৰালি দিনত তাঁত বওঁ।

নিজৰ মেখেলা-চাদৰ, গামোছা-খনীয়া, এড়ি চাদৰ, বিধে বিধে ফুল তোলো। কিন্তু বেজী-সূতাৰ কাম হ'লে শিকা নাছিলোঁ।

বিহু আহিলে আমাৰ গাঁৱৰ জীয়ৰী ছোৱালীজাকৰ গাত তৰণি নাথাকে। চ'তৰ মাহত ধান দাই উঠিয়ে গামোছা বওঁ, চাদৰ বওঁ। বিহুৰ এসপ্তাহ মানৰ আগৰপৰা ৰাতি এপৰলৈকে গাঁৱৰ ঘৰে ঘৰে ঢেঁকীৰ গুমগুমনি। সান্দহ-চিৰা, কুম, কোমল চাউল, পিঠাগুৰি কত কি যে বিহুৰ জলপান খুন্দি-ভাজি আখলৰ চাঙে চাঙে কলহত ভৰাই থওঁ। আলহী অতিথিক ৰাতি ভৰাই গুৰে-গাখীৰে আলপৈচান ধৰোঁ।

বহাগৰ বিহুত গাঁৱৰ ছোৱালী জাকেৰে জৰি গছৰ তলত বিহু মাৰিবলৈ যাওঁ। ডেকা ল'ৰাবোৰে দূৰৰপৰা চাই থাকে— ওচৰ চাপিবলৈ সাহেই নকৰে। নামৰ জাউৰিত জলা কলা খুৱাই পঠাওঁ।

মোৰ বাইটিকো নাজিৰালৈ বিয়া দিয়া হৈছিল। ভিনিহি আছিল ৰূপৰাম গগৈ। এই ভিনিহিয়ে মোক পিতাইৰ দৰে মৰম কৰিছিল। ভিনিহিয়েই কোনোবা এটা বহাগৰ বিহুত আমাৰ ছোৱালীজাকৰ বিহু চলি থাকোতে মোক দেখুৱাবলৈ লৈ আহিছিল। ছোৱালীজাকৰ মাজৰ আটাইতকৈ নামত চোকা আৰু বিহু নাচৰ পখিলা পাক মাৰিব পৰা দেখনিয়াৰ ছোৱালীজনী ময়েই আছিলোঁ। ল'ৰাহঁতৰ দেউতাকে মোক তাতেই পছন্দ কৰিছিল। পিছত আমাৰ পিতাই আৰু ভিনিহিয়ে আমাৰ বিয়া ঠিক কৰিছিল। পিছত মই জানিব পাৰিছিলোঁ যে ইহঁতৰ দেউতাকে আগতে এজনী আনিছিল আৰু এটা ল'ৰা হওঁতে মানুহজনী ঢুকাল, ল'ৰাটোও নাথাকিল। কথাটো জানিব পাৰি মই বৰকৈ কান্দিছিলোঁ— বৰলালৈ নাযাওঁ বুলি আপত্তি কৰিছিলোঁ। পিছত যেনিবা ভিনিহিয়ে বুজাই-বঢ়াই মোক কোনোমতে মান্তি কৰাইছিল। বিয়া কৰাই মোক শিমলুগুৰিৰ বৰ্তমান টাইৰাই গাঁৱলৈকে লৈ আনিছিল। নতুন হৈ থাকোঁতে গাঁৱৰ মানুহ জাকে জাকে মোক চাবলৈ আহিছিল— বহাগমহীয়া গৰমত ৰিহাই-মেখেলাই তামোল-চালি, চাহ-পানী দিওঁতে ভাগৰি পৰিছিলোঁ। আজি-কালিৰ ছোৱালীৰ দৰে থিয়ৈ থিয়ৈ টেবুলত চাহ দিলেও নহ'ব। তেতিয়া আমাৰ দিনত ঢৰা পাৰি সেৱা-সৎকাৰ কৰিহে চাহটোপা আগবঢ়াইছিলোঁ; তামোলখন দিওঁতে মাটিত বহি লৈহে ডাঙৰজনলৈ তামোলখন আগবঢ়াইছিলোঁ। ৰাতিপুৱা বাহী ঘৰ, বাহী চোতাল সাৰি গা-পা ধুই শহুৰ-শাহুৰ মুখ ধুবলৈ লোটা-ঘটিত পানী যতনাই থৈছিলোঁ। আকৌ ভাত খাই উঠি মুহদি কৰিবলৈ তামোল-চালি যতনাই থৈছিলোঁ। বিয়াৰ পাচতে সেই সময়ছোৱাতে খেতি পথাৰৰ কামতো লাগিছিলোঁ— ৰোৱাৰ দিনত ভূঁই ৰোৱা আৰু তোলাৰ

দিনত কঠিয়া তোলাত ব্যস্ত আছিলো।

সাপেখাটিৰ ওচৰৰ বগাবাগ বাগানত ল'ৰাহঁতৰ দেউতাকে কাম কৰিছিল। বিয়াৰ দুবছৰমানৰ পিছত মই বাগানলৈ আহিলো। আমাৰ সতি-সন্ততি ছটি— ৫টা ল'ৰা, আৰু এজনী ছোৱালী। ল'ৰাহঁত হ'ল— বাবা, লীলা, হেম (হিতেশ্বৰ), ৰোহিনী, টুনি। ছোৱালীজনীৰ নাম আইমনি। মুঠেই এজনী ছোৱালী বাবে ককায়েকহঁতে আইমনিক বৰ মৰম কৰিছিল— 'আইমনি' নামটোও সিহঁতেই ৰাখিছিল।

মই 'ক'টোৰ চুক কেইটা চিনি নাপালেও পঢ়া-শুনা কৰিব পাৰিলেহে মানুহ হ'ব পাৰি বুলি জানিছিলোঁ। পঢ়া-শুনা নাজানিলো কাৰণে মনে মনে এতিয়াও বৰ দুখ লাগে। সেয়ে ল'ৰাহঁতক মানুহ হওঁক বুলিয়েই পঢ়া-শুনা কৰিবৰ বাবে সকলো সুবিধা দিবলৈ চেষ্টা কৰিছিলোঁ। বাগানলৈ যেতিয়াই নতুনকৈ চাকৰি কৰিবলৈ ল'ৰা বা মানুহ আহে মই ঘৰতে ৰাখি খুৱাই-বুৱাই আদৰ-যতন কৰোঁ আৰু তাৰ বিনিময়ত সময় পালে ল'ৰাহঁতক পঢ়ুৱাই দিবলৈ খাটনি ধৰোঁ। পঢ়া-শুনা কৰিবলৈ সুবিধা হ'ব বুলিয়েই ল'ৰাহঁতৰ বাবে মই নাজিৰাৰ মাটিখিনিত ঘৰ সাজি স্কুলৰ শিক্ষকক লগত ৰাখি পঢ়িবলৈ সুবিধা কৰি দিছিলোঁ। ল'ৰাহঁতে খোৱা-বোৱাত কষ্ট নাপাওক বুলি সপ্তাহে সপ্তাহে চাউল-পাতৰ যোগান ধৰি নিজেই চাই গৈছিলোহি। এনেকৈয়ে সিহঁতক শিক্ষাৰ পোহৰ দিবলৈ চেষ্টা কৰিছিলোঁ।

টকা-পইচাৰ হিচাপ মই আজিও নাজানোঁ। মোৰ আকালো নাই, ভঁৰালো নাই। আঢ়ৈ চাউল এটাও চেপেটা নকৰাকৈ মই ইহঁতক ডাঙৰ কৰিলো, বিয়া পাতি সংসাৰী কৰিলো— এতিয়া বুঢ়া দিনতহে মই ওপৰা-ওপৰিকৈ দুখৰ উপৰি দুখ পাবলৈ ধৰিছো। ৰাইজে জানেই— মোৰ গজকৈ গজকৈ উঠি অহা ডেকা ল'ৰাটো থিতাতে নাইকীয়া হ'ল। লগতে গ'ল মোৰ নিজৰ ল'ৰাৰ নিচিনা তাৰ লগতে থকা অমৃত আৰু ড্ৰাইভাৰ— যেতিয়াই-তেতিয়াই সিহঁতে মাতষাৰ লগাই থাকেহি— 'আইতা, তামোল এখন দিয়ক'! সেইদিনা ৰাতিপুৱাই মোৰ ৰোহিনীটোৱেও কৈ গৈছিল— "আইতা, মোলৈ মাছ এটা পুৰি থ'বি, মই ঘূৰি আহি ভাত খামহি।" এই বুলি যি ওলাই গ'ল, সি আৰু ঘূৰি নাহিল!! দেশৰ ভালৰ কাৰণে হেনো তাক মাৰিলে। মোৰ ল'ৰা ৰোহিনীৰ নিচিনা নিৰপৰাধী মানুহটো মাৰি সিহঁতে দেশৰ কি ভাল কৰিব নাজানো। মোৰ ল'ৰা হেম (হিতেশ্বৰ) ই ৰাতি দিন কৰি দেশৰ মানুহৰ কাৰণে খাটিছে। তাৰ খাবলৈ সময় নাই, শুবলৈ সময় নাই, খাইনো কি— চৰাই পোৱালীয়ে খোৱাৰ নিচিনা এমুঠি মান ভাত। বেমাৰী দেহাৰে

সিনো কেলৈ তাৰ বাবে ইমান কষ্ট কৰিব লাগে? লোকৰ দৰে মাছ-মঙহ, ঘিউ-মাখন সি খাবই নোৱাৰে। মাকজনী হৈ মই তথাপিও সহিছো— তাৰ কষ্ট দেখিও নেদেখা হৈ আছো— দেশখনৰ কিবা এটা ভাল হওক বুলি— শান্তি হওক বুলি।

কেতিয়ানো মই আশীৰ দেওনা পাৰ কৰিলো— গমেই নাপালোঁ। বয়সে মোৰ কিচ্‌কিচিয়া ক'লা চুলিক এতিয়াও বগা কৰিব পৰা নাই। তথাপি মোৰ মনত সদায় বিষাদ। খিৰিকীৰ কাষত তামোলৰ বটাটো আগত লৈ ইখনৰ পিছত সিখন ডুখৰীয়া তামোলেৰে মুখত সেলেঙী বোৱাই নিতৌ অপেক্ষা কৰোঁ— 'ভাত আহি খামহি' বোলা পুত্ৰ ৰোহিনীলৈ, দুলীয়াজানত হত্যা কৰা নিৰপৰাধী নাতি প্ৰদীপলৈ আৰু সঘনাই ঘৰলৈ আহিব নোৱাৰা মন্ত্ৰী— পুত্ৰ হেমলৈ (হিতেশ্বৰলৈ)। □

জেবুন্নিছা

# মোৰ কথা



— মই যোৰহাট নিবাসী স্বৰ্গীয় মহম্মদ আলিৰ কন্যা। তেখেত শিক্ষা বিভাগৰ চাকৰিয়াল (D.I. of Schools) আছিল। তেখেত পেঞ্চন পোৱাৰ মাত্ৰ এবছৰৰ ভিতৰতে ঢুকাল। মোৰ পিতৃৰ পৰা শিকিবলগীয়া বহুতো কথাই আছিল। মই একোৱেই নাপালোঁ। তেখেত এজন সৎ, নিষ্ঠাৱান আৰু সহানুভূতিশীল লোক আছিল। তেখেতে অনেক লোকক সহায় কৰিছিল বুলি জানিছিলোঁ।

মোৰ শিক্ষা-জীৱন আৰম্ভ হয় যোৰহাট চৰকাৰী মধ্য ইংৰাজী বালিকা বিদ্যালয়ত। তাৰপৰা মই সম্মানসহ মধ্য ইংৰাজী পৰীক্ষা পাচ কৰোঁ। সেই সময়ত আমাৰ প্ৰধান শিক্ষয়িত্ৰী আছিল শ্ৰীযুতা প্ৰিয়বালা গল্ডস্মিথ বাইদেউ। তেখেতৰ শাসন বৰ কঠোৰ আছিল। সকলোৱে ভয় কৰি চলিছিল। কিন্তু শ্ৰেণীত থকা সময়ত নাইবা আন কোনো চিলাই কাম আদি শিকাবৰ সময়ত তেখেত আছিল বৰ মৰমীয়াল। তেখেতৰ ব্যক্তিত্বই মোক বৰকৈ মোহিত কৰিছিল। প্ৰিয়বালা বাইদেউৰ ঘৰ আছিল যোৰহাটৰ ৰজাবাৰীত। তেখেতে ঘৰৰ সকলো কাম-বন কৰি আহি সদায় সময়মতে বিদ্যালয়ত উপস্থিত হৈছিল। তেতিয়াৰ দিনত যান-বাহনৰ সুবিধা নাছিল। খোজ কাঢ়ি আহিছিল। বাইদেউ পিন্ধা-উৰাতো বৰ পৰিপাটি আছিল। মূৰৰ পৰা কেতিয়াও ওৰণি নেপেলাইছিল। তেখেত এতিয়াও ভালে আছে, মাত্ৰ চকুৱে কিছু কম দেখে। তেখেতৰ সম্বন্ধীয়া স্বৰ্গীয়া হেলেন বাইদেৱোঁ ৰজাবাৰীৰ পৰা অহা-যোৱা কৰিছিল। সহজ-সৰল প্ৰকৃতিৰ হেলেন বাইদেউ ছাত্ৰী সকলৰ অতি প্ৰিয় আছিল। বিদ্যালয়ৰ চৌহদত থকা বাসভৱনত পূন্য বৰুৱা বাইদেউ, প্ৰীতি বাইদেউ (এখেত ছিলেটৰ আছিল) আৰু লাৱণ্যদাস বাইদেউ আছিল। তেখেত সকল

অবিবাহিত আছিল যদিও বাহিৰলৈ ওলাই যাওঁতে মূৰত ওৰণি লৈ গৈছিল। লজ্জা আৰু শালীনতাৰ প্ৰতি তেখেত সকল কিমান সজাগ আছিল! সেইবাবে অকল শৰীয়াকৈ থাকিও নিৰাপদে আছিল। আজিৰ যুগত মহিলা সকল প্ৰায়ে বিপদৰ সন্মুখীন হোৱা শুনা যায়। তাৰ বাবে মহিলাসকলেই দায়ী বুলি ক'লে একো ভুল কোৱা নহ'ব। পৰ্দ্দা প্ৰথা বুলিলে কেৱল ঘৰৰ চাৰি বেৰৰ মাজত আৱদ্ধ হৈ থকাটোকে নুবুজায়। মহিলাৰ প্ৰকৃত আবুৰটোৰ কথাহে বুজায়।

মধ্য ইংৰাজী পাচ কৰি মই যোৰহাটৰ উচ্চতৰ মাধ্যমিক বিদ্যালয়ত ভৰ্ত্তি হওঁ। আমাৰে দুভাৰ্গ্য, অষ্টমমান শ্ৰেণীৰ পৰা নৱমমান শ্ৰেণীলৈ উত্তীৰ্ণ হোৱাৰ পিছতে দ্বিতীয় মহাসমৰ চলি থকা বাবে আমি পঢ়া-শুনা সামৰি আমাৰ স্কুলঘৰ সৈন্য-বাহিনী থাকিবৰ বাবে এৰি দিব লগীয়া হয়। সেই সময়ত যোৰহাটত সৈন্য বাহিনীৰ ঘাটি হোৱাত নগৰৰ ব তো মানুহ আন আন ঠাইলৈ যাব লগীয়া হয়। আমাৰ মাজু মামাই মোৰ ডাঙৰ ককাইদেউৰ পৰামৰ্শ মতে আমাক উত্তৰ লক্ষীমপুৰৰ ককাৰ ঘৰলৈ লৈ যোৱা মনত পৰে। আমাৰ আজু ককাদেউতাই আহোম ৰজাৰ দিনত 'বৰুৱা' পদবী পাইছিল। মাটি-বাৰী, সা-সম্পত্তিৰে তেখেত এজন অৱস্থাপন্ন লোক আছিল। দ্বিতীয় মহাসমৰৰ বতাহ লক্ষীমপুৰৰ ফালে বোৱা নাছিল। গতিকে তাৰ মানুহে এইফালৰ পৰিস্থিতিৰ একো ভু পোৱা নাছিল। ঘৰ-বাৰী এৰি আন ঠাইলৈ যাব লগীয়া হৈছিল যদিও, এই কথাত আমাৰ শিশুমনে বেজাৰ পোৱাৰ পৰিৱৰ্ত্তে আনন্দহে পাইছিলোঁ। আমি যোৱাৰ পিছত আমাৰ আন দুগৰাকী মাহীৰ পৰিয়ালো ককাৰ ঘৰ পাইছিলেহি। তাত আমাক যোৰহটীয়া ভগনীয়া বুলিছিল। যোৰহাটৰ কেইবাটাও পৰিয়াল লক্ষীমপুৰলৈ উঠি গৈছিল। বহুত মানুহ গোট খোৱা বাবে কেইবাঘৰতো ডাঙৰকৈ খোৱা-বোৱাৰ আয়োজন কৰিছিল। সেইসময়ত উত্তৰ লক্ষীমপুৰত ছোৱালী হাইস্কুল নাছিল। গতিকে পঢ়া-শুনা কৰিবলৈ সুবিধা নাপালোঁ। আমাৰ মাৰ পৰিয়াল বৰ ডাঙৰ। তাত ফুৰা-চকা কৰি খাই-বৈ সময় কটোৱাৰ বাহিৰে আন একো কাম নাছিল। লক্ষীমপুৰত খোৱা বস্তুৰ উভৈনদী। উৎকৃষ্ট চাউলৰ দাম এমোনত দুই বা তিনিটকা। নেপালীয়ে ঘৰতে কৰা খাটি ঘিউ আনি দিয়ে, দাম মাত্ৰ এসেৰত এটকা। একুৰি ডাঙৰ পাভমাছৰ দাম এটকা। এইবোৰ কথা ভাবিলে এতিয়া আচৰিতহে লাগে। আজি-কালিৰ ল'ৰা-ছোৱালীয়ে বিশ্বাসেই নকৰিব। উত্তৰ লক্ষীমপুৰৰ প্ৰায় সকলোৰে ঘৰতে খেতি। গতিকে নানান বিধৰ চাউল আৰু জা-জলপানৰ অভাৱ নাছিল।

আমাৰ স্কুল যিদিনা হঠাতে বন্ধ দিয়াৰ ঘোষণা শুনিছিলোঁ, আমি আমাৰ লগৰীয়া সকলোকে এৰি যাবলগীয়া হোৱাত বৰ বেজাৰ পাইছিলোঁ। বহুত দিনৰ মূৰত মোৰ পুৰণা বহী এখনৰ মাজত লিখি থোৱা এখন চিঠি পালোঁ। তাত লিখি থোৱা 'বন্ধু, বিদায়, বিদায়, যদি বেচে থাকি দেখা হবে'— কথাষাৰ মনত পৰিলে আজিও বৰ দুখ লাগে। তেওঁৰ নাম আছিল নীলাছল ৰয়। তেওঁলোক পূৰ্ববঙ্গৰ মানুহ আছিল। যোৰহাটৰ পৰা তেওঁলোক ঢাকালৈ যায়গৈ বুলি পিছত জানিব পাৰিলোঁ। বহুত দিনৰ মূৰত শুনিলোঁ— কঠিন ৰোগাক্ৰান্ত হৈ নীলাছলে ইহ জগতৰ পৰা বিদায় ল'লে। মোলৈ দিয়া চিঠিখন যেন তাৰে এক আগ জাননীহে আছিল!

সেই সময়ত যোৰহাটত বেঙ্গলী ছোৱালীৰ বাবে সুকীয়া স্কুল নাছিল। আমাৰ লগতে পঢ়া বেঙ্গলী সহপাঠী সকলে বঙলা সাহিত্য বেলেগে পঢ়িছিল। বাকী সকলো বিষয় আমাৰ লগতে পঢ়িছিল। আমাৰ মাজত তেতিয়া বৰ মধুৰ সম্পৰ্ক আছিল। কোন অসমীয়া, কোন বেঙ্গলী, এনে ভাব আমাৰ মনলৈ কেতিয়াও অহা নাছিল। দেশ স্বাধীন হোৱাৰ পিছতহে মানুহৰ মনলৈ বিভাজন আহিল। মনবোৰ কলুষিত হৈ পৰিল। দেশবাসীৰ এনে পৰিবৰ্ত্তনৰ কথা ভাবিলে বেজাৰ লাগে।

মোৰ ককাই মোক সদায় পঢ়াৰ কথা সকিয়াই থকাত ঘৰতে পঢ়িবলৈ ললো। অঙ্কৰ বাহিৰে আনবোৰ বিষয় নিজেই পঢ়িবলৈ অসুবিধা নাপালোঁ। অঙ্কৰ বাবে তাত কোনো গৃহ-শিক্ষক নাপালোঁ। তেতিয়াৰ দিনত ছোৱালীক শিক্ষক ৰাখি পঢ়োৱাৰ নিয়মো বৰ প্ৰচলন নাছিল। গতিকে অঙ্ক এৰি গাৰ্হস্থ্য বিজ্ঞান ল'ব লগীয়া হ'ল। এই বিষয়টোৰ পাঠ্যাক্ৰমসমূহ আমাৰ দৈনন্দিন জীৱনৰ আৱশ্যকীয় কথা, সেয়ে বিষয়টো বৰ বিশেষ সুকীয়াকৈ পঢ়িব লগীয়া নহ'ল। ১৯৪৪ চনত মৰ্য়ো অন্য সহপাঠীৰ লগতে প্ৰাইভেটকৈ মেট্ৰিক পৰীক্ষা পাচ কৰিলোঁ। লক্ষীমপুৰত অৱশ্যে মোৰ উচ্চ শিক্ষা আৰু লাভ কৰা নহ'ল। পিছত যোৰহাটলৈ আহিহে পঢ়িবলৈ আৰম্ভ কৰিলোঁ।

১৯৫০ চনত হোৱা সৰ্ব্বনশীয়া ভূমিকম্পৰ কথা মনত পৰিলে এতিয়াও বুকু কঁপে। এই ভূইকঁপে আমাৰ বহুতো ক্ষতি কৰিলে। আমাৰ ঘৰ তেতিয়া ফাঁচি আলিত আছিল। আমাৰ সেই পুৰণা প্ৰকাণ্ড ঘৰটো যেনেকৈ ভাঙিছিল আৰু যিদৰে ক্ষতি হৈছিল, সেইদৰে আন কাৰো ক্ষতি হোৱা নাছিল। ভোগদৈ নদী আগতে সেইফালে বৈছিল বুলি মানুহে কোৱা শুনিছিলোঁ। আৰু সেইবাবেই বোলে সেই এলেকাত ভূমিকম্পই অধিক পৰিমাণে ক্ষতি কৰিছিল। ঘৰৰ মজিয়াত একো একোটা ডাঙৰ ফাঁট মেলিছিল। তাৰপৰা

বোকা, বালি আৰু পানী ওলাইছিল। বাৰীৰ মাজে মাজে নলাৰ দৰে একো একোটা সুঁতিহে যেন বৈ গৈছিল। তাৰপৰা বোকা-বালিৰ লগতে গন্ধকৰ গোন্ধ ইমান তীব্ৰভাবে ওলাইছিল যে, সেই গোন্ধৰ কাৰণে মই ভালেমান দিনলৈকে ভালকৈ খোৱা-বোৱা একো কৰিব নোৱাৰিছিলোঁ। এতিয়াও ৰিণিকি ৰিণিকি মনত পৰে— সেই ভূমিকম্পটো গধূলি ৭ মান বজাত আহিছিল। আমাৰ ভিনিহি হাঁৰুনাৰ ৰছিদ পক্ষাঘাত ৰোগত আক্ৰান্ত হৈ শয্যাশায়ী অৱস্থাত আছিল আৰু তেখেতৰ খবৰ ল'বলৈ অহা আলহীক মই চাহ দিবলৈ লৈছিলোঁ। হঠাৎ ঘৰটো জোকাৰিবলৈ ধৰাত মই চিঞৰিবলৈ ধৰিলোঁ। (তেজপুৰৰ পৰা যোৰহাটলৈ বদলি হৈ অহা সেই ভিনিহি নিজৰ ঘৰটো ভাৰাত থকা বাবে আমাৰ ঘৰতে আছিল। হঠাতে তেখেতৰ অসুখ হয়। তেখেত 'এছিষ্টেণ্ট ইন্সপেক্টৰ অব স্কুলচ' আছিল। তেখেত বাৰ বছৰ কাল শয্যাগত হৈ আছিল যদিও বিছনাতে বহি বহি বহুতো পুথি ৰচনা কৰি অসমীয়া সাহিত্যৰ ভঁৰাল টনকিয়াল কৰি গৈছে।) ভূমিকম্পৰ সময়ত ভিনিহিক কোনোমতে ধৰাধৰিকৈ বাহিৰৰ চোতাললৈ নিয়াৰ পিছত তেখেত থকা কোঠালীটোৰ পকী বেৰ কেইখন এনেদৰে ভাগি পৰিছিল যে, তাত তেতিয়ালৈকে কোনোবা থকা হ'লেও জীৱিত অৱস্থাত নাথাকিলেহেঁতেন। ভূমিকম্পৰ জোকাৰ প্ৰায় এমাহমানলৈকে আহি আছিল। ঘৰৰ ভিতৰলৈ যাবলৈ কোনেও সাহ কৰা নাছিল। আমাৰ ঘৰৰ লোহাৰ পালেং পৰ্য্যন্ত মাটিৰ তলত সোমাই বিকৃত আকাৰ ধাৰণ কৰিছিল। এই ভূঁইকপঁত আমাৰ ঘৰৰ বিস্তৰ হানি হৈছিল। সেইবোৰ চাবলৈ ব দূৰ-দূৰণিৰ পৰা আমাৰ ঘৰলৈ মানুহ আহিছিল। ভাৰতৰ প্ৰথম প্ৰধান মন্ত্ৰী ৺জৱাহৰলাল নেহৰু আৰু ইন্দিৰা গান্ধীয়েও সেই আপাহতে আমাৰ ঘৰটো চাই গৈছিল। আমি অৱশ্যে চৰকাৰৰ ফালৰ পৰা কোনো সহায় পোৱা নাছিলোঁ। সেই সময়ত ঘটা কিছুমান সৰু বৰ ঘটনা এতিয়াও মনৰ দাপোনত ভাঁহি উঠে। তাৰে এটি উল্লেখ কৰিলোঁ--- যোৰহাটৰ ভূমিকম্পত ক্ষতিগ্ৰস্থ লোকসকলৰ বাবে আমেৰিকাৰ কোনোবা এগৰাকী মহিলাই কেইটামান সৰু বাকচত চাউল, দাইল, গাখীৰৰ টিন, চাবোন আদি বৰ সুন্দৰকৈ বান্ধি পঠাইছিল। তাৰে এটা বাকচ আমাকো দিছিল। সেই বাকচটো দিবলৈ যোগান বিভাগৰ এজন বিষয়া আমাৰ ঘৰলৈ আহিছিল। তেখেতে লগে লগে বাকচটো খুলিলে আৰু তাৰে গাখীৰৰ টিন এটা উলিয়াই লৈ ক'লে, 'এইটো মই লৈছো'। মানুহজন যোৱাৰ পিছত মই ভাবিলোঁ— সুদূৰ আমেৰিকাৰ পৰা এগৰাকী মহিলাই দুৰ্দ্দশাগ্ৰস্ত লোকসকললৈ বস্তু কেইপদমান পঠাইছে, তাৰে পৰানো এটা লৈ যাব লাগেনে? সহায় কৰা দূৰৰ কথা! আমাৰ মানুহৰ

মনোবৃত্তি দেখি দুখ লাগিল।

আমাৰ দেউতা ঢুকাওতে আমি বৰ সৰু আছিলোঁ। আমাৰ সম্বন্ধীয় দদাইদেউ স্বৰ্গীয় জেহিৰুদ্দিন আহমদ আমাৰ অভিভাৱক আছিল। তেখেত গধূলি ফুৰিবলৈ ওলাই আহোঁতে আমাৰ ঘৰত এপাক মাৰি আমাৰ খা-খবৰ লৈ গৈছিল। যোৰহাট চৰকাৰী উচ্চ বালক বিদ্যালয়ৰ প্ৰধান শিক্ষক জেহিৰুদ্দিন আহমদক অসমৰ ইমূৰৰ পৰা সিমূৰলৈকে আদৰ্শ শিক্ষক হিচাপেই সকালোৱে জানিছিল। তেখেতক সকলো ছাত্ৰই ভয় যেনেকৈ কৰিছিল, ভক্তিও কৰিছিল। জেহিৰুদ্দিন দদাইদেউৰ অনেক মেধাৱী ছাত্ৰই সমগ্ৰ অসম তথা ভাৰততে খ্যাতি অৰ্জন কৰিছে। তেখেতৰ বাবেই আমাৰ ঘৰলৈ অনেক গণ্য-মান্য লোকৰ সমাগম হৈছিল। তাৰ ভিতৰত ৺তুলসী নাৰায়ণ শৰ্ম্মা (তেতিয়াৰ যোৰহাট জগন্নাথ বৰুৱাকলেজৰ অধ্যক্ষ) দেৱৰ কথা প্ৰধানকৈ মনত পৰে। এই গুণী লোকৰ আগমন আমাৰ ভিনিহি ৺হাৰুনাৰ ৰছিদ চাহাবৰ বাবেও অৱশ্যে হৈছিল বুলি ক'ব লাগিব। এদিন গধূলি জেহিৰুদ্দিন চাহাবে আৰু তুলসীনাৰায়ণ শৰ্ম্মাই আহি মোক ক'লে, 'ছোৱালী হাইস্কুলত কাম এটা খালী আছে, তুমি দৰ্খাস্ত এখন দিবা'। সেইমতে মই দৰ্খাস্ত দিয়াৰ পিছত কামটো পালোঁ। তেতিয়া মই বি, এ পাচ কৰা নাছিলোঁ। যি নহওঁক, স্কুলৰ চাকৰিত মোৰ আন দুই-এগৰাকী সহপাঠীও লগ পোৱাত বৰ আনন্দ পালোঁ। কেতিয়াবা ক'ৰবালৈ যাবলগীয়া হ'লেও আমি একেলগে গৈছিলোঁ। স্কুলৰ বছেৰেকীয়া পৰীক্ষা হৈ গ'লে ছাত্ৰীসকলৰ লগত আমিও বনভোজ খাবলৈ গৈছিলোঁ। মই প্ৰথম কামত সোমাওতে শ্ৰীযুতা কৰুণাময়ী দাস স্কুলৰ প্ৰধান শিক্ষয়িত্ৰী আছিল। মই তেখেতৰ ছাত্ৰীও আছিলোঁ। অলপ দিনৰ পিছতে ৰহাৰ বুনিয়াদী প্ৰশিক্ষণ কেন্দ্ৰৰ পৰা শ্ৰীযুতা দেৱবালা দেবী প্ৰধান শিক্ষয়িত্ৰী হৈ আমাৰ স্কুললৈ আহে। দেৱবালা বাইদেউৰ শাসনো বৰ কঠোৰ আছিল। সকলোৱে অসম্ভৱ ভয় কৰিছিল। তেখেতে স্কুলত এটা বৰ ভাল নিয়ম প্ৰচলন কৰে। সেইটো হ'ল ইউনিফৰ্মৰ ব্যৱহাৰ। ই কাৰ্য্যকৰী হয় ১৯৫৫ চনৰ পৰা। তাৰ পূৰ্বে স্কুলৰ ছাত্ৰীসকলে যাৰে যি মন যায়, তাকে পিন্ধিছিল। ইউনিফৰ্ম্ হোৱাৰে পৰা ধনী-দুখীয়া সকলোৰে একে সাজ হোৱাত ছাত্ৰীসকলৰ মানসিক বিকাশত ই এক সহায়ক হ'ল। তদুপৰি ই ছাত্ৰ-ছাত্ৰীক চিনাকি দিয়াত সহায় কৰে আৰু সমূহ ছাত্ৰ-ছাত্ৰীৰ মাজত ই ঐক্যভাব জগাই তোলে।

আমাৰ বিদ্যালয়ত হাইস্কুল শিক্ষান্ত পৰীক্ষাৰ ফলাফল সদায় ভাল হয়। ব তো ছাত্ৰীয়ে অসমৰ প্ৰথম দহোটা স্থানৰ ভিতৰত স্থান লাভ কৰি

সুনাম অৰ্জ্জন কৰি আহিছে। অৱশ্যে যেতিয়াৰে পৰা স্কুলখন দ্বাদশ শ্ৰেণীলৈ উন্নীত হ'ল, তেতিয়াৰে পৰা দ্বাদশ শ্ৰেণী (Higher Secondary) ৰ ফলাফল আশানুৰূপ নোহোৱা হৈ পৰিল। কাৰণ প্ৰায় সকলোবোৰ ছাত্ৰীয়েই হাইস্কুল শিক্ষান্ত পৰীক্ষা পাচ কৰি কলেজলৈ যায়গৈ। লগে লগে বাহিৰৰ পৰা নবাগতা ছাত্ৰী আহি একাদশ শ্ৰেণীত ভৰ্ত্তি হয়হি। গতিকে ফলাফল আশানুৰূপ নোহোৱা স্বাভাৱিক। এই ক্ষেত্ৰত মই বিবেচনা কৰোঁ যে স্কুলঘৰৰ পৰিসৰ বৃদ্ধি কৰি পঢ়াৰ যথোপযোগী সুবিধা দি ছাত্ৰীসকলক সেই স্কুলতে আৰু দুটা বছৰ ৰাখিব পাৰিলে ভাল হয়। তেতিয়া স্কুলৰ ফলাফল নিশ্চয় উজ্জ্বল হ'ব বুলি ভাবো। অৱশ্যে ব তো ছাত্ৰীয়ে কলেজলৈ যাবলৈও ভাল পায়। কিবা এটা নতুনত্ব পায়, এটা পৰিৱৰ্ত্তনো হয়তো বিচাৰে। এগৰাকী অভিজ্ঞতা শিক্ষয়িত্ৰী হিচাপে মই উপলব্ধি কৰিছোঁ— বিদ্যালয় সমূহত ছাত্ৰ-ছাত্ৰীৰ সংখ্যা বৃদ্ধি হোৱালৈ লক্ষ্য কৰি বিদ্যালয়ৰ সংখ্যা বঢ়াব লাগে। ছাত্ৰ-ছাত্ৰীৰ সংখ্যা বৃদ্ধিয়ে শিক্ষা দান আৰু শিক্ষা গ্ৰহণ দুয়োটাতে বাধাৰ সৃষ্টি কৰে। আমাৰ দেশৰ শিক্ষাৰ মানদণ্ড নিম্নগামী হোৱাৰ ইও এটা কাৰণ।

মই চাকৰি কৰাৰ উপৰিও ঘৰুৱা কাম-বন নানান ধৰণৰ চিলাই আৰু বন্ধা-বঢ়া কৰিও বৰ ভাল পাওঁ। ব্লাউজ, ফ্ৰক, চাৰ্ট আদি নিজেই কাটি নিজেই চিলাইছিলোঁ। এতিয়া এইবোৰ কাম কৰি বৰ বেছি ভাল নাপাওঁ যদিও নিজৰ লাগতিয়াল খিনি নিজেই কৰি লওঁ। আজিলৈকে বজাৰৰ ব্লাউজ কিনি পিন্ধা নাই। পিছলৈ কি হয় নাজানোঁ। বজাৰত ৰুচি মতে সাজ পোৱাও কঠিন। মোৰ মতে আমি কাপোৰ সাজ আবুৰৰ বাবেহে পৰিধান কৰোঁ। গতিকে এই বিষয়ত মই বৰ সজাগ। সাধাৰণ সাজ-পাৰেই হওঁক— পৰিপাটিকৈ পিন্ধি ভাল লাগে। সৰুৰে পৰা মই বৰ জকমকীয়া আৰু ৰংচঙীয়া কাপোৰ পিন্ধি একেবাৰে ভাল নাপাইছিলোঁ।

ৰন্ধা-বঢ়া কৰা, এমব্ৰইডাৰী কৰা, উল গোঠা আদি কাম মোৰ অতি প্ৰিয়। চকুৰ আ কালৰ বাবে তাঁত বৰলৈ ইচ্ছা থাকিও নোৱাৰিলোঁ। আজি-কালি উল গোঠাৰ বাহিৰে বাকী কাম কৰিবলৈ প্ৰায় এৰাৰ দৰে। বাৰীত কাম-বন কৰিও মই আনন্দ লাভ কৰোঁ। আগেয়ে নানান ধৰণৰ বতৰৰ ফুল ৰুইছিলোঁ। সেইবোৰ ফুলৰ বৰ যতন ল'ব লাগে। তদুপৰি ঘৰুৱা বন-বাৰী কৰা মানুহ পাবলৈ আজি-কালি বৰ টান হ'ল। আৰু এটা কথাৰ বাবেও ইমান কষ্ট কৰি ফুল লগাবলৈ মন নাযায়, সি হৈছে আমাৰ মানুহৰ ফুল চুৰ কৰাটোও এক কুঅভ্যাস। সময়ৰ কাম সময়ত কৰি আজৰি পৰত কিতাপ পঢ়োঁ। ই নিৰ্জনতা আৰু অকলশৰীয়াৰ সহচৰ। সৰুতে গল্প, উপন্যাস, আদি পঢ়ি

আমোদ পাইছিলোঁ। আজিকালি জীৱনী, ভ্ৰমণ কাহিনী আৰু বাস্তৱ ঘটনা সমূহ পঢ়িয়ে ভাল পাওঁ। ৰাজনীতিৰ প্ৰতি বৰ আগ্ৰহ নাথাকিলেও দেশ বিদেশৰ বা-বাতৰিবোৰে আকৃষ্ট কৰে। বৰ্ত্তমান যুগত সমগ্ৰ বিশ্বতে যেন অশান্ত পৰিবেশ এটা বিৰাজ কৰিছে। ৰাতিপুৱা বাতৰি কাকত খন মেলিলে যেতিয়া দেখোঁ আজি পঞ্জাৱত নিহতৰ সংখ্যা ইমান, শ্ৰীলঙ্কাত সিমান, সেইবোৰ দেখিলে মনটো বৰ বেয়া লাগে। কিন্তু আজি অকল আমাৰ দেশতে নহয় সকলোতে এনেবোৰ ঘটনা ঘটিব লাগিছে। অৰ্থনৈতিক আৰু ৰাজনৈতিক কাৰণ সমূহেই যেন ইয়াৰ বাবে দায়ী।

ছাত্ৰী অৱস্থাত ইটো-সিটো লিখিছিলোঁ। ১৯৫৮ চনত মোৰ ভিনদেউৰ উদ্গনিত ধৰ্ম্মগ্ৰন্থ কোৰাণৰ উপাখ্যানৰ আলমত এখন শিশুসকলৰ উপযোগী গল্প কিতাপ লিখোঁ। সেই গ্ৰন্থখন গুৱাহাটীৰ লয়াৰ্ছ বুক ষ্টলে প্ৰকাশ কৰিছিল। ১৯৭২ চনত 'কভেদিছ' নামৰ কথাছবি খনৰ কাহিনীটো অনুবাদ কৰি প্ৰকাশ কৰোঁ। এই খন ছপাওতে অসম প্ৰকাশন পৰিষদে সহায় কৰিছিল। ১৯৭৮ চনত 'মোৰ হজ যাত্ৰা' আৰু 'তপস্বিনী ৰাবিয়া' নামৰ দুখন পুথি প্ৰকাশ কৰোঁ। ইয়াৰ পিছত মই 'উল শিক্ষা' আৰু 'উলৰ নমুনা' নামৰ দুখন কিতাপ লিখি নিজেই প্ৰকাশ কৰোঁ। মই নিজে উল গুঠি নিজৰ অভিজ্ঞতাৰ পৰা গঢ়ি তোলা এই কিতাপ খন সম্পূৰ্ণ কৰালৈকে মোৰ যথেষ্ট সময় আৰু অপাৰ ধৈৰ্য্যৰ প্ৰয়োজন হৈছিল। শিকাৰু সকলৰ যাতে জোখ-মাপ আদিতো কোনো অসুবিধা নহয়, তালৈ সতৰ্ক দৃষ্টি ৰাখিছিলোঁ। পিছত সেই কিতাপৰ নমুনাৰ পৰা বহুতো মহিলা উপকৃত হোৱা শুনি মোৰ পৰিশ্ৰম সাৰ্থক হোৱা যেন লাগিছিল। ইয়াৰ দ্বিতীয় সংস্কৰণ একোটিও ছপাবলৈ ৰাইজৰ অনুৰোধ আহি আছে। মইহে পৰা নাই। কাৰণ এনেবোৰ কাম কৰিবলৈ যথেষ্ট কষ্ট হয়। তাতে আজি-কালি প্ৰায়ে ইটো-সিটো অসুখো মোৰ নোহোৱা নহয়। তদুপৰি কিতাপ প্ৰকাশ কৰাতকৈও বিক্ৰী কৰাটো বেচি কষ্টসাধ্য। আমাৰ মানুহৰ কিতাপ কিনাৰ অভ্যাস কম। অৱশ্যে উল-শিক্ষাৰ দৰে গ্ৰন্থৰ চাহিদা আছে যদিও অনেকে তাৰ মোল নুবুজে। আন দুখন মান কিতাপ এতিয়াও হাতে লিখা অৱস্থাত আছে। কি কৰিব পাৰোঁ এতিয়াও থিৰ কৰিব পৰা নাই!

যোৱা ১৯৮৮ চনৰ ১ জুলাই তাৰিখে মই কামৰ পৰা অৱসৰ লওঁ। কৰ্ম্মময় কালছোৱা সহকৰ্ম্মীবৃন্দ আৰু ছাত্ৰীসকলৰ মৰম-চেনেহ আৰু মিলা-প্ৰীতিৰ মাজেদি পাৰ কৰি আহিলোঁ। অৱসৰ লোৱাৰ পিছত যেন মই সম্পূৰ্ণ নিঃসঙ্গ হৈ পৰিলোঁ। ভাবিছিলোঁ— অৱসৰ লোৱাৰ পিছত লিখা-পঢ়া বা অন্য

কিবা কাম-কাজ কৰিবলৈ ল'ম। কিন্তু এতিয়া অৱসাদে যেন মোক কেওপিনৰ পৰা আগুৰি ধৰিছেহি। প্ৰথমাৱস্থাত ঘৰত শুই বহিয়েই কটাবলগীয়া হ'ল। ওলাই যাবলৈ মন নাযায়। স্কুল চলি থকা সময়ত কেতিয়াবা ওলাই যাব লগীয়া হ'লেও বাটত পৰিচিত লোকে যেতিয়া সোধে, আজি স্কুল বন্ধ নেকি, তেতিয়া মনটো কিবা এক অনামী বিষাদ বোধেৰে পৰিপূৰ্ণ হৈ উঠে। লাহে লাহে অভ্যস্ত হৈ আহিলো যদিও বিদ্যালয়ৰ ছাত্ৰীসকলৰ মাজত নিজকে সম্পূৰ্ণভাবে বিলাই দি লাভ কৰা বিমল আৰু অনাবিল আনন্দৰ কথা আজিও পাহৰিব পৰা নাই। নিজৰ জীৱনৰ অভিজ্ঞতাৰ পাত লুটিয়াবৰ সময়তো মোক কৰ্ম্মীজীৱনৰ এৰি থৈ অহা স্মৃতিয়ে বৰকৈ আমনি কৰিছেহি.....। আজি ৩০ জুন। কাইলৈ ১ জুলাইৰ পৰা বিদ্যালয়সমূহৰ গ্ৰীষ্মকালীন বন্ধ আৰম্ভ হ'ব। যোৱা বছৰ এই দিনটোত মই বিদ্যালযত আছিলোঁ। সেই দিনটো আছিল মোৰ কৰ্ম্ম জীৱনৰ শেষ দিন। সহকৰ্ম্মীবৃন্দ আৰু ছাত্ৰীসকলৰ মাজৰ পৰা আঁতৰি আহিব লগীয়া হোৱাত মই মৰ্মান্তিক বেজাৰ পাইছিলোঁ। কিন্তু মৰম-চেনেহ সকলো বান্ধ চিঙি এদিন আহিবই লাগিব। এয়ে সংসাৰৰ নিয়ম। অকল মোৰে নহয়। সকলোৰে বাবে এনে এটা দিন আহে। সংসাৰখনেই য'ত ক্ষন্তেকীয়া, তাত কাৰ্য্যকাল আৰু ক্ষন্তেকীয়া। মানুহ সমাজ প্ৰিয়। সেয়ে সমাজৰ বান্ধ ছিঙি আহিব লগীয়া হোৱাত বেজাৰ লগাটো স্বাভাৱিক। সহকৰ্মীবৃন্দৰ লগত এটি পৰিয়ালৰ দৰে বান্ধ খাই আছিলোঁ। ইজনে সিজনৰ আনন্দ আৰু বেদনাৰ সদায় সমভাগী আছিলোঁ। আজি ছাত্ৰীসকলে আয়োজন কৰা প্ৰীতি সন্মিলনৰ গানৰ সুৰ মই ঘৰৰ পৰাই শুনিবলৈ পাইছোঁ। যিহেতু মোৰ ঘৰ বিদ্যালয়ৰ পৰা বেচি আঁতৰত নহয়। আজি মোৰ যোৱা বছৰৰ এই দিনটোৰ কথাই মনত বৰকৈ দোলা দি গৈছে। প্ৰয়োজনত কেতিয়াবা বিদ্যালয়লৈ গৈছোঁ যদিও নিজৰে বৰ আচ ৱা যেন লাগে। সকলো নিজৰ কামত ব্যস্ত থাকে। আহি যেন আমনিহে দিছোঁ এনে ভাব হয়। আমাৰে ব তো ছাত্ৰী কোনোবা ডাক্তৰ হ'ল, কোনো ইঞ্জিনিয়াৰ হ'ল, কোনোবা শিক্ষয়িত্ৰী বা আন চাকৰিয়াল হ'ল। কোনোৱে আকৌ সুগৃহিণী হৈ সংসাৰ চলাইছে। দেখিলে মনত বৰ আনন্দ লাগে। যোৰহাট পৰিবহন নিগম আস্থান মোৰ বিদ্যালয়লৈ অহা বাটতে পৰে। গতিকে অহা-যোৱা কৰোঁতে প্ৰায়েই পুৰণি ছাত্ৰীসকলক বাটত লগ পাইছিলোঁ। কোনোজনে বাচৰ পৰা নামি টালি-টোপোলা লৈ বিব্ৰাত উঠিছে। কোনো জনে কোলাত কেচুৱা লৈ আগবাঢ়ি আহি 'বাইদেউ' বুলি মাত লগাইছে। তেওঁলোকৰ মুখৰ চেহেৰা মনত থাকিলেও নামবোৰ প্ৰায়ে মনত নপৰে। কথা-বতৰা পাতি বিদায়

লওঁ। সঁচাকৈয়ে শিক্ষক- ছাত্র-ছাত্ৰীৰ সম্বন্ধ বেলেগ। এই সম্বন্ধ চিৰদিনীয়া।

১৯৭৮ চনত মই কামৰ পৰা দুমাহৰ ছুটী লৈ চৌদী আৰবৰ মক্কাত হজ্জ কৰিবলৈ গৈছিলোঁ। কেইবাগৰাকীও লোকৰ অনুৰোধ ক্ৰমে মোৰ এই অভিজ্ঞতাৰ আলমতে সৃষ্টি হৈছিল 'মোৰ হজ্জ যাত্ৰা' আৰু 'তপস্বিনী ৰাবিয়া' নামৰ গ্ৰন্থ দুখন। ইছলাম ধৰ্ম্মই কেইটামান ধৰ্ম্মীয় নীতি পালন কৰিবলৈ সকলো মুছলমান মুনিহ-তিৰোতাক নিৰ্দ্দেশ দিছে। পৰাপক্ষত মই সেই নিয়মখিনি মানি চলিবলৈ ভাল পাওঁ। আল্লাৰ অস্তিত্বক তেওঁৰ সৃষ্টিৰ মাজেদি অন্তৰেৰে অনুভৱ কৰোঁ। এক ৰহস্যময় শক্তি সকলোতে সদায় বিৰাজমান। নৈতিকতাই হৈছে নিৰাপদ স্থান বা পথ। অসৎ আৰু অন্যায়ৰ পৰা নিজক আঁতৰাই আনিব পাৰিলেহে তেওঁক পাব পাৰি। যিমানেই পবিত্ৰতা আৰু সততাক মানিব সিমানেই তেওঁৰ কাষ চাপিব পৰা যায়। আমাৰ শান্তি লাভৰ কাৰণে প্ৰাৰ্থনা অপৰিহাৰ্য্য। উপাসনাৰ মাজেদি হতাশাৰ পৰা ৰক্ষা পাব পাৰি। প্ৰাৰ্থনাই মনৰ শান্তি অটুট ৰাখে। আল্লাত বিশ্বাস আৰু আস্থা ৰাখিলে আন একোলৈকে ভয় নোহোৱা হয়। এয়ে হৈছে সকলো ধৰ্ম্মৰ মূল নীতি। মানৱ প্ৰেমৰ মাজেদি কৰুণাময়ৰ প্ৰেম লাভ কৰিবলৈ যত্নপৰ হোৱা সকলোৰে কৰ্ত্তব্য। সৰলতা, নম্ৰতা, সত্যনিষ্ঠতা আৰু নৈতিকতাৰ প্ৰতি সদায় সজাগ হ'ব লাগে। এই কেইটা গুণে মানৱ মনক সদায় প্ৰহৰীৰ দৰে ৰক্ষা কৰি থাকে। ধৰ্ম্ম বিশ্বাসে মানুহক অন্যায় অবিচাৰ আদিৰ পৰা সততে আঁতৰাই ৰাখে। ধৰ্ম্মক বাদ দি আমি কেতিয়াও চলিব নোৱাৰোঁ। অহিংস নীতি পৰিহাৰ নকৰি মানৱ প্ৰেমত নিজক বিলীন কৰাই হৈছে প্ৰকৃত ধৰ্ম্ম। ভাৰতীয় সকল ধৰ্ম্মভীৰু। সকলো সম্প্ৰদায়ৰ লোকেই ধৰ্ম্মত বিশ্বাস কৰে। কিন্তু আজিৰ যুগত মানুহে সৎগুণবোৰ পৰিহাৰ কৰি অসতৰ আশ্ৰয় লোৱা বাবে মানুহৰ মনত ঠগ, প্ৰৱঞ্চক আদি কু প্ৰবৃত্তিবোৰে বিপৰীত পথে চালিত কৰিছে। সেয়ে কোনো কোনো সময়ত সাম্প্ৰদায়িকতাই মূৰ দাঙি উঠিছে। আমাৰ প্ৰথম পৰিচয় আমি ভাৰতীয়। কিন্তু আজি ৰাজনীতিৰ মেৰপাকত পৰি ভাৰতীয় সকল হাই-কাজিয়া আদিত লিপ্ত হৈ পৰিছে। নৈতিকতা হেৰুৱাই আজি সকলো যেন অধঃপাতে গৈছে। মোৰ দলীয় ৰাজনীতিত ৰাপ নাই। সকলোৰে ভাল দিশটোকহে ভাল লাগে। আমাৰ দেশৰ ৰাজনীতি দুৰ্নীতিৰ দ্বাৰা কলুষিত। গণতন্ত্ৰত শাসক আৰু শাসিতৰ মাজত যি সম্বন্ধ থাকিব লাগে, সেয়া নাই। ভাৰত এখন কৃষি প্ৰধান দেশ যদিও প্ৰাকৃতিক সম্পদ যথেষ্ট আছে। দেশীয় অৰ্থনীতি সুপৰিচালিত নোহোৱাৰ বাবেই এহাতে এচাম মানুহ ধনী হৈ গৈ আছে, আনহাতে দৰিদ্ৰৰ সংখ্যা বৃদ্ধি পাই আছে। দুৰ্নীতি ৰোধ কৰি সৎ

ভাবে চালিত হ'লে এই বৈষম্য নিশ্চয় আঁতৰিব। দেশৰ অৱস্থাৰ কথা ভাবিলে দুখ লাগে। গান্ধীজীয়ে ভাবিছিল স্বাধীন ভাৰতত ধনী দুখীয়াৰ বৈষম্য দূৰ হ'ব। কিন্তু আজি জানো গান্ধীজীৰ সপোন বাস্তৱত ৰূপায়িত হ'ল ?

বৰ্ত্তমান যুগত বিজ্ঞানৰ আবিষ্কাৰেই হওঁক বা শিল্প সভ্যতাৰ সম্প্ৰসাৰণৰ বাবেই হওঁক মানৱ জাতি যেন এক ভয়াবহ অৱস্থালৈ আগুৱাই গৈছে। আজিৰ মানুহৰ প্ৰবৃত্তি কিছুমান যেন আদিম অৱস্থালৈ পিছুৱাই গৈছে। হিংসাত সকলো লিপ্ত হৈ পৰিছে। মানৱ অন্তৰৰ পৰা মৰম-চেনেহ, কোমলতা, সৰলতা আৰু সাধুতা আদি গুণবোৰ যেন নিঃশেষ হৈ গৈছে। আমি আনহাতে প্ৰতি দিনে এখোজ এখোজকৈ মৃত্যুৰ মুখলৈ আগবাঢ়ি আহিছোঁ। আমাৰ উঠি অহা ল'ৰা-ছোৱালীহঁতৰ বা কি হয়। প্ৰায়েই মোৰ মনলৈ এনেবোৰ ভাব আহে।

আমাৰ দেশৰ শিক্ষিতৰ হাৰ যিহেতু নিচেই নগন্য, সেইবাবে ধৰ্ম্ম, ভাষা, আদিক লৈ অনেকে বিভেদ ভাবৰ সৃষ্টি কৰিছে। এনেবোৰ কাৰ্য্যই দেশৰ একতা অক্ষুন্ন ৰখাত কেতিয়াও সহায় নকৰে। প্ৰত্যেক ধৰ্ম্মৰে কিছুমান সুকীয়া নীতি নিয়ম আছে। তাৰ প্ৰতি সকলো সহনশীল হোৱা উচিত। আমাৰ অসমৰ সমাজনীতি প্ৰায় সকলোৰে একে। সমাজৰ পুৰণিকলীয়া বান্ধোন সমূহ শিঠিল কৰি সকলোৱে সমভাবে আগুৱাই গৈ সমাজ তথা দেশৰ উন্নতিৰ কাৰণে চেষ্টা কৰা কৰ্ত্তব্য বুলিহে মই ভাবোঁ। আমাৰ সমাজত বিবাহ কাৰ্য্য সম্পন্ন কৰাত ধৰ্ম্মীয় কাৰ্য্যসমূহৰ বাহিৰে আন আন অভ্যাৰ্থনা আদিৰ আয়োজন একে ধৰণেৰে হয়। খোৱা-বোৱাত আগৰ দিনত যি বাচ বিচাৰ আছিল, আজিকালি সেইবোৰ প্ৰায় নোহোৱা হৈছে। কোনোবাই যদি কিবা এটা নিয়ম মানি চলিবলৈ ভাল পায়, তাত আনে সমালোচনা কৰা উচিত নহয়। সৰু-সুৰা কথাবোৰ এৰি চলিলে সমাজৰ কোনো অনিষ্ট নহয়। মিলা-প্ৰীতি আৰু সদ্‌ভাব বজাই ৰাখি চলিলে সমাজত শান্তি বিৰাজ কৰে। সাজ-পাৰ, চলন-ফুৰণ আদিৰ প্ৰতিও সচেতন হোৱা উচিত। সমাজৰ নিয়ম-নীতি সমূহৰ বিপৰীতে যোৱা অনুচিত যেন মই বিবেচনা কৰোঁ।

১৯৬৮ চনত মোৰ মাতৃ-বিয়োগৰ পিছৰ পৰা মই অকলশৰীয়া হৈ পৰিলোঁ। পৰম কৰুণাময়ৰ ওপৰত যি ভয় আৰু বিশ্বাস ৰাখে, তেনেজনৰ আনলৈ ভয় কৰিবলৈ প্ৰয়োজন নকৰে। এনে এটা ভাবে মোক সদায় নিৰ্ভয় দি আহিছে। মই যেন এইদৰেই শেষ দিনলৈকে নিজৰ ওপৰত নিৰ্ভৰ কৰি চলিব পাৰোঁ, এয়ে মোৰ প্ৰাৰ্থনা। জীৱনত সাধ্যানুসাৰে যি পাৰোঁ আনক সহায়-সাৰথি কৰাত কৃপণালি কৰা নাই, মই যেন অন্তিম সময়লৈকে সকলোৰে প্ৰতি সমদৃষ্টি ৰাখিব পাৰোঁ এয়ে মোৰ কামনা।□

১০

নীৰদা বালা শইকীয়া

# মোৰ জীৱনৰ এৰি অহা দিনবোৰ



আমাৰ দেশ ভাৰতবৰ্ষ হৈছে পৱিত্ৰ মহান দেশ। এই পৱিত্ৰ ভাৰতৰ পূব প্ৰান্তত অসম অৱস্থিত। নদী, পাহাৰ, জান-জুৰি, সেউজীয়া বননি, ফুল-পাতেৰে ভৰা অসমৰ বহল ব্ৰহ্মপুত্ৰ নদীৰ পাৰত ডিব্ৰুগড় নগৰখন অৱস্থিত। ডিব্ৰুগড় ঠাইখনত ভাৰতবৰ্ষৰ বহুতো ঠাইৰ মানুহ আহি বসতি কৰি এখন মানুহৰ মিলন তীৰ্থৰ দৰেই পৰিগণিত হৈছে। এই ডিব্ৰুগড় নগৰতে ১৯০৩ চনৰ চাৰি নৱেম্বৰ ১৮২৫ শকৰ কাতি মাহৰ ১৮ তাৰিখ পূৰ্ণিমা তিথিৰ দিনা মোৰ জন্ম হয়। মোৰ দেউতাৰ নাম আছিল মহেশ চন্দ্ৰ বৰুৱা আৰু মাতৃদেৱীৰ নাম আছিল নীলেশ্বৰী বৰুৱা। সাত জনী ছোৱালী আৰু তিনিটি ল'ৰা সন্তানৰ মই আছিলো সপ্তম সন্তান। সেই সময়ত বৃটিছ চৰকাৰে আমাৰ দেশ শাসন কৰিছিল। পূজনীয় দেউতাই বৃটিছ চৰকাৰৰ চাকৰিয়াল আছিল। দেউতাৰ পুৰণি স্থায়ী ঘৰ আছিল যোৰহাটৰ নআলি ঢেকীয়াজুলিত। ডিব্ৰুগড়তে কৰ্ম্ম জীৱন আৰম্ভ কৰি ডিব্ৰুগড়তে স্থায়ী ঘৰ-দুৱাৰ সাজি থাকিবলৈ লয়। আমাৰ ঘৰটো আছিল পকাৰ দুমহলীয়া। ঘৰৰ খুটা আৰু মজিয়াখন আছিল মজাইক কৰোৱা। ঘৰখনৰ আটাইতকৈ সুন্দৰ ঠাইখিনি আছিল গোঁসাই ঘৰটো। গোঁসাই ঘৰটো থকা ঘৰৰ পৰা অকমান আতৰত পিচফালৰ চোতালত আছিল। শ্ৰীমদ্ভাগৱত সিংহাসনত ৰাখি থাপনা পতা আছিল। গুৰুদেৱ শ্ৰীমন্ত শঙ্কৰদেৱ আৰু শ্ৰীশ্ৰী মাধৱদেৱৰ বিৰচিত প্ৰায় সকলো পুথিয়েই গোঁসাই ঘৰটোত থৈছিল। মোৰ মাতৃদেৱী আছিল গড়মূৰ সত্ৰৰ ভূঞা খাটনিয়াৰ ঘৰৰ জীয়ৰী। মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱৰ ভূঞা বংশ মোৰ মাতৃদেৱীৰ পূৰ্ব্ব পুৰুষ আছিল।

আমাৰ ঘৰখনত পুৱা আৰু গধূলি নিয়মিত ভাৱে নাম কীৰ্ত্তন বৰগীতৰ

চৰ্চ্চা হৈছিল। সূৰ্য্য উদয় হোৱাৰ প্ৰথম প্ৰহৰতে মোৰ দেউতা আৰু আইয়ে সাৰ পাই উঠিয়েই এজন এজনকৈ স্নান কৰে। আমাৰ ঘৰত এটা কুঁৱা আছে। সেই নাদ বা কুঁৱাটো পকাৰে কৰা। সেই কুঁৱাটো এতিয়াও আছে। আমাৰ বাই ভনী সকলোৱেই দেউতা আই উঠাৰ লগে লগেই উঠি ঘৰ দুৱাৰ পৰিষ্কাৰ কৰি নিজৰ নিজৰ কামত ব্যস্ত হৈ যায়। আয়ে গা ধুই উঠিয়েই গোঁসাই ঘৰটো নিজ হাতেৰে মুছি অটাই থাপনাৰ কাষত চাকি শলিতা জ্বলাই ফুলপাত আনি বাতিত পানী ভৰাই ভগৱানৰ চৰণত উছৰ্গা কৰি সেৱা কৰে। দেউতাই গা ধুই প্ৰথমতেই গোঁসাই ঘৰত সোমাই বৰগীত নাম কীৰ্ত্তন ঘোষা পাঠ কৰে। দেউতাৰ সুললিত কণ্ঠস্বৰে আমাৰ গোটেই ঘৰখন পবিত্ৰ কৰি তোলে। মোৰ ডাঙৰ ককাইদেউৰ নাম আছিল দুলাল চন্দ্ৰ বৰুৱা। তেওঁ সঙ্গীতৰ প্ৰতি বৰ আগ্ৰহী আছিল। বৰ সুন্দৰ গীত গাইছিল। ৰবীন্দ্ৰ সঙ্গীত তেওঁৰ বৰ প্ৰিয় আছিল। মই সৰুৰে পৰা দেউতা আৰু আইৰ পৰা বৰগীত ঘোষা আৰু কীৰ্ত্তন পদ গাবলৈ শিকিলো, ৰবীন্দ্ৰ সংগীত গাবলৈ শিকিলো ককাইদেউৰ পৰা। দেউতাই প্ৰাৰ্থনাৰে পুৱাৰ সময় অতিবাহিত কৰি জীৱনটো সদায় শৃঙ্খলাবদ্ধভাবে আগবঢ়াইছিল। দেউতাই বৃটিছ বিষয়াৰ তলত কাম কৰিছিল। সেই সময়ত দেউতাই কাম কৰা কাৰ্য্যালয়ৰ বৃটিছ পুৰুষ মহিলা আমাৰ ঘৰলৈ আহিছিল। তেখেতসকলে দেউতা আইক বৰ ভাল পাইছিল, তেখেত সকলৰ তলত দেউতাই কাম কৰিছিল, কিন্তু তেওঁলোকে দেউতাক কেতিয়াও তলতীয়া কৰ্ম্মচাৰীৰ দৰে ব্যৱহাৰ কৰা নাছিল। দেউতা আইক তেওঁলোকে শ্ৰদ্ধা কৰিছিল। আমাৰ দেউতা এজন নিষ্ঠাবান বৈষ্ণৱ ভক্ত আছিল আৰু তেওঁৰ অন্য সকলো ধৰ্ম্মৰ প্ৰতিও শ্ৰদ্ধা আছিল। আমাৰ ঘৰখনৰ দুৱাৰ সকলো ধৰ্ম্মৰ সকলো লোকৰ প্ৰতি সদায় সমানভাবে মুকলি আছিল।

শক্তিৰ অধিষ্ঠাত্ৰী দেৱী শ্ৰীশ্ৰীদূৰ্গাদেৱীৰ পূজাও আমাৰ ঘৰত সকলোৱে মানিছিল। মোৰ জীৱনৰ এটা বিশেষ কথা এইখিনিতে মনত পৰিছে। মোৰ গাত এবাৰ বসন্ত ৰোগে দেখা দিলে। সেই সময়ত "বৰ আই" বুলিয়ে কৈছিল। গোটেই শৰীৰ ৰোগক্ৰান্ত। চকু মেলিব পৰা নাই। পানী এটোপাও গিলিব পৰা নাই। মোৰ বয়স তেতিয়া প্ৰায় তেৰ বছৰ। মই তেতিয়া পাটগাভৰু। মৃত্যুৰ লগত মোৰ জীৱনৰ টনা আজোৰা চলিছে। আই ভগৱতীক দিনে নিশাই ঘৰৰ সকলোৱে মোৰ আৰোগ্যৰ কাৰণে প্ৰাৰ্থনা কৰিছে। দেউতাই মানস কৰিলে শ্ৰীশ্ৰীদেৱীদূৰ্গাৰ আহিন মাহত হোৱা মহা পূজাত মহা অষ্টমীৰ দিনা সদায়েই মোৰ কাৰণে ফল-ফুলৰে এখন নৈবেদ্য আগবঢ়াব। দেউতাৰ

মানস পূজা দেৱী ভগৱতীয়ে গ্ৰহণ কৰি আশীৰ্ব্বাদ দিলে আৰু মোৰ লাহে লাহে আৰোগ্য হৈ আগৰ সুস্থ জীৱন ঘুৰাই পালোঁ। সেই সময়ৰ পৰা আজিলৈকে এই পূজা ভাগ কৰি অহা হৈছে। দেৱীৰ অপূৰ্ব্ব মাহাত্ম্যৰ ফল স্বৰূপেই আজিলৈকে পূণ্য পৃথিৱীৰ সুখ-দুখ উপভোগ কৰি জীয়াই আছোঁ।

মোৰ পঢ়া-শুনা আৰম্ভ হয় ডিব্ৰুগড় চৰকাৰী স্কুলত। সেই সময়ত স্কুলত বঙালী ভাষাৰ সলনি অসমীয়া ভাষাৰ মাধ্যমেৰে পঢ়াবলৈ আৰম্ভ কৰিছে। মোৰ বাইদেউহঁতে বঙালী ভাষাৰেই প্ৰাথমিক শিক্ষা আৰম্ভ কৰিছিল। মোৰ ভাগ্য ভাল মই অসমীয়া ভাষাৰ মাধ্যমৰে পঢ়িবলৈ সুবিধা পালো। ১৯০৯ চনত ছয় বছৰ বয়সত মোক স্কুলত নাম লগাই দিয়ে। ডিব্ৰুগড় চৰকাৰী স্কুলতে প্ৰাথমিক স্কুলো আছিল।

১৮২৬ চনৰ ইয়াণ্ডাবু সন্ধি মতে অসম বৃটিছৰ অধীনলৈ যায়। ১৮২৬ খৃষ্টাব্দৰ পৰা ১৮৭৩ খৃষ্টাব্দলৈকে অসম প্ৰদেশখনে সুকীয়া প্ৰদেশ বুলি স্বীকৃতি পোৱা নাছিল। ১৮৭৪ চনত অসমে নিজৰ সন্মানেৰে এখন প্ৰদেশ হিচাপে স্বীকৃতি লাভ কৰে। ১৯২১ চনত অসমক সুকীয়া প্ৰদেশ হিচাপে পৰিচালনা কৰাৰ অধিকাৰ দি অসমৰ কাৰণে গবৰ্ণৰ নিযুক্ত কৰে। ১৮৩৭ চনত অসমৰ পাঠশালা বিলাকত শিক্ষাদানৰ কাৰণে বঙালী ভাষা প্ৰবৰ্ত্তন কৰে। আনন্দৰাম ঢেকীয়াল ফুকন, হেমচন্দ্ৰ বৰুৱা, জ্ঞানদাভিৰাম বৰুৱা আদি মহান পুৰুষ সকলৰ যত্নত অসমৰ পাঠশালাত ১৮৭৩ চনৰ পৰা অসমীয়া ভাষা প্ৰচলন হয়। সেই কাৰণেই আমি অসমীয়া ভাষাৰ মাধ্যমেৰে শিকাৰ সুবিধা পালো।

১৮৪৬ চনত খৃষ্টিয়ান মিছনেৰী সকলৰ যত্নত "অৰুনোদই" নামৰ প্ৰথম অসমীয়া মাহেকীয়া আলোচনী প্ৰকাশ পায়। এই আলোচনী খন আমাৰ ঘৰত সদায় লৈছিল। ১৮৮২ চনলৈকে এই আলোচনীখন চলে। দেউতাই এই আলোচনীখনি বৰ সুন্দৰকৈ ৰাখিছিল। মই আখৰ শিকি পঢ়িবলৈ জনাৰ পিচত দেউতাৰ পুথিভৰালত থকা আলোচনীখিনি পঢ়িছিলোঁ। আনন্দৰাম ঢেঁকিয়াল ফুকনে লিখা অসমীয়া ল'ৰাৰ মিত্ৰ, হেমচন্দ্ৰ বৰুৱাই লিখা আদিপাঠ পাঠমালা আমি পঢ়িছিলোঁ। [illegible] ৰবিনছনে লিখা অসমীয়া ব্যাকৰণখন, ব্ৰাউনছনে লিখা অসমীয়া অভিধানখ[illegible] তৃতীয় শ্ৰেণীৰ পৰাই মই লগত ৰাখিছি[illegible] আৰু পঢ়িছিলোঁ। দেউতাই আমা[illegible] পঢ়া-শুনাৰ প্ৰতি সদায় মৰমেৰে তদাৰক কৰিছিল আৰু কিতাপ-পত্ৰ যোগাৰ কৰি দিছিল। আমাৰ সৎ আচৰণ আৰু সুঅভ্যাসৰ ওপৰত আটাইতকৈ গুৰুত্ব দিছিল। আমাৰ মানসিক উন্নতিৰ ওপৰত সদায় চকু ৰাখিছিল। স্কুলৰ কিতাপখিনি পঢ়াৰ উপৰিও গীত-বাদ্যও ঘৰত আমি

শিকিছিলোঁ। ঘৰতে চিলাইৰ শিক্ষয়িত্ৰী ৰাখি আমাৰ আটাই কেইজনী বাই-ভনীক চিলাই, কুৰছাৰ কাম আৰু কাপোৰ কটাৰ কাম শিকাইছিল। তাঁত ববলৈ, শিকিছিলোঁ আই মাতৃৰ পৰা। আচাৰ কৰা, কে'ক কৰা, চানাৰ মিঠাই, নাৰিকলৰ লাৰু কৰা, বন্ধা-বঢ়া কৰা, ঘৰ সজোৱা সকলো কাম আই মাতৃ আৰু ডাঙৰ বাইদেউ সকলৰ পৰা শিকিছিলো। মোৰ ওপৰত পাঁচ গৰাকী বাইদেউ আছিল। তেওঁলোকৰ নাম আছিল শুৱলা, হেমদা, প্ৰেমবালা, সুনন্দা আৰু বিনন্দা। নিমোনিয়াৰ অসুখত ভুগি সুনন্দা বাইদেউ ঢুকাল। মোৰ পঢ়া-শুনাত সদায় ভালহোৱা দেখি দেউতাই মোক উচ্চ শিক্ষা লাভ কৰিবলৈ কলিকতাৰ হাইস্কুলত পঢ়াবৰ ঠিক কৰিছিল। শ্ৰেণীত মই সদায় প্ৰথম হৈ প্ৰমোচন পাইছিলো। স্কুলত প্ৰথম হোৱা কাৰণে স্কুল কৰ্তৃপক্ষই বঁটা বিতৰণী সভা ডাঙৰকৈ পাতি আমাক ইমান ধুনীয়া ধুনীয়া কিতাপ আৰু বস্তু উপহাৰ দিছিল যে বস্তুখিনি ঘোঁৰাৰ গাড়ীত উঠি তাত ভৰাইহে ঘৰলৈ আনিব পাৰিছিলো। ১৯১৮ চনত হঠাতে মোৰ ওপৰৰ বিনন্দা বাইদেউ কাপোৰত জুই লাগি জুইয়ে পুৰিলত হঠাতে ঢুকাল। সুনন্দা বাইদেউৰ আকস্মিক মৃত্যুৱে ঘৰখন বৰ কৰুণ কৰি তুলিলে। দেউতাই মোক কলিকতাত পঢ়ুৱাবলৈ নপঠালে।

সুনন্দা বাইদেউৰ কৰুণ মৃত্যুৱে দেউতাৰ হিয়া-মন ভাঙি নিলে। আইয়ে সহ্য কৰি থাকিল। ১৯১৯ চনৰ অক্টোবৰ মাহত দেউতাও ঢুকাল। দেউতাৰ কৰুণ মৃত্যুৱে মোৰ জীৱনত বৰ আঘাত দিলে। জীৱনৰ সকলো হেৰাই যোৱা যেন লাগিল। দেউতাই মোক এখন "বৰগীত" কিতাপ উপহাৰ দিছিল। বৰগীত পুথিখনৰ ভিতৰৰ প্ৰথম কাগজ খনত দেউতাই নিজ হাতেৰে মোৰ নাম লেখি আশীৰ্ব্বাদেৰে দিছিল। এই পবিত্ৰ পুথিখনকে মই সাবটি লৈ দেউতাৰ আখৰ কেইটা বৰ ভক্তিৰে সেৱা কৰো। দেউতাৰ অবিহনে ঘৰখন উকা উকা হৈ গ'ল। আইয়ে বহুত ধৈৰ্য্যৰে কামবোৰ কৰি গ'ল। দেউতা থাকোঁতেই মোতকৈ ডাঙৰ শুৱলা বাইদেউ, হেমদা বাইদেউ, আৰু প্ৰেমবালা বাইদেউৰ বিয়া হয়। দুলাল ককাইদেউৱে ঘৰৰ দায়িত্ব ললে। মোৰ তলত দুজন ভাই আৰু এজনী ভনী। ভাই দুজনৰ নাম পৱন আৰু প্ৰবোধ। ভনী জনীৰ নাম ভানু, স্কুলৰ নাম সত্যৱতী। সূৰ্য্যৰ প্ৰথম পোহৰ জাকৰ দৰে মিঠা আমেজেৰে ধুনীয়া মোৰ ভনীজনী। মুখখনো ৰঙা ধনীয়া। দেউতাই তেওঁৰ নাম ভানু ৰাখিলে। মই স্কুলত পঢ়ি থকাৰ সময়তে আই আৰু ককাইদেউৱে মোৰ বিয়া ঠিক কৰি পেলালে। মই অষ্টম মান শ্ৰেণীৰ পৰা প্ৰমোচন পাই নৱম মান শ্ৰেণীত উঠিছো। মোৰ বয়স তেতিয়া যে.ল সঙ্গ

পাৰ হৈ গৈছে। যোৰহাটৰ পৰা বাৰ কিলোমিটাৰ নিলগত তিতাবৰ। তিতাবৰৰ এক অভিজাত ধাৰ্ম্মিক পৰিয়ালৰ মহান পুৰুষ মিহিৰাম শইকীয়া। তেখেতৰ তৃতীয় পুত্ৰ কনক নাথ দত্ত শইকীয়াই কলিকতাৰ পৰা বি, এল, পাছ কৰি আহিছে। যোৰহাটত ওকালতি কৰিবলৈ আৰম্ভ কৰিছে। কনক নাথৰ সৰু ভায়েক জীৱকান্ত শইকীয়াই কলিকতাত ডাক্তৰী পঢ়ি আছে। বিয়াৰ বন্দবস্ত কৰাৰ সময়ত ককাইদেউৱে আৰু আইয়ে পূজনীয় মিহিৰাম শইকীয়াৰ ঘৰৰ মানুহখিনিক ক'লে যে মোক তেখেত সকলৰ ঘৰলৈ বিয়া দিবলৈ হ'লে তেখেত সকলে এটা কথা সদায় মানিব লাগিব। এই কথাটো হৈছে শৰৎ কালৰ শ্ৰীশ্ৰীদেৱীদূৰ্গা পূজা মোক সেৱা কৰিবলৈ আৰু মানিবলৈ দিব লাগিব। সদায়েই মহা-অষ্টমীৰ দিনা মোৰ হৈ এখনি নৈবেদ্য শ্ৰীশ্ৰী দূৰ্গা পূজাত দিব লাগিব। পূজনীয় মিহিৰাম শইকীয়া আৰু তেখেত সকলৰ লোক সকল ইমান উদাৰ আছিল যে ককাইদেউ আৰু আইৰ কথাত তেখেত সকলে সন্মতি দিলে। মোৰ বসন্ত ৰোগৰ সময়তে মোৰ দেউতাই এই পূজা ভাগ মানস কৰিছিল আৰু পূজা ভাগ কৰাৰ বিধান দি গৈছিল। বিয়াৰ বন্দবস্ত হোৱাৰ পিছতে এদিন কনক নাথৰ ভাগিনীয়েক ৰত্নেশ্বৰ দত্ত, ভায়েক জীৱকান্ত আৰু গাঁৱৰে দুজন মান লোকক লৈ তিতাবৰৰ পৰা আমাৰ ডিব্ৰুগড়ৰ ঘৰত মোক আঙঠি পিন্ধাবলৈ আহে। তেওঁলোকে শৰাইত তামোল-পাণ, আই মাতৃ দময়ন্তী শইকীয়াই নিজে বৈ উলিওৱা এজোৰ গুণাৰ বুটা বচা পাটৰ ৰিহা মেখেলা চাদৰ আৰু এটা আঙঠি মোলৈ আগবঢ়ায়। আঙঠিটো খাটি অসমীয়া সোণৰ ৰঙা সেউজীয়া বাখৰ খটোৱা জেঠি নেগুৰিয়া। মোৰ ককাইদেউ, আই আৰু ঘৰৰ সকলো উপস্থিত থকাৰ উপৰিও ওচৰৰ কেইবাগৰাকী মানুহো উপস্থিত আছিল। সেইদিনা মোৰ দেউতালৈ বৰ মনত পৰিছিল। আঙঠি পিন্ধোৱাৰ প্ৰায় তিনিমাহৰ পিচত ১৯২০ চনৰ ১৪ জুলাইত মোৰ বিয়া হয়।

আমাৰ বিয়া পাঁচ-দিনীয়া আছিল। ১০ জুলাইৰ দিনা জোৰোণ আছিল। তিতাবৰৰ পৰা ৰেলেৰে ডিব্ৰুগড়লৈ আহি জোৰোণ দিছিলহি। জোৰোণ দিবলৈ মতা মানুহ আহিছিল। মাইকী মানুহ অহা নাছিল। মোৰ দেওৰ জীৱকান্তই সকলো কামতে আগভাগ লৈছিল। দৰা ঘৰৰ মানুহখিনি জিৰাবৰ আৰু থাকিবৰ কাৰণে ককাইদেউৱে এখন ঘৰ বন্দবস্ত কৰি ৰাখিছিল। তাত কাম কৰা মানুহখিনিও বন্দবস্ত কৰি থৈছিল যাতে দূৰণিৰ পৰা অহা দৰা ঘৰৰ মানুহে অকণো অসুবিধা নাপায়। জোৰোণৰ পিছদিনা গাঠিয়ন আছিল। ন-পুৰুষৰ শ্ৰাদ্ধ সেইদিনাই কৰা হৈছিল। আমাৰ ঘৰখনৰ চাৰিওপিনে ৰভা দিছিল।

ঘৰখনৰ প্ৰতিটো কোঠালিৰ দুৱাৰত আমদালি গাঁঠি আৰি দিয়া হৈছিল। ১৯২০ চনৰ ১৪ জুলাইৰ দিনা আমাৰ বিয়া হয়। দৰাঘৰৰ মানুহখিনি বেলেৰে আহি ডিব্ৰুগড়ৰ আমাৰ ঘৰৰ পৰা বন্দবস্ত কৰি থোৱা ঘৰটোত আছিলহি। দৰা সেইঘৰৰ পৰা আমাৰ ঘৰলৈ আহিবলৈ মোৰ পূজনীয় শহুৰ দেউতাৰ নিৰ্দ্দেশত জীৱকান্তই আগতেই হাতী প্ৰস্তুত কৰি ৰাখিছিল। সেইখন ঘৰৰ কাম কৰা মানুহকে আৰম্ভ কৰি সকলো মানুহৰ থকা-খোৱাৰ ব্যৱস্থা সজাই-পৰাই ঘৰখন সুন্দৰ কৰা সকলো কাম আৰু খৰচ দৰাঘৰৰ পৰাই কৰা হৈছিল। মোক সম্প্ৰদান মোৰ ককাইদেউ দুলাল বৰুৱাই দিছিল। বিয়াৰ যজ্ঞ আৰু সম্প্ৰদানৰ কাম নিশা শেষ ভাগত শেষ হৈছিল। ১৫ জুলাইৰ দিনা দিনৰ ১ বজাত ডিব্ৰুগড়ৰ পৰা তিতাবৰলৈ দৰা আৰু দৰাঘৰৰ লোক সকলৰ লগত বেলেৰে আহি নিশা প্ৰায় ১১ বজাত তিতাবৰৰ ষ্টেচনত নামো। মোৰ লগত আমাৰ ঘৰৰ পৰা মোৰ দেউতাৰ বায়েক জেঠাইদেউৰ পুতেক ককাইদেউ ব্ৰজনাথ বৰা আহে। মোৰ শহুৰ দেউতা মিহিৰাম শইকীয়া আঢ্যৱন্ত লোক। পুতেক কনক নাথৰ বিয়া বুলি নিজৰ ঘৰৰ পৰা তিতাবৰৰ ষ্টেচনলৈ প্ৰায় তিনি কিলোমিটাৰ দূৰ বাটৰ দুইকাষে মাজে মাজে কলপুলি ৰোৱাইছিল। আমি ৰাতি ১১ বজাত পোৱাহিৰ পিচত গায়ন বায়নেৰে মৃদং-খোল বজাই আদৰি নিছিল। ষ্টেচনৰ পৰা নামি ঘৰলৈ আহোঁতে মোক দোলাত উঠাই আনিছিল। দোলাখন হেঙুল হাইতালেৰে বোলোৱা। মানুহে কান্ধত উঠাই দোলাখনৰে মোক লৈ আহিছিল। তিতাবৰৰ ষ্টেচনত দোলাখনত মোক দুগৰাকী মহিলাই উঠিবলৈ কৈছিল আৰু লগত তেওঁলোকো আহিছিল। তেওঁলোক আছিল মোৰ সমন্ধত জা। এগৰাকীৰ নাম কুহম বাইদেউ, আনগৰাকী আছিল মোৰ জেশাহুৰ জীয়েক আইদেউ বৰদলৈ। দৰা কনক নাথে হাতীত উঠিয়েই তিতাবৰৰ ষ্টেচনৰ পৰা ঘৰলৈ আহিছিল। দৰা হৈ যাওঁতে কনকনাথে পাটৰ ধুতি, পাটৰ পাঞ্জাবী, মূৰত পাটৰ পাগুৰি পিন্ধি গৈছিল। শিৰত আছিল তুলসীৰ মালা। বুকুত আছিল বগা চন্দনৰ বিজয় ফোট। আমাৰ পূজনীয় শাহু আই দময়ন্তী শইকীয়াই দৰাই পিন্ধা কাপোৰখিনি নিজে বৈছিল। এই পিন্ধা কাপোৰেৰেই দৰা হৈ বিয়া কৰাই বোৱাৰী লৈ ঘৰলৈ ঘূৰি আহোঁতেও এইদৰেই পিন্ধি আহিছিল। মোক সিংখাপৰ বিহা মেখেলা চাদৰ পিন্ধাই দিছিল। এইযোৰ কাপোৰো মোৰ শাহু আই মাতৃ দময়ন্তী শইকীয়াই নিজে বোৱা। কপালত কপালী, ডিঙিত বিৰি, ঢোল, মুকুতা, দুগদুগিৰে সোণৰ মালা, হাতত সোণৰ গামখাৰু, আঙুলিত জেঠি নগৰিয়া, শেন-শঙ্খ বুলিয়া আঙঠি আদি সোণৰ গহনাৰে পিন্ধাই আনিছিল।

তিতাবৰৰ ঘৰৰ পদূলি মুখত মোক দোলাৰ পৰা নমাই আনি দৰাৰ লগত তামূলী পীৰাত থিয় হবলৈ দিলে— ৰাতি প্ৰায় ১২ বাজি গৈছে। গোটেই ঘৰ উদুলি মুদুলি। মোৰ ৰৰজনা দুজন। ডাঙৰ জন বৰজনাৰ নাম নন্দিনাথ শইকীয়া আৰু মাজুজন বৰজনা নন্দনাথ শইকীয়াও দৰাৰ লগত গৈছিল। তেখেত সকলে আগবাঢ়ি আহি সকলো কাম তদাৰক কৰিলে। প্ৰথমতে শহুৰ দেউতাই তাৰ পিচত শাহু আইয়ে আম-পাত ৰূপৰ কলহত পানীৰে ভৰাই, আমসাৰ, চাকিসাৰ দি আদৰণি জনাই ঘৰলৈ ভিতৰলৈ লৈ আহিছিল। কনকনাথৰ দুজন ককায়েক, এজন ভায়েক আৰু এগৰাকী বাইদেউক আছিল। বাইদেউৰ নাম মইনা বাইদেউ। তেখেতৰ বিয়া হৈছিল ঢলিৰ হীৰানাথ বৰদলৈৰ লগত। মইনা বাইদেউৱেই মোক সকলো কামৰ নিৰ্দেশ দি মই থকা শোৱাৰ ঠাই দেখুৱাই দিলে। তেওঁলোকৰ পৰিয়াল বৰ ডাঙৰ। পূজনীয় শহুৰ দেউতা, শাহু আই আৰু বৰজনা, ভিনদেউ সকলোকে ভাগে ভাগে শৰাইত তামোল পাণ আৰু মান কাপোৰ দি সেৱা কৰিলো। ইয়াৰ উপৰিও পৰিয়ালৰ পূজনীয় সকলোকে মান ধৰি সেৱা কৰিলোঁ।

মোৰ পূজনীয় শাহু আই মাতৃ দময়ন্তী শইকীয়া আৰু পূজনীয় শহুৰ দেউতা মিহিৰাম শইকীয়া অত্যন্ত মৰমীয়াল আৰু মানুহৰ দুখ বুজা আছিল। কনকনাথে ওকালতি কৰি থাকিবলৈ যোৰহাটত ইতিমধ্যে ঘৰ এটা সাজি লৈছিল। তিতাবৰত বিয়াৰ পিছত এঘাৰ দিন থকাৰ পিচত মই যোৰহাটলৈ আহিলোঁ। আমাৰ সংসাৰ সুন্দৰকৈয়ে আৰম্ভ হ'ল। কনকনাথ আছিল দুৰ্দান্ত সাহসী আৰু সত্যনিষ্ঠ লোক। তেওঁ হাতীত উঠি অটব্য হাবিলৈ চিকাৰ কৰেগৈ। মোৰ শহুৰ দেউতাৰ এখন চাহ বাগিছা আছিল। চাহ বাগিছাখনৰ নাম ৰজাবাৰী। কনকনাথে ঘোঁৰাত উঠি বাগিছালৈ যোৱাৰ উপৰিও ইমূৰৰ পৰা সিমূৰ ঠাইলৈ ঘূৰি ফুৰে।

মহাত্মা মোহন দাস কৰমচাঁদ গান্ধীৰ নেতৃত্বত ভাৰতৰ স্বাধীনতা আন্দোলন আৰম্ভ হয়। ১৯২১ চনত আৰম্ভ হোৱা অসহযোগ আন্দোলনত অসমৰ ৰাইজে সক্ৰিয় সহযোগিতা আগবঢ়োৱাৰ ফলত বহুতো নেতা আটক কৰি ৰাখে। কনকনাথেও অসহযোগ আন্দোলনত যোগদান কৰি ওকালতি এৰি দিয়ে। কনক নাথে ঘোঁৰাত উঠি গাৱেঁ-ভূঞে ঘূৰি ফুৰি আন্দোলনত সক্ৰিয় অংশ গ্ৰহণ কৰা লোকসকলক টকা পইচা খোৱা বস্তুৰ যোগান ধৰে। ১৯২১ চনতে দেশভক্ত তৰুণৰাম ফুকনৰ যত্নত অসমৰ সকলো চাহ বাগিছাৰ মালিকক গোট খুৱাই এখন সভা পাতে। এই সভাতে প্ৰথম Assam Tea Planters Association গঠন হয়। এই Associationৰ প্ৰধান সম্পাদক হয় প্ৰসন্ন কুমাৰ

বৰুৱা আৰু সহকাৰী সম্পাদক হয় কনকনাথ দত্ত শইকীয়া। এই Association গঢ়োতে কৰ্ম্মবীৰ নবীন চন্দ্ৰ বৰদলৈয়েও যথেষ্ট সহায় কৰে। আমাৰ ঘৰলৈ দেশভক্ত তৰুণৰাম ফুকন, কৰ্ম্মবীৰ নবীন চন্দ্ৰ বৰদলৈ, মহম্মদ তৈয়বুল্লা চাহাব আহিছিল। তৈয়বুল্লা চাহাব কনকনাথৰ বৰ বন্ধু আছিল। স্বাধীনতাৰ আন্দোলনৰ কামত আহোতে তৈয়বুল্লা চাহাব আমাৰ ঘৰতে আছিলহি। আমাৰ ঘৰত হিন্দু-মুছলমান-খৃষ্টিয়ান সকলো ধৰ্ম্মৰে মানুহ আহি আছিল আৰু আমাৰ ওচৰত সকলো ধৰ্ম্মৰ মানুহ সদায় সমান আৰু শ্ৰদ্ধাৰ আছিল। ১৯২৬ চনত চন্দ্ৰপ্ৰভা শইকীয়ানীৰ নেতৃত্বত অসম প্ৰাদেশিক মহিলা সমিতিৰ প্ৰতিষ্ঠা হয়। এই মহিলা সমিতিৰ শাখা যোৰহাটতো প্ৰতিষ্ঠা হয়। এই মহিলা সমিতি স্থাপনৰ মহৎ উদ্দেশ্য আছিল নগৰ, গাওঁ আৰু অনুন্নত অঞ্চলৰ মহিলা সকলৰ আৰ্থিক সামাজিক অৱস্থা উন্নত কৰা, শিক্ষাৰ পোহৰৰ পৰা বঞ্চিতা মহিলা সকলৰ শিক্ষাৰ ব্যৱস্থা কৰা। এই মহিলা সমিতিৰ প্ৰতিষ্ঠাত ময়ো আগ ভাগ লওঁ। তেতিয়া আমাৰ প্ৰথম ছোৱালী কমল কুমাৰী তিনি বছৰৰ আৰু দ্বিতীয় ছোৱালী লতিকা কেচুৱা।

১৯২৯ চনত পূজনীয় শহুৰ দেউতা আৰু শাহু আই মাতৃৰ ওচৰত থাকিবৰ কাৰণে তিতাবৰৰ ঘৰত থাকিবলৈ ললোঁ। তেতিয়া আমাৰ তৃতীয় সন্তান প্ৰদীপা কেচুৱা। ১৯২৯ চনতে চাহ বাগিছাৰ কাম ভালদৰে চাবলৈ সহজ হব বুলি ভাবি কনকনাথে বাগিছাত থাকিবলৈ ললে। বাগিছাৰ ঘৰত থাকিবলৈ তিনিওটি সন্তানক লৈ কনকনাথৰ লগত ময়ো গলো। বাগিছাৰ ঘৰত থাকোতে চাহ বাগিছাৰ মহিলা বনুৱা সকল, ওচৰৰ টুৰুং জনজাতিৰ মহিলা সকল, আমাৰ বাগিছাৰ সাত মাইল দূৰত অৱস্থিত নগা পাহাৰৰ কিছুমান মহিলাৰ সৈতে মোৰ চিনা পৰিচয় আৰু মৰমৰ যোগসূত্ৰ প্ৰতিষ্ঠা হয়। এই মহিলা সকলৰ সৰলতাত মই মুগ্ধ হলো। তেওঁলোকৰ কল্যাণৰ কাৰণে যিখিনি পাৰিলো কাম কৰিলো। সেউজীয়া সেউজীয়া চাহপাতৰ গছ, মুকলি আকাশ, ওচৰৰ পাহাৰৰ সৌন্দৰ্য্য, বনুৱা পুৰুষ মহিলা বনুৱা সকলৰ কামৰ ব্যস্ততা— এই বিলাক মোৰ বৰ ভাল লাগিল। বাগিছাত থাকোতেই আমাৰ প্ৰথম ল'ৰা বীৰেনৰ জন্ম হয়। বাগিছাত কিছু বছৰ থকাৰ পিচত তিতাবৰলৈ আহিলো। মোৰ শহুৰ দেউতা আৰু শাহু আই মাতৃ, বৰজনা সকলোৰে মৰমৰ মাজত থাকি মোৰ বৰ ভাল লাগিল। আই মাতৃয়ে তাঁতৰ শালত সদায় কাপোৰ বৈ থাকে। তেখেতৰ তাঁতশালখন আছিল হেঙুল হাইতালেৰে বোলোৱা। তেখেতৰ সুদক্ষ পৰিচালনাতে ঘৰখন বৰ নিয়াৰিকৈ চলে। ১৯২৯ চনত মোৰ শহুৰ দেউতা আহিন মাহৰ শুক্ল পক্ষৰ পঞ্চমী

তিথিৰ দিনা ঢুকাল। শহুৰ দেউতা ঢুকুৱাৰ সময়ত চাৰিওজন পুত্ৰ সন্তান, বোৱাৰী, কন্যা, জোৱাই সকলো উপস্থিত আছিল। তেখেতৰ মৃত্যুত মই একেবাৰে ভাঙি পৰিলো। মোক নিজৰ ছোৱালীৰ দৰে মৰম কৰিছিল। মোৰ অসুখ-বিসুখ হ'লে মোৰ চুলিত হাত ফুৰাই মৰম কৰিছিল। কেনেকৈ কি কৰিব লাগে সকলো শিকাই দিছিল। মোৰ নিজৰ দেউতাক মই বিয়াৰ আগতেই হেৰুৱাইছিলোঁ। এতিয়া মোৰ দেউতাৰ সেই ঠাইত শহুৰ দেউতা আছিল। শহুৰ দেউতাৰ মহা প্ৰয়াণৰ লগে লগে মোৰ চকুৰ চকুপানী ওলায়েই থাকিল। মই শাহু আই মাতৃৰ লগত থাকিবলৈ ললো। মোৰ ডাঙৰ জন ৰৰজনা নন্দিনাথ শইকীয়া তেখেতৰ পৰিয়ালৰ সৈতে পুৰণা ঘৰখনৰ ওচৰতে ডাঙৰকৈ ধুনীয়াকৈ ঘৰসাজি থাকিবলৈ শহুৰ দেউতা জীয়াই থাকোতেই লৈছিল। এই গৰাকী মহা পুণ্যবান ৰৰজনাই পিতৃ-মাতৃ আৰু ভাতৃ বাইদেউ আৰু পৰিয়ালৰ কাৰণে সকলো কামেই নিখুত ভাবে কৰি গৈছিল। মাজুজন ৰৰজনা নন্দনাথ শইকীয়াও তিতাবৰৰ পুৰণা ঘৰতে আই আৰু আমাৰ লগতে আছিল। তেখেত বিয়া কৰোৱা নাছিল। কিতাপ পঢ়ি বৰ ভাল পাইছিল। আমাৰ ল'ৰা-ছোৱালী কেউটিক নিজৰ ল'ৰা-ছোৱালীৰ দৰেই মৰম কৰিছিল। তিতাবৰত পঢ়াৰ সুবিধা নথকাত মোৰ ডাঙৰ ছোৱালী কমল কুমাৰীক ডিব্ৰুগড়ৰ মোৰ আই আৰু ককাইদেউৰ লগত ৰাখি স্কুলত পঢ়াবলৈ পঠাইছিলোঁ। মোৰ চতুৰ্থ ছোৱালী দেবিকা জন্ম হ'বৰ সময়ত মোৰ গাত মাত্ৰ সাত মাহ আছিল। মোৰ শৰীৰো বৰ দুৰ্ব্বল আছিল। মাত্ৰ গাত সাত মাহ থাকি জন্ম হোৱা কণমানি শিশু দেবিকা জীয়াই থাকিবনে নেথাকে— এই কথা লৈ ঘৰৰ আৰু গাঁৱৰ সকলো উৎকণ্ঠিত হৈ পৰিল। গাঁৱত আৰু বংশৰ মানুহখিনিয়ে পশ্চিম আকাশত বেলি ডুব যোৱাৰ আগে আগে সদায় আমাৰ ঘৰলৈ আহি সুধি যায়হি— শিশু দেবিকা জীয়াই আছে নে নাই। ইয়াৰ কাৰণো অৱশ্যে নথকা নহয়। আমাৰ সমাজত ঘৰৰ শিশুৱেই হওক বা ডাঙৰেই হওক, মৰিলে ঘৰত চৰু পেলাব লাগে, এসাজ ভাত লঘোণ দিব লাগে। মোৰ শাহু আই আৰু দেউতাকৰ যত্নত সুস্থ স্বাস্থ্যৰ অধিকাৰী হৈয়েই দেবিকা লাহে লাহে ডাঙৰ হ'লগৈ।

আমি তিতাবৰত থাকোঁতেই মোৰ শাহুৰ পৰলোক প্ৰাপ্তি ঘটে আৰু শ্ৰাদ্ধাদিৰ পিছত মাজুজনা ৰৰজনা নন্দনাথ শইকীয়াৰ ওচৰত পুৰণি ঘৰৰ সকলো দায়িত্ব দি আমি যোৰহাটলৈ আহি থাকিবলৈ ললোঁ। যোৰহাটত আমি থাকিবলৈ ললেও তিতাবৰৰ চিন্তাই আমাৰ প্ৰধান আছিল। তিতাবৰৰ ৰাইজৰ কল্যাণৰ বাবে মোৰ শহুৰ মিচ্ছিৰাম শইকীয়াৰ নামত মোৰ স্বামীয়ে

এখন হাইস্কুল প্ৰতিষ্ঠা কৰে আৰু নিজে চাৰি বছৰ অবৈতনিক হিচাপে প্ৰধান শিক্ষকৰ দায়িত্ব পালন কৰে।

আমাৰ ঘৰখনত সকলোকে বিদ্যা-শিক্ষা গ্ৰহণৰ কিদৰে সুবিধা দিব পৰা যায়, সদায় তাৰ আলোচনা হৈছিল। যোৰহাটত প্ৰথম ছোৱালী হাইস্কুল প্ৰতিষ্ঠা হ'বৰ সময়ত ছোৱালী হাইস্কুলৰ শিক্ষয়িত্ৰী সকলক থাকিবলৈ আমাৰ ঘৰতে সুবিধা কৰি দিছিলোঁ। যোৰহাটত এখন ভাল ছোৱালী হাইস্কুল হওঁক, ছোৱালীৰ শিক্ষাৰ প্ৰসাৰতা লাভ কৰক, এয়েই আছিল আমাৰ জীৱনৰ অন্যতম লক্ষ্য।

যোৰহাটৰ ঘৰতে মোৰ বাকী কেইটা ল'ৰা-ছোৱালীৰ জন্ম হয়। ল'ৰা-ছোৱালী কেউটিকে পঢ়াই-শুনাই ডাঙৰ কৰোঁতে পিতৃ হিচাপে যি খিনি কৰিব লাগে তাতোকৈও বেছি দায়িত্ব মোৰ স্বামীয়ে লৈছিল। অতি সাধাৰণ ভাবে জীৱনক আগবঢ়াই এক মহৎ লক্ষ্য লৈ সন্তান কেইটিক উপযুক্ত কৰিবলৈ আমি চেষ্টা কৰিছিলোঁ। ভগৱানেও আমাক এই ক্ষেত্ৰত সহায় কৰিলে।

১৯৩৯ চনৰ ৩১ আগষ্টৰ মাজ নিশা দ্বিতীয় মহাসমৰ আৰম্ভ হয়। এই মহাযুদ্ধই সমগ্ৰ বিশ্বৰ সকলো প্ৰান্তৰে মানুহক স্পৰ্শ কৰিছিল। এই যুদ্ধৰ সামৰণি পৰে ১৯৪৫ চনৰ ১৪ আগষ্টৰ দিনা। দ্বিতীয় মহাসমৰৰ কাল ছোৱাত যোৰহাটত প্ৰতি সন্ধিয়া নগৰখন অন্ধকাৰ কৰি ৰখা হৈছিল। সময়ে সময়ে চাইৰেন বাজিছিল। বৃটিছৰ অধীনৰ বিভিন্ন ঠাইৰ সৈন্যসকল আহি যোৰহাটত ভৰি পৰিছিল। যোৰহাট চৰকাৰী ল'ৰাৰ হাইস্কুলটোত হাস্পতাল কৰা হৈছিল। এই মহাযুদ্ধৰ সময়ত আমি প্ৰায় দুবছৰ তিতাবৰৰ ঘৰত আছিলোঁ। সেই সময়ত তাত মোৰ দেওৰ জীৱকান্ত শইকীয়া, জা লক্ষ্মীপ্ৰভা আৰু তেওঁলোকৰ ল'ৰা-ছোৱালী কেইটিও থকাত ভাল লাগিছিল।

তিতাবৰত থকা সময়ছোৱাত ওচৰৰ গাওঁ সমূহৰ বিভিন্ন উন্নয়নমূলক কামত মই যি পাৰোঁ সহায় সহযোগিতা কৰোঁ। বৃটিছৰ শাসন কালতে ভাৰতীয় ৰেড্‌ক্ৰছৰ যোৰহাট শাখাৰ যুটীয়া সম্পাদিকাৰ দায়িত্ব পালন কৰোঁ। সময়টো আছিল ১৯২৬ চন। দ্বিতীয় মহাযুদ্ধত আহত হোৱা সৈন্যসকলকো আমি সেৱা-শুশ্ৰূষা কৰিছিলোঁ। ১৯৪২ চনত মহাত্মা গান্ধীৰ নেতৃত্বত ভাৰত ত্যাগ মন্ত্ৰেৰে স্বাধীনতা আন্দোলন দেশজুৰি হোৱাৰ দৰে অসমতো হৈছিল। ১৯৪২ চনৰ ৮ আগষ্টত বম্বেত নিখিল ভাৰত কংগ্ৰেছৰ কাৰ্য্য নিৰ্বাহক সভাত 'ভাৰত ত্যাগ' প্ৰস্তাৱ গ্ৰহণ কৰাৰ পিছত সমগ্ৰ দেশতে যাকে য'তে পালে নেতা সকলক জেলত ভৰালে। অসমতো গোপীনাথ বৰদলৈকে আদি কৰি

নেতাসকলক জেলত বন্দী কৰিলে। যোৰহাটতো বহুতো নেতাক আটক কৰিলে। সেই সময়ৰ জেলত বন্দী হৈ থকা নেতা সকলক মোৰ স্বামী কনকনাথে খোৱা-বোৱা বস্তুৰ যোগান ধৰিছিল। ঘৰত ৰন্ধা-বঢ়া আহাৰ গ্ৰহণ নকৰা মিত্ৰদেৱ মহন্ত ডাণ্ডৰীয়াক চ'দা পানীৰ বটল আৰু ফলাহাৰ যোগোৱাৰ কথা আজিও কেতিয়াবা মনত পৰে। ১৯৪৭ চনত ভাৰতবৰ্ষই স্বাধীনতা লাভ কৰিলে। দেশৰ স্বাধীনতা ৰক্ষা কৰিবলৈ হ'লে শিশু, মহিলা আৰু বিকলাঙ্গ সকলৰ উন্নতি কৰিব লাগিব। এই কথা সাৰোগত কৰি মোৰ স্বামীয়ে অনেক ৰংপেৰে নুশুনা লোকক কলিকতাত প্ৰশিক্ষণ দিয়াই কামত নিয়োগ কৰিছিল। সত্ৰসমূহৰ উন্নতিৰ হকে গোঁসাই-মহন্তসকলক সেৱা কৰাৰ সুবিধা কনকনাথৰ লগতে ময়ো পাইছিলোঁ। ঘৰৰ ধানৰ ভঁৰালৰ পৰা ধান, চাউল আগবঢ়োৱাৰ উপৰিও সত্ৰৰ মহন্ত-গোঁসাই সকলক উপহাৰ হিচাপে ঘোঁৰাও এটা আগবঢ়াইছিল। সকলো লোককে সেৱা কৰাই আছিল আমাৰ ধৰ্ম্ম আৰু লক্ষ্য। আতুৰত পৰা লোকক আমি সহায় কৰি পৰম কৃতাৰ্থ মানিছিলোঁ। মানৱতাৰ সেৱাত মোৰ স্বামী কনকনাথে নিজৰ জীৱনটো আগবঢ়াই তৃপ্তি পাইছিল। তেখেতৰ সহযোগত ময়ো যোৰহাটৰ জগন্নাথ বৰুৱা কলেজ, দেবীচৰণ বৰুৱা ছোৱালী কলেজ, বাল্যভৱন, ৰামকৃষ্ণ মিছন, যোৰহাট আইন মহাবিদ্যালয়, গুৱাহাটী বিশ্ববিদ্যালয় আদি প্ৰতিষ্ঠা কৰাত আগভাগ ল'বলৈ সক্ষম হওঁ।

১৯৪৯ চনত যোৰহাটত হোৱা প্ৰথম মইনা মেলখনৰ সভানেত্ৰীৰ দায়িত্ব ল'বলগীয়া হয়। এই মইনা মেলখন প্ৰতিষ্ঠা কৰোঁতে কল্যাণীয় হেমন্ত বৰদলৈ আৰু মোৰ চতুৰ্থ ছোৱালী দেবিকাই অক্লান্ত পৰিশ্ৰম কৰিব লগা হৈছিল। মোৰ দিনতে এই অনুষ্ঠানটোক গুৱাহাটীৰ পাৰিজাত চৰাৰ লগত একত্ৰিত কৰি ১৯৫০ চনত 'সদৌ অসম মইনা পাৰিজাত' গঠন হয়। ইয়াৰ প্ৰথম অধিবেশনখন অনুষ্ঠিত হৈছিল যোৰহাটতেই। এই অধিবেশনলৈ মুখ্য অতিথি হিচাপে আহিছিল ভাৰতৰ প্ৰাক্তন প্ৰধান মন্ত্ৰী জৱাহৰলাল নেহৰু। জৱাহৰলাল নেহৰুক পিন্ধাই দিয়া 'বেজ'টোত আছিল সূৰ্য্য উদয় হোৱাৰ লগতে নাঙল আৰু ধানৰ ঠোক এটা। কোৱা বাহুল্য যে সেই 'বেজটো' তৈয়াৰ কৰিছিল মোৰে পঞ্চম কন্যা অৰুনাই। যোৰহাট জিলা মইনা পাৰিজাতৰ মই চৈধ্য বছৰ সভানেত্ৰী আছিলোঁ। অসমৰ বিভিন্ন ঠাইত হোৱা মইনা পাৰিজাতৰ অধিবেশন সমূহলৈ মই যোৰহাটৰ মইনা সকলক লৈ গৈছিলোঁ।

যোৰহাট জিলা মহিলা সমিতিৰো মই কেইবাবছৰো সভানেত্ৰী পদত থাকোঁ। শ্ৰীযুতা হেমলতা বেজবৰাৰ সৈতে গাঁৱে-গাঁৱে বহুতো শাখা সমিতি খুলি শিপিনী-সংঘ পাতি দিওঁ। এই শিপিনী সংঘ বিলাকৰ যোগেদি গাঁৱৰ

মহিলাসকলৰ তাঁত-শিল্পৰ প্ৰসাৰতা বৃদ্ধি কৰাৰ লগতে তেওঁলোকৰ উপাৰ্জনৰ পথো মুকলি হৈছিল। যোৰহাটৰ আৰু যোৰহাটৰ ওচৰৰ গাঁৱে-গাঁৱে মহিলাসকলৰ কল্যাণৰ হকে সংগঠনমূলক কামবোৰ কৰাৰ সময়ত মোক ৺শশীপ্ৰভা চলিহা, ৺বিন্দুবাসিনী দত্ত, ৺মৃনালিনী বৰুৱা, সুধা বৰুৱা, কুঞ্জ দেৱী, বিনিতা দেৱী, নিনিকন দেৱী, ৰজনীপ্ৰভা বৰুৱা, দেবেশ্বৰী বৰুৱা, হেমলতা বেজবৰা, তিলকা শইকীয়া আদি মহিলা সকলে সহায় সহযোগিতা কৰে।

অসমত অনুষ্ঠিত হোৱা ভাৰতৰ ৰাষ্ট্ৰ সন্মিলনত (সময়টো পাহৰিছোঁ) হাতে-বোৱা কাপোৰৰ এখন প্ৰদৰ্শনী হৈছিল। এই প্ৰদৰ্শনীত মই নিজ হাতেৰে বোৱা চপা পাতৰ ৰিহা-মেখেলা-চাদৰ দিছিলোঁ আৰু তাঁতত বোৱা কাপোৰৰ ভিতৰত হোৱা প্ৰতিযোগিতাত মোক প্ৰথম পুৰস্কাৰ দিছিল। এই পুৰস্কাৰত আছিল এখন ৰূপৰ কাঁহি, এশটকীয়া এখন নোট আৰু এখনি মানপত্ৰ।

ভাষা শিকাৰ বাবে মোৰ বৰ চখ। বঙালী ভাষা মই সৰুৰে পৰা ক'বলৈ, পঢ়িবলৈ আৰু লেখিবলৈ শিকিছিলোঁ। ১৯৪৭ চনত মই মোৰ চতুৰ্থ কন্যা দেবিকাৰ সৈতে একেলগে হিন্দী ভাষা শিকোঁ। আমাক ৱাৰ্দ্ধাৰ পৰা অহা এজন পণ্ডিতে হিন্দী ভাষাৰ শিক্ষা দিছিল। হিন্দী ভাষা শিকি প্ৰেমচাঁদৰ গল্পৰ সোৱাদ ল'বলৈ মই সক্ষম হ'লো। ভাৰতীয় সাহিত্যত আগশাৰীৰ গল্প লেখক প্ৰেমচাঁদৰ প্ৰতিটো গল্পই মোৰ বৰ ভাল লাগিল।

১৯৪৭ চনত ভাৰতবৰ্ষ স্বাধীন হ'ল। লগে লগে আমাৰ বিধান সভা গঠন হোৱাৰ আয়োজন চলিল। ৰাইজ সকলে মোক বিধানসভাৰ সদস্যা হিচাপে থিয় হ'বলৈ ধৰিছিল। কিন্তু মোৰ সমাজৰ কল্যাণৰ বাবেহে কাম কৰা একান্ত কাম্য আছিল। ৰাজনীতিত সক্ৰিয় অংশ গ্ৰহণ কৰাৰ মোৰ একেবাৰে ইচ্ছা নাছিল। অৱশ্যে মোৰ বৰ জীয়ৰী শ্ৰীকমল কুমাৰী বৰুৱাই ১৯৫৭ চনত বিধান সভাৰ সদস্যা হোৱাৰ উপৰিও সময়ত ৰাজ্যিক মন্ত্ৰী পৰ্য্যায়লৈকে অসমৰ ৰাজনীতি জগতত আছিল। আমাৰ ছোৱালীয়ে ৰাইজৰ সেৱা কৰিবলৈ পোৱাত মই ৰাইজৰ ওচৰত কৃতজ্ঞতা জ্ঞাপন কৰোঁ। আমাৰ দহোটি সন্তানৰে (সাতজনী ছোৱালী আৰু তিনিটি ল'ৰা) প্ৰথম সন্তান হ'ল— শ্ৰীমতী কমল কুমাৰী। তেওঁ অসমীয়াত এম, এ পাচ কৰে আৰু ৰাজনীতিত যোগদান কৰাৰ আগতে যোৰহাট জগন্নাথ বৰুৱা কলেজত অধ্যাপনা কৰে। মাজু গৰাকী কন্যা শ্ৰীমতী লতিকাই অসম চৰকাৰৰ বিভিন্ন বিভাগত কাম কৰি অৱসৰ গ্ৰহণ কৰে। ১৯৪৭ চনত ভাৰতবৰ্ষই স্বাধীনতা লাভ কৰাৰ সময়ত পূব বঙ্গৰ পৰা অহা ভগনীয়া মহিলা সকলৰ সংস্থাপনৰ বাবে চিলাই, উলৰ কাম আদিৰ বাবে প্ৰশিক্ষণ দিয়ে। তৃতীয় গৰাকী কন্যা শ্ৰীমতী

প্ৰদীপা বৰুৱাই এম, এ বি, টি পাচ কৰি যোৰহাটৰ চৰকাৰী বহুমুখী বালিকা বিদ্যালয়ত শিক্ষয়িত্ৰী কৰি অৱসৰ গ্ৰহণ কৰে। ১৯৮৮ চনত অসম চৰকাৰে তেওঁক কৃতী শিক্ষয়িত্ৰী হিচাপে পুৰস্কাৰ প্ৰদান কৰে। আমাৰ প্ৰথম পুত্ৰ সন্তান শ্ৰীমান বীৰেন্দ্ৰ কুমাৰ শইকীয়াই ইংলণ্ডৰ বিশ্ববিদ্যালয় এখনৰ পৰা ডক্টৰেট ডিগ্ৰী লাভ কৰি বৰ্তমান যোৰহাটৰ 'ৰিজিঅনেল ৰিৰ্ছাচ লেবৰেটৰী'ত ডেপুটি ডিৰেক্টৰ পদত আছে। চতুৰ্থ গৰাকী কন্যা সন্তান শ্ৰীমতী দেবিকা শইকীয়াই এম, এ, বি, টি, পাচ কৰি গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰাই শিক্ষা বিষয়ত ডক্টৰেট ডিগ্ৰী লাভ কৰিছে। হিন্দী সাহিত্যতো তেওঁ অৰিহণা যোগোৱা বাবে আগ্ৰাৰ বিশ্বভাৰতী বিদ্যাপীঠে তেওঁক 'বিদ্যালঙ্কাৰ' উপাধি প্ৰদান কৰিছে। তেওঁ বৰ্তমান ছিলঙৰ শঙ্কৰদেৱ কলেজৰ অসমীয়া বিভাগৰ মূৰৰবী অধ্যাপিকা হিচাপে কাম কৰি থকাৰ উপৰিও শ্বিলঙৰ স্নাতকোত্তৰ মহাবিদ্যালয়ত অসমীয়া অধ্যাপিকাৰ কাম চলাই আছে। অসমীয়া সাহিত্যত কেইখনো গ্ৰন্থ প্ৰনয়ন কৰা দেবিকাই অসম আৰু মেঘালয়ৰ বিভিন্ন ঠাইত মহিলা আৰু শিশুসকলৰ শিক্ষাৰ সম্প্ৰসাৰণৰ কাৰণে অনুষ্ঠান পাতি অবৈতনিক হিচাপে কাম কৰি আছে। আমাৰ পঞ্চম কন্যা শ্ৰীমতী অৰুনা শইকীয়া বৰপূজাৰীয়ে আমেৰিকা যুক্তৰাষ্ট্ৰৰ জৰ্জ ৱাছিংটন বিশ্ববিদ্যালয়ৰ পৰা ডক্টৰেট ডিগ্ৰী লাভ কৰি 'ইউনিভাৰ্চিটি অব ডিষ্ট্ৰিক অব কলম্বিয়া'ত প্ৰফেচাৰ স্বৰূপে আছে। বহুতদিন আফ্ৰিকাত থাকি অহা মোৰ ষষ্ঠ কন্যা শ্ৰীমতী বন্তি বৰুৱাই আফ্ৰিকাৰ মহিলাসকলৰ উন্নয়নৰ কামত লাগি আছিল। সদ্যহতে তেওঁ চণ্ডীগড়ত থাকি ধৰ্ম্ম আৰু সমাজকল্যাণমূলক কামত নিজকে উছৰ্গা কৰিছে। আমাৰ সপ্তম কন্যা শ্ৰীমতী দীপা দত্তই ৰাজনীতি বিজ্ঞানত এম. এ পাচ কৰি যোৰহাট দেৱীচৰণ বৰুৱা ছাত্ৰী কলেজত অধ্যাপনা কৰি আছে। দীপায়েও যোৰহাটৰ সামাজিক আৰু মহিলা শিশুৰ কল্যাণমূলক কামত আত্মনিয়োগ কৰিছে। আমাৰ মাজু ল'ৰা শ্ৰীমান উদয় শইকীয়াই বি,ই পাচ কৰি অসম চৰকাৰৰ এজন অভিযন্তা হিচাপে আছে। আমাৰ তৃতীয় সন্তান শ্ৰীমান ৰক্তিম শইকীয়াই অৰ্থনীতি বিষয়ত এম, এ পাচ কৰি বৰ্তমান স্বাধীনভাৱে ব্যৱসায় কৰি আত্ম প্ৰতিষ্ঠা লাভ কৰিছে। ৰক্তিম এজন ভাল খেলুৱৈ। যোৰহাটৰ কেইবাটাও ক্ৰিড়া অনুষ্ঠান আৰু সামাজিক প্ৰতিষ্ঠানৰ তেওঁ সভাপতি আৰু কাৰ্য্যকৰী সদস্য।

আমাৰ দহোটি সন্তানেই বিবাহিত। তিনিগৰাকী বোৱাৰীৰ প্ৰথম গৰাকী হ'ল শ্ৰীমতী প্ৰনতি শইকীয়া। এওঁ যোৰহাটৰ জগন্নাথ বৰুৱা কলেজৰ প্ৰাণী বিজ্ঞানৰ অধ্যাপিকা। তেওঁ ভাৰতীয় শিশুকল্যাণ পৰিষদৰ অসমৰ যোৰহাট শাখাৰ সম্পাদিকা পদত যোৱা পাঁচ বছৰ থাকি শিশুৰ কল্যাণৰ কাৰণে

বহুখিনি কাম কৰে। সমাজৰ কল্যাণৰ বাবে মোৰ মাজু বোৱাৰী শ্ৰীমতী কবীয়েও নিজকে নিয়োগ কৰিছে। মোৰ সৰু বোৱাৰী শ্ৰীমতী ৰাখী যোৰহাট জগন্নাথ বৰুৱা কলেজৰ ইংৰাজীৰ অধ্যাপিকা। ৰন্ধা-বঢ়া আৰু চিলাই কামতো তেওঁলোক বৰ পাৰ্গত। মোৰ সাতজন জোঁৱাই, ছগৰাকী নাতি বোৱাৰী, আঠজন নাতি জোঁৱাই নিজ নিজ গুণেৰে সকলোৱে আত্ম প্ৰতিষ্ঠা কৰিছে। আমাৰ ষোলজন ল'ৰা নাতি আৰু পোন্ধৰ গৰাকী ছোৱালী নাতিনীৰ ভিতৰত বৈজ্ঞানিক, চিকিৎসক, অভিযন্তা, খেলুৱৈ, অধ্যাপিকা— সকলো আছে। আমাৰ এজন নাতি ড° ধ্ৰুৱজোতি শইকীয়াই বোম্বাইৰ টাটা ইনষ্টিটিউট অব্ ফান্দামেণ্টেল ৰিচাৰ্চৰ জ্যোতি পদাৰ্থৰ এজন বিশিষ্ট বৈজ্ঞানিক। ধ্ৰুৱজ্যোতিয়ে মহাকাশৰ কেইটামান নতুন তথ্য উদ্ঘাটন কৰিছে। তেওঁক ভাৰতীয় ৰাষ্ট্ৰীয় একাডেমীয়ে বিশেষ পুৰস্কাৰ প্ৰদান কৰি সন্মানিত কৰে। ধ্ৰুৱজ্যোতিয়ে বোম্বাই বিশ্ববিদ্যালয়ৰ পৰা ডক্টৰেট ডিগ্ৰী লাভ কৰে আৰু ইংলণ্ডৰ মানচেষ্টাৰ বিশ্ববিদ্যালয়ৰ পৰা পষ্ট ডক্টৰেট ডিগ্ৰীও লাভ কৰে। ফ্ৰান্স, জাৰ্ম্মান, ইংলণ্ড আৰু আমেৰিকা যুক্তৰাষ্ট্ৰৰ বিভিন্ন বিশ্ববিদ্যালয়ত আৰু এই দেশ বিলাকৰ বিজ্ঞান পৰিষদৰ বিশেষ সভাত আৰু চেমিনাৰত বিশিষ্ট অতিথি তথা অধ্যাপক হিচাপে তেওঁ যোগদান কৰি ভাৰতৰ বৈজ্ঞানিক সকলৰ সন্মান বৃদ্ধি কৰিছে বুলি ক'ব পাৰি।

আমাৰ নাতি জোঁৱাই কেইজনৰ ভিতৰত দুজন নাতি জোঁৱাই অসমৰ বাহিৰৰ। আমাৰ বৰ জীয়ৰী কমল কুমাৰীৰ ছোৱালী লখিমীক বিয়া কৰাইছে অন্ধ্ৰ প্ৰদেশৰ ল'ৰা— চি.ভি. সুৰেশে। মোৰ ষষ্ঠ গৰাকী জীয়ৰী বন্তিৰ ছোৱালী আলপনাক বিয়া কৰাইছে— পঞ্জাৱৰ ঈশ্বৰ সিঙে। এই দুজন নাতি জোঁৱায়ো মোৰ আন কেইজন নাতি জোঁৱাইৰ দৰে বৰ মৰমৰ। আমাৰ পৰিয়ালতে ৰাষ্ট্ৰ-সংহতিৰ সুন্দৰ পৰিৱেশ গঢ়ি উঠিছে।

নিজৰ পৰিয়ালৰ দায়িত্বৰ উপৰিও ৰোগীক আৰু দুখীয়াক সহায় কৰাই মোৰ ধৰ্ম্ম বুলি সদায় মানি আহিছোঁ। এই ক্ষেত্ৰত মই প্ৰথম প্ৰেৰণা পাওঁ 'কাবৰি' নামৰ বৃটিছ মহিলা এগৰাকীৰ পৰা। কুষ্ঠ ৰোগত ভোগা লোকসকলৰ আৰোগ্য আৰু সংস্থাপনৰ কাৰণে এসময়ত মই যথেষ্ট পৰিশ্ৰম কৰিছিলোঁ। অসমত 'গাৰ্লচ গাইড' আৰু 'ব্লু বাৰ্ডৰ' প্ৰসাৰতা কৰি স্কুলৰ ছোৱালী বিলাকক সু প্ৰশিক্ষণ দিয়াত সহায় কৰিবলৈ কাবৰি নামৰ সেই বৃটিছ মহিলাৰ লগতে মইও অশেষ যত্ন কৰিছিলোঁ। নিজৰ সংসাৰ আৰু সমাজৰ কল্যাণৰ বাবেই যেন নিজকে নিয়োগ কৰিছিলোঁ।

আমাৰ ষাঠি বছৰীয়া বিবাহিতা জীৱন হাঁহি আৰু আনন্দৰ মাজেদিয়ে

পাৰ হৈ গৈছিল। কিন্তু এদিন হঠাতে সকলো নিঃশেষ হ'ল। ১৯৮০ চনৰ ১০ মাৰ্চ তাৰিখে মাত্ৰ এসপ্তাহ শয্যাশায়ী হোৱা মোৰ পৰম পূজনীয় স্বামী দেৱতা আমাৰ যোৰহাটৰ ঘৰতে পৰলোকপ্ৰাপ্ত হয়। স্বামীৰ মহাপ্ৰয়াণৰ লগে লগে মোৰ হিয়া ভাগি খণ্ড বিখণ্ড হ'ল। মই যেন সম্পূৰ্ণ অকলশৰীয়া হৈ পৰিলোঁ। জীৱনত মই কেতিয়াও কোনো বস্তুৰ অভাৱ পোৱা নাছিলোঁ, মৰমৰ অভাৱো! তেওঁক মই দেৱতাৰ দৰে জ্ঞান কৰি সদায় সেৱা-শুশ্ৰূষা কৰি আহিছিলোঁ। তেওঁৰ নামটো মই ভুলতো উচ্চাৰণ কৰা নাছিলোঁ, যদিও এতিয়া আত্মজীৱনীখনত মাজে মাজে 'কনকনাথ' নামটো উল্লেখ কৰিছোঁ। আজি গোটেই ভৰপূৰ সংসাৰ খনতো মই একেবাৰে অকলশৰীয়া হৈ যোৱাৰ দৰে অনুভৱ কৰিলোঁ।

স্বামীৰ উৎসাহতে মই ভাৰতবৰ্ষৰ প্ৰায় সকলো ঠাইলৈকে গৈছিলোঁ। তেওঁৰ মৃত্যুৰ পিছত মই বৰ ভাগি পৰা যেন হ'লত ১৯৮২ চনত মোৰ জা' লক্ষ্মীপ্ৰভা আৰু ননন্দ সৰলা দুৱৰাৰ লগত আমেৰিকাৰ ৱাছিংটনত থকা মোৰ ছোৱালী অৰুনাৰ ওচৰলৈ প্ৰায় চাৰিমাহ মানৰ বাবে গুচি গ'লো। এই কেইমাহত মোৰ জোঁৱাই জিতেন্দ্ৰ গোপাল বৰপূজাৰীয়ে বৰ যত্ন ল'লে। তাত অসমীয়া আৰু আমেৰিকান পুৰুষ মহিলা সকলক লগ পাই বৰ ভাল লাগিল আৰু সকলোৰে মৰম চেনেহত মই অভিভূত হৈ পৰোঁ।

অসমলৈ ঘূৰি আহি আকৌ কৰ্ত্তব্য পথত ৰত হৈ দিন কটাইছোঁ। নিতৌ মই নিয়মিতভাৱে শ্ৰীশঙ্কৰ মন্দিৰলৈ যাওঁ। ভগৱানৰ নাম-কীৰ্ত্তনৰ মাজত নিজক ব্যস্ত ৰাখোঁ। আজিও মই সূৰ্য্যোদয় হোৱাৰ প্ৰথম প্ৰহৰতে সাৰ পাই স্বামীৰ প্ৰতি শ্ৰদ্ধা জনাওঁ আৰু শ্ৰীভগৱানৰ ওচৰত সকলোৰে কল্যাণৰ হকে প্ৰাৰ্থনা কৰোঁ। □

পুষ্পলতা দাস

# মোৰ জীৱনৰ স্মৰণীয় দিনবোৰ



জীৱনৰ এৰি অহা দিনবোৰৰ মন-পথাৰত সিচঁৰিত হৈ থকা স্মৃতিৰ টুকুৰা বিলাকক স্মৃতিৰ ঠগাত সজাই তুলিবলৈ ক'লে সজোৱাযে কিমান টান, সকলোৰে স্মৃতি-উদাস উন্মনা মনটোৱেই তাৰ সাক্ষী। অতীতৰ ভাব সেমেকা ছবিয়ে বাচনিৰ তুলা-চালনীৰ ভাৰসাম্যও কেতিয়াবা ৰাখিব নোৱাৰে— ৰাখিব পৰা সম্ভৱো নহয়। তথাপি যি কেই পাহি সৰি পৰা ফুলক এদিন বুটলি আনি স্মৃতিৰ থাপনাত থাপিবলগীয়া হৈছিল, সেই পাপৰি খিনিক আঁতৰাই আজি মন-কৰণিলৈ আনিব খুজিছোঁ সেই কুসুমখিনিক— যি খিনি শুকাই লেৰেলি পৰিলেও বকুল গোন্ধে তাৰ স্মৃতি সদায়েই সতেজ কৰি ৰাখে....।

মোৰ জন্ম হৈছিল উত্তৰ লক্ষীমপুৰত ১৯১৫ চনত। পিতৃ স্বৰ্গীয় ৰামেশ্বৰ শইকীয়া আৰু মাতৃ স্বৰ্গীয়া স্বৰ্ণলতা শইকীয়াৰ মৰমৰ দেউকাৰ আঁৰত মোৰ বাল্যজীৱন অতিবাহিত হৈছিল। সচৰাচৰ পিতৃতকৈ দেউতা অলপ বেলেগ আছিল। তেখেতৰ আছিল এখন কুসুম-কোমল অন্তৰ। সেইদৰে মাও অন্য দহ গৰাকী মাতৃতকৈ কিছু ভিন্ন স্বভাৱৰ। মা আছিল দৃঢ়তাসম্পন্ন, ল'ৰা ছোৱালীক কেনেকৈ জীৱন-পথত কৃতকাৰ্য্যতাৰে আগবঢ়াই নিব লাগে, তাক জানিছিল নিজৰ পৈনত অভিজ্ঞতাৰ দ্বাৰা। ককাইদেউক যেনেকৈ খৰি ফালিবলৈ অভ্যাস কৰিবলৈ সৰু কুঠাৰ এখন আনি দিছিল, মোৰ কাৰণেও তাঁতশাল এখন পাতি দিছিল। মায়ে আমাক আত্মনিৰ্ভৰশীল কৰিবৰ বাবে যথেষ্ট চেষ্টা কৰিছিল। দেউতাই কিন্তু আমি কেনেবাকৈ কষ্ট পাওঁ বুলি মাৰ প্ৰতিটো শাসনতে কিছু হকা-বধাহে কৰিছিল। পঢ়া-শুনা কৰাৰ লগতে বোৱা-কটা, সূতা-কটা, চিলাই-এমব্ৰইডাৰী কৰা, সঙ্গীত-নৃত্য, আবৃত্তি কৰা,

বক্তৃতা দিবলৈ শিকা— এই সকলোবোৰৰ চৰ্চা আমাক নিয়মীয়াকৈ কৰিবলৈ দিছিল। খোদা বক্স নামৰ দৰ্জ্জী এজনৰ তাত মই চিলাই শিকিছিলোঁ। মাৰ নিজৰো এইবোৰত বৰ চখ আছিল। ঘৰত সদায় মাৰ দুখন তাঁত শাল— এখন কঁপাহী, এখন পাতসূতাৰ। ৰবীন্দ্ৰ সঙ্গীত আৰু 'গীতাঞ্জলী' মাৰ বৰ প্ৰিয় আছিল। বেদ্‌মিণ্টন খেলা, টেনিচ খেলা, ঘোঁৰাত উঠা আদিত জোৰ দিয়াৰ দৰে ছোৱালীয়ে আত্মৰক্ষাৰ বাবে শিকিবলগীয়া সাতোঁৰা, গছত উঠা যুযুৎসু আদি বিদ্যা আয়ত্ব কৰাতো বিশেষ গুৰুত্ব দিছিল। এতিয়াও মোৰ ৰিণিকি ৰিণিকি মনত পৰে— ১৯২৬ চনত পাণ্ডু কংগ্ৰেছ অধিবেশনৰ বাবে পুনাৰ পৰা গুৱাহাটীলৈ আহিছিল লজ্জাবতী ঝাঁ। তেখেতে মায়ে আমাক শিকোৱা শিক্ষাখিনি দেখি আনন্দ পাই মোক পুনালৈ লগত লৈ যাব খুজিছিল। কিন্তু এই কথাত দেউতা মান্তি নহ'ল। ঘৰত থাকিও যাৱতীয় শিক্ষাখিনি আয়ত্ব কৰিব পাৰিব বুলি ভাবি মায়েও দেউতাৰ মতকে সমৰ্থন কৰিলে।

সঙ্গীত-চৰ্চাই জীৱনক সৰস কৰি তোলে যে এইকথা মায়ে প্ৰায়ে দোহাৰিছিল। মোক মায়ে বীণা বজাবলৈ শিকাব বুলি মনতে ভাবিছিল। কিন্তু বীণা বজোৱা শিক্ষক অসমত পাবলৈ বৰ টান বাবে এচৰাজকে বজাবলৈ উৎসাহ যোগাইছিল। মায়ে কোৱা এই কথাষাৰ প্ৰায়ে মোৰ মনলৈ আহে— "মাকন, তই বিয়া কৰালেও জীৱনত আদৰ্শ থকা আৰু ত্যাগী পুৰুষকহে কৰাবি,— জাত-কুল নিৰ্দ্ধাৰণ কৰে গুণে। বিয়া নকৰালেও কোনো কথা নাই— এচৰাজ বা অন্য কোনো বাদ্য-যন্ত্ৰৰ সাধনা কৰিবি— যি তোৰ সমস্ত জীৱনৰ সঙ্গী হৈ ব'ব।" আমি সৰুৰে পৰা মাৰ পৰা শিকিছিলোঁ ৰবীন্দ্ৰ সঙ্গীত, বৰগীত আৰু দ্বিজেন ৰায়, পদ্মধৰ চলিহা, নবীন চন্দ্ৰ বৰদলৈ, অম্বিকাগিৰি ৰায় চৌধুৰী আৰু তৰুণ ফুকন আদিয়ে লিখা নানান দেশপ্ৰেমমূলক গীত।

তথাকথিত পঢ়াশলীয়া শিক্ষাৰ দেওনা নবগোৱা মোৰ মা আছিল অসাধাৰন ব্যক্তিত্ব সম্পন্না। নিজেই চেষ্টা কৰি কৰি মাতৃভাষাকে আৰম্ভ কৰি বঙলা, হিন্দী আৰু ইংৰাজী শিকিবলৈ সমৰ্থ হৈছিল। 'ৰাজভাষা' নামৰ ইংৰাজী কিতাপ এখনৰ পৰা ইংৰাজী শিকি তৎপৰতাৰে দেওৰেক কাশী শইকীয়াক দেখুৱাইছিল। দেউতাক বোলে দেখুৱাবলৈ অলপ লাজ। মাৰ ঘৰুৱা পাঠাগাৰটো নানান দেশী-বিদেশী কিতাপেৰে পৰিপূৰ্ণ আছিল। সেইসময়ৰ অসমীয়া আলোচনী বাঁহী, উষা, চেতনা, আলোচনা, অৰ্চনা, অৰুণ, অৰুণ আদি মায়ে নিয়মীয়াকৈ ৰখাৰ দৰে এলাহাবাদৰ পৰা প্ৰকাশ পোৱা 'চাঁদ' নামৰ হিন্দী আলোচনী আৰু বিনয় চৰকাৰ সম্পাদিত 'আৰ্থিক জগত'খনো ৰাখিছিল। ভূপেন্দ্ৰ কিশোৰ

ৰক্ষিত ৰায় সম্পাদিত 'বেনু' আলোচনীখনৰ পৰা মই বিশেষ প্ৰেৰণা পাইছিলোঁ।

ৰাতি শোৱাৰ আগে আগে মহাভাৰত বা ৰামায়ণৰ একো আখ্যা পাঠ কৰা আমাৰ দৈনিক কৰ্ত্তব্যৰ ভিতৰত পৰিছিল। মায়ে অত্যন্ত শুৱলাকৈ 'কীৰ্ত্তন' পঢ়িছিল। তাহানি আইতাই কোৱা শুনিছিলোঁ— "তেৰ বছৰীয়া ছোৱালী তোৰ মাৰে যেতিয়া একান্ত মনেৰে সুৱদী কণ্ঠেৰে কীৰ্ত্তন পাঠ কৰিছিল, কেতিয়ানো মূৰৰ ওৰণি খহি গৈ কপালৰ ঘাম মাটিত পৰেগৈ বেচেৰীয়ে ক'বই নোৱাৰে।" মাৰ সকলো ধৰ্ম্মৰ প্ৰতি শ্ৰদ্ধা থকা দেখিছিলোঁ। 'কাৰবালা'ৰ করুণ কাহিনী শুনি আমি অভিভূত হৈছিলোঁ। 'বিষাদ সিন্ধু' নামৰ গ্ৰন্থৰ পৰা আমাক 'কাৰবালা'ৰ আবৃত্তি শিকাইছিল—

"এজিদ নামেতে ধনী বৰ দুৰাচাৰ
শত্ৰু হ'ল দু'ভায়েৰ মিত্ৰ খোদা যাৰ,
তাদেৰ বধেৰ চিন্তা কৰিল সে সাৰ
শয়নে-স্বপনে সুধু এই চিন্তা তাৰ।"

এইবোৰৰ মাজেদি আমাৰো ইচলাম ধৰ্ম্মৰ প্ৰতি শ্ৰদ্ধাভাব জাগি উঠিছিল। মায়ে কোৱা 'জাতকৰ সাধু' বোৰ শুনি আনন্দত আত্মহাৰা হৈছিলোঁ।

অসমৰ মহিলা জগতখনলৈও মাৰ সামান্য হ'লেও বৰঙনি আছে বুলি ক'ব পাৰি। কামৰূপ মহিলা সমিতিৰ সম্পাদিকা হিচাপে বঙ্গদেশ আৰু উত্তৰ প্ৰদেশৰ প্ৰায় সকলো আলোচনী কামৰূপ মহিলা সমিতিৰ পুথি ভঁৰাললৈ আনিবলৈ চেষ্টা কৰিছিল। চীন দেশীয় সভ্যতাৰ ওপৰত গৱেষণা কৰি 'চীনা সভ্যতাৰ অ আ ক খ' গ্ৰন্থ লিখা বিনয় চৰকাৰৰ 'আৰ্থিক জগত' আলোচনীখন নিয়মীয়াকৈ পঠাবলৈ বিশেষ অনুৰোধ কৰিছিল যাতে অসমীয়া মহিলাই অৰ্থনীতিৰ বিষয়ে সম্যক জ্ঞান আহৰণ কৰি কুটিৰ শিল্পৰ জৰিয়তে স্বাৱলম্বী হ'ব পাৰে। বিনয় চৰকাৰ দোৰ কথা মাৰ জানি ইমান আনন্দ পালে যে আলোচনাখন বিনামূলীয়াকৈ পঠিয়াইছিল। কলিকতাৰ সৰোজ নলিনী নাৰী মঙ্গল সমিতিৰ লগতো বিশেষ যোগাযোগ ৰাখিছিল। মাৰ লগত মহিলা সমিতিত জড়িত থকা অন্য এগৰাকী নাৰী হ'ল বেগম তৈবুন্নো। দূৰদৃষ্টি সম্পন্না মায়ে সংহতিৰ দৃষ্টিৰে বেগম তৈবুন্নোকো যুটীয়া সম্পাদিকা হিচাবে ৰাখিছিল। দূৰদৃষ্টি সম্পন্না মায়ে মহিলা আৰু সমিতিৰ বছেৰেকীয়া অধিবেশনৰ সভাপতি পদ যাচিছিল বুৰঞ্জীবিদ সূৰ্য্যকুমাৰ ভূঞাক। উদ্দেশ্য আছিল— ভগদত্তৰ দিনৰ পৰা আহোম যুগলৈকে যাতে অসমীয়া বীৰাঙ্গনাসকলৰ কীৰ্ত্তি-যশৰ ব্যাপক অধ্যয়ন হয়। তাৰে ফল স্বৰূপে সৃষ্টি হয় 'অসম জীয়ৰী' গ্ৰন্থখন। তদুপৰি এশবছৰে অসমত বসবাস কৰি থকা পৰিয়ালৰ কালীচৰণ সেনকো বছেৰেকীয়া অধিবেশনৰ

সভাপতি পাতিছিল— যাতে বঙ্গীয় ভাইসকলৰ লগত অসমৰ সম্প্ৰীতিৰ বান্ধোনে বান্ধোনে গাঢ় হয়।

মোৰ প্ৰেৰণাৰ উৎস আছিল মোৰ মা। দেউতা চৰকাৰী চাকৰিয়াল যদিও মায়ে দেউতাক বিদেশী বস্ত্ৰ পিন্ধিবলৈ দিয়া নাছিল। এদিন আমাৰ ঘৰৰ সন্মুখত একুৰা জুই জ্বলি থকা দেখিলোঁ। দামী দামী বিদেশী কাপোৰৰ শেষ সংস্কাৰৰ সেইয়া যেন এক মহাযজ্ঞ! সূতা কাটি কাপোৰ বৈ পিন্ধাৰ যি পবিত্ৰ আনন্দ, সেই স্নিগ্ধ আনন্দ সেইদিনা মই জুইৰ লেলিহান শিখাত যেন দেখা নাপালোঁ। সেয়ে সন্ধিয়া মাক সুধিছিলোঁ— জুইত কাপোৰবোৰ পুৰি নেপেলালেনো কি হ'লহেঁতেন। মায়ে সৰুকালৰ মোৰ অবুজ মনটোক বুজাইছিল অনাশক্তিৰ কথা— সৰু কালৰ মনটোৱে বুজি পোৱাৰ ভাষাৰে: "যিটো বস্তু এৰি দিয়া উচিত, সেইবোৰ চকুৰ আগত থাকিলে আকৌ ল'বলৈ মন যাব পাৰে। সেই বস্তুটোক একেবাৰে নোহোৱা. কৰি পুনৰ নোলোৱাৰ প্ৰতিজ্ঞা ল'লে মনটোৱে নতুন উদ্যমেৰে আগবাঢ়ি যাব পাৰিব....।"

আমাৰ পৰিয়ালৰ সকলোৱে মাক সমীহ কৰি চলিছিল। আমাৰ ককাদেউতা স্বৰ্গীয় বেথাৰাম শইকীয়াক বৃটিছে ৰায় বাহাদুৰ পদবী যাচিছিল। কিন্তু এই পদবী ল'বলৈ মায়ে হাক দিছিল। কাৰণ এই বৃটিছৰ শোষণ-নিস্পেষণতে ককাদেউতাৰ দেউতাক পিয়লী শইকীয়াই কাৰাগাৰতে ইহলীলা সম্বৰণ কৰিছিল। ড° ভুবনেশ্বৰ বৰুৱা মোমাইদেৱক এণ্ডুজ চাহাবে আফ্ৰিকালৈ নিব খুজিছিল জন-কল্যাণৰ কামত। অসমক সেৱা কৰাৰ বাবে মায়ে তেখেতৰ বিদেশ যাত্ৰাত বাধা দিয়ে। তেতিয়াৰে পৰা ড° বৰুৱাই মাক সম্বোধন কৰে 'গুৰুদেৱ' বুলি। স্বাধীনতা সংগ্ৰামী নেতা বৰদলৈ আৰু ফুকনেও মাক শ্ৰদ্ধা কৰা দেখিছিলোঁ। মোৰ মাৰ পৰাই হয়তো মোৰ সৰুকালৰ কুমলীয়া মনত স্বদেশ প্ৰেমৰ বীজ অঙ্কুৰিত হৈছিল।

..... শতাব্দী জুৰি শুই থকা জাতি এটাক জগোৱাৰ মহান প্ৰেৰনাই বিশ্ব ইতিহাসৰ বুকুতে এটি নতুন অধ্যায়ৰ সৃষ্টি কৰিছিল। সেই প্ৰেৰণাই অতৰ্কিতে মোৰ অকণমানি হিয়াতো উখল-মাখল লগাইছিল। বিশেষকৈ ১৯২১ চনৰ পৰা স্বাধীনতা আন্দোলনৰ গুৰি ধৰিছিল যি গৰাকীয়ে [illegible] আছিল ভাৰতীয় গণ দেৱতাৰ মূৰ্ত্ত প্ৰতীক, ভাৰতীয় সংস্কৃতিৰ ধাৰক, বাহক, সাধক, ৰাজনীতি আৰু অৰ্থনীতিত অহিংস অসহযোগৰ পথ প্ৰৱৰ্ত্তক। এই গৰাকী বৰেণ্য পুৰুষ মহামানৱ মহাত্মা গান্ধীৰ নেতৃত্বত হোৱা আন্দোলনৰ ৰূপ মোৰ মানস পটত আজিও অম্লান হৈ আছে। ১৯২১ চনৰ ছ বছৰীয়া মনটোৱে ছ বছৰীয়া দৃষ্টিয়ে যি দৃষ্টিপট দেখিছিল, আজি জীৱনৰ বিয়লি পৰতো তাৰ

অনুভূতি একে গভীৰতাৰে গভীৰ।

১৯২১ চনত জেলৰ ভিতৰত সত্যাগ্ৰহী সকলৰ ওপৰত যি উৎপীড়ন চলিছিল, তাৰ খবৰ আমি অভিভাৱকসকলৰ পৰা শুনিবলৈ পাইছিলোঁ। সশ্ৰম কাৰাদণ্ডৰ কঠোৰতাৰ বিষয়ে শুনি আমাৰ সৰু সৰু মনবোৰে বিদ্ৰোহ কৰি উঠিছিল। অন্যায়ৰ প্ৰতিবাদ কৰ্মে প্ৰথমেই সংকল্প লৈছিলোঁ— বিদেশী বস্ত্ৰ বৰ্জ্জনৰ। গান্ধীজীয়ে শীৰ্ষস্থান দিয়া যতৰক আগস্থান দিছিলোঁ। আমাৰ কিশোৰ-কিশোৰী বাহিনীটোৱে বানৰ সেনাৰ ৰূপেৰে যেতিয়া লক্ষ্মীদাস যতৰেৰে সূতাকাটি মাহঁতে চিলাই দিয়া খদ্দৰৰ চোলা পিন্ধি স্কুললৈ গৈছিলোঁহঁক, তেতিয়া আমি আমাৰ সৰু মনবোৰেৰে কিবা এটা ডাঙৰ কাম কৰিছিলোঁ যেন লাগিছিল।

১৯৩০ চনৰ ফেব্ৰুৱাৰী মাহ। ৺মতিলাল নেহৰু স্বৰ্গী হোৱাৰ লগে লগে ওলাল ভগৎ সিঙৰ ফাঁচিৰ আদেশ। এই আদেশ ৰদ কৰিবলৈ আৰু স্বৰ্গগামী মতিলাল নেহৰুৰ শোক সভা পাতিবলৈ দিন এটা স্থিৰ কৰি পানবজাৰ ছোৱালী হাইস্কুলৰ সকলো ছাত্ৰীকে কাৰ্জ্জন হলত আমাৰ ছাত্ৰী সঙ্ঘৰ সভাত যোগদান দিবলৈ আহ্বান জনালোঁ। সেইদিনা ৰাতিপুৱাতে স্কুলত পিকেটিঙো হ'ল। একমাত্ৰ এটি সৰু ছোৱালী যাক ৰাতিপুৱা চাৰে ছ বজাতে দেউতাকে স্কুলত সুমুৱাই থৈ গৈছিল, তাৰ বাহিৰে কোনো ছোৱালী স্কুললৈ নাহিল— ফলত ছাত্ৰীসঙ্ঘৰ সম্পাদিকা হিচাপে মই স্কুলৰ পৰা বহিস্কৃত হ'লোঁ। ইতিমধ্যে মালৈ চিঠি আহিল— "আপোনাৰ ছোৱালীক পঢ়ুৱাবলৈ যদি ইচ্ছা কৰে, ভৱিষ্যতে তেনে কামত অংশ নল'ব বুলি আপুনি অভিভাৱক হিচাপে লিখিত প্ৰতিশ্ৰুতি দিলেহে ছোৱালীক স্কুলত গ্ৰহণ কৰা হ'ব।" মায়ে মোক চিঠিখন দেখুৱাই মাথোন ক'লে— "মই তোক খত লিখি দি স্কুললৈ নপঠিয়াও, তোৰ উৎসাহত মই চেঁচাপানী নাঢালোঁ— কিন্তু উৎসাহে যেন তহঁতক অবাটে যাবলৈ নিদিয়ে। ডিগ্ৰী নহ'লেও ঘৰতে জ্ঞান আহৰণ কৰিব পাৰি— সকলো কথাতে মাত্ৰ সাধনা লাগে। সেইদিনাৰ পৰা মোৰ পাণ-বজাৰ ছোৱালী হাইস্কুলৰ শিক্ষা সাং হ'ল— কিন্তু জীৱন সংগ্ৰামৰ শিক্ষা কিজানি আৰম্ভ হ'ল।

১৯৩০ চনৰ নোন আইন অমান্য আন্দোলন যেতিয়া আৰম্ভ হ'ল তেতিয়া আমাৰ মনবোৰ আৰু জিজ্ঞাসু হৈ উঠিছে— তৰুন মনৰ সপোনবোৰক ৰূপ দিয়াৰ কিবা এটা উন্মাদনা। গান্ধীজীৰ দাণ্ডী অভিযানৰ ফলাফললৈ চাই থাকোঁতেই দেখিলোঁ ভাৰত জুৰি উৎপীড়নৰ ধুমুহা। জৱাহৰলালজী আৰু গান্ধীজীক গ্ৰেপ্তাৰ কৰাৰ লগে লগেই অসহযোগৰ বতাহে উমি উমি জ্বলি থকা প্ৰতিবাদৰ সেই জুইত যেন ঘিউহে ঢালিলে। গোটেই ভাৰতবৰ্ষতে সৰ্বধৰ্ম ত্যাগ কৰি

দেশৰ কাৰণে যুঁজিবলৈ কিবা এটা যেন বলিয়া ঢৌ আহিল। অসমৰ তৰুণ সমাজে এই প্ৰত্যাহ্বান গ্ৰহণ কৰিলে। ধুবুৰী, নগাঁও আৰু তেজপুৰত অহিংসা সত্যাগ্ৰহীৰ ওপৰত লাঠি চলোৱাৰ প্ৰতিবাদত কটন কলেজৰ বহু ছাত্ৰই কলেজ এৰি ওলাই আহি অহিংস সংগ্ৰামৰ দায়িত্ব ল'লে। সেই সকলৰ ভিতৰত দুগৰাকীৰ লগত মই কাম কৰাৰ সুবিধা পাইছিলোঁ। তেখেতসকল আছিল শ্ৰীবিজয় চন্দ্ৰ ভাগৱতী আৰু চন্দ্ৰকুমাৰ চাঙ্গেনা। সেই সময়ৰ তাৰুণ্যৰ প্ৰতীক বিজয় চন্দ্ৰ ভাগৱতী আছিল আন্দোলনৰ অধিনায়ক। আমাৰ তৰুণ-তৰুণীদলে সেই সময়ৰ ভাগৱতীদেৱৰ পদক্ষেপত যি দৃঢ়তা আৰু নিৰ্ভিকতা দেখিছিল, সেয়েই দেশমাতৃকাৰ বেদীত প্ৰাণ আগবঢ়াই দিয়া সকলৰ মনবোৰত প্ৰেৰণা দিছিল। কটন কলেজৰ প্ৰিন্সিপাল মি: ব্ৰাউনে কৈছিল: "When I will see Bijoy Bhagawati at the gate I will dissolve the classes." এই আন্দোলনক সেয়ে আমাৰ ৰাজনৈতিক বুৰঞ্জীয়ে তৰুণসকলৰ আন্দোলন বুলি ক'লেও বঢ়াই কোৱা নহয়।

১৯৩১ চনৰ মাৰ্চ মাহ। বাতৰি কাকতে ভাৰতীয় ডেকা-গাভৰুৰ তেজ উতলা কৰা বাতৰি পৰিবেশন কৰিবলৈ ধৰিলে: ভগৎ সিঙৰ ফাঁচিৰ হুকুম ৰহিত কৰিবলৈ কোৱা গান্ধীজীৰ প্ৰাৰ্থনা অগ্ৰাহ্য। আমিও এই সময়ত থিৰেৰে থাকিব নোৱাৰিলোঁ। সেই মাহৰে বন্ধৰ দিন এটাত দুপৰীয়া কামৰূপ মহিলা সমিতিৰ পুথিভঁৰালৰ কোঠা এটাত বহি আমি 'মুক্তি সংঘ'ৰ প্ৰাণ প্ৰতিষ্ঠা কৰিলোঁ। মোৰ লগত আছিল বান্ধৱী শ্ৰীমতী সৰলা চাঙ্গেনা, জ্যোৎস্না মজুমদাৰ আৰু পূণ্যপ্ৰভা ৰাজখোৱা (বৰুৱা)। আমি সংকল্প ল'লোঁ— "যুগৰ নিৰ্দেশেই আমাৰ গতিৰ নিৰ্দ্দেশ— ভাৰতবৰ্ষই স্বাধীনতা নোপোৱালৈকে ভাৰতৰ স্বাধীনতাই আমাৰ জীৱনৰ একমাত্ৰ ব্ৰত হ'ব।" এই সংকল্পৰ তলত ৰঙা চিঁয়াহিৰ লগত নিজৰ আঙুলিৰ তেজ একোটোপাল মিলাই চহী কৰা হ'ল [ড° ভুবনেশ্বৰ মোমাইদেৱক দেখিছিলোঁ— ৰোগীৰ তেজ ল'বৰ সময়ত বেজীৰ আগটো পুৰি লয়, আমিও সেইদৰে বেজীৰ আগটো পুৰি লৈছিলোঁ]। ১৫ বছৰীয়া সপোন দেখা মনটোৱে সেইদিনা অনুভৱ কৰা নাছিল— বাস্তৱ জীৱনত অনভিজ্ঞ তেজৰ বৰঙনি কিমান মূল্যহীন। সেইদিনা চহী দিয়াৰ লগে লগে মন-প্ৰাণ কিবা এটা অবুজ গৌৰৱত ভৰপূৰ হৈ উঠিছিল।

১৯৩৪ চনৰ জানুৱাৰী মাহ। হঠাতে মোৰ মাৰ অসুখ বেচি হ'ল। মায়ে জীৱনৰ শিখা নুমাই আহিছে বুলি বোধকৰো গম পাইছিল। সেয়ে ড° হৰেকৃষ্ণ দাসদেৱৰ হাক-বচন নামানিও বহু কথা কৈছিল। লগতে কৈছিল "দেশ স্বাধীন নোহোৱালৈকে দেশৰ কামত নিজকে উৎসৰ্গ কৰিব পাৰিলে

মোৰ আত্মাই শান্তি পাব।" তদুপৰি ড° ভুবনেশ্বৰ মোমাইদেৱক কৈছিল তেখেতৰ ছোৱালীক যেন জাতীয়বাদী অনুষ্ঠান এটাত শিক্ষা দিয়া হয়। ৺মাৰ মৃত্যুৰ মই সেয়ে প্ৰাইভেটকৈ মেট্ৰিক পৰীক্ষা দি বেনাৰস হিন্দু বিশ্ববিদ্যালয়ত পঢ়িবলৈ ওলালোঁ। এই বিশ্ববিদ্যালয়তে প্ৰথম বাৰৰ কাৰণে শ্ৰীযুতা দুৰ্গাবাই দেশমুখৰ লগত দেখা হ'লোঁ আৰু ৺মাৰ ঠাই দুৰ্গাবাইয়ে অধিকাৰ কৰি লৈ জীৱনৰ নাঁৱৰ গুৰি-বঠা ধৰিলে। মোক মায়ে সৰুতে শিকোৱা আবৃত্তি কৰা, বক্তৃতা দিয়া আদিৰ ইয়াতে সদ্ব্যৱহাৰ হয়। ১৯৩৫ চনত বেনাৰস বিশ্ববিদ্যালয়ত সৰ্ব্বভাৰতীয় ভিত্তিত হোৱা ইংৰাজী আৰু বঙলা মাধ্যমৰ তৰ্ক প্ৰতিযোগিতা, আবৃত্তি আদিত যোগ দিয়াৰ সৌভাগ্য হয়। তৰ্কৰ বিষয়বস্তু আছিল— 'সাহিত্যত আদৰ্শবাদ আৰু বাস্তববাদ'। আবৃত্তি কেইটাৰ ভিতৰত ভাৰত-তীৰ্থ, বন্দী বীৰ আৰু উৰ্ব্বশী— ৰবীন্দ্ৰনাথৰ এই কবিতা কেইটা আছিল। এই অনুষ্ঠানত পৌৰুহিত্য কৰিছিল স্বয়ং কবিগুৰু ৰবীন্দ্ৰনাথে। 'ভাৰত-তীৰ্থ'ৰ মহান কবিতাৰ ধ্বনি আজিও মই পাহৰিব পৰা নাই—

'হে মোৰ চিত্ত, পূণ্য তীৰ্থে জাগোৱে ধীৱে
এই ভাৰতের মহামানবের সাগর তীরে।
হেথায় দাঁড়ায়ে দুবাহু বাড়ায়ে নমি নরদেবতারে,
উদার ছন্দে পরমানন্দে বন্দনা করি তাঁরে।

.................................

হেথায় আর্য্য, হেথা অনার্য্য, হেথায় দ্রাবীড় চীন—
শক-হুন-দল পাঠান মোগল এক দেহে হ'ল লীন।

কবিগুৰুৰ অমৃতময় লিখনিত সৃষ্টি হোৱা আদি ৰসাত্মক 'উৰ্ব্বশী' কবিতাৰ কাব্যিক সৌন্দৰ্য্যত মই অভিভূত হৈছিলোঁ। কবিগুৰুৰ অমৰ লিখনিয়ে সৃষ্টি কৰা ছবিখন আছিল এইখন—

"নহ মাতা, নহ কন্যা, নহ বধূ, সুন্দৰী ৰূপসী
  হে নন্দন বাসিনী উর্ব্বসী।
গোষ্ঠে যবে সন্ধ্যা নামে শ্রান্ত দেহে স্বর্ণাঞ্চল টানি
তুমি কোনো গৃহপ্রান্তে নাহি জ্বাল সন্ধ্যাদ্বীপ খানি,
দ্বিধায় জড়িত পদে কম্পবক্ষে নম্র নেত্রপাতে
স্মিতহাস্যে নাহি চল সলজ্জিত বাসর শয্যাতে
  স্তব্ধ অর্ধরাতে।
উষার উদয়-সম অনবগুণ্ঠিতা
  তুমি অকুণ্ঠিতা॥"

তর্ক, আবৃত্তি আদিত শীর্ষস্থান লাভ কৰোঁতে মোৰ আচৰিত লাগিছিল। অসংখ্য প্ৰতিযোগীৰ মাজত ই কেনেকৈ সম্ভৱ হ'ল? মনৰ দ্বিধা-দ্বন্দ্বত এসময়ত মই সহপাঠীসকলক সুধিছিলোঁ— সঁচাই জানো মই পুৰস্কাৰ পাবৰ উপযুক্ত? মই অসমীয়া ৰিহা-মেখেলাৰ সাজ পিন্ধি লৈ যোগদান কৰাৰ বাবেই বাচনিত উঠিলোঁ নেকি? মোৰ সন্দেহ দূৰ কৰিবলৈ ভাবি ভাই ভনীসকলে কৈছিল— "তোমাৰ উচ্চাৰণ শুদ্ধ আছিল আৰু প্ৰতিটো শব্দ অনুভৱ কৰি কৈছিলা যেন লাগিছিল।" অনুভৱ কৰি কলে যে মানুহৰ মন জোৰে সেইদিনা ময়ো অনুভৱ কৰিছিলোঁ।

১৯৩৬ চনত অন্ধ্ৰ বিশ্ববিদ্যালয়ৰ পৰা বি এ আৰু ১৯৩৮ চনত ৰাজনীতি বিজ্ঞানত এম এ পাচ কৰোঁ। গতিকে ১৯৩৯ চনলৈকে জীৱনৰ সকলো স্মৃতি সাঙোৰ খাই আছে দক্ষিন ভাৰতৰ জাতীয় সংগ্ৰামৰ লগত আৰু তাৰ কলা-কৃষ্টিৰ লগত। সেই সময়তে মাদ্ৰাজত দুৰ্গাবাই দেশমুখৰ অনুৰোধত অসম ইতিহাসৰ পটভূমিত 'অমৃতপ্ৰভা' আৰু 'চিত্ৰলেখা' নৃত্য-নাটিকা দুখন কৰাৰ সুযোগ পাওঁ।

মাদ্ৰাজৰ পৰা উভতি আহি গুৱাহাটীৰ আৰ্ল ল কলেজত ভৰ্ত্তি হওঁ। সেইসময়ত অসমত এম এ পাচ কৰা ছোৱালী নিচেই কম বাবে কেইবাখনো স্কুল আৰু কলেজৰ পৰা অনুৰোধ আহিল শিক্ষকতাৰ বাটকে বৰণ কৰিবলৈ। মাৰ অন্তিম কালৰ কথাকেইষাৰ কাণত বাজি উঠিল— 'দেশ স্বাধীন নোহোৱালৈকে দেশৰ সেৱাত তহঁতে নিজকে উৎসৰ্গ কৰিলেই মই শান্তি পাম।' প্ৰশ্ন হ'ল— আমি জানো এতিয়াও স্বাধীন? সেয়ে অনুৰোধকাৰীসকলক সানুনয়ে ক্ষমা কৰিবলৈ ক'লো। আৰ্ল ল কলেজত পঢ়ি থকা অৱস্থাতেই ব্যক্তিগত সত্যাগ্ৰহ আন্দোলন আৰম্ভ হয়। সেই বছৰতে অনিচ্ছা স্বত্বেও সহপাঠীসকলৰ অনুৰোধত ল' কলেজৰ ইউনিয়ন চেক্ৰেটৰী হ'বলগীয়া হয়। আমাৰ প্ৰিন্সিপাল আছিল শ্ৰীযুত শৰৎ দত্ত। সভা-সমিতিৰ পৰা ঘূৰি আহোঁতে ৰাতি হ'লে তেখেতে মোক ঘৰত থৈ যায়। নাট্যকাৰ সত্যপ্ৰসাদ বৰুৱা, সদানন্দ বৰা, জিলি নাথশৰ্ম্মা, সংসদী সদস্য ৰাজেন বৰুৱা আদিক সেই সময়তে লগ পাওঁ। ইউনিয়ন চেক্ৰেটৰীৰ বিষয়বাব চলাই থকা অৱস্থাত তেখেতসকলৰ পৰা বহুত সহায়-সহযোগিতা লাভ কৰোঁ। ইউনিয়ন চেক্ৰেটৰী হিচাপে সত্যাগ্ৰহত যোগ দিয়াৰ অসুবিধাৰ কথা বুজি কলেজ এৰা ঠিৰাং কৰি সত্যাগ্ৰহ আন্দোলনত যোগ দিওঁ আৰু কাৰাবৰণ কৰিবলগীয়া হয়। জেলৰ পৰা মুকলি হৈ অহাৰ পিছত কলেজৰ লগত মোৰ সম্বন্ধ ছেদ হ'ল। কংগ্ৰেছৰ মহিলা সংগঠিকা হিচাপে ৰাজনৈতিক জীৱনত সোমাবলগীয়া হ'ল।

১৯৪০ৰ পৰা '৪২ লৈকে এই দুবছৰৰ স্মৃতি অসম আৰু গুজৰাটৰ লগত এনেদৰে বান্ধ খাই আছে যে তাক যেন আউল নলগাকৈ মুকলি কৰিব নোৱাৰি। জাতীয় পৰিকল্পনা সমিতিৰ উপ-সমিতিৰ সদস্যা ৰূপে বম্বেত থকা কালত মৃদুলা সাৰাভাইৰ সংস্পৰ্শলৈ আহোঁ। এই ধনীৰ দুলালী গৰাকীৰ সৰ্ব্বস্ব ত্যাগে জীৱনৰ বাটত যেন কিবা এটা নতুন পোহৰৰ আনন্দৰ সন্ধান দিলে। মৃদুলা সাৰাভাইৰ জ্যোতি সঙ্ঘৰ, বনিতা সঙ্ঘ আৰু নিৰলা সঙ্ঘৰ সহায়কাৰিনী হিচাপে যি দিনা আহমদাবাদ আৰু বৰোদাৰ অনুষ্ঠান বিলাক চোৱাৰ সুযোগ পাইছিলোঁ, সেইদিনা অনুভৱ কৰিছিলোঁ— গঠনমূলক কামৰ শক্তি কিমান। ৰচনাত্মক কামৰ শক্তিৰ প্ৰভাৱ আহমদাবাদতে জীৱনে কিজানি বেচিকৈ উপলব্ধি কৰিলে। মৃদুলাই মোক গুজৰাটতে ৰাখিবলৈ ইচ্ছা কৰিছিল যদিও মই অসমলৈ উলটি আহিলোঁ— কাৰণ অসমত মহিলা কৰ্ম্মীৰ সংখ্যা তেতিয়া নিচেই তাকৰ। শ্ৰীযুতা অমলপ্ৰভা দাস বাইদেউৰ লগত যুটীয়া সংগঠিকা হিচাপে কংগ্ৰেছৰ কামত প্ৰায় গোটেই অসম ঘূৰিবলগীয়া হৈছিল। এই ভ্ৰমণে আমাৰ মহিলাসকলৰ শক্তি আৰু শক্তিৰ অপচয়ৰ এখন ছবি যেন চকুৰ আগত দাঙি ধৰিলে।

১৯৪২ চনৰ ২৬ ফেব্ৰুৱাৰীত অমিয়কুমাৰ দাসদেৱৰ লগত মোৰ বিবাহ সম্পন্ন হয়। গতানুগতিক ৰীতি-নীতিসম্পন্ন বিবাহৰ পৰিৱৰ্ত্তে তেখেতে অতি কম খৰচত আৰু কম সময়ত হোৱা ৰেজিষ্ট্ৰাৰ বিয়াৰ দ্বাৰা আমাৰ বৈবাহিক সম্বন্ধ স্থাপন কৰে। অনিমন্ত্ৰিত আমাৰ শুভাকাঙ্ক্ষী বন্ধু-বান্ধৱৰ সমাগম কিন্তু যথেষ্ট পৰিমানে হ'ল। অভ্যৰ্থনাৰ বিশেষ যা-যোগাৰ নাছিল বুলিলেও বঢ়াই কোৱা নহয়। আমাৰ বিয়াত কবি দেবকান্ত বৰুৱাই ধেমেলীয়া সুৰেৰে লিখা কবিতাৰ সুৰ আজিও মনত পৰে—

"অমিয়দাদাকে চাদী ভাইয়া অমিয়দাদাকে চাদী,
কইনা পিন্ধেগা মুগা কে মেখেলা দৰা পিন্ধেগা খাদী।"
অমিয় দাদা খানা খায়া কইনা কিন্তু লঘোন দিয়া
সৰদ লোককো যেতনা ফাঁকি আভী কিস্তু নিকন গিয়া
অমিয় দাদা কহতা ৰহা ছিম্পল হোগা কাম
ডাক্তৰ যাক লগায় দিয়া মহা ধুমাধাম
অমিয় দাদা ছিম্পল আদমী কামডি উনকা সিধা
মাঝমে মাথোন মামী আকৰ লগোয়া যেতনা লেঠা
... ... ... ... ... ... ... ... ... ...

লড়াই কে লিয়ে কাগজ হুয়া মহুদা ইসিলিয়ে
নিমন্ত্রণকো মিল গিয়া হ্যয় গদা।

১৯৪২ চনতে মোৰ ৰাজনৈতিক কৰ্ম্মক্ষেত্ৰ গুৱাহাটীৰ পৰা তেজপুৰলৈ স্থানান্তৰ হ'ল। তেজপুৰ মোৰ বাবে আচহুৱা। সেয়ে অমিয়কুমাৰ দাসদেৱে শ্ৰীযুত বিজয় চন্দ্ৰ ভাগৱতীক অনুৰোধ কৰে মোক সহায় কৰিবলৈ। শ্ৰী ভাগৱতীয়ে মোক সভা-সমিতিৰ মাধ্যমেৰে তেজপুৰৰ গাঁৱৰ কৰ্ম্মীসকলৰ লগত চিনাকি কৰি দিয়ে। তেজপুৰৰ লোকসকলৰ একনিষ্ঠতা আৰু সৰলতাই মোৰ মন ৰাজনীতি আৰু কলা দুয়ো ৰসেৰেই যেন বুৰাই দিছিল। ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদ আগৰৱালাদেৱক সেইসময়তে বৰ ঘনিষ্ঠ ভাবে পাওঁ। তেওঁ আছিল একেধাৰে শিল্পী, সাহিত্যিক, কবি, নৃত্যবিদ্ আৰু ৰাজনীতিবিদ্। কিন্তু '৪২ চনৰ আগতে তেওঁৰ শিল্পী মনটোৰ লগতহে মোৰ পৰিচয় আছিল বোধ। ১৯৪২ চনৰ ৯ আগষ্টৰ পিছত যি পৰিচয় সি আগৰৱালাদেৱৰ বিপ্লৱী ৰূপৰ পৰিচয়।

'৪২ চনৰ ৯ আগষ্টত অতৰ্কিতে সমগ্ৰ ভাৰতৰে ৰাজনৈতিক বাতাবৰণ অস্থিৰ হৈ উঠি হৈ-চৈ লাগি পৰিল। আমাৰ সংগঠন সম্পূৰ্ণ প্ৰস্তুত নাছিল। গান্ধীজী আৰু ৱৰ্কিং কমিটিৰ সভ্যসকলৰ গ্ৰেপ্তাৰে আৰু গান্ধীজীৰ 'মুক্তি বা মৃত্যু'ৰ পৃথিৱী কপোঁৱা বাণীয়ে বিজুলি বেগেৰে সংগঠনৰ গতিত তীব্ৰতা আনি দিলে। সমগ্ৰ জাতি আকৌ সিংহ বিক্ৰমেৰে জাগি উঠিল। তেজপুৰ কংগ্ৰেছ কমিটিৰ সকলো কাৰ্য্যকৰ্ত্তাকে গ্ৰেপ্তাৰ কৰা হ'ল। অমিয় কুমাৰ দাসদেৱ অসুস্থ হৈ থকাত তেওঁক গ্ৰেপ্তাৰ কৰা নাছিল। এনে সময়ত নেতৃত্ব লয় কোনে? জ্যোতিপ্ৰসাদ আগৰৱালা নিজেই আমাৰ ঘৰলৈ আহিল ভৱিষ্যতৰ কাৰ্য্যপন্থা নিৰ্দ্ধাৰণৰ কাৰণে। আগৰৱালাদেৱে মোৰ চকুলৈ চাই সুধিলে "বৌ, আপুনি মুক্তি বা মৃত্যুৰ অৰ্থ কিদৰে কৰিছে? গান্ধীজীয়ে এইবাৰ হেনো যি কোনো প্ৰকাৰে স্বাধীনতা অনাৰ কথা কৈছে— আপুনি তেনেদৰে ভাবেনে?" উত্তৰত মই ক'লো 'নেভাবো'। তেওঁ আকৌ ক'লে, 'আপুনি কি ভাবে?' মই একে সুৰেৰেই উত্তৰ দিলোঁ "গান্ধীজীয়ে আদৰ্শৰ লগত আপোচ নকৰে; মুক্তি বা মৃত্যু মানে অহিংস ৰূপেৰে মৃত্যু বৰণ কৰা।" আগৰৱালাদেৱে ক'লে 'আপোনাৰ লগত মোৰ মত মিলিছে, আমি এখন আঁচনি কৰোঁ আৰু এতিয়া জেলৰ বাহিৰত যি সকল কৰ্ম্মী আছে সকলোৰে লগত আলোচনা কৰোঁ।" আগৰৱালাদেৱে আচনিখন কৰিলে আমাৰ অনুৰোধতে। মহাদেৱ শৰ্ম্মাক মাতি পঠিওৱা হ'ল, কিন্তু ইনফ্লুয়েঞ্জা হৈ থকা বাবে আহিব নোৱাৰিলে। ঢেকিয়াৰ যুৱক কংগ্ৰেছৰ ডেকা কৰ্ম্মী শ্ৰীবিশ্বদেৱ শৰ্ম্মা, বা ৰাম গগৈ,

থানুৱা আৰু নিকামূল সত্ৰৰ সত্ৰাধিকাৰ শ্ৰীগহন চন্দ্ৰ গোস্বামীৰ লগত আঁচনিৰ বিষয়ে আলোচনা কৰা হ'ল।

ইতিমধ্যে চাওঁতে চাওঁতে ১৯৪২ৰ বিপ্লৱৰ ঢৌ অসম পালেহি। নেতা, সকলৰ গ্ৰেপ্তাৰৰ লগে লগে নেতৃত্ব দিবলগীয়া হ'ল দেশৰ অগণন জনতাই 'মুক্তি বা মৃত্যু'ৰ ব্যাখ্যা অনুষ্ঠান বিশেষে, ব্যক্তি বিশেষে নিজ নিজ মতে কৰিবলৈ ধৰিলে। আগতে উনুকিয়াই অহা মতে তেজপুৰৰ আমাৰ কৰ্ম্মীসকলে এই আন্দোলনক সম্পূৰ্ণ অহিংস আন্দোলন হিচাপে গ্ৰহণ কৰি দেশৰ কাৰণে জীৱন পণ কৰিব পৰা সত্যাগ্ৰহী দল এটি গঠনত গুৰুত্ব দিলে। এই সিদ্ধান্ত অনুযায়ী দেশৰ কৰ্ম্মীসকলক দুভাগত ভগোৱা হ'ল— শান্তি বাহিনী আৰু মৃত্যু বাহিনী। শান্তি বাহিনীয়ে দেশত শান্তি ৰক্ষা কৰিব আৰু মৃত্যু বাহিনীয়ে জীৱনক আহুতি দিবলৈ প্ৰস্তুত হৈ আগবাঢ়িব। মৃত্যু বাহিনীত ১৮ বছৰতকৈ কম বয়সৰ কৰ্ম্মী লোৱাৰ আদেশ নথকা স্বত্বেও গহপুৰৰ বৰঙাবাৰীৰ ৺কনকলতাই 'জোৱান অব আৰ্ক'ৰ দৰে অন্তৰৰ কিবা নিৰ্দ্দেশ পাই কিজানি মৃত্যু বাহিনীত যোগ দিবলৈ উত্ৰাৱল হৈ উঠিল— এই প্ৰচণ্ড দুৰ্দ্দমনীয় ইচ্ছাক বাধা দিব নোৱাৰাৰ কাৰণেই ৺কনকলতাক বিশেষ নিৰ্দ্দেশ হিচাপে মৃত্যু বাহিনীত যোগ দিবলৈ দিয়া হ'ল। কনকলতাৰ সেই কেইষাৰ কথা এতিয়াও কাণত বাজে "মোক মৃত্যু বাহিনীত যোগ দিবলৈ দিয়ক, মই পতাকাৰ অসন্মান নকৰোঁ; মই জীৱন দি পতাকাৰ মান ৰক্ষা কৰিম"— এই মহৎ প্ৰেৰণা কনকলতাই ক'ৰ পৰা পাইছিল তাকে ভাবোঁ— নিশ্চয় গান্ধীজীৰ প্ৰাণৰ অন্তঃস্থলৰ পৰা ওলোৱা আৰু বিশ্বাস কৰা অহিংস নীতিৰ মূল নেতৃত্বৰ পৰা। গভীৰ বিশ্বাসৰ পৰা ওলোৱা শক্তিয়েই মন্ত্ৰ শক্তিৰ মহত্ব পায়। সেয়ে ১৯৪৭ চনৰ জানুৱাৰী মাহত দিল্লীত নিখিল ভাৰত কংগ্ৰেছ কমিটিৰ যি বিশেষ গোপনীয় বৈঠক বহিছিল তাত পণ্ডিত জৱাহৰলাল নেহৰুৱে সাৰ্ব্বভৌমত্ব ফেডাৰেল কোৰ্টত থকাৰ সপক্ষে যুক্তি দাঙি ধৰি যি প্ৰস্তাৱ আগ বঢ়াইছিল অসমৰ পক্ষৰপৰা তাৰ বিৰোধীতা কৰি যেতিয়া ক'বলগীয়া হৈছিল, তেতিয়া বক্তৃতা মঞ্চত উঠি মনৰ কি তুমূল দ্বন্দৰ মাজেদি বক্তৃতা দিবলগীয়া হৈছিল তাৰ স্মৃতি আজিও পাহৰিব নোৱাৰোঁ। যিসকল নেতাক সকৰে পৰা দেৱতাৰ দৰে পূজা কৰি আহিছিলোঁ, সেই সকলোকে সমালোচনাৰে আঘাত কৰিবলগীয়া হোৱাত মই যেন গুৰুৰ বিৰুদ্ধে অস্ত্ৰ তুলি লৈছোঁ— এনে হেন লাগিছিল। লগে লগে চকুৰ আগত ভাঁহি উঠিছিল শ্বহীদসকলৰ মুখ যি সকলে ৪০ কোটি ভাৰতবাসীৰ সন্মানৰ কাৰণে এদিন ফাঁচিৰ কাঠক চুমা খাইছিল— বন্দুকৰ গুলীক হাঁহি মুখেৰে বুকুত আকোঁৱালি লৈছিল। শ্বহীদসকলৰ তপত

তেজৰ বৰঙণিয়ে প্ৰেৰণা আনি দিলে— চকুৰ পানীৰে বুকুৰ কথা প্ৰকাশ কৰিব পাৰিলোনে নাই নাজানোঁ। পিছে মঞ্চৰ পৰা নামি অহাৰ লগে লগে যেতিয়া অৰুনা আছফ আলিয়ে সাৱটি ধৰিলে, তেতিয়া ভাবিলোঁ যদি কংগ্ৰেছ ৱাৰ্কিং কমিটিয়েও অৰুনা আছফ আলিৰ দৰেই কথাষাৰ গ্ৰহণ কৰে— কৰিব জানো? তাৰ পিছত অসমৰ পৰা ৺নিকলচ্ ৰয়, হৰেশ্বৰ গোস্বামী আৰু বৈদ্য মুখাৰ্জ্জীয়েও প্ৰস্তাৱ সমৰ্থন কৰি ক'লে— গোপীনাথ বৰদলৈদেৱে ৱৰ্কিং কমিটিক অসমৰ প্ৰাণৰ কথা আগতেই জনাই দিছিল, নিখিল ভাৰত কংগ্ৰেছ কমিটিতো যেতিয়া আলোড়নৰ সৃষ্টি হ'ল— পণ্ডিতজীয়ে পুৰুষোত্তম দাস টেণ্ডনজীৰ সংশোধনী প্ৰস্তাৱ এটি গ্ৰহণ কৰি আমাক এটা পৰম সঙ্কটৰ পৰা উদ্ধাৰ কৰিলে। সেইদিনাৰ মনৰ দ্বন্দ— সেইদিনাৰ মনৰ কৃতজ্ঞতাৰ কথা, স্মৰণৰ ইতিহাসত এটি চিৰস্মৰণীয় ক্ষণ হৈ ৰ'ল। গান্ধীজীৰ আশীৰ্ব্বাদে অসমক প্ৰেৰণা দিলে, গান্ধীজীৰ আশীষ বাণীয়ে অসমক ৰক্ষা কৰিলে, গান্ধীজীৰ বিবৃতিয়ে সমস্ত কংগ্ৰেছ অনুষ্ঠানটোকে কঁপাই তুলিলে; অসম জয়ী হ'ল।

স্বাধীন ভাৰতৰ বুকুতো এদিন অসমে অসমৰ বুকুৰ ব্যথা বুজাব নোৱাৰা বেজাৰত গুমৰি উঠিছিল— অসমৰ অভিমানী মনটোক প্ৰকাশ কৰাৰ সৌভাগ্যৰ অধিকাৰী বহুতো হৈছিল; প্ৰকাশৰ আনন্দ পোৱা প্ৰত্যেক জনৰ মনেই তাৰ সাক্ষী: মোৰ মনে প্ৰকাশৰ সেই আনন্দখিনিক উপলব্ধি কৰিছিল— কথা শেষ হোৱাৰ লগে লগে পোৱা দুজনমান সংসদৰ ওজা, ৰাজ্যসভাৰ দলপতি, সেইসময়ৰ গৃহমন্ত্ৰী ৺গোবিন্দ বল্লভ পন্তদেৱ, ৰাষ্ট্ৰপতি সৰ্ব্বপল্লী ৰাধাকৃষ্ণন আৰু পণ্ডিত জৱাহৰলাল নেহৰুৰ আশীৰ্ব্বাদ ভৰা অভিনন্দনৰ স্বীকৃতিত। জীৱনে এই আশীৰ্ব্বাদ ভৰা মুহূৰ্ত্ত বিলাককেই জীৱনৰ পাথেয় কৰি লয়। ১৯৫৮ চনত নিখিল ভাৰত কংগ্ৰেছ ৱৰ্কিং কমিটিৰ সভ্যা হিচাপে থকা কালত, ১৯৫৯ চনত ভাৰতৰ বাহিৰলৈ ভাৰতীয় প্ৰতিনিধি দলৰ লগত যোৱা কালৰ শত স্মৃতি মধুৰ মুহূৰ্ত্তই, ১৯৬২ চনৰ চীনৰ আক্ৰমণৰ পটভূমিত হোৱা সহস্ৰ ঘটনাই ক্ষণভঙ্গুৰ জীৱনটোৰ প্ৰতি মুহূৰ্ত্ততে কিবা এটা সপোনৰ বোল সানি যায়— সেই বিলাকেই কি জানি জীৱনৰ পৰম মুহূৰ্ত্ত, জীৱনৰ স্মৰণীয় দিন। □

প্ৰণীতা দেৱী

# মোৰ কথা



১৯২২ চনৰ চেপ্তেম্বৰ মাহৰ ১২ তাৰিখে মোৰ জন্ম হৈছিল— ভাৰতৰ পূব প্ৰান্তত অৱস্থিত তিনিচুকীয়া চহৰত। মোৰ দেউতা আছিল তিনিচুকীয়াৰ তথা অসমৰ বিখ্যাত চাহ খেতিয়ক কৰ্ম্মযোগী স্বৰ্গীয় সোমেশ্বৰ বৰুৱা। মোৰ মাতৃ আছিল সমাজৰ অগ্ৰণী মহিলা, তিনিচুকীয়া কেন্দ্ৰীয় মহিলা সমিতিৰ প্ৰতিষ্ঠাপক সভানেত্ৰী আৰু "লখিমীৰ ৰন্ধা-বঢ়া" গ্ৰন্থৰ লেখিকা স্বৰ্গীয়া বিমলা দেবী বৰুৱা।

মই আই-দেউতাৰ চতুৰ্থ সন্তান আছিলোঁ। আমাৰ ভাই-ভনী মোকে লৈ এঘাৰজন আছিল। তদুপৰি আমাৰ লগত একেলগে ডাঙৰ হৈছিল আমাৰ পেহী ৺নৰ্ম্মদা দেবীৰ পুত্ৰ আৰু অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি শ্ৰীযতীন্দ্ৰ নাথ গোস্বামী। আমাৰ দদাইদেউ ৺ৰত্নধৰ বৰুৱাৰ ল'ৰা শ্ৰীননী গোপাল বৰুৱাও আমাৰ ঘৰতে ডাঙৰ দীঘল হৈছিল। আমাৰ আই-দেউতা অতিকৈ অতিথিবৎসল আছিল আৰু আমাৰ ঘৰখনত আত্মীয়স্বজনৰ উপৰিও আলহী-অতিথিৰে দলদোপ্ হেন্দোলদোপ হৈ আছিল। জ্ঞান হ'বৰে পৰা দেখিছিলোঁ আমাৰ ঘৰখনলৈ অহা অন্তহীন অতিথিৰ স্ৰোত। সকলো সময়তে আমাৰ ৰান্ধনীঘৰৰ দুৱাৰ খোলা আছিল। যেতিয়াই যি সময়তে আলহী আহক— এজন বা দহজন আহক, ঘৰখনৰ গৃহলক্ষ্মীৰ চেনেহৰ সম্ভাষণৰ পৰা বঞ্চিত নহৈছিল। মই দেখিছিলোঁ— মোৰ পিতৃদেৱৰ মাতৃ আইতা ৺ৰূপেশ্বৰী দেবীয়ে নিজৰ ৰান্ধনীঘৰৰ দুৱাৰ দলিত বহি তামোলৰ বটা লৈ আলহী সুধি থকা। বহুত আলহীয়ে প্ৰথমে মোৰ আইতাক দেখা কৰিহে দেউতা আৰু আইক দেখা কৰিছিলগৈ।

মনত থকা কালৰে পৰা আমাৰ ঘৰত দেখা পাইছিলোঁ তাঁতশালখন। সদায় শালত কাপোৰ আছিলেই। যেতিয়াই আজৰি পায়, মোৰ আয়ে তাঁতশালত দোৰেপতি নচুৰাইছিল। আই আৰু আইতাহঁতে কপাহ ধূনা, পাঁজিকটা, নেওঠনী, যতৰ আদি ঘূৰোৱা এতিয়াও মনত পৰে। মোৰ আইৰ চিৰা-খুন্দা, পিঠা ভজা আৰু বিবিধ ধৰণৰ লাডু আদি কৰা নিত্য নৈমিত্তিক কামৰ ভিতৰত আছিল। আয়ে কৰা কেক্ আৰু গমৰ লাডুৰ সোৱাদ আজিও মই পাহৰিব নোৱাৰোঁ।

আলহী অভ্যাগতৰ আগমনত আমাৰ ঘৰখন বৰ সৰস হৈ উঠিছিল। বকুল বনৰ কবি ৺আনন্দ চন্দ্ৰ বৰুৱা সেই সময়ত সঘনাই আমাৰ ঘৰলৈ আহিছিল। মোৰ মনত পৰে তেওঁ সদায় অসমীয়া পাটৰ পাঞ্জাবী আৰু শুধ বগা ধুতি পিন্ধিছিল। কলেজত অধ্যয়নৰত উচ্চাভিলাষী ডেকা। হয়তো তেওঁৰ অন্তৰত আছিল অফুৰন্ত কবিতাৰ উঁহ। মোৰ অন্যজন মামা কবিতাপ্ৰেমী স্বৰ্গীয় টঙ্কেশ্বৰ বৰুৱা। বাকী আন সকল মামা আছিল নাট্যপ্ৰেমী। মোৰ একমাত্ৰ দদাইদেউ স্বৰ্গীয় ৰত্নধৰ বৰুৱাও আছিল নাট্যপ্ৰেমী। মুঠতে ঘৰখনৰ পৰিবেশ আছিল প্ৰাণময়। এওঁলোকৰ লগত উমলি-জামলি কেতিয়া ডাঙৰ হ'লো, কবই নোৱাৰিলোঁ।

সেই সময়ত তিনিচুকীয়াত শিক্ষাৰ পোহৰ বৰকৈ পৰাই নাছিল। ১৯২৯ চনত ৰাইজে খেৰ-বাঁহেৰে এখন স্কুল প্ৰতিষ্ঠিত কৰিছিল। এই স্কুলখনতে মোৰ বিদ্যাৰম্ভ হয়। তেতিয়া আমি মাটিৰ ফলি, মাটিৰ পেঞ্চিল ব্যৱহাৰ কৰিব লাগিছিল। প্ৰথম ছোৱাত আমি বহা ঢাৰিখনো স্কুললৈ আহোঁতে লগত কঢ়িয়াই আনিব লাগিছিল। এই স্কুলতে লগ পাইছিলোঁ— আদৰ্শ-পৰায়ণা শিক্ষক শিক্ষয়িত্ৰী সকলক। তাৰ ভিতৰত মনত পৰে ৺নগেন্দ্ৰ বালা দত্ত (সাদৰী বাইদেউ); ৺চচমে নুৰজাহান বেগম (সৰু বাইদেউ), চম্পাৱতী বৰদলৈ, বদন চন্দ্ৰ বৰদলৈ, শৰৎ চন্দ্ৰ বৰুৱা আদিলৈ।

১৯৩১ চনৰ ২৪ অক্টোবৰত সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱা তিনিচুকীয়ালৈ আহোঁতে তেখেতৰ লগত তেখেতৰ পৰিয়ালৰ লোক সকলো আহিছিল। তেখেতক আদৰিবলৈ ৰাইজে ৰাজহুৱা সভা আহ্বান কৰিছিল। বকুল বনৰ কবি আনন্দ চন্দ্ৰ বৰুৱাৰ উদগনিত মযো সেই সভাত গীত গোৱাৰ সুবিধা লাভ কৰি আনন্দ লাভ কৰিছিলোঁ।

তিনিচুকীয়াৰ প্ৰায় সকলো অনুষ্ঠানতে মই সদায় যোগদান কৰাৰ সুবিধা পাইছিলোঁ। তিনিচুকীয়া মহিলা সমিতিৰ বাৰ্ষিক অধিবেশনত ৺আনন্দ চন্দ্ৰ বৰুৱাৰ "কপৌ কুঁৱৰী" নাটিকা খনিত মই ভাও লৈছিলোঁ— কপৌ কুঁৱৰীৰ।

এই নাটকত ভাগ লোৱা ছোৱালীবোৰৰ গ্ৰুপ ফটো এখনো সেই সময়ৰ একমাত্ৰ অসমীয়া আলোচনী 'আৱাহন'ত প্ৰকাশ হৈছিল। অতীতৰ সেই জীৱন পখিলাৰ দৰে ৰঙীন, পখীৰ দৰে বাঙ্ময়, বাৰিষাৰ জলধাৰাৰ দৰে উচ্ছল আছিল।

সৰুৰে পৰা মোৰ লিখা-পঢ়াত বৰ ধাউতি আছিল। চতুৰ্থ নে পঞ্চম শ্ৰেণীত থাকোঁতে আমাৰ সম্পাদনাত স্কুলৰ পৰা উলিয়ালোঁ হাতে লিখা আলোচনী 'মলয়া'। ইয়াৰ দ্বাৰাই আমি জীৱনত প্ৰথমবাৰৰ বাবে মনৰ ভাব প্ৰকাশ কৰিবলৈ সুবিধা পালোঁ। অতি সুন্দৰ হাতৰ আখৰৰ গৰাকী আমাৰ বান্ধৱী শ্ৰীপ্ৰমীলা বালা দেবীয়ে এই আলোচনীখন হাতেৰে লিখিছিল।

দীঘলীয়া ছাত্ৰীজীৱন উপভোগ কৰাৰ সৌভাগ্য মোৰ নহ'ল। পুতলাৰ দৰা-কইনা খেলি থাকোঁতে হঠাতে নিজেই কইনা হ'ব লগীয়া হ'ল। মোক ইমান সোনকালে বিয়া দিব খোজা দেখি স্কুলৰ শিক্ষক শিক্ষয়িত্ৰী সকলে মোৰ দেউতা আৰু আইৰ ওচৰত আপত্তি দৰ্শাইছিলহি। কিন্তু কাৰো আপত্তি নৰজিল। কলিকতা বিশ্ববিদ্যালয়ৰ মেধাৱী ছাত্ৰ, নতুনকৈ হাকিম পদত অধিষ্ঠিত হোৱা আদৰ্শবাদী পুৰুষ স্বৰ্গীয় লক্ষেশ্বৰ শৰ্ম্মাদেৱৰ লগত মোৰ বিয়া ঠিক হ'ল। শৰ্ম্মাদেৱে লাভ কৰা 'হাকিম' পদটো সেইকালত ভাৰতীয় লোকৰ বাবে দুৰ্লভ আছিল, কাৰণ তেতিয়া আছিল বৃটিছৰ শাসন। কন্যাকাল হোৱাৰ পাছতে মই শৰ্ম্মাদেৱৰ লগলৈ আহিলোঁ। মই তেনেই অপেণ গৃহিনী। সেইদিনৰ মোৰ অভিজ্ঞতাৰ কাহিনী লেখিবলৈ গ'লে প্ৰৱন্ধৰ কলেবৰ অনেক বৃদ্ধি পাব। গতিকে মোৰ জীৱনৰ সেইখণ্ডৰ অভিজ্ঞতা বাহুল্য নকৰিলোঁ। কিন্তু মোৰ দোষ-গুণ সকলোখিনি কৈ লৈ শৰ্ম্মাদেৱে মোক সদায় আকোঁৱালি ৰাখিছিল। আজি তেওঁৰো নাই আৰু নাই আজি মোক কোনো প্ৰেৰণা যোগাওঁতা!

যি নহওক, নতুন সংসাৰত প্ৰৱেশ কৰি ডাঙৰ ল'ৰা শ্ৰীমান প্ৰশান্ত (নিতু) আৰু শ্ৰীমতী প্ৰনতি (ৰানু) জন্ম হোৱাৰ পাছত মই পুনৰ পঢ়িবলৈ ল'লো। অৱশ্যে ঘৰতে। মোৰ ঘৰুৱা শিক্ষক ৺অক্ষয় বাবু আৰু ৺পূৰ্ণবাবুৰ সাধুতাত মই মুগ্ধ হৈছিলোঁ। মোৰ বাবে তেওঁলোক চিৰদিন নমস্য ব্যক্তি হৈ থাকিব। তেখেতসকলৰ যত্নতে মই এটা সময়ত কলিকতা বিশ্ববিদ্যালয়ৰ পৰা 'ইন্টাৰমেডিয়েট' পৰীক্ষা দিবলৈ সমৰ্থ হৈছিলোঁ। পাৰিবাৰিক অসুবিধাৰ বাবে উচ্চশিক্ষা লাভ কৰিব নোৱাৰিলোঁ।

মই মাজে সময়ে গল্প প্ৰবন্ধ লিখি 'অৰুন', 'পখিলা', 'বাঁহী' আদিলৈ পঠাইছিলোঁ। 'বাঁহীৰ' তেতিয়াৰ সম্পাদক ৺ মাধৱচন্দ্ৰ বেজবৰুৱাদেৱে মোক

সদায় উৎসাহ দিছিল। তদুপৰি মোৰ স্বামীৰ উৎসাহত ক্ৰমান্বয়ে লিখি গৈছিলোঁ "গ্ৰীচ আৰু ৰোমদেশৰ সাধু"; 'মানদেশৰ সাধু'; 'পৰীৰ দেশৰ সাধু'; 'ধনশিৰিৰ উচুপনি' (উপন্যাস); 'সচাঁ মানুহ' (অপ্ৰকাশিত উপন্যাস); 'মৌচুম যেতিয়া নামে' (২৬৮ টা গল্পৰ সমষ্টি), ৬৩ টা গল্পৰ সমষ্টিৰে লিখা 'অগ্নিকোণ'; উপদেশমূলক গ্ৰন্থ 'পতি-পত্নীৰ ধৰ্ম্ম'; 'জীৱনৰ লালসা' আৰু 'বাসনাৰ অতীত' অনুবাদ গ্ৰন্থাদি। ইয়াৰ বাহিৰেও মই সময়ে সময়ে প্ৰৱন্ধ-পাতি লিখিছোঁ। কোনোবাটো প্ৰকাশ হৈছে, কোনোবাটা হোৱা নাই। সৰবৰহী প্ৰকাশক গুৱাহাটী 'লয়াৰ্ছ বুক ষ্টলৰ' প্ৰতিষ্ঠাতা বিচিত্ৰনাৰায়ণ দত্তবৰুৱাৰ মৃত্যুৰ লগে লগে মোৰ দৰে লিখক লেখিকা সকললৈ নামি আহিল এক অনিশ্চয়তা, হতাশা। মই অলপতে লিখা কবিতাৰ পুথিখনৰ নাম 'কাবেৰী'। নেজানো এই পুথি কেতিয়াবা প্ৰকাশ হ'বনে নহয়! হয়তোবা নিগনিৰ আহাৰেই হ'বগৈ এদিন! 'বাসনাৰ অতীত' এখন সুবৃহৎ গ্ৰন্থ। গ্ৰন্থকাৰ পীয়েৰিলাল মুৰে আৰু উপন্যাসখনৰ মূল নাম 'বিয়ণ্ড ডিজায়াৰ'। এজন সঙ্গীতজ্ঞৰ জীৱন সংগ্ৰামৰ আলম লৈ লিখা এই গ্ৰন্থখন লিখকৰ বিশ্ব সাহিত্যলৈ আগবঢ়োৱা এক অনন্য অৱদান। লোভ সামৰিব নোৱাৰি চাৰি বছৰ জুৰি অজস্ৰ শ্ৰম কৰি পুথিখন ভাঙনি কৰিলোঁ। লয়াৰ্ছ বুক ষ্টলে প্ৰকাশ কৰিলে কেইখনমান। ইমান প্ৰিণ্টিং ভুল আছিল যে ততাতৈয়াকৈ মই দত্তবৰুৱাক আৰু প্ৰিণ্ট কৰাবলৈ নিষেধ কৰিলোঁ। প্ৰায দুবছৰ অহৰহ শ্ৰম কৰি উক্ত গ্ৰন্থখন পুনৰ নকৈ উলিয়ালোঁ। গ্ৰন্থ লিখা কাম সম্পূৰ্ণ হ'ল। কিন্তু এই গ্ৰন্থ প্ৰকাশ কৰিবলৈ প্ৰকাশকসকল আগ্ৰহান্বিত নহ'ল। শেষত মই অসম প্ৰকাশন পৰিষদৰ সম্পাদক শ্ৰীসতীশ ভট্টাচাৰ্য্যক লগ ধৰি এই বিষয়ে আলোচনা কৰিলোঁ। তেনে কোনো গ্ৰন্থ ছপোৱাৰ আঁচনি তেওঁবিলাকে লোৱা নাই বুলি তেওঁ সমিধান দিলে। কিন্তু মই ইচ্ছা কৰিলে প্ৰকাশন পৰিষদে প্ৰকাশ কৰা আলোচনীত ভাগ ভাগ কৈ প্ৰকাশ কৰিব পাৰে— যিটো আজি পৰ্য্যন্ত কৰা হোৱা নাই। এই আলোচনা হৈছিল এতিয়াৰ পৰা প্ৰায় চাৰিবছৰ পূৰ্বে।

আৰ্ভিং ষ্টোনৰ 'লাষ্ট ফৰ লাইফ' নামৰ সুবৃহৎ গ্ৰন্থখনি ভাঙনি কৰি মই কৃতাৰ্থ মানিছিলোঁ। হলেও দেশীয় এজন চিত্ৰশিল্পীৰ আধাৰত লিখা এইখন গ্ৰন্থ বিশ্ব-সাহিত্যৰ ভিতৰতে এখন অন্যতম সৰ্ব্বশ্ৰেষ্ঠ উপন্যাস।

সাহিত্য সেৱাৰ জৰিয়তে বহু শ্ৰদ্ধেয় লোকৰ সংস্ৰৱলৈ আহিবলৈ সুবিধা পাইছিলোঁ। বঙ্গদেশৰ অমৰ ঔপন্যাসিক ৺সমৰেশ বসুৰ চৰণ ধূলিৰে আমাৰ ছিলঙৰ 'বল্মীক' নামৰ ঘৰটো পবিত্ৰ হৈ ৰ'ল। আৰু আহিছিল উমা প্ৰসাদ মুখাৰ্জী, লগ পাইছিলোঁ বঙ্গদেশৰ মহিলা সাহিত্যিক নৱনীতা

সেনক। ইয়াৰ বাহিৰেও অসমৰ ভাগে কেইজন বিখ্যাত সাহিত্যিকক লগ পোৱাৰ সৌভাগ্য মোৰ হৈছিল। শৈশৱ কালত আইৰ ঘৰত থাকোঁতেই দেখিছিলোঁ সাহিত্য সেৱী আৰু বহুজন গুণী-জ্ঞানী ব্যক্তিক। উপন্যাস সম্রাট ৺ৰজনীকান্ত বৰদলৈ, দেশভক্ত তৰুণৰাম ফুকন, বুৰঞ্জীবিদ্ কনকলাল বৰুৱা, ৰাধা গোবিন্দ বৰুৱা, ভাৰতৰ প্ৰথম প্ৰধান মন্ত্ৰী জৱাহৰলাল নেহৰু আৰু শ্ৰীশ্ৰী প্ৰকাশক লগ পোৱাৰ কথা এতিয়াও মনত পৰে। এই সকলৰ উপৰিও সেই সময়ত লগ পাইছিলোঁ অসমৰ প্ৰথম মুখ্য মন্ত্ৰী ৺গোপীনাথ বৰদলৈ, কবি নলিনীবালা দেবী, ড° বিৰিঞ্চি কুমাৰ বৰুৱা, ড° ৰোহিনী কুমাৰ বৰুৱা, শৰৎ চন্দ্ৰ গোস্বামী, আচাৰ্য্য বিনোৱা ভাবে, কাকাচাহেব কালেকাৰ, হুমায়ুন কবিৰ, স্বামী ৰঙ্গনাথন আদি লোক সকলক। এই মহান ব্যক্তি সমূহৰ আশীষেৰে মোৰ জীৱন ধন্য হৈছিল। মোৰ স্বামী ৺লক্ষেশ্বৰ শৰ্ম্মাদেৱে নিজেও আজীৱন সাহিত্য-চৰ্চ্চা কৰি দেশবাসীক দি থৈ গ'ল 'ৰামায়ণ' (অনুবাদ), 'মিছিমি পাহাৰৰ ৰং শিঙা', 'লুইতপৰীয়া বুঢ়া জালোৱা' আদি গ্ৰন্থ। 'মিছিমি পাহাৰৰ ৰং শিঙাই' তেওঁলৈ কঢ়িয়াই আনিছিল— 'ইউনেস্ক' পুৰস্কাৰ। তেখেতৰ প্ৰেৰণাই মোৰ সাহিত্য-সৃষ্টিৰ মূল উৎস আছিল। এইখিনিতে উনুকিয়াব খোজোঁ মহিলা সাহিত্যিক সকলে পোৱা কিছু অসুবিধাৰ কথা। মন থাকিলেও মহিলা হোৱাৰ বাবে বহু সময়তে কিবা এটা কৰিব খুজিও কৰিব নোৱাৰা হওঁ। মোৰ মন যায়— মানুহৰ সঁচা জীৱনক কেন্দ্ৰ কৰি উপন্যাস লিখোঁ। মোৰ মন যায়— ইতিহাস খুচৰি খুচৰি নতুন বস্তু পাঠক-পাঠিকাক দিওঁ। কিন্তু মই অকলে ভ্ৰমণ কৰিব নোৱাৰোঁ। আৰু নোৱাৰোঁ— লক্ষ্ণৌ বা দিল্লীৰ সৰু-বৰ অলিয়ে গলিয়ে গৈ ইতিহাস বুটলিব। নিজস্ব অভিজ্ঞতা অৰ্থাৎ নিজে স্বচক্ষে দেখা অথবা নিজে গৈ এজন ব্যক্তিক লগ পাই কথা হৈ যিমান কথা জানিব পাৰিম কল্পনাৰে বা ইতিহাস পঢ়ি সিমান জনা নেযায়। মহিলা লেখিকাৰ বাব এইবোৰেই হেঙাৰ।

মই এবাৰ হলেণ্ড (Holland) দেশলৈ যাবলৈ সুযোগ পাইছিলোঁ। লণ্ডনৰ পৰা যেতিয়া উৰাজাহাজেৰে হলেণ্ড দেশলৈ উৰা মাৰিছিলোঁ, তেতিয়া মোৰ মন ঈশ্বৰৰ প্ৰতি কৃতজ্ঞতাত দোঁ খাই পৰিছিল। যেতিয়া উৰাজাহাজ খন তললৈ নামি অহাৰ উমান পাইছিলোঁ, দেখিছিলোঁ হলেণ্ডদেশৰ সেউজীয়া বন-বিৰিখ, সেউজীয়া পথাৰ আৰু অজস্ৰ উইণ্ড মিলসমূহ। খুব সম্ভৱ মাহটো আছিল আহিন মাহ। সেই সময়ত সেই দেশৰ প্ৰকৃতিৰ বুকুত হেণ্ডুল বৰণৰ পূৰ্ণ পয়োভৰ হৈছিল। এইখন মহান শিল্পী ভেনগগৰ দেশ। ছবি যেন হৈ স্থিৰ হৈ আকাশলৈ চাই আছে। মোৰ বুকুৰ ধপধপনি বাঢ়ি গৈছিল। ভেনগগৰ

১২

জীৱন্ত উপন্যাস চাৰিটা বছৰে লিখি যাওঁতে অহৰহ মনৰ চকুৰে দেখিছিলোঁ হলেণ্ডৰ আলি-পদূলি, পথাৰ-সমাৰ, গীৰ্জাঘৰ, ওকগছ, চেষ্টনাট আদি বৃক্ষৰাজি আৰু আজি মই নিজ চকুৰে এই সৰগীয় দৃশ্য দেখি বিস্ময় মানিছোঁ। হলেণ্ডৰ বিভিন্ন ঠাইত ভোজ মেল, কফি পাৰ্টি আদিত যোগদান দিয়াৰ সৌভাগ্য মোৰ হৈছিল। তাত এটা কথা মই মন কৰিছিলোঁ যেতিয়াই তেওঁবিলাকৰ মাজৰ কোনো এজনে গম পাইছিল মই ভেনগগৰ বিষয়ে লিখিছিলোঁ, তেতিয়াই তেওঁলোকে উপযাচি আহি মোৰ লগত চিনাকি হৈছিল। সুদূৰ হলেণ্ডত পোৱা সেই মধুৰ মৰমী স্মৃতি আজিও মোৰ মনত বৰ সতেজ হৈ আছে। বৃটেইন, চুইজাৰলেণ্ড, আয়াৰলেণ্ড, ফ্ৰান্স, হলেণ্ড আদি দেশৰ দুদিন বা দুসপ্তাহ বা দুমাহৰ বাবে দেখা পোৱা সেই মৰমৰ বন্ধু-বান্ধবীৰ মুখচ্ছবিবোৰে আজিও মোৰ প্ৰাণত দোলা দিয়ে। বিশেষকৈ 'দি হেগ', নামৰ ঠাইখনত লগ পোৱা চাৰি কুৰি বছৰীয়া মিছেছ চাৰ্লটিৰ কথা মই কেতিয়াও পাহৰিব নোৱাৰোঁ। তেওঁৰ ৰাজপ্ৰাসাদ হেন গৃহত আমি দুদিনমান থকাৰ সুবিধা পাইছিলোঁ। অত্যন্ত সাহসী আৰু অতিথিবৎসলা এই মহিলা গৰাকীয়ে যোৱা দ্বিতীয় মহাসমৰৰ সময়ত জাৰ্মানসকলে বন্দী কৰি থোৱা বন্দীবোৰৰ ওচৰলৈ যাবলৈ নাজী-জাৰ্মান বিষয়াৰ অনুমতি বিচাৰিছিল। এই দুৰ্ভগীয়া বন্দী সকলক খাদ্য-সামগ্ৰী বিলোৱাই তেওঁৰ প্ৰধান কাম্য আছিল। সমাজ-সেৱিকা, গ্ৰন্থ-কৰ্ত্তৃ এই গৰাকী নাৰী চিত্ৰ প্ৰেমীও আছিল। তেওঁৰ গৃহত অনেক তৈল-চিত্ৰৰ ভিতৰত শোভা পাইছিল ভেনগগৰ দুখন অৰিজিনেল পেইন্টিং! মোৰ মন আনন্দত নাচি উঠিছিল!

মোৰ স্বামী চৰকাৰী বিষয়া হিচাপে আমি অসমৰ অনেক ঠাইত থকাৰ সুযোগ ঘটিছিল। তেখেত ধুবুৰীত গোৱালপাৰা জিলাৰ উপায়ুক্ত হৈ থকা সময়ত মই তাৰ কেইগৰাকী মান উৎসাহী মহিলাক লৈ গঠন কৰিছিলো শিশুসকলৰ বাবে এক উপযোগী অনুষ্ঠান 'পাৰিজাত কানন'। এই কাননত নৃত্য-গীত, হাতৰ কাম শিকোৱাৰ উপৰিও আৰম্ভ কৰিছিলোঁ নেতাই ধুবুনী ঘাটৰ ওচৰত এখনি শিশু উদ্যান। নেজানো— সেই উদ্যান আজি আছেনে নাই! এই পাৰিজাত কাননৰ বাবে নৃত্য-গীত আদিৰ ৰচনা মই নিজেই কৰিব লগা হৈছিল। মোৰ ছোৱালী প্ৰনতি (ৰানু) য়ে শিশু সকলক নৃত্য-গীত শিকাইছিল। পাছলৈ অৱশ্যে নৃত্যবিদ্ জীৱেশ্বৰ গোস্বামীৰ সহায় ল'ব লগা হৈছিল। সেই সময়ত ধুবুৰীত বঙ্গভাষা অধিক প্ৰচলিত আছিল। এওঁলোকক অসমীয়া গীত-মাত শিকোৱা যথেষ্ট কষ্টৰ বিষয় আছিল। কিন্তু শিশুহঁতৰ মাজত দেখিছিলোঁ— অপাৰ ধৈৰ্য্য আৰু অসীম আগ্ৰহ। এটা সময়ত ধুবুৰী

চহৰ অসমীয়া গীত-মাতেৰে প্ৰাণময় হৈ পৰিছিল। আজি মনত পৰিছে পাৰিজাত কাননৰ অনুষ্ঠানত অংশ গ্ৰহণ কৰা ভালেখিনি ছাত্ৰী বৰ্তমান অসমৰ কেইজনমান বিশিষ্ট ব্যক্তিৰ পত্নী। পাৰিজাত কাননত গুৰিৰে পৰা অংশ গ্ৰহণ কৰা ধুবুৰীৰ প্ৰাচীন উকীল ৺চাহাবুদ্দিন আহমদৰ মৰমী কন্যাদ্বয় বুঢ়ী আৰু মীনা আজি বাংলা দেশত। আন এটি কন্যা এমি অৱশ্যে ভাৰততে থাকিল। প্ৰনতিয়ে এতিয়াও গীত গায়, কিন্তু তেওঁ হিন্দী গীতৰ ক্ষেত্ৰত খ্যাতি অৰ্জ্জন কৰিছে। ক'বলৈ পাহৰিছোঁ তেওঁ বাঙ্গালোৰৰ বাসিন্দা হ'ল।

মোৰ স্বামী চৰকাৰী চাকৰি থকা অৱস্থাত আমাৰ সাংসাৰিক জীৱনলৈ আহি পৰা কিছুমান অসুবিধাৰ কথা পাহৰিব নোৱাৰোঁ। ধুবুৰীৰ পৰা ছিলঙলৈ বদলি হৈ আহি মোৰ স্বামী শৰ্ম্মাদেৱে ঘৰ এটা সাজিবৰ কাৰণে চৰকাৰী ঋণ লৈছিল। কাৰণ তাতে আমি এটুকুৰা মাটিও কিনি থৈছিলোঁ। শ্বিলঙলৈ আহি ভাড়া ঘৰ এটাত থাকি ছোৱালী কেইজনীক কলেজে স্কুলে ভৰ্ত্তি কৰি থান-থিত লাগিব খোজোতেই শৰ্ম্মাদেৱক পুনৰ ডিব্ৰুগড়লৈ বদলি কৰিলে— লক্ষীমপুৰ জিলাৰ ডেপুটি কমিচনাৰ হিচাপে। আমাৰ অসুবিধাৰ কথা সেই সময়ৰ মুখ্য মন্ত্ৰী ৺বিষ্ণুৰাম মেধি ডাঙৰীয়াক জনোৱাত তেওঁ ক'লে বোলে শৰ্ম্মাদেৱক দেশসেৱা কৰিবলৈহে তেওঁ সুযোগ দিছে। উপায়ন্তৰ হৈ সদ্যহতে স্কুল কলেজত ভৰ্ত্তি কৰা ছোৱালী কিজনীক লৈ ডিব্ৰুগড় পালোগৈ। ঘৰটো চোৱা-চিতাৰ দায়িত্ব স্বামীৰ বন্ধু এজনক দিয়া হ'ল। ডিব্ৰুগড়লৈ আহি পুনৰ ছোৱালীকিজনীক নতুনকৈ নাম লগাব লগা হ'ল, কিতাপ-পত্ৰ কিনিব লগা হ'ল আৰু নতুনকৈ সাজ-কাপোৰ কিনিব লগা হ'ল। ডাঙৰ ল'ৰা প্ৰশান্ত হোষ্টেলতে থাকিল। নতুনকৈ থান-থিত লাগোতে টকা-পইচাও বহুত খৰচ হ'ল। জিলাধিপতিৰ ঘৰখনত সদায়েই আলহী অতিথিৰে গমগমাই থকা স্বাভাৱিক। তদুপৰি বৰবাৰীত ৰোগী হৈ থকা সকলক চাবলৈ বুলি আমাৰ আত্মীয়-স্বজন আহি আমাৰ ঘৰতে আলহী হয়হি। ইফালে ছিলঙত ঘৰ সাজিবলৈ লোৱা ধাৰ চৰকাৰে মাহে মাহে কাটিয়েই আছে। এই বিলাকৰ উপৰিও জিলাধিপতি এজনৰ ঘৰখনৰ এটা মৰ্য্যাদাও ৰক্ষা কৰিব লাগিছিল। এই সময় ছোৱাত বৰ আৰ্থিক কষ্টৰ সন্মুখীন হৈছিলোঁ। স্বামীও নিৰুপায়। সেই দিনবোৰৰ আৰ্থিক অভাৱৰ কথা ভাবিলে আজিও মোৰ ভয় লাগে। সেই অৱস্থাত ব্যৱসায়ী লোক সকলে সদায়েই মোক একণ সহায় কৰাৰ লোভ নেদেখুৱাকৈ থকা নাছিল। ঈশ্বৰৰ কৃপাত সেই প্ৰলোভন যেনিবা জয় কৰিব পাৰিলোঁ। স্বামীও সৎ পথৰ পৰা আঁতৰি নাহিল। আমি সসন্মানে ডিব্ৰুগড়ত আছিলোঁ আৰু তাৰ পৰা বিদায় ল'লো। এই ক্ষেত্ৰত মই ভাবোঁ, ঘৰৰ মানুহজনক

সৎপথত ৰাখিবলৈ ঘৰৰ গৃহিনী গৰাকীৰ বহুত দায়িত্ব আছে। সেই সময়ত মই হয়তো অনেক ধন-সোণ, মণি-মুক্তা ঘটিব পাৰিলোঁহেঁতেন, কিন্তু ঈশ্বৰৰ কৃপাত সেই প্ৰলোভনে মোক স্পৰ্শ নকৰিলে আৰু স্বামীৰ চৰিত্ৰৰ ওপৰতো কালিমা নেলাগিল। সেইবাবে আজি মই পৰম তৃপ্ত।

ডিব্ৰুগড়ত অৱস্থান কৰাৰ সময়তো প্ৰথম বাৰলৈ সদৌ অসম মইনাৰ মেল আৰু পাৰিজাত কানন নামৰ দুটা ভিন্ন শিশু অনুষ্ঠানক একত্ৰিত কৰি এক অধিবেশন অনুষ্ঠিত কৰিবলৈ স্থিৰ কৰি এখন কমিটি গঠন কৰা হৈছিল। সেই সমিতিত মই কাৰ্য্যকৰী সভানেত্ৰী হোৱাৰ সন্মান লাভ কৰিছিলোঁ। আমাৰ এই মইনা পাৰিজাত সন্মিলনলৈ ৺নলিনী বালা দেবী, প্ৰাক্তন কংগ্ৰেছ মন্ত্ৰী শ্ৰীদেৱেশ্বৰ শৰ্ম্মা, শ্ৰীমহাদেৱ শৰ্ম্মা, ৺সোমেশ্বৰ বৰুৱা, ৰায় বাহাদুৰ সুৰুখমল কানৈ, ৺লক্ষ্মী প্ৰসাদ দত্ত আদি গণ্য-মান্য লোকসকল আহি শিশুসকলক উৎসাহিত কৰিছিলহি। আমি এই অনুষ্ঠানত কথক নৃত্য, সত্ৰীয়া নৃত্য আদি বিভিন্ন নৃত্য গীত প্ৰতিযোগিতাৰ আয়োজন কৰিছিলোঁ। মোৰ সোঁ হাত স্বৰূপ আছিল দেৱৰতুল্য ৺নবীন চন্দ্ৰ বৰদলৈ। বৰ অকালতে নবীনে পৃথিৱীৰ পৰা বিদায় ল'লে। কিন্তু তেওঁৰ সেই মৰমৰ 'নবৌ' মাতষাৰে আজিও মোৰ বুকুত খুন্দিয়াই থাকে।

১৯৭২ চনৰ নবেম্বৰ মাহত মই মোৰ নুমলীয়া ছোৱালী ৰীমাক লৈ শ্ৰীসত্যসাইবাবাৰ এক ভক্ত মণ্ডলীৰ লগত পূৰ্ত্তাপতীলৈ ৰেলেৰে গুৱাহাটীৰ পৰা ৰাওনা হৈছিলোঁ। পূৰ্ত্তাপত্তী অন্ধ্ৰ প্ৰদেশত। এইখন শ্ৰীসত্য সাইবাবাৰ আশ্ৰম। যেতিয়া আমি ৰেলেৰে কলিকতা উদ্দেশ্যে ৰাওনা হৈছিলোঁ, আমাৰ তীৰ্থযাত্ৰীৰ দলটো বিশেষ বিপদৰ সন্মুখীন হৈছিল। সেই সময়ত অসমত বঙালী আৰু অসমীয়াৰ মাজত এক ভয়ানক সংঘৰ্ষ হৈ আছিল। এই সংঘৰ্ষতে মৃত্যু বৰণ কৰিছিল চফল ডেকা মোজাম্মিল, অনিল, প্ৰমোদহঁতে। তেওঁবিলাকৰ কেঁচা তেজৰ চেকুৰাৰে লুইত বাঙলী হৈ পৰিছিল যেন!

আমি যেতিয়া ছিলঙৰ পৰা বাচেৰে গৈ গুৱাহাটী ষ্টেচনত উঠিছিলোগৈ, দেখিছিলো আমাক দেখা কৰিবলৈ গুৱাহাটী চহৰৰ পৰা অনেক চিনাকি লোক তাত উপস্থিত থকা। মনটো মোৰ ফৰকাল লাগি গৈছিল। অসমত ভাষা আন্দোলনৰ সংগ্ৰাম চলি থকা অৱস্থাতে আমি হাওৰা হৈ পূৰ্ত্তাপত্তী লৈ যাবগৈ লাগিব— এই দুঃচিন্তা আমাৰ আছিলে যদিও গুৱাহাটীত সকলোকে লগ পাই বৰ উৎসাহ পালোঁ। দলটোৰ মাজত মোৰ ডাঙৰ বাইদেউ শ্ৰীলিলিছয়া আৰু মাজুবাইদেউ শ্ৰীজয়শ্ৰী বৰকটকীও আছিল। তেওঁবিলাকে আমি বাটত খাবৰ বাবে জা-জলপান তৈয়াৰ কৰি আনিছিল। কিন্তু বাইদেউ দুগৰাকীয়ে

মোক বাৰে বাৰে কৈছিল যে ইমান অশান্তিৰ সময়ত যাব নেলাগিছিল। আন তীৰ্থযাত্ৰী সকলৰ দৰে শ্ৰীসত্যসাইবাবাকে ভাবি আমি আমাৰ প্ৰগ্ৰেম বাতিল নকৰিলোঁ।

২৩ নবেম্বৰত বাবাৰ জন্মদিন আছিল। সেইদিনা পূৰ্ত্তাপন্তীত সমগ্ৰ বিশ্বৰ ভক্তসকল সমবেত হৈছিলহি। সেইদিনা বিশাল প্ৰেক্ষাগৃহত এটি সাৰগৰ্ভ শ্লোকেৰে বাবাই তেওঁৰ ভাষণ আৰম্ভ কৰিছিল। তেওঁৰ ভাষণ তৰ্জমা কৰি গৈছিল মহীশুৰ বিশ্ববিদ্যালয়ৰ প্ৰাক্তন ভাইচ চেন্সেলাৰ ড° গোককে। ভাষণৰ অন্তত বাবাই ঘোষণা কৰিলে যে গধূলি ৰবিশঙ্কৰে শব্দ ব্ৰহ্মাৰ সৃষ্টি কৰিব। সেই গধূলি আমি প্ৰেক্ষাগৃহত ৰবিশঙ্কৰৰ সেই স্বৰূপ প্ৰকাশ দেখা কৰিবলৈ আগ্ৰহেৰে বাট চাই থাকিলোঁ।

বাদ্যসঙ্গীত বজোৱাৰ প্ৰাৰম্ভণিতে ৰবিশঙ্কৰে ঘোষণা কৰিলে যে তেওঁ যি সঙ্গীত বজাব, সেয়া ভগৱানৰ উদ্দেশ্যে বজাব। এই বাদ্যসঙ্গীত সাধাৰণ একক নহয় আৰু কোনেও যেন এই সঙ্গীত 'টেপ্' (Tape) নকৰে। আৰু তেওঁৰ সেইয়া কি বজোৱা! স্বৰ্গৰ মন্দাকিনীধাৰা যেন মৰ্ত্ত্যলৈ নামি আহিছিল! এটা সময়ত চেতাৰ বাদন স্তব্ধ হৈ গ'ল। সঙ্গীতৰ ঝঙ্কাৰৰ মাজতে বাবাই ততালিকে হাত সঞ্চালন কৰি সৃষ্টি কৰিলে এধাৰি হেমহাৰ, যিডাল তেওঁ পিন্ধাই দিলে মহান শিল্পী ৰবি শঙ্কৰক। লগে লগে এটা হীৰা খটোৱা আঙঠি সৃষ্টি কৰি পিন্ধাই দিলে তবলাবাদক আল্লাৰাখাঁক।

......সেইসময়ত মই ক'ব পৰা নাছিলোঁ মই স্বৰ্গত নে মৰ্ত্ত্যত। আনন্দত মই চকুলোৰে বাট নেদেখা হৈছিলোঁ। আজিও মনত পৰে ৰবি শঙ্কৰৰ সেই ব্ৰহ্ম সঙ্গীতৰ সৰগীয় সুৰ, ছন্দৰ মাধুৰ্য্য আৰু তাল মানৰ সুমধুৰ সমন্বয়। বাবাৰ জন্মদিনৰ পিছতেই তীৰ্থযাত্ৰীসকল নিজ নিজ গৃহ অভিমুখে উভতি গৈছিল।

আমিও বাঙ্গালোৰত মোৰ ছোৱালী ৰানুৰ ঘৰত আৰু মাদ্ৰাজত ভাই প্ৰতীতীৰ ঘৰত দুদিন এদিন থাকি হাওৰা হৈ কামৰূপ এক্সপ্ৰেছেৰে গুৱাহাটী পাই স্বস্তিৰ নিশ্বাস পেলাইছিলোঁ। সেই ৰেল যাত্ৰাৰ (কামৰূপ এক্সপ্ৰেছ) স্মৃতিয়ে এতিয়াও মন আতঙ্কিত কৰে। আমি তিনিও (মই, মোৰ ছোৱালী ৰীমা আৰু পুত্ৰসম খাছী সহযাত্ৰী লেষ্টাৰৱেল) নিজৰ প্ৰকৃত পৰিচয় লুকুৱাই কোনোমতে নিৰাপদে ৰক্ষা পৰিছিলোঁ। সেই যাত্ৰাত বিশেষভাবে সহায় সাৰথি কৰা বৰ্ম্মন আৰু চৌধুৰী নামৰ সহযাত্ৰী ল'ৰা দুজনৰ কথা আজিও কৃতজ্ঞতাৰে সোঁৱৰোঁ। মই কেতিয়াবা ভাবো যে নাৰায়ণ বহুৰূপত ভক্তৰ ওচৰলৈ আহে।

সামাজিক জীৱনবোধৰ বিষয়ে মোৰ নিজৰ বক্তব্য এই ক্ষেত্ৰত আগবঢ়োৱা

বোধকৰো অপ্ৰাসঙ্গিক নহ'ব। সামাজিক ৰীতি-নীতি সদায় একে ধৰণে অনুসৰণ কৰি থকাতকৈ পৰিবৰ্তনশীল সমাজত থাপ খোৱাকৈ ৰীতি নীতি অনুসৰণ কৰা উচিত বুলি মই বিবেচনা কৰোঁ। বিয়া-বাৰু, উপনয়ন, শ্ৰাদ্ধাদি আজিও আমাৰ সমাজে গতানুগতিক ভাবে মানি অহাত বহুতৰে সংসাৰত আৰ্থিক বিপৰ্য্যয় নোহোৱাকৈ থকা নাই। বৰ্তমান যুগত বজাৰত প্ৰতিটো বস্তুৰ দাম জুইৰ দৰে বাঢ়ি গৈছে। এনে অৰ্থনৈতিক বিপ্লৱত আমি এই অনুষ্ঠানবোৰৰ নিয়ম-নীতি কিছু সঙ্কুচিত কৰিলে পৰিয়ালসমূহৰ কল্যাণ হ'বই। বিশেষকৈ আমাৰ সমাজে বিয়া-বাৰুত এটা সহজ পন্থা অৱলম্বন কৰিলে সমাজৰ অবনতি নহয় বুলিহে মই ভাবোঁ। আজিৰ নতুন চাম পুৰুষলৈ মোৰ এই আন্তৰিক গোহাৰি থাকিল যে নিজৰ অতি কষ্টেৰে গঢ়া মাটি-বাৰী, সা-সম্পত্তি বিক্ৰীবাৰ্ত্তা নকৰি এটা সীমিত ক্ষমতাৰ ভিতৰত যেন তেওঁলোকে এই অনুষ্ঠানবোৰ অনুষ্ঠিত কৰে। আজিৰ সমাজত প্ৰায়ে দেখা যায় গাঁঠিৰ ধন ভাঙি নিজৰ সন্তানক বিশ্ববিদ্যালয়ৰ চূড়ান্ত পৰ্য্যায়লৈকে পঢ়োৱাৰ স্বতেও ঘৰ-মাটি বেচি হ'লেও ধুমধামকৈ বিবাহ কাৰ্য্য সম্পাদন কৰে। ই বৰ দুখৰ বিষয়। কেতিয়াবা আকৌ একেজনী ছোৱালী বুলিয়েই পাঁচ ছটাকৈ সোণৰ গহনাৰ চেট্, হেজাৰ টকীয়া শাৰী, ৰিহা-মেখেলা-চাদৰৰ একাধিক চেট্, ফ্ৰিজ, টেলিভিশ্যন আৰু নাম নজনা অনেক ইলেকট্ৰিকেল অতি আধুনিক বস্তু দিয়ে, এইটো কেনে ধৰণৰ আদৰ্শ হ'ল। মোৰ বোধেৰে নতুন চাম পুৰুষে এই সামাজিক অনুষ্ঠানবোৰৰ বিষয়ে বাহুল্যভাবে চিন্তা কৰিব লাগে।

ডিব্ৰুগড়ৰ পৰা ঘূৰি আহি আমি সেই সময়ৰ অসমৰ ৰাজধানী ছিলঙত, আগতে আৰম্ভ কৰা আধা সজা ঘৰটোতে অৱস্থান কৰিলোঁহি। কিন্তু যেতিয়া প্ৰাক্তন মুখ্যমন্ত্ৰী শৰৎ চন্দ্ৰ সিংহ দেৱৰ দিনত ৰাজধানী ভৈয়ামলৈ নামি গ'ল, লগে লগে নামি গ'ল শ শ অসমীয়া পৰিয়াল। পানীৰ দামত বিক্ৰী হৈ গ'ল— তেওঁলোকৰ অতি কষ্টেৰে গঢ়া ঘৰ-মাটি-বাৰী। তথাপি ছিলং উদং হৈ নগ'ল। বহিৰাগতৰে ছিলং পুনৰ ছন্দময় হৈ পৰিল। লাভৰ ভিতৰত অসমীয়া লোকৰ মাথোন লোকচান হ'ল। আমি ছিলঙতে থাকিলোঁ। ল'ৰা-ছোৱালীবোৰ ক্ৰমাৎ ডাঙৰ হ'ল, বিয়া-বাৰু হ'ল, আৰু এটা সময়ত সিহঁত ওলাই গ'ল....

ক্ৰমাৎ এজন এজনকৈ চেনেহৰ আত্মীয় স্বজনে, বন্ধু-বান্ধৱে আমাক এৰি থৈ অজান দেশলৈ গুচি গ'ল আৰু আমি দুয়ো থাকি গ'লো আমাৰ ঘৰ 'বল্মীক'তে। জীৱন পাৰেই হৈছিল সুষম গতিৰে।

হঠাতে এদিন গতিৰ ছন্দপতন হ'ল। বাৱন্ন বছৰে একেলগে জীৱন

কটোৱা স্বামীয়ে মোক নিঃসঙ্গ কৰি চিৰদিনলৈ চকু মুদিলে।

এইটোৱেই মোৰ বাবে জীৱনৰ চৰম পৰাজয় আৰু চৰম দুখৰ মুহূৰ্ত্ত আছিল!

তাৰ পাছত ব্ৰহ্মপুত্ৰৰ বুকুৰেদি বহু পানী বাগৰি গৈছে। ময়ো অনাগত ভৱিষ্যতৰ বৈৰাগ্য ৰূপ কল্পনা কৰি আজিও এই 'বল্মীক'তে জীৱন অতিবাহিত কৰিছোঁ। □

বসুন্ধৰা শইকীয়া

# অতীতৰ কথা



তিনি কুৰিৰ দেওনা পাৰ হৈ জীৱনৰ বিয়লি বেলিকা অতীতৰ ৰোমন্থন বিষাদ মধুৰৰ সমন্বয় ১৯২১ চনৰ কাতি মাহত নগাঁৱত মোৰ জন্ম হৈছিল। দেউতা শ্ৰীদন্দিৰাম খাউন্দ, মা শ্ৰীসৰোজ কুমাৰী খাউন্দ। সেই সময়ত স্বাধীনতাৰ হুংকাৰেৰে ভাৱপ্ৰৱণ নগাঁৱৰ জনজীৱন কম্পমান। পানীগাওঁ প্ৰাইমেৰী স্কুলৰ পৰা মই বৃত্তি লৈ পাছ কৰিলো। প্ৰকৃতি পাঠত (আজিকালিৰ Social study) নগাওঁ জিলাৰ ভিতৰত প্ৰথম হোৱাৰ বাবে মোক দুটকা ৰূপ দি পুৰস্কৃত কৰা হৈছিল— বৃত্তিও আছিল মাহে তিনি টকাকৈহে। তেতিয়াৰ এটা কথা মোৰ আজিও মনত পৰে— বৃত্তি পৰীক্ষা দিবলৈ দেউতাৰ লগত জোতা কিনিবলৈ (আমি স্কুললৈ জোতা পিন্ধি নগৈছিলো) দোকানলৈ গৈছিলো। জোতাৰ দোকানৰ ওচৰৰে এখন দোকানত চুলিত মৰা ৰঙা চিক্কৰ ফিটা এডাল দেখি দেউতাক কিনি দিবলৈ বৰকৈ ধৰিলো। দেউতাই ক'লে, "এইডাল বিলাতী ফিটা কিনিব নেপায়"। "চাৰি অনাহে দাম কিনিলেনো কি হব?" মই দেউতাক ক'লো। "সেই চাৰি অনা বিলাত পাওঁতে পাওঁতে চাৰিশ টকা হব নহয়"। সৰু কালৰ দেউতাৰ সেই কথা কেইটা মোৰ মনৰ ফলিত আজিকোপতি মোঁচ নোখোৱাকৈ আঁক খাই ৰ'ল। আমাৰ দেউতাৰ জন্ম হৈছিল কলিয়াবৰৰ বৰভকতি বুলি ঘোকোট গাওঁ এখনত। আইতাই 'ক'ৰ তিনি চুক চিনি নেপাইছিল। তেনে ঠাইত জন্ম লৈ,— তেনে নিৰক্ষৰ মাকৰ সন্তান হৈ দেউতা যে কেনেকৈ ইমান জ্ঞানপিপাসু, নিয়মানুবৰ্তিতা মনা, সৎ মানুহ হব পাৰিছিল ভাবিলে আচৰিত লাগে। দেউতাৰ কিতাপৰ আলমাৰিত মনত পৰা দিনতে আমি বঙ্কিম চন্দ্ৰৰ গ্ৰন্থাৱলী, শৰৎ চন্দ্ৰৰ

গ্ৰন্থাৱলী, অনুৰূপা দেৱীৰ গ্ৰন্থাৱলী দেখা মনত আছিল। কিতাপ বা বাতৰি কাকত যে পঢ়িব লাগে সেই শিক্ষা আমাক আখৰ চিনিবৰ পৰাই দেউতাই দিছিল। গধূলি চোতালত বহি মতিলাল নেহেৰু, মহাত্মা গান্ধী, মদন মোহন মালব্য আদি বৰেণ্য পুৰুষৰ কথা সাধুৰ দৰে কৈছিল। দেউতা মনে প্ৰাণে কংগ্ৰেছী আছিল। মোৰ দ্বিতীয় ভনী জোঁৱাই জনে এদিন জয় প্ৰকাশ নাৰায়ণৰ পন্থাহে জৱাহৰলাল নেহেৰুতকৈ উত্তম বুলি কোৱাত দেউতাই তেওঁক জোঁৱাই বুলিহে ঘৰৰ পৰা উলিয়াই নিদি নিজক সংযত কৰা দৃশ্য দেখি আমি আমোদ অনুভৱ কৰিছিলো। মা ককাদেউতা আইতাৰ একেটি সন্তান আছিল। তেতিয়াৰ দিনতে মাই ক্লাচ ফাইভলৈকে পঢ়িছিল। তাঁত বোৱা, কুৰ্চাৰ কাম কৰাত মা পাকৈত শিপিনী আছিল। কীৰ্ত্তন, দশম বৰ শুৱলাকৈ পঢ়িব পাৰিছিল। আমাকো সন্ধিয়া কীৰ্ত্তন বা দশমৰ এক অধ্যায় নপঢ়াকৈ ভাত খাবলৈ নিদিছিল।

প্ৰাইমেৰী পাছ কৰি মই নগাৱৰ মিশ্যন স্কুলত ভৰ্ত্তি হ'লো। মিশ্যন স্কুলত সেই সময়ত প্ৰধান শিক্ষয়িত্ৰী আছিল আমেৰিকান মহিলা মিছ্ হে, সহকাৰী প্ৰধান শিক্ষয়িত্ৰী শ্ৰীআনন্দি কেনুৱাৰ। মিশ্যন স্কুলত পঢ়া-শুনাৰ লগে লগে সময়ৰ সদ্ব্যৱহাৰ কৰা, ডাঙৰক সন্মান কৰা, পৰিপাটী হৈ স্কুললৈ অহা, ফুলৰ, পখিলাৰ বিভিন্ন বৰণৰ প্ৰতি আকৃষ্ট হোৱাৰ শিক্ষা দিয়া হৈছিল। সেই শিক্ষা আমাৰ জীৱনৰ পাথেয় স্বৰূপ আছিল। মিশ্যন স্কুলতে আমি বাইবেলৰ নিউ টেষ্টামেন্ট, অল্ড টেষ্টামেন্ট পঢ়িছিলো। স্কুল আৰম্ভ হোৱাৰ আগতে শিক্ষয়িত্ৰী শ্ৰীপুষ্প ভূঞাই আৰ্গেন বজাই সকলো ছাত্ৰীকে সমস্বৰে বাইবেলৰ পৰা প্ৰাৰ্থনা কৰাইছিল, দিনটোৰ বাবে সজ উপদেশ দিছিল। ঘৰুৱাহি জীৱনত প্ৰয়োজন হোৱা ৰিপু কৰা, তাপলি মৰা, মোজাত ৰিপু কৰা, পামি চিলাই, কম্বল চিলাই, বুতাম চিলাই আদি শিকোৱা হৈছিল। আমি চিলাইৰ পৰীক্ষা দিছিলো আৰু পাছ কৰাবোৰক একোখন চাৰ্টিফিকেট দিয়া হৈছিল।

আমি M.E. স্কুলত পঢ়ি থাকোতেই স্বাধীনতা আন্দোলনে ভৰপক দিয়া আমি দেখা পাইছিলোঁ। মদৰ মহল, কাণিৰ মহলৰ সন্মুখত স্ত্ৰী-পুৰুষ নিৰ্বিশেষে সত্যাগ্ৰহ কৰিছিল। পুলিচে বেয়নেটেৰে ভলন্টিয়াৰবোৰক পহু খোচাঁ দি খুচিছিল। মোৰ এজন সম্বন্ধীয়া ভিনদেউ আছিল শ্ৰীথানুৰাম ভূঞা নামৰ। তেখেতক পুলিচে বেয়নেটেৰে খোচাৰ পিছত তেজেৰে ৰাঙলী হৈ চুচৰি চুচৰি আমাৰ ঘৰ পাইছিলহি। আলিবাটত পুলিচৰ পহৰা আৰু অত্যাচাৰৰ ভয়ত কাৰো ডাক্তৰখানালৈ যোৱাৰ বা দৰৱ অনাৰ সামৰ্থ্য নাছিল। মায়ে দুৱৰি বন বাটি ভিনদেউৰ তেজ ওলোৱা ঠাইত দিয়া দৃশ্য মই জীৱনত

পাহৰিব নোৱাৰো। শ্ৰীসুধাংশু বাবু বোলা এজন বঙালী ভলন্টিয়াৰে আলিবাটে আলিবাটে স্বাধীনতা উদ্দীপক গান ৰচি গাই ফুৰিছিল। আমি ল'ৰা-ছোৱালীবোৰ তেখেতৰ পিচে পিচে বহুত ঘূৰি ফুৰিছিলোহঁক আৰু এবাৰ মনত আছে নগাঁৱৰ বিশিষ্ট কংগ্ৰেছ কৰ্ম্মী শ্ৰীহলধৰ ভূঞা জেলত বন্দী হৈ থাকোতেই ঘৰত তেখেতৰ এটা ল'ৰাৰ মৃত্যু হৈছিল। পুলিচে মুচুলুকা (Parole) দি ঘৰলৈ গৈ মৃত ল'ৰাটিক শেষ দেখা দিবলৈ অনুমতি দিছিল। ভূঞাদেৱে কৈছিল "ল'ৰা মৰিলেই, মই আৰু এতিয়া মুচুলুকা দি ওলাই যোৱাৰ প্ৰয়োজন বুলি নাভাবো"। এনে আছিল সেই সময়ৰ কংগ্ৰেছ কৰ্ম্মীৰ মনোবল আৰু ত্যাগ। নগাৱৰে বয়োবৃদ্ধা মহিলা খগেন্দ্ৰী বালা বৰুৱাই (শ্ৰীগিৰি কান্ত বৰুৱা উকীলৰ মাতৃ) নিজ হাতে সূতা কাটি দীঘ দি বাণিত কপাহৰ সৰু সৰু পাঁজিৰ দৰে বাঁটি মিৰিজমৰ নিচিনাকৈ তাঁতশালত বৈ গান্ধীজীক এখন কাপোৰ উপহাৰ দিছিল। সেই উপহাৰ পাই গান্ধীজীয়ে শ্ৰীযুতা বৰুৱাণী আইতালৈ লিখা পোষ্ট কাৰ্ডৰ চিঠিখন চাবলৈ আমি বহুতো তেখেতৰ ঘৰ ওলাইছিলোগৈ। ১৯৩৪ চনত মহাত্মা গান্ধী হৰিজনৰ কাৰণে ধন সংগ্ৰহ কৰিবলৈ অসমলৈ আহিছিল, লগত মীৰা বেনো আহিছিল। নগাঁৱৰ জুবিলি পথাৰত বিৰাট ৰাজহুৱা সভা হৈছিল। গান্ধীজীয়ে হৰিজনৰ উদ্দেশ্যে দান বৰঙণি বিচৰাৰ পিছত মীৰা বেনে শাৰীৰ আচলটো মেলি মহিলা সকলৰ মাজে মাজে দান বিচাৰি ফুৰোতে প্ৰায় প্ৰত্যেক গৰাকী ধনী দুখীয়া মহিলাই নিজৰ হাতৰ, কাণৰ সোণৰ ৰূপৰ খাৰু, মণি, আঙঠি সোলোকাই মীৰা বেনৰ আচলত ঢালি দিছিল। আমাৰ মাই সোণৰ বালা এপাত আৰু আমাৰ ঘৰৰ ওচৰৰ বৰমাই (শ্ৰীটঙ্কেশ্বৰ শৰ্ম্মাৰ পত্নী) দীঘল সোণৰ চেইন এডাল দিছিল, এই দান স্বতঃস্ফুৰ্ত্ত আছিল। কিমান যে ত্যাগ, উৎসাহ, উদ্দীপনা আছিল মানুহ বোৰৰ নিজৰ দেশক স্বাধীন কৰিবলৈ। কিমান যে অমানুষিক কষ্ট স্বীকাৰ কৰিছিল সেই সময়ৰ কংগ্ৰেছ কৰ্ম্মী সকলে।

এম, ই পাছ কৰাৰ পিছত মোক নপঢ়োৱাটোকে ঠিক কৰিলে। সেই সময়ত নগাওঁত ছোৱালী হাইস্কুল নাছিল। পঢ়িবৰ হ'লে গুৱাহাটীলৈ গৈ পানবজাৰ ছোৱালী হাইস্কুলত পঢ়িব লাগিব। ছোৱালীয়ে চিঠি লিখিব আৰু পঢ়িব— লগতে ৰামায়ণ, মহাভাৰত পঢ়িব পৰা হলেই হয়। গুৱাহাটীলৈ গৈ টকা খৰচ কৰি বোৰ্ডিঙত থাকি পঢ়াৰ প্ৰয়োজনীয়তা কোনেও অনুভৱ নকৰিলে। এটা বছৰ মই ঘৰতে এনেয়ে থাকিলো। সদায় পঢ়িবলৈ নাপাই চকুপানী টোকো। দেউতাৰ মন কুমলিল। পিছৰ বছৰ মোক পানবজাৰ ছোৱালী হাইস্কুলত নাম লগাই দিলে। মই নগাওঁৰ পৰা ৰেলেৰে চাপৰমুখলৈ গৈ

তাত বেল সলাই গুবাহাটীলৈ যোৱা বেলত উঠিব লাগে। মই বোৰ্ডিঙত থাকিবলৈ ললো। বোৰ্ডিঙৰ স্কুলৰ খৰচ মিলি মোক মাহে পোন্ধৰ টকাকৈ লাগিছিল। বোৰ্ডিঙতে শ্ৰীনীলিমা হাজৰিকা (এতিয়া ড° নীলিমা দত্ত), শ্ৰীলতিকা বৰুৱা (বৰ্তমান গোলাঘাট মহিলা সমিতিৰ সভানেত্ৰী) আদিক লগ পাইছিলো আৰু বাই-ভনীৰ দৰে আমি থাকিছিলো। সেই চেনেহৰ বান্ধোন আমি আজিকোপতি এৰিব পৰা নাই। সপ্তম মানৰ পৰা মই সদায় প্ৰথম হৈয়েই দশম মান পালোগৈ। অঙ্কত প্ৰায়ে নিৰানব্বৈ বা এশ পাওঁ। আমি কলিকতা বিশ্ববিদ্যালয়ৰ তলত পঢ়িছিলো আৰু সকলো বিষয় ইংৰাজীত পঢ়িছিলো, এতিয়াৰ দৰে অসমীয়া প্ৰচলন হোৱা নাছিল। অধ্যাপিকা সমীৰণ দাস, শ্ৰীপদ্মা বৰুৱা (এতিয়া আগৰৱালা), শ্ৰীপ্ৰিয়লতা দাস (কবি দেৱকান্ত বৰুৱাৰ পত্নী), শ্ৰী মেৰেজা খাতুন আদি মোৰ সহপাঠী আছিল। শ্ৰী ৰাজবালা দাস, শ্ৰীইন্দিৰা মিৰি, শ্ৰীৰেণুকা দাসগুপ্ত, শ্ৰীআশা দত্ত আদি কৃতী শিক্ষয়িত্ৰীৰ পৰা শিক্ষা লোৱাৰ মোৰ সৌভাগ্য হৈছিল। পানবজাৰ ছোৱালী হাইস্কুলত পঢ়ি থাকোতেই শ্ৰীযুতা অমল প্ৰভা দাসক আমি ওচৰৰ পৰা লগ পাইছিলো। তেখেত তেতিয়া M.Sc. পাছ কৰি আহিছে। গাত শুধ বগা খদ্দৰ কাপোৰ, নিৰাভৰণ শৰীৰ। তেখেতৰ ব্যক্তিত্ব, স্বদেশ প্ৰেমে আমাক মুগ্ধ কৰিছিল। তেখেতৰ অনুকৰণত আমি প্ৰত্যেকেই খদ্দৰৰ মেখেলা চাদৰ পিন্ধিবলৈ লৈছিলো। যি এপদ অলঙ্কাৰ গাত আছিল তাকো সোলোকাই পেলাইছিলো। শেহলৈ পিছে খদ্দৰৰ কাপোৰ সোনকালে ফাটে বুলি ভাবি পইচাই জোৰা নমৰা কথাৰ চিন্তা কৰি খদ্দৰ পিন্ধিবলৈ বাদ দিছিলো। কিন্তু তেতিয়াৰে পৰা আমাৰ অলঙ্কাৰৰ প্ৰতি মোহ কমি গৈছিল। অমল বাইদেউ আমাৰ আদৰ্শ আছিল। পানবজাৰ ছোৱালী হাইস্কুলত পঢ়ি থাকোতেই শ্ৰীপুষ্পলতা শইকীয়া (পিছত দাস) বাইদেৱে শ্ৰীদূৰ্গাবাই দেশমুখৰে সৈতে আহি আমাৰ স্কুলত বক্তৃতা দিয়াৰ কথা মনত পৰে। তেতিয়াই আমি সুভাষ চন্দ্ৰ বসু আৰু আব্দুল কালাম আজাদকো দেখা পাইছিলোঁ।

মেট্ৰিক পৰীক্ষা দি ঘৰলৈ আহিলো। বিদ্যা সিমানতে সমাপ্ত হোৱা প্ৰায় খাটাং। তেনেতে মেট্ৰিক পৰীক্ষাৰ ফল ওলাল। মই অঙ্কৰ দুইটা বিষয়তে (Compulsory, Additional) লেটাৰ পাই প্ৰথম বিভাগত পাছ কৰিলোঁ। সেই পৰীক্ষাত ছোৱালীৰ ভিতৰত প্ৰথম হোৱাৰ বাবে "হেমপ্ৰভা মেম'ৰিয়েল" সোণৰ পদক আৰু অসমীয়াত বেচি নম্বৰ পোৱা বাবে "লতিকা দেৱী" প্ৰাইজ পালো। দেউতাহঁত আকৌ পঢ়িবলৈ পঠিয়াবলৈ বাধ্য হ'ল।

আকৌ আহি পানবজাৰৰ বোৰ্ডিঙত থাকি কটন কলেজত নাম লগালো।

ডাক্তৰী পঢ়িম বুলি ভাবি কাৰো হাক বচন নুশুনি বিজ্ঞান বিভাগতে নাম লগালো। শ্ৰীসূৰ্য্য কুমাৰ ভূঞা, শ্ৰীহিৰণ্য ভূঞা, শ্ৰীফনী দত্ত, শ্ৰীঅতুল দত্ত, শ্ৰীবাণী কান্ত কাকতি, শ্ৰীপি, চি, ৰয়, শ্ৰীবিৰিঞ্চি কুমাৰ বৰুৱা আদি শিক্ষাবিদৰ তলত অধ্যয়ন কৰা দিন কেইটা মনৰ মানস পটত আজিকোপতি মুকুতাৰ দৰে উজ্জ্বল হৈ আছে। মই অসমীয়া কলা, বিজ্ঞান দুই বিভাগৰ ছাত্ৰ-ছাত্ৰীৰ ভিতৰত প্ৰথম হওঁতে শ্ৰীবিৰিঞ্চি বৰুৱাই কৈছিল, "All of you are defeated by a lady student"। সেই সোৱঁৰণী কি সুমধুৰ! বছেৰেকীয়া পৰীক্ষাত ব'টানিত তিৰাশী নম্বৰ পাওঁতে অধ্যাপক শ্ৰীঅতুল দত্তই কৈছিল— "তুমি বন্ধৰ পিছত আহাঁগে, মই এনেয়ে পঢ়াই দিম, ফাইনেল পৰীক্ষাত লেটাৰ পাব লাগিব।"

মোৰ পিছে বিধি বাম। ঘৰলৈ আহি দেখোঁ— চোতাল চুৰুকি, ৰভাৰ খুটা কাটিছে। মোৰ বোলে বিয়া— তিতাবৰৰ শইকীয়া পৰিয়ালৰ শ্ৰীনন্দিনাথ শইকীয়াৰ একমাত্ৰ ল'ৰা শ্ৰীমহেন্দ্ৰনাথ শইকীয়াৰ লগত। ঘৰত মাত্ৰ সোতৰ দিন থাকিলো। তাৰ পিছতে উজনীৰ শইকীয়া পৰিয়ালৰ বোৱাৰী হৈ নতুন জীৱনৰ পাতনি মেলিলো। কলেজত স্কুলত থাকোতে সকলোৱে শলাগিছিল পঢ়াত ভাল, ভাল থিয়েটাৰ কৰিছিলোঁ, ভাল কবিতা আবৃত্তি কৰিছিলোঁ। তিতাবৰত আহি সকলো বেয়া— তাঁত বব নেজানো, তিল পিঠা ভাজিব নেজানো, চিৰা সান্দহ খুন্দিব নেজানো। আকাশ পাতাল পাৰ্থক্য। পছিশ পুৰা মাটিৰ ধান খেতি, কুঁহিয়াৰ খেতি, আলু খেতি, সৰিয়হ খেতিৰে হালোৱাই পথৰুৱাই, লগুৱা লিগিৰিৰে এখন বিৰাট সংসাৰ। উশাহ লবলৈকে বাট বিচাৰি নেপাওঁ। মনে মনে গা ধোৱা ঘৰত চকুপানী টোকো আৰু মোৰ বিয়াৰ ঘটকালি কৰা জুৰী বাইদেউক (শ্ৰীহিৰণ্য ভূঞাৰ পৰিবাৰ) গালি পাৰো। দিনে ৰাতিয়ে, জাৰে জহে, বোৱাৰীয়ে মুগাৰ বা পাটৰ ৰিহা, মেখেলা, চাদৰ পিন্ধিব লাগে। মূৰৰ ওৰণি গুচোৱা বোৱাৰীৰ ক্ষমাৰ অযোগ্য দোষ। বোৱাৰীয়ে জোতা পিন্ধিব নোৱাৰে। কেতিয়াবা যোৰহাটলৈ গ'লে কাম কৰা ছোৱালীয়ে জোতাযোৰ নি গাড়ীত তুলি দিয়ে, যোৰহাটত নামিহে পিন্ধো। শাহু, শহুৰ বা গাৱঁৰ পূজ্যজনৰ আগত চকী, মূঢ়া বা ওখ আসনত বহিব নোৱাৰি। শাহুৰ লগত ফুৰিবলৈ গ'লে শাহুক চকীত বহিবলৈ দি মোক পিৰা এখন দিয়ে। গাৱঁৰ বয়সীয়া মান্য জন আহিলে তামোলৰ বঁটাটো দিওঁতেও আঠু লৈ সেৱা কৰিব লাগে। গাভৰু বয়সত এনেদৰে মূৰ দোৱাঁই থাকিবলগীয়া হোৱাত মনটো বিদ্ৰোহী হৈ উঠে। এতিয়া কিন্তু ভাবো— কিমান সুন্দৰ নিয়ম আছিল সেইটো। সেৱাই মানুহৰ মনৰ অহঙ্কাৰ দূৰ

কৰি নম্ৰ কৰাত সহায় কৰে। লাহে লাহে শাহুৱে তাঁত ববলৈ শিকালে— আশীসূতাৰ চেলেং, পাটৰ, মুগাৰ বব পৰা হ'লো। চিৰা খুন্দিব, পিঠা ভাজিব পৰা হ'লো— বিদ্ৰোহী মনটো সৈমান হৈ পৰিল। কিমান যে ভাল কথাবোৰ শিকাইছিল শাহুৱে— ঘৰ এখন লগুৱা লিকচৌৱে কেনেকৈ চলাব লাগে, কোন বতৰত কি শাক পাচলি কৰিব লাগে, গৰু গাইৰ যত্ন কেনেকৈ লব লাগে, মিতব্যয়ী নহলে যে পুৰুষে অজস্ৰ ধন ঘটিলেও সংসাৰৰ অভাৱ নুগুচে— প্ৰত্যেকটো কথা খৰচি মাৰি শিকাইছিল। শিকোৱাৰ পদ্ধতিটোহে সুযম নাছিল। সদায় কৈছিল, "দুখনমান কিতাপ পঢ়িলেই নহয়, ছোৱালী ঘৰুৱা কামতহে পৈণত হব লাগে।" শাহু শহুৰ জীৱিত থকা কালত সংসাৰ পৰিচালনাত স্বামীৰ স্থান উল্লেখযোগ্য নাছিল। দেউতাই মোক ঘৰলৈ নিবলৈ শহুৰলৈ চিঠি দিছিল, শহুৰে শাহুৰ লগত আলোচনা কৰি পঠিওৱা নপঠিওৱাৰ সিদ্ধান্ত লৈছিল। স্বামীৰ তাত মাত মতাৰ থল নাছিল, মাত্ৰ স্বামীয়ে মোক কৈছিল— "বৌৱে (মাকক বৌ বুলি মাতিছিল) বেয়া পোৱা কাম নকৰিবা"।

সময় বাগৰি গ'ল। শাহু শহুৰৰ মৃত্যু হ'ল। ছ'টি সন্তানৰে মই ঘৰৰ গৃহিনী হলো। দিনবোৰ ল'ৰা-ছোৱালীৰ পঢ়া-শুনা চোৱা, ৰামায়ণ, মহাভাৰতৰ সাধু কোৱা, শিশু জ্ঞান-কোষ (Children Encyclopedia) পঢ়ি তাহাঁতক সেইবোৰ অসমীয়াত বুজোৱা, নানা ব্যস্ততাৰ মাজেদি চকুৰ পচাৰতে পোন্ধৰটা মান বছৰ পাৰ হৈ যোৱা যেন লাগিল। ল'ৰা-ছোৱালী উচ্চ শিক্ষাৰ কাৰণে ঘৰৰ পৰা ওলাই গ'ল। ঘৰত মাত্ৰ আমি দুয়ো। তেতিয়াই মই স্বামীৰ উদ্গনিত অনুবাদৰ কাম হাতত ললো। ৰিডাৰ্চ ডাইজেষ্ট, ইলাষ্ট্ৰেটেড উইকলি, চেকভৰ চুটী গল্প আদিৰ পৰা বহুতো গল্প অনুবাদ কৰি তেতিয়াৰ "অসম বাতৰি"লৈ নিয়ম মতে পঠিয়াইছিলো। দলৈ লামাৰ "স্বদেশ আৰু স্বজাতি" (My Land and My People) আৰু 'কাশ্মীৰ প্ৰিন্সেছ' বোলা দুখন কিতাপো অনুবাদ কৰিছিলো।

১৯৬০ চন মানৰ পৰা তিতাবৰ সমাজ-কল্যাণ যোজনাৰ উপসভানেত্ৰী পদবীত থাকি গাঁৱে ভূঞে দহ বাৰ বছৰ পিচপৰা মহিলা সকলৰ মাজত সভা সমিতি পাতি প্ৰশিক্ষণ-প্ৰাপ্ত ঠাই আৰু গ্ৰাম সেৱিকাক লৈ পাচোটা কেন্দ্ৰ স্থাপন কৰি মহিলা সমাজৰ আৰ্থিক, শাৰীৰিক, মানসিক উন্নতিৰ কাৰণে চেষ্টা কৰিছিলোঁ। সেই সময়ত গাঁৱৰ মহিলা সকলৰ জীৱন পানীত হাঁহ নচৰা বিধৰ আছিল। নাৰীক মানুহ বুলি নাভাবি সামগ্ৰী বুলিহে ভাবিছিল। পত্নীৰ বিয়োগৰ এমাহৰ পিছতে পুনৰ বিয়া পাতিবলৈ লাজ বোধ নকৰিছিল। পথাৰত ধান বোৱা তোলা কৰা, ঢেঁকীত ধান বানি ভাতৰ চাউল উলিওৱা,

সান্দহ পিঠাগুৰি খুন্দা ঘৰৰ গোবৰ জাবৰ পেলাই গৰুক দানা পানী খুওৱা প্ৰত্যেকটো কাম নাৰী গৰাকী সুস্থই হওঁক বা অসুস্থই হওঁক কৰিব লগীয়া হৈছিল— তাত স্বামীৰ সহানুভূতি কাচিৎ হে পাইছিল। নাৰীয়ে ঘৰৰ কাম কৰিবই লাগিব। এনে এক আকোঁৰ গোজ মনোভাব আছিল সেই সময়ৰ পুৰুষ সকলৰ। প্ৰসৱৰ শিশু ধনুষ্টঙ্কাৰ ৰোগৰ বলি হব লগীয়া হৈছিল। শিশুৰ একো যত্ন নাছিল। ঘৰত আধা লিটাৰ গাখীৰ ওলালে শিশুৰ মুখৰ আগৰ পৰা নি হাটত বেচি তাৰে মলাধপাত কিনি আনিছিল। ল'ৰা-ছোৱালী এঘাৰ বাৰ বছৰ বয়সলৈকে বিবস্ত্ৰ হৈয়েই আছিল। সমাজ কল্যাণ কেন্দ্ৰৰ গ্ৰামসেৱিকাই বালোৱাড়ী ক্লাচ কৰিবলৈ কেন্দ্ৰলৈ আহোতে অইন নহলে গামোছা একোখনকে পিন্ধি আহিবলৈ ল'ৰা-ছোৱালীক ফুচুলাওতে এবাৰ কেইগৰাকী মান মাতৃয়ে মোক কৈছিল "আপোনাৰ এই ছোৱালী কেইজনীয়ে আমাৰ ল'ৰা-ছোৱালীবোৰক নষ্ট কৰিছে। ঘৰত গামোচা থব নোৱাৰা হ'লো, সিহঁতক পিন্ধিবলৈ লগা হ'ল"। বাৰিষাৰ দিনত আঠ, ন বছৰীয়া ল'ৰা-ছোৱালী স্কুললৈ নগৈ নাঙঠ হৈ বোকাত গোটেই দিন মাছ বিচাৰি ফুৰিছিল। লাহে লাহে সমাজ কল্যাণ কেন্দ্ৰৰ গ্ৰাম সেৱিকাৰ চেষ্টাত কেন্দ্ৰতে পতা বালোৱাড়ী ক্লাচলৈ ল'ৰা-ছোৱালী অহা হ'ল [আমি কেন্দ্ৰত পাতলীয়া পুষ্টিকৰ আহাৰৰ ব্যৱস্থা কৰিছিলোঁ]। ধাইৰ সহায়ত গৰ্ভৱতী নাৰীৰ প্ৰসৱৰ আগৰ আৰু পিছৰ লব লগীয়া যত্ন লবলৈ দঢ়াই দঢ়াই প্ৰচাৰ কৰাৰ চেষ্টা কৰা হৈছিল। কেচুৱাৰ স্বাস্থ্য সম্মত ভাৱে নাই কটাৰ ব্যৱস্থা কৰা হৈছিল।

তিনি বাৰকৈ প্ৰাদেশিক সমাজ কল্যাণ বোৰ্ডৰ তেতিয়াৰ শিৱসাগৰ জিলাৰ পৰা সভ্যা নিৰ্বাচিত হৈছিলোঁ। তিতবৰত ৰাইজৰ দান বৰঙণি আৰু সমাজ কল্যাণ বোৰ্ডৰ সাহায্যত এখনি স্থায়ী প্ৰাক প্ৰাথমিক বিদ্যালয় স্থাপন কৰা হৈছিল। দুবাৰকৈ সমাজ কল্যাণ বোৰ্ডৰ সাহাৰ্য্যত তিতাবৰত বয়সীয়া আৰু উপেক্ষিতা মহিলাৰ সংক্ষিপ্ত (এবাৰ M.E. আৰু এবাৰ মেট্ৰিক) পাঠ্যক্ৰমৰ আঁচনি ৰূপায়িত কৰা হৈছিল। ল'ৰা-ছোৱালী আতৰি আছিল যদিও স্বামীৰ সহায় আৰু উদ্‌গনিত সমাজ সেৱা কামত ব্যস্ততাৰেই সময়খিনি পাৰ কৰিছিলোঁ।

বিনা মেঘে বজ্ৰপাতৰ দৰে সাতদিন বিচনাত পৰি হৃদৰোগত ১৯৭৬ চনত স্বামীৰ পৰলোক প্ৰাপ্তি ঘটে। তেতিয়া স্বামীৰ বয়স আছিল মাত্ৰ ৬৩ বছৰ। এনে অভাৱনীয় ঘটনাত মই বজ্ৰপাত পৰা দৰে হৈছিলোঁ। এনে এজন সহানুভূতিশীল আৰু উদাৰ মনা স্বামীক হেৰুৱাই মোৰ জীৱন আঁউসীৰ ঘোৰ এন্ধাৰেৰে আৱৰি ধৰিছিল। তাতকৈ মোৰ জীৱনৰ আৰু দুৰ্ভাগ্যৰ মুহূৰ্ত্ত নাই। মোৰ স্বামী তিতাবৰ মৌজাৰ মৌজাদাৰ আছিল। তেখেতৰ মৃত্যুৰ পিছত

দুই খুড়া শহুৰৰ (শ্ৰীকনক নাথ দত্ত শইকীয়া আৰু ড° জীৱকান্ত শইকীয়া) উদগনিত মই চৰকাৰৰ পৰা মৌজাৰ দায়িত্ব ল'লো। প্ৰথম দুই তিনি বছৰ শোকৰ বোজা সহ্য কৰিব নোৱাৰাৰ হেতু মৌজাৰ কামত মনপুতি লাগিব নোৱাৰিছিলোঁ। "সময়ে সকলো ক্ষত শুকুৱাই আনে"। এতিয়া স্বামীৰ মৃত্যুৰ তেৰ বছৰৰ পিছত মই স্বাভাৱিক ভাৱে মৌজাৰ কাম চলাইছো। মাজতে শ্ৰীঅনু ৰায়চৌধুৰীৰ যোগেদি নেশ্যনেল বুক ট্ৰাষ্টৰ হৈ ৰাণী চন্দৰ "পূৰ্ণ কুম্ভ"খন বঙালীৰ পৰা অসমীয়ালৈ আৰু ৰোচি মেদীৰ "Some Cricketers of India"খন ইংৰাজীৰ পৰা অসমীয়ালৈ অনুবাদ কৰিছিলোঁ।

ল'ৰা-ছোৱালী এতিয়া ঠায়ে ঠায়ে যি কোনো প্ৰকাৰে প্ৰতিষ্ঠিত হ'ল। ডাঙৰ ল'ৰা ডাক্তৰ হ'ল। সি ডাক্তৰী পাছ কৰাৰ দিনটোৱেই মোৰ জীৱনৰ আটাইতকৈ স্মৰণীয় দিন। মোৰ মনত সৰু কালৰে পৰা এটা সুপ্ত আশা আছিল— ডাক্তৰ হোৱা। সেয়েহে কাৰো হাক-বচন নুশুনি বিজ্ঞান বিভাগত নাম লগাইছিলোঁ।

আজি কালি আগৰ দৰে সভা সমিতি কৰাৰ সময়ো নাই আৰু উৎসাহো নাইকিয়া হৈছে। তথাপি স্থানীয় কলেজৰ গভৰ্নিং বডিৰ সভ্য, স্থানীয় ছোৱালী হাইস্কুলৰ ডেভেলাপমেন্ট কমিটিৰ সভানেত্ৰী, লগতে মৌজাৰ কাম লৈ ব্যস্ত থাকো। শাহুৱে শিকাই থৈ যোৱা নিয়মেৰে বাৰীত শাক-পাচলি কৰা, ফুলনি বাৰী কৰাৰ লগতে কিতাপ পত্ৰ পঢ়ি সময় বোৰ আমনি নলগাকৈ অতিবাহিত কৰো।

ল'ৰা-ছোৱালীৰ উদগনিত ১৯৮৫ চনত জাপান, বেঙ্কক, চিঙ্গাপুৰ ফুৰি আহিলোগৈ। যোৱা বছৰ ইউৰোপৰ কিছু ঠাই আৰু ইংলণ্ড স্কটলেণ্ড চালোগৈ।

তথাপি কেতিয়াবা পুৰণি কথা সুঁৱৰি মন ভাৰাক্ৰান্ত হৈ পৰে, তেতিয়া কবিগুৰু ৰবীন্দ্ৰনাথৰ লেখাৰ ভাবিবৰ মন যায়—

"হাৰাইয়ে যায় যদি জীৱনেৰ
সব ৰাগ অনুৰাগ॥
সুধাইতে কাহাৰ প্ৰাণ, কাটাইতে হইবে দিন
ধৰণীৰ অশ্ৰুজলে ভাগ বসাইয়া।" □

**মনোৰমা ভট্টাচাৰ্য্য**

# স্মৃতি-চাৰণ



শৈশৱৰ কথা ভাবিলেই স্মৃতিৰ পটত জিলিকি উঠে— মোৰ স্বৰ্গাদপি গৰীয়সী জন্মভূমি কুলবিল সত্ৰৰ গছে-বনে, ফুলে-পাতে আৱৰা মনোমোহা এখন ছবি। অবিভক্ত কামৰূপ জিলাৰ ধৰ্ম্মপুৰ মৌজাৰ অন্তৰ্গত, ৰজাদিনীয়া হৰিদেব পন্থী এই সত্ৰখন হৈছে বিভিন্ন নামৰ কেইবাটাও চুবুৰী লগলাগি সম্পূৰ্ণ হোৱা সুন্দৰ এখন গাওঁ। গাঁৱৰ কাষেৰে ধীৰ, মন্থৰ গতিৰে বৈ গৈছে সৰু এখনি নৈ— নাম বুঢ়াদিয়া। এসময়ত নিৰ্ম্মল পানী আৰু সৰু-ডাঙৰ অজস্ৰ মাছৰ বাবে বুঢ়াদিয়া বিখ্যাত আছিল। শস্য মৎস্য, গাখীৰ মাখন আদিৰে উভৈনদী আছিল আমাৰ গাওঁ ধৰ্ম্মপুৰ অঞ্চল।

দৌলমঞ্চ, বৰগোঁসাই ঘৰ, ভোগঘৰ আৰু পুখুৰীৰে সত্ৰ সুশোভিত। পুখুৰীৰ চাৰিওপাৰে নানা তৰহৰ, নানা বৰণৰ সুবাসিত ফুল। বৰগোঁসাই ঘৰৰ মণিকূটত অনন্তদেৱৰ বিগ্ৰহ, শিৰত ছত্ৰ ধৰি আছে বাসুকী নাগে, দুয়োকাষে লক্ষ্মী সৰস্বতী, আৰু কোলাত শিশু কৃষ্ণ। সত্ৰত নাম-প্ৰসঙ্গ, ভাগৱত পাঠ, বন্তি প্ৰজ্বালন আদি দৈনন্দিন কাৰ্য্যাৱলী নিয়মিত ভাবে চলি থকাৰ উপৰিও প্ৰতি বছৰে শ্ৰী শ্ৰী কৃষ্ণৰ জন্মাষ্টমী উৎসৱ, শ্ৰী শ্ৰী হৰিদেৱগুৰুৰ তিথি মহোৎসৱ আৰু দৌলযাত্ৰা উৎসৱ মহাসমাৰোহেৰে পালন কৰা হৈছিল।

এই কুলবিল সত্ৰতে ১৯১৪ চনৰ নবেম্বৰ মাহত মোৰ জন্ম। সেই সময়ৰ সত্ৰাধিকাৰ প্ৰসিদ্ধ কবিৰাজ ৺পদ্মচন্দ্ৰ গোস্বামী ভিষক শিৰোমণি দেৱ মোৰ পিতৃ। মাতৃ আছিল স্বনাম ধন্যা উত্তম সুন্দৰী দেৱী বিদ্যাভাৰতী। আমাৰ পিতৃ-মাতৃৰ কোনো পুত্ৰ সন্তান নাছিল; মোৰ স্বৰ্গীয়া বাইদেউ কুমুদিনী দেৱী আৰু মই— দুটি কন্যা সন্তান মাত্ৰ আছিলোঁ। আমাৰ পিতৃ-মাতৃ দুয়োজনেই অতিশয় প্ৰগতিশীল আছিল। নানা ৰকম সংস্কাৰত পিছ পৰি

থকা সমাজখনক আগুৱাই নিবলৈ তেখেতসকলে অশেষ প্ৰযত্ন কৰিছিল। ইংৰাজী শিক্ষা নাথাকিলেও দুয়োৰে সংস্কৃত ভাষাত ব্যুৎপত্তি আছিল। মাতৃয়ে সংস্কৃত ভাষাৰ জ্ঞান আহৰণ কৰিছিল তেওঁৰ পিতৃ পণ্ডিত -ৰাধানাথ দেব গোস্বামীৰ পৰা।

বিদ্যানুৰাগিনী মোৰ মাতৃয়ে গীতা, ভাগৱত, পুৰাণ আদি ধৰ্ম্মগ্ৰন্থসমূহ গোটাই লৈ ঘৰতে নিয়মিত ভাবে সংস্কৃত ভাষা সাহিত্যৰ চৰ্চ্চা কৰিছিল। নলবাৰীৰ ওচৰৰ ফুলবাৰী গাঁৱত অনুষ্ঠিত মহাবিষ্ণু যজ্ঞ মহোৎসৱত যজ্ঞৰ উদ্যোক্তা সকলৰ অনুৰোধত মায়ে এবাৰ মহিলাসমাজৰ আগত ভাগৱত পাঠ কৰি শুনায়। মহিলাই ভাগৱত পাঠ কৰা বুলি শুনি কৌতুহলী হৈ যজ্ঞত সমবেত পণ্ডিত মণ্ডলীও তালৈ শুনিবলৈ গ'ল। মাতৃ উত্তম সুন্দৰীৰ পাঠ ব্যাখ্যা শুনি তেওঁৰ সংস্কৃত জ্ঞান আৰু প্ৰখৰ প্ৰতিভাত বিমুগ্ধ হৈ পণ্ডিত সমাজে "বিদ্যাভাৰতী" উপাধিৰে বিভূষিত কৰিলে; লগতে প্ৰতিবছৰে হোৱা মহাবিষ্ণু যজ্ঞলৈ গৈ নাৰী সমাজক এদিন ভাগৱত পাঠ কৰি শুনাবলৈ স্থায়ী নিমন্ত্ৰণ আগবঢ়ালে। মৃত্যুৰ বছৰলৈকে সেই নিমন্ত্ৰণ মায়ে শ্ৰদ্ধাৰে পালন কৰিছিল। সেই যুগত তেনে বিদূষী মহিলা বিৰল আছিল।

মোৰ পিতৃ পদ্মচন্দ্ৰ গোস্বামী দেৱৰ চিকিৎসাৰ খ্যাতি অসমৰ উপৰিও সুদূৰ বঙ্গদেশলৈকে বিয়পি পৰিছিল। পিতা সন্নিপাত জ্বৰৰ (typhoid) বিশেষজ্ঞ আছিল। সেইসময়ত টাইফয়ডৰ বিশেষ ডাক্তৰী ঔষধ আবিষ্কাৰ হোৱা নাছিল বাবে দূৰ দূৰণিৰ লোক আহি চিকিৎসাৰ কাৰণে পিতাক লৈ গৈছিল। ডিব্ৰুগড়, যোৰহাট আদি ঠাইৰ কোনো কোনো ঐশ্বৰ্য্যবান নাগৰিকে সেই সেই ঠাইত স্থায়ীভাবে বহিবলৈ পিতাক অনুৰোধ কৰিছিল। কিন্তু তেখেতে নিজৰ ঠাইৰ দুখীয়া ৰোগীৰ কথা ভাবি সেই প্ৰস্তাৱত সম্মত হোৱা নাছিল। অতি উচ্চমনা, দয়ালু মোৰ পিতাৰ চিকিৎসা আছিল সেৱা ধৰ্ম্মী।

প্ৰখৰ বুদ্ধিশালিনী মাতৃয়ে মোৰ পিতৃৰ পৰা আয়ুৰ্বেদ শিক্ষা লৈ চিকিৎসা বিদ্যাতো অভিজ্ঞ হৈ উঠে। পিতাৰ অনুপস্থিতিত স্থানীয় ৰোগীৰ ৰোগৰ লক্ষণ শুনি ঔষধ দি চিকিৎসা কৰে। মাৰ ওপৰত আস্থাশীল সেই লোকসকলেও বিশেষ ভাবে তেখেতকহে বিচাৰিছিল।

বোৱা-কটা, ৰন্ধা-বঢ়াকে ধৰি সকলো ৰকমৰ গৃহ-কৰ্ম্মত মা আছিল অতি নিপুন। সু-ৰান্ধনী বুলিও তেওঁৰ খ্যাতি আছিল। আত্মীয়-স্বজন, ছাত্ৰ-শিষ্য, অতিথি-অভ্যাগতৰে ভৰা আমাৰ ঘৰখন সুশৃঙ্খলাবে চলোৱাৰ উপৰিও সেই সকলক নিজ হাতে ৰান্ধি-বাঢ়ি খুৱাই তৃপ্তি পাইছিল। মাৰ অতিথি পৰায়ণতা আৰু দানশীলতাৰ কথা এতিয়াও সেই অঞ্চলৰ লোকে শ্ৰদ্ধাৰে স্মৰণ কৰে।

১৩

তাঁত-শাল খন আছিল তেওঁৰ প্ৰাণ স্বৰূপ। মুগা-পাটৰ কাপোৰ শালত সদায় থাকেই, আজৰি পালেই তাত বহেগৈ। মায়ে বোৱা গুণাৰ ফুল বছা পাটৰ কাপোৰ আৰু নানা ৰঙৰ সূতা মিলাই ফুল বছা মুগাৰ কাপোৰ দেখি মানুহ মুগ্ধ হৈছিল। এবাৰ মহাত্মা গান্ধী গুৱাহাটীলৈ আহোঁতে মায়ে নিজে হাতে কটা সূতাৰে নিজে বোৱা ধুতি এখন পৰম শ্ৰদ্ধাৰে উপহাৰ দিছিল।

আমাৰ মাতৃ এগৰাকী সু-নামতীও আছিল। শুৱলা মাতেৰে তেওঁ গোৱা বৰগীত, গোঁসাই-গোঁসানীৰ নাম আৰু বিয়া নামে শ্ৰোতাক বিমুগ্ধ কৰিছিল। নাম-পদ নিজেও বহুত ৰচনা কৰিছিল।

সেই সময়ত ভিতৰুৱা গাঁৱৰ ছোৱালীবোৰৰ লিখা-পঢ়া শিকাৰ কোনো সুযোগ নাছিল। আমাৰ ফুলবিল গাঁৱত এখন নিম্ন প্ৰাইমেৰী স্কুল আৰু ওচৰৰে চামতা গাঁৱত মধ্য ইংৰাজী স্কুল এখন আছিল। কিন্তু ল'ৰাৰ স্কুলত ছোৱালীয়ে গৈ পঢ়া-শুনা কৰা দূৰৰ কথা— ছোৱালীয়ে পঢ়াটোৱেই তেতিয়া এক নিন্দনীয় কাম আছিল!

নিজৰ ভিতৰত তীব্ৰ জ্ঞানৰ তৃষ্ণা থকা আমাৰ মাতৃয়ে সেই হেঁপাহ পলুৱাবলৈ বিচাৰিছিল নিজৰ দুই কন্যাক শিক্ষিতা কৰি তোলাৰ প্ৰযত্ন কৰি। বাইদেউ কুমুদিনী দেৱী আৰু মোৰ কাৰণে ঘৰত শিক্ষক ৰাখি আমাৰ শিক্ষাৰ দায়িত্ব তেখেতক দিছিল। আমাৰ শিক্ষা-গুৰু ৺ৰাধাকান্ত শৰ্মাদেৱ এজন আদৰ্শ শিক্ষক আছিল। আমাৰ মাতৃৰ সংগ্ৰহতো অসমীয়া আৰু সংস্কৃত সাহিত্যৰ অনেক ভাল কিতাপ আছিল। তদুপৰি বিখ্যাত বঙালী লিখকসকলৰ গ্ৰন্থ কলিকতাৰ পৰা অৰ্ডাৰ দি আনি মায়ে আমাক পঢ়িবলৈ দিছিল। সেয়েহে আমি বঙ্কিম চন্দ্ৰ, শৰৎ চন্দ্ৰ, মাইকেল মধুসূদন দত্ত, বিশ্বকবি ৰবীন্দ্ৰ নাথ, অনুৰূপা দেৱী, স্বৰ্ণ কুমাৰী দেৱী আদি মহান লিখক-লেখিকা সকলৰ অমূল্য গ্ৰন্থ সমূহ ঘৰতেই পঢ়িবলৈ সুযোগ পাইছিলোঁ।

লিখা-পঢ়া শিক্ষাৰ ব্যৱস্থা কৰি দিয়াৰ লগে লগে মায়ে আমাক ৰন্ধা-বঢ়া, বোৱা-কটা, লগুণ-কটা ইত্যাদি গৃহ-কৰ্ম্মও যত্ন সহকাৰে শিকাই গৈছিল। ছোৱালীয়ে বোৱা-কটা নজনাটো সেই সময়ত বৰ নিন্দনীয় আছিল। বোৱা-কটাত পাৰ্গত ছোৱালীয়ে সকলোৰে প্ৰশংসা পাইছিল।

এঘাৰ বছৰ বয়সত নলবাৰীৰ ওচৰৰ খুদিয়া সত্ৰৰ ৰত্নেশ্বৰ গোস্বামীৰ লগত মোৰ বাইদেউৰ বিয়া হয়। চৈধ্যবছৰ বয়সত বাইদেউ শহুৰেকৰ ঘৰলৈ যায়। তাত গৈও বাইদেৱে লিখা-পঢ়াৰ চৰ্চা এৰা নাছিল। মহিলা আলোচনী 'ঘৰ-জেউতি'ত তেওঁৰ প্ৰবন্ধ এটাও এবাৰ প্ৰকাশ হৈছিল।

সমাজৰ অসন্তোষ আওকাণ কৰি পিতৃ-মাতৃয়ে মোক স্কুলত নাম লগাই

দিলে। তাৰ বাবে সমাজৰ বহুতৰে নিন্দাবাদ মূৰ পাতি ল'বলগীয়া হৈছিল। মাতৃৰ আগ্ৰহ আৰু সাহসৰ বাবে মই স্কুলীয়া শিক্ষা লাভ কৰি নিম্ন প্ৰাইমেৰী পৰীক্ষাত বৃত্তি লাভ কৰি উত্তীৰ্ণ হৈছিলোঁ। তাৰ পাছত পিতা মায়ে মোক চামতা মধ্য ইংৰাজী স্কুলত নাম লগাই দিয়ে। ল'ৰাৰ স্কুলত ল'ৰাৰ লগত ইংৰাজী পঢ়িবলৈ দিয়া বাবে আৰু এবাৰ প্ৰতিবাদৰ গুণ-গুণনি উঠিছিল যদিও পিতৃ-মাতৃৰ প্ৰবল ব্যক্তিত্ব আৰু দৃঢ়তাৰ গুণত কোনেও এইবাৰ বেচি উচ্চ-বাচ্য নকৰিলে। স্কুলীয়া শিক্ষাৰ লগে লগে সঙ্গীত শিক্ষা দিবলৈ মায়ে হাৰমনিয়াম আনি শিক্ষক ৰাখি ঘৰতে সঙ্গীত শিক্ষাবো ব্যৱস্থা কৰি দিয়ে। তদুপৰি ল'ৰাৰ স্কুলত চিলাই বা এমব্ৰইডাৰী শিকোৱাৰ কোনো ব্যৱস্থা নাই বাবে মায়ে দূৰৰ গাঁৱৰ বালিকা স্কুলৰ মাষ্টৰ জনক ঘৰলৈ মাতি আনি মাজে-সময়ে চিলাই শিকোৱাবো বন্দৱস্ত কৰে।

এঘাৰ বছৰ বয়সত মোৰ বিয়া হয় আঠ ঘৰীয়াৰ বিখ্যাত ভট্টাচাৰ্য্য বংশৰ এক প্ৰগতিশীল পৰিয়ালৰ ল'ৰা মাধৱ চন্দ্ৰ ভট্টাচাৰ্য্যৰ লগত। বিয়াৰ আগে আগে মোৰ মধ্য ইংৰাজী স্কুলৰ পঢ়া শেষ হৈছিল। স্বামীৰ ইচ্ছা আছিল প্ৰাইভেট কৈ মেট্ৰিকুলেশ্বন পৰীক্ষাটো দিওৱাৰ। কিতাপ-পত্ৰ তেখেতে কিছু আনি দিলে। কিন্তু মায়ে এইবাৰ জোৰ দিলে বোৱা-কটা আৰু অন্যান্য গৃহ-কৰ্ম্ম শিকোৱাত— অন্যথা শহুৰৰ ঘৰত নিন্দা হ'ব। গতিকে পঢ়া-শুনা বেচি আগনাবাঢ়িল।

মোৰ প্ৰধান আকৰ্ষণ আছিল গল্প, উপন্যাস আৰু কবিতাৰ প্ৰতি। সৰুৰে পৰা ঘৰতে থকা কাব্য-গ্ৰন্থাৱলী পঢ়ি মোৰ কবিতাৰ প্ৰতি বিশেষ আগ্ৰহ জন্মিছিল। তেনে সময়তে মই সৰু কবিতা এটি লিখি মহিলা আলোচনীখনলৈ মনে মনে পঠাই দিলোঁ। সময়ত 'ঘৰ জেউতি'ৰ পাতত পিতা-মায়ে মোৰ কবিতা দেখি আচৰিত হয়— আনন্দও পায়। আৰু দুটা গল্পও সেই আলোচনীত প্ৰকাশ হৈছিল। মই গোপনে ৰাখিবলৈ চেষ্টা কৰা সত্ত্বেও মোৰ সাহিত্য চৰ্চ্চাৰ এই নিঃকিন প্ৰয়াসৰ খবৰটো মোৰ স্বামীৰ কাণত পৰে। তেখেত সেই সময়ত কলিকতাৰ প্ৰেছিডেন্সী কলেজত বি, এছ, ছি পঢ়ি আছিল (মোৰ অনুমান— বাইদেৱেই মোক নজনোৱাকৈ চিঠিৰে তেখেতক মোৰ লিখাৰ বিষয়ে জনাইছিল)। কলিকতাৰ পৰা বন্ধত ঘৰলৈ আহোঁতে এখন এসৰাজ আৰু ৰবীন্দ্ৰনাথৰ কাব্য-গ্ৰন্থ কেইখনমান আনি মোক দিলে উপহাৰ স্বৰূপে। তাৰ মাজৰে 'চয়নিকা' আৰু 'চিত্ৰাঙ্গদা' পঢ়ি কবিতাৰ আৰু জীৱনৰ নতুন অৰ্থ বিচাৰি পাইছিলোঁ— অপূৰ্ব্ব এখন জগত উদ্ভাসিত হৈ উঠিছিল নয়ন পথত। মনৰ ভিতৰত নানা ভাৱৰ আলোড়ন

অনুভৱ কৰিছিলোঁ। এসৰাজখন পৰম প্ৰিয় সঙ্গীৰ নিচিনাকৈ বহু বছৰলৈকে মোৰ লগে লগে ঘূৰিছিল।

১৯২৯ চনৰ ফেব্ৰুৱাৰী মাহত মই শহুৰৰ ঘৰলৈ যাওঁ— স্থায়ীভাবে থাকিবলৈ। তেতিয়াৰ দিনত শহুৰেকৰ ঘৰখন নতুন বোৱাৰীৰ বাবে কাৰাগাৰ সদৃশ আছিল। আজিৰ বোৱাৰীয়ে সেই অৱস্থা কল্পনা কৰিবলৈও টান পাব। ঘৰৰ ভিতৰতো নতুন বোৱাৰীয়ে ওৰণি লৈ থাকিব লাগে, বাহিৰত থকা মানুহে বোৱাৰীৰ মাত শুনিলে অপৰাধৰ বিষয়। ৰাতিপুৱা ঘৰৰ কোনো নৌ উঠোঁতেই উঠি গা-পা ধুই আজৰি হ'ব লাগে। ঘৰৰ কাম-কাজ কোনেও নেদেখাকৈ ছেগ চাই নিয়াৰিকৈ কৰি থ'ব লাগে, অন্যায় যেন দেখিলেও কাৰো কোনো কথাৰ প্ৰতিবাদ কৰিব নালাগে, ইত্যাদি, ইত্যাদি। মায়ে অৱশ্যে এইবোৰৰ বিষয়ে মোক উপযুক্ত উপদেশ-নিৰ্দ্দেশ দি পঠাইছিল। ময়ো সেইমতে চলিবলৈ চেষ্টা কৰিছিলোঁ।

মাজে মাজে বোৱাৰীৰ পৰীক্ষাও লোৱা হৈছিল। মোকো এদিন পেহী শাহুৱে তাঁত-শালত বহুৱাই দিলে— বিহুৱান-গামোছাত ফুল বাছিবলৈ। সেইটো কাম ভালকৈ জানো বাবে সেই পৰীক্ষাত সহজে উত্তীৰ্ন হ'লো। তাৰ পাছতে আহিল বহাগৰ বিহু। লাৰু-পিঠা তৈয়াৰী কৰাৰ পৰীক্ষা দিবৰ হ'ল, তাতো পাচ কৰিলোঁ। এইবোৰ বিষয়ত অৱশ্যে মোৰ শাহু আই আছিল নিৰ্ব্বিকাৰ। পেহী শাহুৱেও মোক যথেষ্ট স্নেহ কৰিছিল। ধেমালিৰ ছলতে মই কি জানো বা নাজানো পৰীক্ষা লৈছিল আৰু নজনা খিনি শিকাই দিছিল।

আমাৰ দিনত আগফালৰ পদুলি-মুখলৈও বোৱাৰী ওলাই যোৱাৰ প্ৰচলন নাছিল। ঘৰত আবদ্ধ হৈ থকাটোৱেই আছিল বৰ কষ্টকৰ। পাছফালৰ চোতালখন, চাৰিওকাষে থকা গোঁসাই ঘৰ, শাহু আৰু পেহীশাহুৰ থকা ঘৰ, ৰান্ধনী ঘৰ আৰু শাল ঘৰেই আছিল মোৰ ফুৰা-চকাৰ সীমা। সন্ধিয়াৰ পাছত কেতিয়াবা শাহু বা পেহী শাহুৱে ওচৰ চুবুৰীয়া জ্ঞাতিৰ ঘৰলৈ ফুৰাবলৈ লৈ যায় বোৱাৰীসকলক লগ ভাগ আৰু চিনা পৰিচয় হোৱাৰ সুবিধাৰ কাৰণে। তাকো আমি পাছফালৰ বাটেৰেহে অহা-যোৱা কৰাৰ নিয়ম আছিল। সিখন ঘৰৰ বোৱাৰী গৰাকীয়ে উলহ-মালহকৈ বটা ভৰাই তামোল কাটি বা খুন্দি আনি সেৱা-সৎকাৰৰ দ্বাৰা শাহুসকলৰ আগত আগবঢ়াই দিয়ে আৰু তেখেতসকল কথা-বতৰাত নিমগ্ন হয়। সেইসময়ত আমি বোৱাৰী সকলেও ঘৰৰ ভিতৰত গৈ প্ৰাণ-খুলি মনৰ কথাৰ আদান-প্ৰদান কৰিবলৈ ধৰোঁ। আমাৰ কাৰণে সেইখিনি সময় বৰ হেপাঁহৰ আৰু আনন্দৰ আছিল। অইন ঘৰৰ বোৱাৰীসকলো তেনেকৈ আমাৰ ঘৰলৈ ফুৰিবলৈ আহিছিল।

শিৱসাগৰ জিলাৰ দেৰগাঁৱৰ প্ৰসিদ্ধ শিৰোমণি ভট্টাচাৰ্য্য পৰিয়ালৰ জীয়ৰী মোৰ শাহু আই ৺সৰ্ব্বেশ্বৰী দেবী এগৰাকী বিশেষ ব্যক্তিত্বসম্পন্না উদাৰমনা মহিলা আছিল। বাহিৰত যেনে ধীৰ আৰু গম্ভীৰ প্ৰকৃতিৰ, তেনেদৰেই তেখেত আছিল এখন অতি কোমল আৰু স্নেহময় অন্তঃকৰণৰ অধিকাৰিনী। তেখেত নিৰক্ষৰ আছিল; কিন্তু ৰামায়ণ, মহাভাৰত, কীৰ্ত্তন আৰু ভাগৱতৰ কথা সম্পূৰ্ণভাবে জানিছিল। স্মৃতিশক্তি আছিল অতি প্ৰখৰ। জ্ঞাতি-কুটুম্বৰ ল'ৰা-ছোৱালীৰ জন্মৰ চন, তাৰিখ, বাৰ, সময় পৰ্য্যন্ত নিৰ্ভুল ভাবে ক'ব পাৰিছিল। বহুতে তেখেতক সুধি নিজৰ ল'ৰা-ছোৱালীৰ কোষ্ঠী প্ৰস্তুত কৰিছিল।

মই শহুৰৰ ঘৰ গৰকাৰ এমাহ পিছত অৰ্থাৎ ১৯২৯ চনৰ মাৰ্চ মাহত মোৰ স্বামীয়ে বন-বিভাগৰ উচ্চ চাকৰি লাভ কৰি প্ৰশিক্ষণৰ বাবে ব্ৰহ্মদেশৰ ৰেঙ্গুনলৈ যায়। এই প্ৰশিক্ষন আছিল দুবছৰীয়া। এবছৰৰ আগতে মোৰ পূজনীয় শহুৰ দেউতা ৺নাৰায়ণ চন্দ্ৰ ভট্টাচাৰ্য্যদেৱ স্বৰ্গী হৈছিল। স্বামীয়ে চাকৰি পোৱাত শাহু আয়ে স্বস্তিৰ নিঃশ্বাস পেলালে— কাৰণ মোৰ দুজন দেওৰৰ পঢ়া-শুনা তেতিয়াও শেষ হোৱা নাছিল। প্ৰশিক্ষণৰ অন্তত ১৯৩১ চনত মোৰ স্বামী ব্ৰহ্মদেশৰ পৰা অসমলৈ ঘূৰি আহে। চাকৰি জীৱনত তেখেতৰ প্ৰথম কৰ্ম্মস্থল আছিল যোৰহাট। চাকৰিত যোগদান কৰি তেখেতে মোক যোৰহাটলৈ লৈ যায়। বাহিৰৰ জগতৰ লগত নিজস্ব ভাবে সেইয়া মোৰ প্ৰথম পৰিচয়— জীৱনৰ কৰ্ম্মক্ষেত্ৰত প্ৰথম পদক্ষেপ। আশা-আকাঙ্খা, সঙ্কোচ, আনন্দ— নানান অনুভূতিৰ আলোড়নত হৃদয়-মন তোলপাৰ। জীয়ৰী-বোৱাৰীৰ ভূমিকা পৰিত্যাগ কৰি গৃহিনীৰ ভূমিকাত অৱতীৰ্ণ হৈছোহি, পাৰিম নে মোৰ দায়িত্ববোৰ যথাযথ ভাবে পালন কৰিবলৈ? পাৰিম নে সুখী কৰিবলৈ আৰু সুখী হ'বলৈ? জানিম নে 'দিবলৈ আৰু লবলৈ' আৰু মিলিবলৈ আৰু মিলাবলৈ?— এনেবোৰ চিন্তাত মন উগুল-থুগুল।

অনভিজ্ঞতাৰ বাবে প্ৰথমে কিছু অসুবিধা হ'লেও আমাৰ মিলিত জীৱনৰ দিনবোৰ সুখ আৰু আনন্দৰ মাজেৰেই পাৰ হৈ গৈছিল। মোৰ স্বামীৰ ভিনিহিদেৱেক প্ৰখ্যাত সাহিত্যিক ৺শৰৎ চন্দ্ৰ গোস্বামীদেৱ তেতিয়া অসমৰ ব্ৰহ্মপুত্ৰ উপত্যকাৰ স্কুল সমূহৰ ইনস্পেক্টৰ স্বৰূপে যোৰহাটত আছিল। তেখেতৰ কন্যাদ্বয় ৺প্ৰতিভা গোস্বামী আৰু শ্ৰীমতী সুপ্ৰভা গোস্বামী সেইসময়ত পিতৃ-মাতৃৰ লগত আছিলহি। নতুন ঠাইলৈ গৈ একান্ত আপোন ঘৰ এখন আৰু প্ৰতিভা, সুপ্ৰভা— দুই ভাগিনীক পাই বৰ ভাল লাগিছিল। জেশাহু ৺ভুবনেশ্বৰী দেবী গোস্বামীৰ পৰাও সংসাৰ-যাত্ৰা নিৰ্ব্বাহৰ উপযোগী উপদেশ নিৰ্দ্দেশ সময়ে সময়ে পাইছিলোঁ। পূজনীয় ভিনিহি শৰৎ চন্দ্ৰ গোস্বামীৰ পৰা পাইছিলোঁ অপৰিমিত পিতৃসুলভ

স্নেহ। মহাপ্ৰাণ সেই জন ব্যক্তিৰ স্মৃতি মোৰ মনত চিৰ উজ্জ্বল হৈ আছে।

বাইদেৱে তেখেতসকলৰ ঘনিষ্ঠ বন্ধু-বান্ধৱসকলৰ ঘৰলৈ মোক লৈ গৈ চিনা পৰিচয় কৰাই দিছিল। তেখেতসকলেও আমাক আপোনজন হিচাপে মৰমেৰে গ্ৰহণ কৰিছিল। তাৰে কেইটিমান পৰিয়াল হ'ল— মাননীয় ৺ৰাধাকান্ত সন্দিকৈ, ৺ৰাধানাথ ফুকন, ৺কুলধৰ চলিহা, কে, কে বৰুৱা, দেৱেশ্বৰ শৰ্ম্মা প্ৰভৃতি যোৰহাটৰ নামজ্বলা লোক সকল। দাস্ কোম্পানী বোডৰ আমাৰ সেই সময়ৰ প্ৰতিবেশী ৺কনক দত্ত শইকীয়া দেৱৰ পত্নী নীৰদা বাইদেউ আৰু ওচৰত থকা অসমীয়া, বঙালী পৰিয়াল কেইটিৰ পৰা যি অকৃত্ৰিম স্নেহ-আদৰ পাইছিলোঁ— সেয়া জীৱনত পাহৰিব নোৱাৰিম। সংসাৰ-যাত্ৰাত মই তেতিয়া অনভিজ্ঞা ; বয়স্কা মহিলাসকলৰ সস্নেহ উপদেশ আৰু সমবয়স্কাখিনিৰ সখিত্বই সংসাৰ পথত আগুৱাই যাবলৈ মোক যথেষ্ট মনোবল আৰু উৎসাহ-উদ্দীপনা যোগাইছিল। তেতিয়াৰ মানুহৰ আন্তৰিকতাৰ কথা কৈ শেষ কৰিব নোৱাৰি।

মোৰ স্বামীৰ অভিন্ন হৃদয় বন্ধু ৺সুৰেন্দ্ৰ নাথ বুঢ়াগোঁহাই আৰু ৺ফণীধৰ দত্তই তেতিয়া যোৰহাটত ওকালতি কৰি আছিল। তেখেতসকলৰ ভাৰ্য্যা বেদৱতী বুঢ়াগোঁহাই আৰু ৰত্নেশ্বৰী দত্তৰ লগত দেখা-দেখি হোৱাৰ লগে লগে, কেনেকৈ নাজানোঁ, আমি তিনিও গৰাকীও একান্ত অন্তৰঙ্গ ভাবে বন্ধুত্ব সূত্ৰত আবদ্ধ হৈ গ'লো। বৰ মধুৰ আছিল সেই সম্পৰ্ক। আজি তেখেতসকলৰ এজনো ইহসংসাৰত নাই। ভাৰ্য্যাসকলৰ ভিতৰত ৰত্নেশ্বৰী দত্ত কিছুদিনৰ আগতে স্বৰ্গগামী হৈছে। বেদৱতী আৰু মই স্মৃতিৰ ভাৰেৰে ভাৰাক্ৰান্ত দেহ-মন লৈ জীয়াই আছোঁ। বহুদিন আমাৰ দেখা-সাক্ষাৎ নাই— কিন্তু মনৰ সম্পৰ্ক একে হৈয়ে আছে। কোৱা বাহুল্য যে বুঢ়াগোঁহাই দেৱ স্বাধীন ভাৰতৰ কেন্দ্ৰীয় মন্ত্ৰীসভাত স্থান পোৱা প্ৰথম অসমীয়া লোক। ফণীধৰ দত্তদেৱে গুৱাহাটী বিশ্ববিদ্যালয়ৰ উপাচাৰ্য্য পদো লাভ কৰিছিল আৰু মোৰ স্বামী বন-বিভাগৰ কনজাৰভেটৰ পদ লাভ কৰা প্ৰথম অসমীয়া বিষয়া।

সংসাৰী জীৱনৰ পাতনি মেলিছিলো যোৰহাটতেই। স্বামীৰ উৎসাহ আৰু অনুপ্ৰেৰণা লাভ কৰি সঙ্গীত-চৰ্চ্চা কৰাৰ উপৰিও ১৯৩৫ চনত কলিকতা বিশ্ববিদ্যালয়ৰ পৰা প্ৰাইভেটকৈ মেট্ৰিকুলেশ্বন পৰীক্ষা দি তিনিটা লেটাৰ সহ প্ৰথম বিভাগত উত্তীৰ্ণ হওঁ। তেতিয়া মোৰ প্ৰথম সন্তান দেৱকুমাৰ (ননী) আঢ়ৈ বছৰীয়া। যোৰহাটত থাকোঁতেই মোৰ জ্যেষ্ঠা দুই কন্যা সবিতা-সুজাতা (ইৰা, মীৰা)ৰ জন্ম হয়। এই বিলাকৰ মাজতো মাজে সময়ে গল্প, কবিতা আদি লিখি সাহিত্য-চৰ্চ্চা কৰোঁ। কিন্তু গল্প কবিতা কাকো নেদেখুৱাওঁ। এবাৰ

স্বামীয়ে তাৰে এটা গল্প আৰু এটা কবিতা ক'ৰবাত পাই 'আৱাহন'লৈ পঠিয়াই দিয়ে আৰু দুয়োটাই প্ৰকাশ হয়। মোৰ সাহিত্য প্ৰীতিৰ ভু পাই তেখেতে বিভিন্ন লিখকৰ ইংৰাজী, অসমীয়া, বঙালী, কিতাপ আনি পঢ়া-শুনাৰ লগত মোৰ যোগ অবিছিন্ন ৰাখিবলৈ চেষ্টা কৰিছিল।

স্বামী চৰকাৰী চাকৰিয়াল, বদলিৰ চাকৰি। মাজে মাজে ঠাই সলাই থাকিব লগীয়া হয়। হেপাঁহেৰে পাতি তোলা সংসাৰখন, নিজ হাতে ৰোৱা ফুল-ফলৰ গছ কেইজুপি, নতুনকৈ আপোন হৈ উঠা বন্ধু-বান্ধৱীসকল— সেই সকলোকে এৰি থৈ যাবলগীয়া হোৱাৰ দুখ ভুক্ত ভোগীয়েহে জানে। তেতিয়াৰ সংসাৰ জীৱনৰ সেয়ে আছিল পৰম বেদনা। অৱশ্যে প্ৰকৃত বেদনাৰ স্বৰূপ দেখা পাইছিলোঁ— বহুদিনৰ পাছত। অসুবিধা আৰু কষ্ট থাকিলেও বদলি হোৱা চাকৰিৰ উজ্জ্বল দিশ এটাও আছে। 'অজনাক জনাৰ', 'দূৰত থকা জনক ওচৰ চপাই অনা', 'পৰক আপোন' ৰূপে পোৱাৰ আনন্দৰ জানো তুলনা আছে—

"কত অজানারে জানাইলে তুমি, কত ঘরে দিলে ঠাই—
দূরকে করিলে নিকট বন্ধু, পরকে করিলে ভাই।
পুরানো আবাস ছেড়ে যাই যবে
মনে ভেবে মরি কি জানি কি হবে,
নুতনের মাঝে তুমি পুরাতন, সে কথা যে ভুলে যাই"।

কবিগুৰুৰ অমৃতময় লিখনী নিসৃত এই কথা খিনি মৰ্ম্মে মৰ্ম্মে উপলব্ধি কৰি আমি বাৰে বাঁৰে সেই চিৰ পুৰাতনক প্ৰণতি জনাইছিলোঁ।

সেই অস্থায়ী সংসাৰবোৰ ভঙা-গঢ়াৰ মাজেদি বছৰবোৰ পাৰ হৈ যাবলৈ ধৰিলে। ল'ৰা-ছোৱালী ডাঙৰ হৈ আহিল। নতুন কৰ্ত্তব্য, নতুন দায়িত্ব আহিল জীৱনলৈ। নিজৰ কথা ভবাৰ অৱকাশ নাই। দিনৰ শেষত পঢ়া-শুনা শেষ কৰি ল'ৰা-ছোৱালী যেতিয়া শুই পৰে, স্বামীও কাম-কাজৰ শেষত অফিচৰুম পৰিত্যাগ কৰি ভিতৰৰ ঘৰলৈ আহে— চাৰিওফালৰ গভীৰ নীৰৱতাৰ মাজত আমি তেতিয়া ৰবীন্দ্ৰ ৰচনাৱলী পঢ়িবলৈ বহোঁ; কেতিয়াবা গ্ৰামোফোনত ৰেকৰ্ড লগাই লাইট নুমুৱাই দি বাৰাণ্ডাত বহি গান শুনোঁ। সেই তৃপ্তি, সেই আনন্দ, সেই একাত্মতাবোধ বৰ্ণনাতীত। সময়ে বহুখন উটুৱাই লৈ গৈছে যদিও সেই মধুৰতাখিনি কাঢ়ি নিব পৰা নাই। অন্তৰৰ অন্তঃস্থলত সেই ধন এতিয়াও সঞ্চিত হৈ আছে।

চাকৰিত থকা সুদীৰ্ঘ সময়খিনিৰ ভিতৰত স্বামীয়ে অসমৰ বিভিন্ন চহৰত কাম কৰাৰ উপৰিও বনবিভাগৰ বিষয়া হিচাপে কোনো সময়ত নগৰ-চহৰৰ

পৰা বহু দূৰৈৰ ভিতৰুৱা ঠাই কিছুমানতো থাকিবলগীয়া হৈছিল। সময় বিশেষে অটব্য অৰণ্যৰ মাজত গছ-বন কাটি সৰু সৰু অস্থায়ী ঘৰ সাজি তাতে কেইবা মাহো থাকি কাম চলাব লাগে। 'খেদা অফিচাৰ' হৈ হাতীধৰা কাম চলাওতে সেইদৰে থাকিবলগীয়া হৈছিল। তেনেকুৱা সময়ত ল'ৰা-ছোৱালী কেইটা সহ মই ওচৰৰ কোনো প্ৰধান ঠাইত থাকোঁ। মাজে মাজে তেখেত আহি দুই-চাৰিদিনৰ কাৰণে আমাক জঙ্গল দেখুৱাবলৈ লৈ যায়। সেইয়া এখন বেলেগ জগৎ। বন বিভাগৰ বিষয়া কৰ্ম্মচাৰী, হাতী মহলদাৰ, মাউত ফান্দীকে আদি কৰি গড় সজা, হাতী ধৰা অনেক অভিজ্ঞ লোক, অনেক ঘৰ। গোটেই দিন জুৰি ব্যস্ততা। ৰাতি সকলোৱে ঘৰৰ আগত একুৰা ডাঙৰ জুই— বন্য জন্তুৰ আগমনক বাধা দিয়াৰ উদ্দেশ্যে।

সেইসময়তে মই হাতীধৰা গড়, আৰু গড়ৰ মাজত সুমুৱাই লোৱা বনৰীয়া-হাতীৰ জাক দেখিছিলোঁ। অভিজ্ঞ মাউতে ঘৰচীয়া হাতীৰ সহায়ত গড়ৰ ভিতৰৰ পৰা কেনেকৈ এটা এটাকৈ বনৰীয়া হাতী উলিয়াই আনে— মজবুতকৈ সজা ওখ চাঙৰ ওপৰত উঠি সেই দৃশ্যও দেখিছিলোঁ। বাহিৰ উলিয়াই আনি গছৰ গুৰিত শকত জৰীৰে বান্ধি ৰখা জঙ্গলী হাতীৰ জৰী চিঙি ওলাই যোৱাৰ নিষ্ফল প্ৰয়াস দেখি দুখ লাগিছিল। প্ৰৱল-পৰাক্ৰমী প্ৰাণী হাতীয়ে বেচি উৎপাত কৰিলে বা আদেশ নামানিলে মাউতে অঙ্কুশেৰে খুচি শাসন কৰিবলৈ বাধ্য হয় যদিও, মৰম-যত্নেৰে বশীভূত কৰিবলৈ বেছি যত্ন কৰে। ধৰি অনা হাতীৰ আগত ঘাঁহ-পানী, ফল-মূল থৈ, গীত গাই শুনাই সিহঁতৰ মন জয় কৰাৰ প্ৰচেষ্টা চলায়। সঙ্গীতৰ সুৰত আৰু মানুহৰ স্নেহত মোহ গৈ দুৰ্দ্দান্ত গজৰাজেও অৱশেষত নিজতকৈ বল-শক্তিত বহুগুণে হীন, মানুহ নামৰ ক্ষুদ্ৰ প্ৰাণী এটাৰ ওচৰত আত্ম-সমৰ্পন কৰে, হাতী মাউতৰ সুৰ লগাই গোৱা বিশেষ ধৰণৰ সেই গীতবোৰ বৰ মনোমুগ্ধকৰ। মই বনত থকা দিনকেইটাত পৰ্টিকোত বহি— (বাঁহ-খেৰৰ অস্থায়ী সেই ঘৰবোৰতো বাৰাণ্ডা পৰ্টিকো আদি থাকে) বননিৰ ফালে চাই চাই হাতী মাউতৰ গীত শুনিবলৈ চেষ্টা কৰোঁ। বনত থকা দিন কেইটাত ল'ৰা-ছোৱালীহঁতে হাতীৰ পিঠিত উঠি আনন্দ মনেৰে বিচৰণ কৰি ফুৰে। হাতীৰ পিঠিৰ পৰা হাত মেলি বগৰী চিঙি খাই, হেপাহ পলুৱাই বনৰীয়া ফুল গোটাই লৈ, ঘূৰি অহাৰ সময়ত দেউতাকে চিকাৰ কৰা দুই-চাৰিটা পৰ্ঘুমা বা ডৰিক চৰাই আনি ৰাজ্য এখন জয় কৰাৰ আনন্দ লৈ মোৰ ওচৰ পাইহি। সিহঁতে পিক্‌নিক্ কৰিবলৈ অহা যেন পায়। মাজে মাজে ময়ো সিহঁতৰ সঙ্গী হওঁ। কেতিয়াবা বনৰ পৰা ভাঁহি অহা হাতীৰ আৰ্ত্তনাদত মনত বেদনাৰ সৃষ্টি নোহোৱাকৈও

নাথাকে। অনাবিল শান্তি বোধকৰো পৃথিৱীৰ ক'তোৱেই পোৱা নাযায়।

অসমৰ বহু ঠাইৰ বহু অৰণ্য দেখাৰ মই সুযোগ পাইছিলো। কাজিৰঙাৰ অভয়াৰণ্যত হাতীত উঠি গড় চাইছিলোঁ; নানান হিংস্ৰ জন্তু বিচৰণ কৰি ফুৰা দেখিছিলো। অসংখ্য নাম নজনা নানা বৰণীয়া চৰাই দেখি আনন্দ বিস্ময়ত মন ভৰি উঠিছিল। মানসৰ সংৰক্ষিত বনাঞ্চললৈ গৈ নৈৰ সিটো পাৰে জাকে জাকে হৰিণাই নিশ্চিন্ত মনে পানী খাই থকা দেখি বিমোহিত হৈছিলোঁ। হাবিৰ মাজৰ আলিবাটত ম'ৰা চৰাই ঘূৰি ফুৰা দেখি আনন্দত অধীৰ হৈ মোৰ তৃতীয় ছোৱালী এঘাৰ বছৰীয়া কৃষ্ণাই গাড়ীৰ ষ্টীয়াৰিং এৰি দিছিল। দেউতাকে খপ্‌কৈ ধৰি ল'লে বাবে গাড়ী বাগৰি নপৰিল।' সৰুৰে পৰা গাড়ী চলাব পৰা কৃষ্ণাক দেউতাকে নিৰ্জন ঠাইত নিজে ওচৰত বহি গাড়ী চলাবলৈ দিছিল।

তেজপুৰত থকা সময়ত ভৈৰৱকুণ্ড, ভালুকপুং আদি ঠাইলৈ গৈ অৰণ্যৰ সমাহিত সুগম্ভীৰ ৰূপ দেখি সম্ভ্ৰমত মন স্তব্ধ হৈছিল। অনুভৱ কৰিছিলোঁ অৰণ্যৰো প্ৰাণ আছে— ধ্যানমগ্ন অৰণ্যৰ শান্তিভঙ্গ কৰিলে আমি অপৰাধী হ'ম।

কেতিয়াবা এঠাইৰ পৰা আন ঠাইলৈ যাওঁতে বাটত ৰাতি হয়। সমুখত ভাগি পৰি থকা সৰু সৰু গছ আৰু গছৰ ডালৰ বাবে গাড়ীৰ গতিত বাধা পৰে। এবাৰ আমাৰ লগত আছিল মোৰ সৰু ছোৱালী দুজনী। হাতীৰ গোবৰ দেখি বুজা গ'ল অলপ আগতে সেই বাটেৰে হাতীৰ জাক পাৰ হৈ গৈছে। বাট মুকলি কৰিবলৈ ড্ৰাইভাৰ আৰু হেণ্ডিমেন নামি গ'ল— দা-কুঠাৰ লৈ (সেইবোৰ গাড়ীত সদায় থাকে)। এখেতেও বন্দুক ৰিভলভাৰ সাজু কৰি তেওঁলোকৰ ওচৰত থিয় হ'লগৈ। কলক্‌লাই কথা কৈ থকা কৃষ্ণা আৰু অকণমানি অনুৰাধাৰ স্বৰচিত সঙ্গীতৰ স্ৰোততো বাধা পৰিলে— অজানিত কিবা বিপদৰ সঙ্কেত পাই। মই ভগৱানৰ নাম স্মৰণ কৰিবলৈ ধৰিলোঁ। বাট মুকলি হোৱাত এখেত আহি নিৰ্বিকাৰ ভাৱে গাড়ীত উঠি বহি লৈ ক'লে: "ভয় কৰিবলৈ কি আছে— এইবোৰ আমাৰ জীৱনৰ দৈনন্দিন ঘটনা। গাড়ীৰ লাইট দেখিলে কোনো জন্তু আগবাঢ়ি নাহে। অকলশৰীয়া গুণ্ডা হাতী আহিলেহে অলপ চিন্তাৰ কাৰণ হয়।" সেই মুহূৰ্ত্তলৈ স্বস্তিৰ নিশ্বাস পেলালোঁ যদিও ভাবিলোঁ— কিয় যে এই চাকৰিটো ল'লে। অথচ মোৰ স্বামীয়ে ১৯২৯ চনত হোৱা চিভিল ই, এ, চি পৰীক্ষাতো শীৰ্ষ স্থান অধিকাৰ কৰিছিল। তেতিয়াৰ গুৱাহাটীৰ উপায়ুক্তই তেখেতক মাতি নি অভিনন্দন জনাই নিজৰ ইচ্ছামতে যি কোনো এটা চাকৰি বাছি ল'বলৈ

কোৱাত তেখেতৰ হিতাকাঙ্খী অভিজ্ঞ লোকসকলে বনবিভাগৰ কামটোকে ল'বলৈ উপদেশ দিয়ে। যিহেতু তেতিয়া বনবিভাগৰ চাকৰিৰ দৰমহাও বেছি আছিল আৰু আছিল প্ৰমোচনৰ সম্ভাৱনা। তদুপৰি মোৰ স্বামীয়ে অৰণ্যক মনে-প্ৰাণে ভাল পাইছিল। অৰণ্যৰ প্ৰতিজোপা গছেই তেখেতৰ— বোধকৰো সেই সময়ৰ বন বিভাগৰ বেছিভাগ চাকৰিয়ালৰেই— অতি মৰমৰ বস্তু আছিল। পৰম যত্নেৰে বৃক্ষ ৰোপন আৰু পালন কৰিছিল। বন-সম্পদত অসম আছিল জাকত জিলিকা। শুনিবলৈ পাওঁ— অসমৰ বনাঞ্চল এতিয়া ধ্বংসৰ পথত। সেই কথা শুনি আমিয়েই যথেষ্ট দুখ পাওঁ, তেখেত সকলে দেখিলে বা শুনিলে নিশ্চয় মৰ্মান্তিক আঘাত পালেহেঁতেন! বনৰ লগত মোৰো মনৰ সম্পৰ্ক স্থাপিত হৈছিল। এতিয়াও কেতিয়াবা দূৰণিবটীয়া ঠাইলৈ যাওঁতে বাটত বনাঞ্চল পৰিলে মনত শিহৰণ জাগে— বহুদিনৰ মূৰত পুৰণি বন্ধুক লগ পোৱা যেন লাগে। সগৌৰৱে থিয় হৈ থকা বনস্পতিবোৰ যেন আমাৰ চিনাকি আপোনজন!

সুখে-দুখে দিনবোৰ পাৰ হৈ গৈ আছিল, এনেকুৱা সময়তে জীৱনলৈ আহিল প্ৰথম দুৰ্যোগ— প্ৰথম আঘাত। ১৯৩৮ চনত মোৰ প্ৰাণৰো অধিক প্ৰিয় বাইদেউ কুমুদিনী দেবীয়ে অকস্মাতে আমাক এৰি অজান দেশলৈ গুচি গ'ল। দুটি মাত্ৰ সন্তানৰ এটিক অকালতে হেৰুৱাই মোৰ পিতৃ-মাতৃ শোক-সাগৰত নিমগ্ন হ'ল। আকস্মিক আৰু অপ্ৰত্যাশিত আঘাতত আমি আটাইকেইটি প্ৰাণী মূক, অবশ হৈ গ'লো। কিন্তু আমাৰ অভিভূত অৱস্থা দেখি অসীম মনোবল সম্পন্না মোৰ মাতৃয়ে নিজকে সংযত কৰি শোক শয্যাৰ পৰা উঠি আহিল। শোকতুৰ মোৰ বৃদ্ধ পিতৃ আৰু মোৰ ভিনিহিক সেৱা-শুশ্ৰূষা আৰু সময়োপযোগী কথাৰে শান্ত কৰিলে। লগে লগে বাইদেউৰ ল'ৰা-ছোৱালী কেইটিক নিজৰ ওচৰলৈ আনাৰ ব্যৱস্থা কৰিলে। পৰমেশ্বৰৰ কৃপাত আৰু বাইদেউৰ পূন্যৰ বলত তেওঁ এৰি থৈ যোৱা সৰু সৰু ল'ৰা-ছোৱালী— জ্যেষ্ঠপুত্ৰ অধিবক্তা শ্ৰীপ্ৰফুল্ল কুমাৰ গোস্বামী, গুৱাহাটী চিকিৎসা মহাবিদ্যালয়ৰ বিশিষ্ট অধ্যাপক শ্ৰীপ্ৰসন্ন কুমাৰ গোস্বামী, আৰু সুশিক্ষিতা আৰু বন্ধা-বঢ়া, বোৱা-কটা, উল-চিলাই আদিত নিপুণা শ্ৰীমতী নীলিমা গোস্বামী সংসাৰ ক্ষেত্ৰত সুপ্ৰতিষ্ঠিত। সেয়ে হ'লেও, শেষ সময়ত বাইদেউক দেখা নোপোৱাৰ দুখ মোৰ মনত চিৰস্থায়ী হৈয়ে থাকিল। মৃত্যুৰ আগে আগে বাইদেৱে হেনো মোক বিচাৰিছিল। সেই কথা মনত পৰিলে তীব্ৰ বেদনাবোধেৰে হৃদয় ভৰি পৰে।

বাইদেউ ঢুকুৱাৰ আগে আগে মোৰ স্বামী দক্ষিণ কামৰূপৰ 'কুলসী' নামৰ ঠাইলৈ বদলি হোৱাত আমি গুৱাহাটীৰ ভাড়া ঘৰ এটিত থাকিব লগীয়া

হয়। কাৰণ সেইসময়ত সেইবোৰ ঠাই পৰিয়ালৰ সৈতে বাস কৰিবলগীয়া নাছিল। সকলো চাকৰিয়ালেই বোকা পানীৰ মাজেৰে হয় খোজ-কাঢ়ি নহয় হাতীৰে গৈ জঙ্গলৰ ভিতৰুৱা ঠাইত বাস কৰিব লাগিছিল। এতিয়া সেইবোৰ ঠাই উন্নত হৈছে। দ্বিতীয় মহাসমৰৰ সময়ত অসমত বহুতো পথ-ঘাট নিৰ্ম্মাণ হোৱাৰ উপৰিও বনাঞ্চলতো ভাল আলিবাট কিছু নিৰ্ম্মিত হয়। সেই সময়ত জীপগাড়ীৰো আৰ্বিভাব হোৱাত বনবিভাগৰ মানুহখিনিৰ কষ্টৰ কিছু লাঘৱ হয়। তাৰ আগৰ কালছোৱাত বনাঞ্চল পৰিদৰ্শন কৰিবলৈ শ্বিলঙৰ পৰা কনজাৰভেটৰ জন আহিলেও খোজকাঢ়ি বা হাতীৰেহে যাব লাগিছিল। আজি-কালি বহুত কনজাৰভেটৰ, বহুত ডি, এফ, অ। তেতিয়া অবিভক্ত অসমৰ এজন মাত্ৰ কনজাৰভেটৰে বনাঞ্চল পৰিচালনা কৰিছিল। পৰাধীন ভাৰতীয়ক সৰ্ব্বোচ্চ পদৰতো নহয়েই, বিশেষ উচ্চ পদৰ যোগ্য বুলিও নাভাবিছিল। বিশেষ গুণসম্পন্ন দুই-চাৰি লোকেহে উচ্চ-পদ লাভ কৰিব পাৰিছিল।

বাইদেউৰ বিয়োগৰ পাছত শোকাতুৰ পিতৃ-মাতৃৰ লগত কুলবিল সত্ৰত কিছুদিন থাকি আমি গুৱাহাটীলৈ আহিলোঁ। মোৰ অনুৰোধত পিতা-মা দুয়ো আমাৰ লগত আহিল। মোৰ একান্ত ইচ্ছা কিছুদিন তেওঁলোকক লগত ৰাখিবলৈ। কিন্তু তেওঁলোকৰ কৰ্ম্মময় জীৱন— সন্তান বিয়োগ বেদনাৰ শান্তি বিচাৰিলে কৰ্ম্মৰ মাজেদি। পিতাৰ কৰ্ম্মস্থল আছিল নিজৰ জন্মস্থান ধৰ্ম্মপুৰ আৰু ওচৰৰ নলবাৰী অঞ্চল। নিজৰ ঠাইৰ দুখীয়া মানুহখিনি চিকিৎসাৰ অভাৱত বিপদগ্ৰস্ত হ'ব বুলি কেইদিনমান থকাৰ পিচতে উভতি যাবলৈ ব্যগ্ৰ হৈ উঠিল। তেওঁলোকে তাতে শান্তি পাব বুলি জানি মই আৰু বাধা নিদিলোঁ।

গুৱাহাটীৰ পৰা ঘূৰি গৈ মোৰ মাতৃয়ে সমাজ-সেৱাত মন-প্ৰাণ ঢালি দিয়ে। নিজৰ মাটিতে বৰগোঁসাই ঘৰ, দৌল-মঞ্চ আৰু পুখুৰী এটা নতুনকৈ নিৰ্ম্মাণ কৰি দি তিথি-উৎসৱৰ দায়িত্ব মূৰ পাতি লয়। জীৱনৰ শেষ দিনলৈকে এই দায়িত্ব পালন কৰে। স্ত্ৰী-শিক্ষাৰ অভাৱ কিছু পৰিমাণে হ'লেও পূৰন কৰাৰ অৰ্থে নিজৰ মাটিতে স্কুল ঘৰ সাজি বালিকা প্ৰাইমেৰী স্কুল এখন স্থাপন কৰে। নাম দিয়ে 'উত্তম সুন্দৰী বালিকা বিদ্যালয়'। গাঁৱলীয়া নাৰীসকলক বাহিৰলৈ উলিয়াই আনি মহিলা সমিতি স্থাপন কৰে। অসহায় বিধৱাসকলে তেওঁৰ শিক্ষাতে স্বাৱলম্বী হ'বলৈ শিকিলে। নিৰক্ষৰা মহিলাসকলে শিক্ষাৰ পোহৰ পালে— ৰামায়ণ-মহাভাৰত পঢ়িব পৰা হ'ল, চিঠি-পত্ৰ নিজে লিখিবলৈ সক্ষম হ'ল। ভাৰতৰ স্বাধীনতা আন্দোলনতো মায়ে অৰিহণা যোগালে। কংগ্ৰেছ দলত যোগদান কৰি স্থানীয় কৰ্ম্মীসকলে মাৰ পৰা উৎসাহ-অনুপ্ৰেৰণা লাভ কৰাৰ উপৰিও প্ৰয়োজন মতে অৰ্থ সাহায্যও পাইছিল। পিতা বিশেষভাৱে

চিকিৎসা সেৱাত নিযুক্ত থাকিলেও দেশ সেৱা কাৰ্য্যত পূৰ্ণ সমৰ্থন আৰু সহযোগ আছিল। এইদৰে নিৰলস কৰ্ম্ম-সাধনাত ব্ৰতী থাকি পিতৃ-মাতৃ দুয়োজনে জীৱনৰ শেষ মুহূৰ্ত্তলৈকে দেশৰ আৰু সমাজৰ সেৱা কৰি গৈছিল।

১৯৩৯ চনত দ্বিতীয় মহাসমৰ আৰম্ভ হয় ইউৰোপত। ভাৰতবৰ্ষতো তাৰ বিশেষ প্ৰতিক্ৰিয়া পৰিলক্ষিত হয়। পৰাধীনতাৰ গ্লানিত সমগ্ৰ ভাৰতবাসী তেতিয়া জৰ্জৰিত। স্বাধীনতা লাভৰবাবে সকলো উদগ্ৰীৱ— মহাত্মা গান্ধীৰ পৰিচালনাত অহিংস সংগ্ৰাম চলিয়েই আছিল। বৃটিছ চৰকাৰে, নাজী চৰকাৰৰ বিৰুদ্ধে তেওঁলোকে ঘোষণা কৰা যুদ্ধত ভাৰতীয় সকলক যোগ দিবলৈ নিৰ্দ্দেশ দিয়াত মহাত্মা গান্ধী, চৰ্দ্দাৰ পেটেল, জৱাহৰলাল নেহৰু প্ৰমুখ্যে আমাৰ বৰেণ্য নেতাসকলে সেই নিৰ্দ্দেশ মানি নল'লে। স্বাধীনতা নাপালে বৃটিছক সহায় নকৰে বুলি স্থিৰ কৰিলে। নাৰী পুৰুষ নিৰ্ব্বিশেষে অসমীয়াকে ধৰি সকলো দেশপ্ৰেমী ভাৰতবাসীয়ে মহাত্মা গান্ধীৰ নীতি অনুসৰণ কৰিলে। অহিংস সংগ্ৰাম তীব্ৰতৰ হ'ল। বিপ্লৱী দেশপ্ৰেমিক সকলৰ স্বাধীনতা সংগ্ৰামৰ পন্থা অৱশ্যে বেলেগ আছিল।

অসমৰ নাৰীসকলো হাত সাৱটি বহি থকা নাছিল। ইতিমধ্যে বহু বাধা নিষেধ অতিক্ৰম কৰি বাহিৰৰ মুক্ত জগতখনলৈ ওলাই আহিবলৈ তেওঁলোক সমৰ্থ হৈছিল। তেওঁলোকক সাহস আৰু উদ্দীপনা যোগাইছিল জাতিৰ জনক মহাত্মা গান্ধীয়ে। নাৰী-পুৰুষ লগ-লাগি সমানে দেশমাতৃৰ সেৱা কৰিলেহে দেশৰ স্বাধীনতা ত্বৰান্বিত হ'ব বুলি উপলব্ধি কৰি অসমীয়া নাৰীয়ে প্ৰত্যক্ষে বা পৰোক্ষে স্বাধীনতা আন্দোলনত বৰঙনি যোগাইছিল। সেইসময়ত অভিভাৱকে শিক্ষাৰ গুৰুত্ব উপলব্ধি কৰি ল'ৰাৰ লগতে ছোৱালীকো সমানে শিক্ষা দিবলৈ যত্নপৰ হৈছিল। স্থানীয় বা সৰ্ব্বভাৰতীয় নেতা সকলে পতা সভা-সমিতিলৈ ওলাই গৈ দেশৰ পৰিস্থিতিৰ ভু ল'বলৈ নাৰীও সক্ষম হৈছিল। মহিলাৰ এই অগ্ৰগতিত প্ৰসিদ্ধ সমাজ সেৱিকা, নাৰী মুক্তি আন্দোলনৰ নেতৃ চন্দ্ৰপ্ৰভা শইকীয়ানীৰ নাম চিৰ স্মৰণীয়। পৰম তেজস্বিনী এই গৰাকী মহিলাৰ পৰা অসমৰ নাৰী সমাজে অশেষ অনুপ্ৰেৰণা লাভ কৰিছিল।

সেই সময়ত অসমত উচ্চ শিক্ষিতা মহিলা খুব কম আছিল। অৱস্থাপন্ন সম্ভ্ৰান্ত ঘৰৰ কিছু সংখ্যক ছোৱালীয়ে ডিব্ৰুগড় বা গুৱাহাটীৰ ছোৱালী হাইস্কুলৰ পৰা মেট্ৰিকুলেশ্বন পৰীক্ষা পাচ কৰি কলিকতালৈ গৈ কলেজীয়া শিক্ষা লৈছিল। প্ৰতিভাশালিনী কিছু ছোৱালীয়ে পিতৃ-মাতৃৰ উৎসাহ আৰু নিজৰ যত্নত ঘৰতে ভালকৈ পঢ়ি-শুনি শিক্ষিতা হৈছিল। অৱশ্যে সেই সংখ্যা আশানুৰূপ নাছিল। প্ৰয়োজনে প্ৰয়োজনীয়ৰ সৃষ্টি কৰে। এটা সময়ত অভিভাৱকসকলে স্ত্ৰী-শিক্ষাৰ

আৱশ্যকতা বুজি ল'ৰাৰ স্কুললৈকে ছোৱালী পঠিয়াবলৈ আৰম্ভ কৰিলে। ল'ৰাৰ স্কুলত ছোৱালীৰ সংখ্যা বাঢ়ি যোৱাত বালিকা স্কুলৰ সৃষ্টি হ'ল। লাহে লাহে অসমৰ একমাত্র চৰকাৰী কলেজ কটন কলেজতো অঘোষিত ভাবে সহ শিক্ষাৰ প্ৰচলন হ'ল। শ্রদ্ধেয়া ৰাজবালা দাসৰ উদ্যোগত গুৱাহাটীত 'সন্দিকৈ ছোৱালী কলেজ' স্থাপিত হ'ল। আজিৰ অসমীয়া ছোৱালীয়ে ডাক্তৰী, ইঞ্জিনিয়াৰিং, কমাৰ্চ, আইন প্ৰভৃতি শিক্ষা জগতৰ সকলো বিভাগতে প্ৰৱেশ কৰি ল'ৰাৰ লগত সমান পাৰদৰ্শিতাৰে আগবাঢ়ি যোৱা দেখি আমি গৌৰৱান্বিত। আমাৰ অপূৰ্ণ আশাবোৰ তেওঁলোকৰ জৰিয়তে পূৰ্ণ হোৱাত আমি পৰিতৃপ্ত।

তেতিয়া দ্বিতীয় বিশ্বযুদ্ধ আৰু স্বাধীনতা আন্দোলনৰ ভৰপক। সেই সময়ছোৱাতে অৰ্থাৎ ১৯৩৮ চনৰ পৰা ১৯৪২ চনলৈকে, মই ল'ৰা-ছোৱালী তিনিটিক লৈ গুৱাহাটীত আছিলোঁ। স্বামী থাকে বিভিন্ন বনাঞ্চলত। 'খেদা অফিচাৰ' হৈ থকা কাৰণে সঘনে বদলি হৈ ভিন্ ভিন্ ঠাইলৈ যাব লাগে। স্বামীৰ কাৰণে চিন্তা হয়। বাতৰি কাকতত পঢ়াৰ উপৰিও নানান বিভীষিকাপূৰ্ণ উৰাবাতৰি শুনিবলৈ পাওঁ। ল'ৰা-ছোৱালীৰ কাৰণেও চিন্তা হয়। ক'তোৱেই যেন নিৰাপত্তা নাই। বয়-বস্তুৰ মূল্য দ্ৰুতগতিৰে বৃদ্ধি পোৱাৰ লগে লগে নিত্য প্রয়োজনীয় অপৰিহাৰ্য্য বস্তুবোৰ বজাৰত দুৰ্লভ হৈ পৰে। সময়ে সময়ে বৰ অসুবিধা হয়--- ল'ৰা-ছোৱালীৰ বেমাৰৰ ঔষধ-পাতিও নাপাওঁ কেতিয়াবা। সেই সময়ত বিশেষ সহায় পাইছিলোঁ স্বামীৰ অতি অন্তৰঙ্গ বন্ধু ড° হিৰণ্য কুমাৰ ভূঞা দেৱৰ পৰিয়ালৰ পৰা আৰু ড° ঘনশ্যাম দাস দাদাৰ পৰা। ভূঞা দেৱৰ মাতৃ মোৰ মাতৃস্বৰূপিনী হয়, পত্নী শ্ৰীমতী অৰুনা ভূঞাঁই মোৰ ভনীৰ অভাৱ পূৰণ কৰে। সৰ্ব্বগুণে বিভূষিতা তিনিগৰাকী ভনীয়েক শ্ৰীমতী লাৱণ্য বৰা, শ্ৰীমতী স্বৰ্ণলতা হাজৰিকা আৰু ৺চন্দ্ৰপ্ৰভা দত্তক মৰমৰ ননন্দ স্বৰূপে পাওঁ। ডাক্তৰ দাদা আৰু স্নেহলতা বৌৰ পৰা পোৱা মৰম-স্নেহ মোৰ সদায় মনত থাকিব। সৌভাগ্যক্ৰমে দুয়োটি পৰিয়ালৰ বাসগৃহ, চেনিকুঠীৰ আমাৰ ঘৰৰ ওচৰতে আছিল কাৰণে প্ৰয়োজন হ'লেই তেখেতসকলক পাইছিলোঁ।

সেই সময়ত আৰু দুজন মানুহক বিপদে-সম্পদে সদায় পাইছিলোঁ— তেওঁলোক হ'ল মোৰ মামা ৺দেৱনাথ গোস্বামী আৰু ভাগিন শ্ৰীমান প্ৰফুল্ল গোস্বামী। সু-ৰসিক মামা আৰু আনন্দময় প্ৰকৃতিৰ ভাগিন শ্ৰীমান আহিলেই ঘৰৰ পৰিবেশ বেলেগ হৈ যায়। অসুস্থ ল'ৰা-ছোৱালীৰ মুখলৈ আহে উজ্জ্বলতা, মোৰ মনলৈ আহে নিশ্চিন্ততাবোধ। হাঁহি, গল্প আৰু গীতেৰে সহপাঠী আৰু বাল্যসঙ্গীও আছিল। তেওঁ নলবাৰী জিলাৰ চামতা উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ পৰা সুখ্যাতিৰে শিক্ষকতা কৰি অৱসৰ লোৱাৰ পাছত ১৯৮৫ চনত স্বৰ্গী

হয়। চিৰ প্ৰফুল্ল গোস্বামীও অসমৰ ৰাজনৈতিক জগতৰ এজন নামজ্বলা লোক। অসমৰ সাহিত্য জগততো তেওঁ বিবিধ গল্প, কবিতা আৰু প্ৰবন্ধ সম্ভাৰেৰে বৰঙনি যোগাইছে। এওঁ মোৰ স্বামীৰ বৰ প্ৰিয় ভাগিন আছিল। সময় আৰু সুবিধা পালেই শ্ৰীমানে মোমায়েকৰ অৰণ্যবাসৰ সঙ্গী হৈছিলগৈ।

দ্বিতীয় মহাসমৰৰ সময়ত স্বাধীনতা আন্দোলনৰ সৰ্ব্বভাৰতীয় নেতাসকল অসমলৈ আহি আমাৰ স্থানীয় নেতা সকলৰ লগ লাগি সভা-সমিতি পাতি ৰাইজক দেশৰ অৱস্থা আৰু কৰ্ত্তব্যৰ বিষয়ে সজাগ কৰি দিছিল। দেশ মাতৃৰ উপাসক সেই নেতাসকলক চাবলৈ আৰু তেখেতসকলে দিয়া বক্তৃতা শুনিবলৈ মই বৰ আগ্ৰহ অনুভৱ কৰিছিলোঁ। গুৱাহাটীত পতা সভা-সমিতি বোৰলৈ সেয়ে সুবিধা পালেই গৈছিলোঁ। গুৰুত্বপূৰ্ণ সভাবোৰৰ বাতৰি শ্ৰীমানৰ পৰা পাইছিলোঁ। আমাৰ হিতাকাংক্ষী কোনো কোনো লোকে মই এনে ধৰণৰ সভা-সমিতিলৈ গ'লে স্বামীৰ চাকৰিৰ কিবা ক্ষতি হ'ব পাৰে বুলি আশঙ্কা কৰাত তেখেতে কৈছিল: "চাকৰি মইহে কৰিছোঁ— তেওঁতো কৰা নাই। এইটো কাৰণত মোৰ চাকৰিৰ ক্ষতি হয় যদি হওক"—। মহাত্মা গান্ধীৰ প্ৰতি অশেষ শ্ৰদ্ধা থকা মোৰ স্বামীৰ অহিংস আন্দোলনৰ প্ৰতিও আছিল অন্তৰৰ সম্পূৰ্ণ সমৰ্থন। সেইকথা অনুমান কৰিয়েই নেকি ওপৰৱালা বৃটিছ অফিচাৰে তেখেতক কৈছিল " তুমি congress minded" বুলি। এই কথা মানি লৈ তেখেতে উত্তৰ দিছিল— "হয়, মই মোৰ দেশখনক ভাল পাওঁ, দেশৰ স্বাধীনতাও মই কামনা কৰোঁ। কিন্তু চাকৰিৰ কোনো আইন ভঙ্গ কৰা নাই"। সঁচাকৈয়ে চাকৰিৰ ক্ষেত্ৰত আছিল তেখেত অতিশয় কৰ্ত্তব্যপৰায়ণ। সেইবাবে গুণীৰ গুণ বুজা বৃটিছ অফিচাৰখিনিৰ বৰ প্ৰিয়পাত্ৰ হৈ পৰিছিল। দেশৰ স্বাধীনতা লাভৰ প্ৰসঙ্গত স্বামীক ওপৰৱালা বৃটিছ অফিচাৰ এজনে কৈছিল: "এতিয়াই স্বাধীনতা পালে তোমালোকৰ মঙ্গল নহ'ব। তোমালোকৰ হিন্দু-মুছলমান দুই সম্প্ৰদায়ৰ মাজত সম্প্ৰীতি নাই"। তেখেতে উত্তৰ দিছিল: "সেইটো তোমালোকৰ ভুল ধাৰণা। ভাই-ককাইৰ ভিতৰতো কেতিয়াবা কিবা বিষয়ে মতৰ অমিল হ'ব পাৰে— তাক সম্প্ৰীতিৰ অভাৱ বুলি ক'ব নোৱাৰি। আমাৰ অসমততো হিন্দু-মুছলমানৰ মাজত সামান্যতম অমিলো নাই"।

কথাৰে মোৰ স্বামীক বলে নোৱাৰি তেওঁ কৈছিল: "আমি ভবা-চিন্তা কৰি আছোঁ। তোমালোকৰ মাজত এটা বেমেজালিৰ সৃষ্টি কৰিতো আমি যাব নোৱাৰোঁ।"— আচলতে এইবোৰ আছিল এজন বৃটিছে এজন ভাৰতীয়ৰ লগত বন্ধুভাবে আলোচনা কৰা কথা। ভাৰতবৰ্ষক স্বাধীনতা দিয়া-নিদিয়া

বিষয়ত এই বৃটিছ অফিচাৰ জনৰ কোনো সম্পৰ্কই নাছিল; মোৰ স্বামীয়েও স্বাধীনতা আন্দোলনত যোগ দিয়া নাছিল। দুই-চাৰি স্বাৰ্থপৰ ৰাজভক্তৰ বাহিৰে সকলো ভাৰতীয়ই মনে-প্ৰাণে তেতিয়া দেশৰ স্বাধীনতা বিচাৰিছিল।

মই গুৱাহাটীত থকাৰ ভিতৰতেই (১৯৩৯ বা ৪০ চনত) কটন কলেজৰ ছাত্ৰ সকলৰ দ্বাৰা অনুষ্ঠিত এখন সভাত প্ৰয়াত নেতা সুভাষ চন্দ্ৰ বসুৱে দেশৰ সেই সময়ৰ পৰিস্থিতিত ছাত্ৰ আৰু দেশবাসীৰ কৰ্ত্তব্য সম্পৰ্কে ভাষণ দিয়ে। প্ৰবল ব্যক্তিত্বৰ অধিকাৰী সেই গৰাকী মহান নেতাৰ স্থিৰ, দীপ্তমূৰ্ত্তি আৰু প্ৰাণস্পৰ্শী ভাষণ শুনি অভিভূত হৈছিলোঁ। শ্ৰদ্ধাৰে মন ভৰি উঠিছিল। গুৱাহাটীৰ পৰা ঘূৰি যোৱাৰ কিছু কাল পিছত তেখেত গ্ৰেপ্তাৰ আৰু কাৰাৰুদ্ধ হয়। তাৰপৰা মুক্তি পোৱাৰ কেইদিনমানৰ পিছতেই ৰহস্যজনক ভাবে অন্তৰ্হিত হৈ জাৰ্ম্মান, জাপান প্ৰভৃতি স্থান ভ্ৰমণ কৰি "নেতাজী সুভাষ" ৰূপে আত্ম প্ৰকাশ কৰে। ভাৰতমাতাৰ সুসন্তান, মাতৃৰ মুক্তিৰ কাৰণে সমৰ্পিত প্ৰাণ সেই গৰাকী বীৰ নেতাই স্বাধীন ভাৰতভূমিত পদাৰ্পন কৰিবলৈ নাপালে— সেই কথা ভাবিলে এতিয়াও মন বিষণ্ণ হয়।

১৯৪২ চনৰ ফেব্ৰুৱাৰী মাহত জাপানে ছিঙ্গাপুৰ জয় কৰিলে। এইবাৰ ভাৰতবৰ্ষ পাবহি বুলি আশঙ্কা কৰি বৃটিছ চৰকাৰ প্ৰতিৰোধৰ বাবে সাজু হ'ল। গুৱাহাটীৰ বহু ঠাইত সৈন্যবাহিনীৰ ছাউনি পৰিল। বাটে-ঘাটে বিদেশী সৈন্য ঘূৰি ফুৰিবলৈ ধৰিলে। মহিলাৰ পক্ষে ওলোৱা সোমোৱা কৰা বৰ অসুবিধাজনক হৈ পৰিল। মুখে মুখে খবৰ বিয়পিল— জাপানী সৈন্যৰ লগে লগে 'আজাদ হিন্দ ফৌজ' লৈ নেতাজী সুভাষ বসুও আহি আছে। আশা-আনন্দত আমি ৰোমাঞ্চিত হ'লো। মহাত্মাৰ আন্দোলনে বৃটিছক ব্যতিব্যস্ত কৰি তুলিছে— আনফালৰ পৰা সুভাষ বসুৱে আহি হেঁচা দিলে সোনকালে ভাৰতবৰ্ষক স্বাধীনতা দিবলৈ বৃটিছ বাধ্য হ'ব। এই আশাত যুদ্ধৰ কাৰণে উদ্ভৱ হোৱা সকলো অসুবিধা, সকলো কষ্ট পাহৰি আমি স্বাধীনতাৰ সপোন দেখিবলৈ ধৰিলোঁ।

ইয়াৰ পিছত মনিপুৰত বোমা পৰাত এইবাৰ বোমাৰ লক্ষ্য গুৱাহাটী হ'ব বুলি ধৰি লৈ গুৱাহাটীৰ মানুহ দলে-দলে গাওঁ-ভূঁইলৈ আঁতৰি যাবলৈ ধৰিলে। মোৰ পিতা-মাও মোক ল'ৰা-ছোৱালীসহ গাঁৱৰ ঘৰলৈ নিবলৈ গুৱাহাটী পালেহি। স্বামীও দুই-তিনিদিনৰ ছুটী লৈ আহি আমাক আমিনগাঁৱৰ ট্ৰেইনত তুলি দি নিজৰ কৰ্ম্মথলীলৈ গ'লগৈ। সেই সংকটপূৰ্ণ সময়ত এৰাএৰি হ'বলৈ আমি বৰ টান পাইছিলোঁ। কিন্তু আমি উপায়হীন!

সেইদিনা গুৱাহাটীত যি আতঙ্কৰ সৃষ্টি হোৱা দেখিছিলোঁ— সেয়া এটা বিশেষ অভিজ্ঞতা। ঘৰ-দুৱাৰ এৰি প্ৰাণতকৈও প্ৰিয় আপোনজনক লৈ

নিৰাপদ স্থানলৈ যাবলৈ সকলো ব্যগ্ৰ। উত্তৰ পাৰে যাবলৈ হ'লে পাণ্ডুৰ পৰা জাহাজেৰে বা নাৱেঁৰে ব্ৰহ্মপুত্ৰ পাৰ হৈ আমিনগাঁৱত ট্ৰেইন ধৰিব লাগে। আজি-কালিৰ দৰে বাচ চলাচলৰ ব্যৱস্থা নাছিল। উত্তৰ পাৰলৈ যোৱা বহু মানুহে জাহাজলৈ বাট নাচাই পুৱাৰে পৰা নাৱেঁৰেই ব্ৰহ্মপুত্ৰ পাৰ হ'বলৈ আৰম্ভ কৰে। আমি জাহাজেৰেই পাৰ হৈছিলোঁ।

জাহাজেৰে পাৰ হওঁতে ভৰা ব্ৰহ্মপুত্ৰৰ বুকুত অহা-যোৱা কৰা অসংখ্য সৰু-বৰ নাওঁ আৰু নাৱঁৰ ঠাহ খাই থকা যাত্ৰীবোৰ দেখি স্তম্ভিত হৈছিলোঁ। নাৰী আৰু শিশুৰ সংখ্যাই সৰহ। ব্ৰহ্মপুত্ৰৰ বুকুত একেলগে ইমান নাওঁ কেতিয়াও দেখা নাছিলোঁ। নাৱে-নাৱে ঠেকা খাই দুৰ্ঘটনা হ'ব পাৰে বুলি ভয়ো খাইছিলোঁ। ভগৱানৰ অপাৰ কৰুণাত সেইদিনা কোনো বিপদ ঘটা নাছিল।

আমি গুৱাহাটীৰ পৰা যাওঁতে আমাৰ সহযাত্ৰী আছিল আমাৰ ভিনিহি শৰৎ চন্দ্ৰ গোস্বামী দেৱ আৰু তেখেতৰ উদ্দেশ্য একেই— গাৱঁৰ ঘৰলৈ যোৱা। নলবাৰী ষ্টেছনত আমি এৰাএৰি হওঁ। নলবাৰী সত্ৰৰ পৰা কুলবিল সত্ৰলৈ সেই সাত মাইল বাট আমি গৰু গাড়ীৰে গৈছিলোঁ।

কুলবিল সত্ৰ পোৱাৰ লগে লগে যেন মোৰ সমস্ত দায়িত্ব পাতল হৈ গ'ল। ঘৰ-সংসাৰ চলোৱা চিন্তাৰ পৰা অব্যাহতি পাই ল'ৰা-ছোৱালীৰ শিক্ষাৰ ফালে মনোযোগ দিলোঁ। আমাৰ ঘৰৰ ওচৰৰে চামতা হাইস্কুলত ল'ৰা-ছোৱালী তিনিওকে (ননী, ইৰা ও মীৰা) নাম লগাই দিলোঁ। মোৰ দূৰ সম্পৰ্কীয় ককাইদেউ টিহু হাইস্কুলৰ হেড্‌মাষ্টৰ শ্ৰদ্ধেয় ধনেশ্বৰ গোস্বামীদেৱ এজন ভাল সঙ্গীতজ্ঞ লোক। প্ৰতি শনিবাৰে আবেলি তেখেতে চাইকেলেৰে আহি সেইদিনা গধূলি আৰু পিচদিনা পুৱা বেলা মোৰ ল'ৰা-ছোৱালীক গান শিকাই আবেলি ঘূৰি যায়। অৰিহনা ল'বলৈও কোনোপধ্যেই সম্মত নহ'ল। এনেকুৱা নিস্বাৰ্থ লোক আজিৰ দিনত দুৰ্লভ। জীৱনৰ স্মৃতিচাৰণ কৰিবলৈ বহি স্বৰ্গীয় দাদা ধনেশ্বৰ গোস্বামীদেৱক আজি মই শ্ৰদ্ধাৰে সুঁৱৰিছোঁ। দীঘলীয়া জীৱন-পথত তেখেতৰ নিচিনা মানুহ মই বেচি লগ পোৱা মনত নপৰে।

ল'ৰা-ছোৱালীৰ শিক্ষা-ব্যৱস্থা মোটামুটি ভাবে হৈ যোৱাৰ পিছত মোৰ নিজৰো অলপ পঢ়া-শুনা কৰিবৰ মন গ'ল। মাৰ সংগ্ৰহৰ সংস্কৃত সাহিত্যখিনি আৰু স্বামীৰ সংগ্ৰহৰ ইংৰাজী কিতাপ কিছু ভালকৈ পঢ়িলো। গল্প, কবিতা, প্ৰবন্ধ নিজেও কিছু লিখিছিলোঁ। প্ৰকাশ কৰাৰ কথা ভবা নাছিলো লিখি ভাল লাগে বাবেই লিখি গৈছিলোঁ। "উত্তমসুন্দৰী বালিকা বিদ্যালয়"ৰ ছাত্ৰীবোৰক

মাজে মাজে চিলাই, এমব্ৰইডাৰী আৰু উলৰ কাম শিকাওঁ। তাঁত শালত কাপোৰ বোৱা আৰু ফুল বছাত মোৰ বৰ নিচা আছিল। তাঁত-শালখন বহু বছৰলৈকে লগে লগে লৈ ফুৰিছিলোঁ। প্ৰত্যেক বাৰ বদলি হওঁতে তাঁত-শালৰ সজুলি— উঘা, চেৰেকী, চিৰি-শলি ভাঙি-ছিঙি নষ্ট হৈ যায়, নতুন ঠাইত নতুনকৈ কৰাই লওঁ। তথাপি তাঁত-শালখন এৰা নাছিলোঁ। এইবাৰ ঘৰলৈ আহি পাটৰ কাপোৰ লগাই লৈ গুণাৰ, ৰঙীন সূতা আৰু গুণা সূতাঁ মিহলাই হেঁপাহ পলুৱাই মেখেলা চাদৰৰ পাৰি বাছিলোঁ। নিজৰো বহু দিনলৈকে হ'ল, আনকো উপহাৰ দিলোঁ। আমাৰ ঘৰত বিহুৱানৰ কাৰণে আৰু মাৰ বাৰ্ষিক ব্ৰহ্ম ভোজনৰ বাবে বহু গামোছাৰ প্ৰয়োজন হয়— সেই সকলোবোৰৰে দায়িত্ব মই ললোঁ। এইখিনি কাম হাতত লোৱা কাৰণে মোৰ সময়বোৰ আমনি নলগাকৈ পাৰ হৈ গৈছিল। তদুপৰি যঁতৰত সূতাও মই দিনে দুই তিনিঘন্টাকৈ কাটিছিলোঁ।

১৯৪৩-৪৪ চনত বজাৰত কঁপাহী সূতা আৰু কাপোৰৰ অত্যন্ত অভাৱ হৈছিল। দামো বহুগুণে বাঢ়ি গৈছিল। গাৱঁৰ দুখীয়া মানুহবোৰৰ সামৰ্থ্য হেৰাই গৈছিল ঘৰৰ সকলোৰে বাবে কাপোৰ বা সূতা কিনিবলৈ। বঙ্গদেশ আৰু ভাৰতৰ অন্য কোনো কোনো ৰাজ্যত কাপোৰৰ অভাৱত লজ্জা নিবাৰণ কৰিব নোৱাৰি নাৰীয়ে আত্মহত্যা কৰাৰ খবৰো সেই সময়ৰ বাতৰি কাকতত পঢ়িছিলোঁ। আমাৰ অসমৰ নাৰীয়ে কিন্তু হাৰ মনা নাছিল। কপাহ কিনি আনি বা ঘৰৰ গছৰ কপাহৰ সূতা কাটি প্ৰয়োজনীয় কাপোৰ খিনি নিজেই বৈ উলিয়াই পিন্ধিছিল। কামৰূপ জিলাৰ নলবাৰী, ধৰ্ম্মপুৰ অঞ্চলৰ এয়া মোৰ প্ৰত্যক্ষ অভিজ্ঞতাৰ কথা। বৰপেটা, বজালী, হাজো, দৰং আদি অঞ্চলৰ আমাৰ পৰিচিত মানুহৰ পৰা শুনিছিলোঁ— সেইবোৰ ঠাইৰ মহিলাসকলেও সূতাকটা, কাপোৰ বোৱাত উঠি-পৰি লাগি নিজৰ লজ্জা নিবাৰণৰ ব্যৱস্থা নিজেই কৰি লৈছিল। তেওঁলোক সূতা কটাত বিশেষ ভাবে সিদ্ধহস্ত।

১৯৪২ চনৰ মাজভাগৰ পৰা ১৯৪৫ চনৰ মাৰ্চ মাহলৈকে মই কুলবিল সত্ৰত আছিলোঁ। মাজে মাজে আঠঘৰীয়ালৈ গৈ শাহু আইৰ লগত দুই এমাহ থাকি আহোঁ। ল'ৰা-ছোৱালীৰ স্কুলৰ সুবিধা নথকা বাবে বেচি দিন থাকিব নোৱাৰোঁ। পূজনীয়া আয়ে নাতিয়েকহঁতৰ শিক্ষাৰ কথা ভাবি মোক খোলামনেৰে মাৰ ঘৰত থাকিবলৈ অনুমতি দিছিল। আইৰ লগত স্থায়ীভাবে আছিল মোৰ দেওৰ ঈশ্বৰ চন্দ্ৰ ভট্টাচাৰ্য্য। সেই সময়ছোৱাত মই ভিতৰুৱা গাঁৱত সোমাই থকা মহিলাসকলৰ মনোবল আৰু কৰ্ম্মনৈপুণ্য দেখি গৰ্ব্ব অনুভৱ কৰিছিলোঁ। নিৰক্ষৰা হ'লেও তেওঁলোক অজ্ঞ নহয়। তেওঁলোকৰ মাজত প্ৰখৰ বুদ্ধিশালিনী

এনে নাৰীও আছে— যি সকলে শিক্ষিত পুৰুষ মহিলাৰ আলোচনাত অংশ গ্ৰহণ কৰি সহজ সৰল ভাষাৰে নিজৰ সুচিন্তিত মতামত প্ৰকাশ কৰিব পাৰে। আত্মীয় স্বজন আৰু ওচৰ চুবুৰীয়া মানুহখিনি এওঁলোকৰ পৰা নানান ভাবে উপকৃত হয়। অভিজ্ঞতালব্ধ জ্ঞানেৰে ৰোগীৰ শুশ্ৰূষা কৰে, বিপদগ্ৰস্তক দিহা-পৰামৰ্শ দিয়ে, নতুন মাতৃক শিশুৰ পৰিচৰ্য্যা শিকায়। প্ৰতিদানত একো নিবিচাৰে— কামৰ সফলতাই এওঁলোকৰ পুৰস্কাৰ।

কুলবিলত ককাক আইতাকৰ স্নেহচ্ছায়াত মোৰ ল'ৰা-ছোৱালী তিনিটি আনন্দতেই আছিল। সত্ৰ আৰু বালিকা স্কুল উপলক্ষ্য কৰি বাৰমাহত তেৰটা উৎসৱ চলিয়ে থাকে। দীঘলীয়াকৈ থকা বাবে দুই চাৰিখন বিয়াও পোৱা গ'ল। ল'ৰা-ছোৱালীহঁতে গাঁৱৰ বিয়া দেখা নাছিল। মোৰ বৰদেউতাৰ দুজন ল'ৰাৰ বিয়া আৰম্ভণিৰে পৰা শেষলৈকে চাবলৈ পাই সিহঁতে বৰ আমোদ পালে।

গাঁৱৰ এঘৰৰ বিয়া মানে গোটেই গাওঁখনৰেই উৎসৱ। ওচৰ-চুবুৰীয়া, আত্মীয়-স্বজনেৰে ঘৰ ভৰি থাকে। বিয়াৰ সকলো কামতে লাগি-ভাগি দি সহায় কৰাৰ লগে লগে নিজেও উৎসৱৰ আনন্দ উপভোগ কৰে। সম্পন্ন ঘৰৰ বিয়া হ'লেতো কথাই নাই— এসপ্তাহ আগৰ পৰাই বন্ধু-বান্ধৱ, আত্মীয়-পৰিজন আৰু গাঁৱৰ মানুহেৰে ঘৰ গম্‌গমাই থাকে। তেলৰ ভাৰ (জোৰণ) ৰ দিনাৰে পৰা বিয়াৰ শেষলৈকে সকলোৰে স্থায়ী নিমন্ত্ৰণ। কোনো সমস্যা নাই— ভৰাল ভৰা ধান-চাউল; বাৰীভৰা তামোল-পাণ, নাৰিকল, পুখুৰীভৰা মাছ। ঘিউ, মাখন, গাখীৰ, ক্ৰীমেৰে উভৈনদী আমাৰ ধৰ্ম্মপুৰ অঞ্চল। যুদ্ধৰ সময়ত চেনী আৰু আটা-ময়দাৰ কিছু অভাৱ হ'লেও তাৰ বাবে বিশেষ অসুবিধা হোৱা নাছিল। বিয়াৰ প্ৰধান জলপান হ'ল— চিৰা, দৈ, ক্ৰীম, তিলপিঠা, তিলৰ লাৰু, নাৰিকলৰ লাৰু আৰু মাটিমাহৰ গুড়িৰ জিলাপী। অৱস্থাপন্নসকলৰ ঘৰ হ'লে সেইবোৰৰ উপৰিও থাকে পায়স আৰু ফেনী পিঠা। চেনীৰ কি দৰ্কাৰ? কলহটোৰ আধাখিনিলৈকে মিছিৰিৰ নিচিনা দানা পৰি থকা দানা মিঠৈ থাকোতে চেনী বিচাৰে কোনে?

এইখিনিতে কামৰূপৰ অঞ্চল বিশেষত চলি অহা বিবাহৰ ৰীতি-নীতিৰ কিছু আভাসো দাঙি ধৰিলোঁ। বিয়াৰ দিনা ৰাতিপুৱাৰ পানী তোলা উৎসৱকে আৰম্ভ কৰি সাতপুৰুষৰ শ্ৰাদ্ধ, শ্ৰাদ্ধৰ শেষত নাপিতে দৰা বা কইনাৰ নখ কাটি দিয়াৰ পাছত মাহ হালধিৰে সুমঙ্গল কৰি নোওৱা-ধুওৱা, সজোৱা, পৰোৱা আদি লৌকিক-বৈদিক নানা অনুষ্ঠানত গোটেই দিন জুৰি উৰুলি-জোকাৰ, গীত-বাদ্যৰে ঘৰ মুখৰিত হৈ থাকে। লগে লগে চলে অতিথি-অভ্যাগতৰ

আদৰ-আপ্যায়ন। বিয়া নাম গোৱাটো আছিল শুভ বিবাহৰ অপৰিহাৰ্য্য অঙ্গ— যি প্ৰথা এতিয়া লুপ্ত প্ৰায়। শুৱলা সুৰেৰে আইসকলে কৃষ্ণ-ৰুক্মিণী, হৰ-পাৰ্ব্বতী, ৰাম-সীতা আৰু উষা-অনিৰুদ্ধৰ বিয়াৰ নাম গাই দৰা-কইনাৰ মঙ্গল কামনা কৰিছিল। ছোৱালীবিলাকে গোৱা জোৰা নামেও উৎসৱৰ আনন্দ বঢ়াইছিল।

দৰা ওলাই যোৱাৰ পাচত নিশা গহীন হৈ আহিলে বয়সীয়া আইসকল নামত বহে। ডাঙৰ পাত্ৰ এটাত পানীৰে পূৰ্ণ কৰি দুপাহ সুগন্ধি ফুল উঁহাই দি নাম আৰম্ভ কৰে— সেই নামত বিশেষ ভাবে হৰ-গৌৰীৰ বিয়াৰ নাম গোৱা হয়। পানীত ভাঁহি থকা ফুল দুপাহ ঘূৰি ঘূৰি যেতিয়া লগ লাগিব— তেতিয়া কন্যাঘৰত কন্যাসম্প্ৰদান শেষ হৈ যোৱা বুলি ধৰি লৈ নামতীসকলে নাম সামৰে। সেইদিনালৈ বিবাহ উৎসৱৰ অন্ত পৰে। পুনৰ আৰম্ভ হয় কইনা লৈ দৰা আহি ঘৰ পোৱাৰ পাচত। দৰাৰ মাতৃয়ে ধূপ-দীপ সহস্ৰ বাতিৰে মঙ্গলাচৰণ কৰি, চোৰঁৰেৰে বিচি দৰা-কইনাক ঘৰলৈ আদৰি আনে। গোঁসাই প্ৰণাম কৰাই কইনাক আখল দেখুৱাই, দৰা-কইনা দুয়োকে ফুলাম পাটীত বহুৱাই আগচাউল দিয়ে। তাৰ পাছত চলে দৰা-কইনাৰ আঙঠি লুকুওৱা খেলা।

খোবা-খুবুনীৰ অনুষ্ঠান কামৰূপত নাই। কইনা অহাৰ দিনা বা তাৰ পিছদিনা "বৰ কইনাৰ পাতত ভাত দিয়া " নামৰ উৎসৱত জ্ঞাতি-কুটুম্ব, বন্ধু-বান্ধৱক মাতি প্ৰীতি-ভোজন কৰোৱা হয়। সেই সময়তে ৰাইজক কইনা দেখুওৱা হয়। কইনাই শৰাইত তামোল-পাণ লৈ প্ৰণম্যসকলক প্ৰণাম কৰি আশীৰ্ব্বাদ লয়। চাদৰ, গামোছা আদি কাপোৰেৰে মান ধৰা প্ৰথা কামৰূপত নাছিল। কাপোৰেৰে মান ধৰিলেও কোনেও গ্ৰহণ নকৰিছিল, হাতেৰে চুই দিছিল মাত্ৰ। আজি-কালি নানা তৰহৰ কাপোৰেৰে মান ধৰা আৰু কোনো কোনোৱে গ্ৰহণ কৰাও দেখা যায়।

গাৱঁৰ নিস্তৰঙ্গ জীৱনলৈ আনন্দৰ উদ্দীপনা কঢ়িয়াই আনে এই উৎসৱ বিলাকে। দূৰ-দূৰণিত থকা আত্মীয়-স্বজন আহি (বিয়াত) সন্মিলিত হোৱা কাৰণে শিথিল হৈ অহা প্ৰীতিৰ বন্ধন পুনৰ দৃঢ় হয়। চকুৰ আঁতৰত থাকি মনৰ আঁতৰ হোৱা আপোনজন আকৌ ওচৰ চাপি আহে। পূজা-পাৰ্ব্বন, বিবাহ-উৎসৱ আদি অনুষ্ঠানে এইদৰে মানৱ সমাজৰ অশেষ কল্যাণ সাধন কৰে।

জীৱন যাত্ৰাৰ অপৰিহাৰ্য্য এইবোৰ শুভকৰ্ম্ম আৰু দৈনন্দিন জীৱনৰ কাম-কাজ যথাৰীতি চলি থাকিলেও এই সময়ছোৱা অসম তথা ভাৰতৰ পক্ষে শুভ সময় নাছিল। ৰেঙ্গুনৰ পতনৰ পৰাই ভগনীয়াৰ সোঁতে অসমক

বিব্রত কৰি ৰাখিছিল— মনিপুৰ আৰু কহিমাত বোমা পৰাৰ পিছত শান্তিময় অসমভূমি চঞ্চল হৈ উঠিল। সামৰিক প্ৰয়োজনত বৃটিছ চৰকাৰে অসমৰ বহু ঠাইত উত্তৰ কামৰূপতো সৈন্য শিবিৰ, বিমান ঘাটি আদি নিৰ্ম্মাণ কৰিলে। তাৰ কাৰণে বহু গাওঁলীয়া মানুহে সাতাম পুৰুষীয়া ভেটি-মাটি, খেতি-পথাৰ আদি বিসৰ্জ্জন দিলে। ক্ষতিপূৰণ পালেও ই বৰ বেদনাদায়ক কথা আছিল। দূৰ দৃষ্টিৰ অভাৱত কেঁচা টকা হাতত পাই খৰচ কৰি অলপ দিনৰ ভিতৰতে সৰ্ব্বস্বান্ত হৈ যোৱাৰ খবৰো আমি পাইছিলোঁ।

অৱশ্যে অসমীয়া মানুহৰ কিছু সুবিধা লাভো হৈছিল। সামৰিক যান-বাহন চলাচলৰ কাৰণে ভালেমান নতুন পথ-ঘাট, দলং আদিৰ নিৰ্ম্মাণে মানুহৰ যাতায়াতৰ সুবিধা কৰাৰ উপৰিও ব্যৱসায়-বাণিজ্যাদি চলোৱাতো সুবিধা হ'ল। কোনো কোনোৱে সামৰিক বিভাগত কাম পায়, কোনো কোনোৱে ঠিকাদাৰী কৰি বিস্তৰ অৰ্থ উপাৰ্জ্জন কৰে। কিন্তু উপকাৰৰ তুলনাত অপকাৰ হয় বহুগুণে বেচি। নানা কাৰণত কিছুমান মানুহৰ নৈতিক অৱনতি ঘটে। সমাজত ধনী আৰু দুখীয়া দুটা শ্ৰেণীৰ সৃষ্টি হয় আৰু গুণীলোকতকৈ অৰ্থশালীলোকে অধিক প্ৰাধান্য লাভ কৰে।

এইবোৰৰ লগে লগে চলি আছিল ভাৰতৰ স্বাধীনতা আন্দোলন। আন্দোলন বন্ধ কৰাৰ উদ্দেশ্যে চৰকাৰে মহাত্মা গান্ধী প্ৰমুখ্যে প্ৰধান নেতাসকলক কাৰাৰুদ্ধ কৰিলে। তাৰ ফলত আন্দোলন অধিক তীব্ৰ হ'ল। ৰেল বাগৰিল, বিমান ঘাটি জ্বলিল। আমাৰ অঞ্চলৰ পৰা দলে দলে ডেকা ল'ৰাই 'বন্দে মাতৰম্' ধ্বনি তুলি বাহিৰ ওলাই গ'ল। উত্তৰ কামৰূপৰ বেঁকী নদীৰ পাৰৰ বিমান ঘাটি, ধ্বংস হ'ল দেশ-প্ৰেমিক শিল্পী ব্ৰজ শৰ্ম্মাৰ নেতৃত্বত। 'ভাৰত-ত্যাগ' আন্দোলনে বৃটিছ চৰকাৰক শঙ্কিত কৰি তুলিলে। পুলিচৰ অত্যাচাৰৰ সীমা চেৰাই গ'ল। অসমত কনকলতা, ভোগেশ্বৰী ফুকননী, তিলক ডেকা, মুকুন্দ কাকতি প্ৰভৃতি বীৰ বীৰাঙ্গনাসকলে দেশৰ স্বাধীনতাৰ অৰ্থে প্ৰাণ বলি দিলে।

* * *

মোৰ স্বামীৰ চাকৰি জীৱনত নতুন নতুন ঠাইলৈ গৈ নিৰুপমা অসমী আইৰ নতুন নতুন ৰূপ দেখি ধন্য হৈছিলোঁ। ইতিমধ্যে স্বামীৰ চাকৰিৰ সংক্ৰান্তত দক্ষিণ কামৰূপ, নগাওঁ, ৰুপুগাওঁ, লক্ষীমপুৰ, গোলাঘাট আদি ঠাইত বদলি হৈ ১৯৪৫ চনৰ জুন মাহত আমি ডিব্ৰুগড় পালোঁহি। তেখেতক প্ৰমোচন দিছিল ডি, এফ, অ' হিচাপে। ঠায়ে ঠায়ে অসমৰ বহু কৃতী সন্তানক লগ পাইছিলোঁ; তেখেতসকলৰ পৰিয়ালবৰ্গৰ সংস্পৰ্শলৈ অহাৰ সুযোগ

পাইছিলোঁ। ডিব্ৰুগড়ত আমি থকা বন বিভাগৰ জিলাধিপতিৰ বাসভৱনৰ নিচেই ওচৰতে আছিল স্বৰ্গীয় ৰোহিনী কুমাৰ বৰুৱা (মনোমতী কথাছবি নিৰ্ম্মাতা)ৰ বাসভৱন। তেখেতৰ ভাৰ্য্যা, সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱাৰ কন্যা ৰত্না বৰুৱাৰ লগত মোৰ বিশেষ বন্ধুত্ব গঢ়ি উঠিছিল। সাহিত্যৰথী বেজবৰুৱাৰ পত্নী প্ৰজ্ঞাসুন্দৰী দেৱীও সেই সময়ত জীয়েকৰ ঘৰত আছিলহি। তেখেতে প্ৰায়ে আমাৰ ঘৰলৈ আহি দুই মহলাৰ বাৰাণ্ডাত বহি বাৰিষাৰ ব্ৰহ্মপুত্ৰৰ দৃশ্য উপভোগ কৰিছিল। জোড়াসাকোৰ ঐতিহ্যপূৰ্ণ ঠাকুৰ পৰিয়ালৰ পুৰণি কথাবোৰ শুনিবলৈ মোৰ বৰ কৌতুহল। তেখেতেও ক'বলৈ ভাল পায়। তেখেতে কৈ যায়, মই শুনি যাওঁ। কিছু সময় কোৱাৰ পিছত কেতিয়াবা তেখেতে ব্ৰহ্মপুত্ৰৰ ফালে চাই হঠাতে নীৰৱ হৈ পৰে। ময়ো নীৰৱে ওচৰতে থাকো। মই বুজি পাওঁ তেখেতৰ মন এতিয়া মোৰ ওচৰত নাই, অতীতৰ কোনোবা এক প্ৰিয় দেশত উপস্থিত হৈ মোৰ অস্তিত্ব পাহৰি গৈছে। এটা সময়ত পূৰ্ব্বৰ কথাৰ সূত্ৰ ধৰি আকৌ ক'বলৈ আৰম্ভ কৰে, কেতিয়াবা 'মই এতিয়া আহোঁ' বুলি বিদায় লয় [তেখেতে অসমীয়া, বঙলা, দুয়ো ভাষাতেই কথা পাতিছিল। দীঘলীয়াকৈ কথা পাতিলে বঙালীত ক'বলৈ ভাল পাইছিল]। তেখেত আছিল ৰন্ধন-বিশেষজ্ঞা। মাজে মাজে 'কি ৰান্ধিলা আজি' বুলি মোক সোধে, দুই-এটা ৰন্ধন-প্ৰণালী শিকাইও দিয়ে। প্ৰজ্ঞাসুন্দৰী দেৱীৰ কনিষ্ঠ কন্যা দীপিকা বেজবৰুৱাই খৃষ্টান ধৰ্ম্ম গ্ৰহণ কৰি ব্ৰহ্মচাৰিণী [Nun] হৈ যায়। সেয়ে তেখেতৰ মনৰ গভীৰ দুখবোধ প্ৰকাশ কৰি কেতিয়াবা মোক কৈছিল: "তোমালোকৰ ল'ৰা-ছোৱালীক মিশ্যনেৰী স্কুললৈ নপঠিয়াবা— পৰৰ ল'ৰা-ছোৱালীক কাঢ়ি নিয়াত তেওঁলোক বৰ পটু"—। মহৰ্ষি দেবেন্দ্ৰ নাথ ঠাকুৰৰ পুত্ৰ স্বৰ্গীয় হেমেন্দ্ৰ ঠাকুৰৰ কন্যা আৰু সাহিত্যৰথীৰ সুযোগ্যা সহধৰ্ম্মিনী, মধুৰ, অমায়িক স্বভাৱৰ এই গৰাকী মহিলাৰ স্মৃতিয়ে আজিও মোৰ মনত শ্ৰদ্ধাৰ উদ্ৰেক কৰে।

ডিব্ৰুগড়ত আমি থকা সেই মনোৰম ঠাইখিনি এতিয়া ব্ৰহ্মপুত্ৰৰ বুকুত বিলীন হ'ল।

সেই বছৰৰে নবেম্বৰ মাহত আকৌ বদলিৰ হুকুম আহিল। এইবাৰ যাব লাগিব লৌহিত্যৰ অন্য পাৰত অৱস্থিত অবিভক্ত দৰং জিলাৰ তেজপুৰ চহৰলৈ— পুৰাণ প্ৰসিদ্ধ বানাসুৰৰ দিনত যি ঠাইৰ নাম আছিল শোণিতপুৰ। আকৌ আৰম্ভ হ'ল ভঙা-গঢ়াৰ খেলা— পুৰাতনক প্ৰণতি জনাই পুনৰ নতুনৰ উদ্দেশ্যে আগবাঢ়িলোঁ। যাত্ৰাপথত মোৰ দেওৰ জগদীশ চন্দ্ৰ ভট্টাচাৰ্য্য আৰু তেওঁৰ নৱ-পৰিণীতা পত্নী কনিকাৰ লগত আনন্দেৰে এনিশা কটাই

পিছদিনা তেজপুৰ যুৱা হ'লো। শিলঘাটৰ পৰা আমি জাহাজেৰে তেজপুৰলৈ যোৱাৰ ব্যৱস্থা কৰা আছিল। তেতিয়া উজনি অসমৰ পৰা ধুবুৰীলৈকে নিয়মিত ভাবে যাত্ৰীবাহী জাহাজ চলাচল কৰিছিল। শিলঘাটত কেইঘণ্টামান কটাব লগীয়া হৈছিল যদিও মোৰ ভাই শ্ৰীমান ভাৰত গোস্বামী চাকৰি সূত্ৰে তেতিয়া তাতে থকাত আমাৰ সময়খিনি বৰ উপভোগ্য হ'ল। আকস্মিক ভাবে বায়েক-ভিনিহিয়েক আৰু ভাগিনীয়েকহঁতক পাই তেওঁ আনন্দত অধীৰ হ'ল। আমাৰো মাল-বস্তু জাহাজত তদাৰক কৰাত তেওঁ পৰম সহায়ক হ'ল।

ৰাতিপুৱা তেজপুৰ পাই বনবিভাগৰ গাড়ীত উঠি আমাৰ নতুন বাসস্থান পালোগৈ। ব্ৰহ্মপুত্ৰৰ পাৰৰ অনতি উচ্চ টিলা এটাৰ ওপৰত অৱস্থিত ডি, এফ, ওৰ বাসভৱনৰ চৌহদত প্ৰবেশ কৰিয়ে মনটো ভাল লাগি গ'ল। সমুখৰ ফালে বিশাল ব্ৰহ্মপুত্ৰ, পিছফালে পদুমেৰে ভৰি থকা দুটা পদুমপুখুৰী। বঙলাৰ পাচ ফালৰ বাৰাণ্ডাৰ পৰা অপ্ৰত্যাশিত ভাবে দেখা পালোঁ— তুষাৰাবৃত শৃঙ্গেৰে সুশোভিত বহুদূৰ বিস্তৃত এশাৰী পৰ্ব্বত। বুজিবলৈ বাকী নাথাকিল তেজপুৰ চহৰৰ উত্তৰ দিশে বহু দূৰত থকা এই পৰ্ব্বতমালা গিৰিশ্ৰেষ্ঠ হিমালয়ৰেই এটা অংশ। ইয়াৰ পৰা দূৰত্ব কিমান নাজানোঁ। নৱেম্বৰৰ নীল আকাশৰ তলত সুস্পষ্টভাবে জিলিকি থকা এই অপূৰ্ব্ব দৃশ্যৰ মুখামুখি হৈ অভিভূত হলোঁ। অসীম তৃপ্তিৰে মন ভৰি পৰিল। খন্তেকৰ কাৰণে পাহৰি গ'লো— সন্মুখত জমা হৈ থকা কৰ্ত্তব্যবোৰৰ কথা।

নতুন ঠাইৰ নতুন বাসভৱনৰ ন পৰিবেশত মাল-বস্তু ঠান-ঠিত লগাই লওঁতে অসুবিধাৰ সন্মুখীন হোৱাটো নিচেই স্বাভাৱিক। লগত কাম কৰা মানুহ দুনুহ আছে যদিও নতুন পৰিবেশত নিজে লগত নালাগিলে একো কাম সহজে নহয়। আমাৰ গৃহস্থই এইবোৰ ঘৰুৱা দায়িত্বৰ একেবাৰেই ভাৰ নলয়। কিন্তু যি কোনো পৰিস্থিতিতে সকলো কাম মেজিকৰ নিচিনাকৈ তৎক্ষণাতে হোৱাটো বিচাৰে। আমি কেতিয়াবা কোনো সময়ত সেইবাবে বিৰক্তিবোধ কৰিলেও তেখেতৰ ভিতৰৰ শিশুমনটো চিনি পাইছিলোঁ কাৰণে উচ্চ-বাচ্য নকৰাকৈ যি পাৰোঁ কৰি গৈছিলোঁ। আজি-কালিৰ পুৰুষ সকলে ঘৰৰ গৃহিনীক যথেষ্ট সাহায্য কৰে— মই তেখেতসকলক প্ৰশংসা কৰিছোঁ। আমাৰ দিনৰ গৃহিনীৰ কিন্তু সেইখিনি সুবিধা নাছিল।

তেজপুৰৰ জীৱনৰ প্ৰথম দিনটোৰে পৰা মই সজীৱ মন এটা লৈয়ে সংসাৰৰ কৰ্ত্তব্যত মন দিছিলোঁ। কাৰণ আমাৰ বাসভৱনৰ সন্মুখত হেমন্তৰ স্নিগ্ধ উজ্জ্বল ৰ'দৰ কিৰণত জিলমিলাই আছিল লৌহিত্যৰ বিশাল বক্ষ— পাচফালে দেখা পাইছিলোঁ দূৰ দিগন্তৰ তুষাৰ মৌলি গিৰি হিমাদ্ৰিৰ মহিমাময়ৰূপ।

মোৰ মনত এটাই মাত্র ভাব— ইয়াৰ পৰা সোনকালে বদলি নকৰিলেই হয়। সেয়া প্রতিজন ভাৰতবাসীৰে হৃদয়ত সোণৰ আখৰেৰে লিখা আছে। সেই আনন্দৰ মাজতো বিষাদৰ ৰেখা টানিছিল ভাৰত মাতৃক দ্বিখণ্ডিত কৰাৰ বেদনাই। হৃদয়খনো যেন দ্বিখণ্ডিত হৈ গৈছিল— তাৰ এভাগত আনন্দ, আনভাগত বিষাদ। সেই বিষাদকো অতিক্রম কৰি মোৰ অন্তৰত ধ্বনি প্রতিধ্বনিত হৈছিল দুটা মাথোন শব্দ— 'আমি স্বাধীন', 'আমি স্বাধীন'। মুক্তিৰ সেই আনন্দ স্বাধীন ভাৰতত ডাঙৰ হোৱা ভাৰত সন্তানে উপলব্ধি কৰিব নোৱাৰিব— কাৰণ পৰাধীনতাৰ বেদনা আৰু গ্লানিৰ লগত তেওঁলোকৰ পৰিচয় নাই।

আমি স্বাধীন হ'লো। আমাৰ মনে বিচৰা নেতা সকলেই শাসনৰ বাঘজৰী হাতত ল'লে। গৌৰৱময় ভাৰতবৰ্ষৰ স্বাধীন অধিবাসী আমি— বিশ্বৰ সভাত শ্রেষ্ঠ আসন ল'বলৈ আৰু বেচি বিলম্ব কৰিব নালাগে। এনে আৰ সপোনত নিমগ্ন হৈ থকা সময়তে বিনামেঘে বজ্রপাত— এজন ভাৰতীয়ৰ হাততে জাতিৰ জনক মহাত্মা গান্ধীৰ প্রাণহানি। শোকত স্তব্ধ হ'ল ভাৰতবাসী।

ভাৰতৰ সকলো প্রধান ঠাইলৈ গ'ল মহাত্মাৰ পূত দেহৰ চিতা ভস্মৰ অংশ। তেজপুৰলৈকো আহিল— লৌহিত্যৰ পবিত্র সলিলত বিসৰ্জ্জন দিয়াৰ কাৰণে। দূৰ দূৰণিৰ পৰা নাৰী পুৰুষ নিৰ্ব্বিশেষে অসংখ্য শোকাৰ্ত্ত লোক আহি তেজপুৰত লগ লাগিলহি— জাতিৰ পিতাৰ শেষ স্মৃতি বহন কৰি অনা ভস্মাধাৰটিকে এবাৰ চাই বিসৰ্জ্জনৰ সময়ত অন্তৰৰ ভক্তি-প্রণতি নিবেদন কৰিবলৈ।

মোৰ স্বামীৰ পুষ্পপ্রীতি আছিল অসাধাৰণ। তেজপুৰত সময় আৰু সুবিধা পাই নানা তৰহৰ দেশী-বিলাতী ফুলেৰে ফুলনি সজাইছিল। মহাত্মাৰ উদ্দেশ্যে পুষ্পাঞ্জলি দিবলৈ ফুল বিচাৰি দলে দলে মানুহ আহি আমাৰ পদুলি মুখ পালেহি। তেখেতে গেট খুলি দিলে— সকলোৱে আজলি ভৰাই ফুল লৈ গৈ চিতাভস্ম বিসৰ্জ্জন দিয়া ঠাইত উটুৱাই দিলে। আমাৰ ফুলনিৰ ফুলখিনি জাতিৰ পিতাৰ উদ্দেশ্যে অৰ্পন কৰিবলৈ পাই আমি ধন্য হ'লোঁ।

তেজপুৰত আমি উচ্চ বিষয়া সকলৰ উপৰিও স্থানীয় বিশিষ্ট লোকসকলৰ ঘনিষ্ঠ সংস্পৰ্শলৈ আহোঁ। তাৰ ভিতৰত উল্লেখযোগ্য ৺কমলা প্রসাদ আগৰৱালা, ৺মহাদেৱ শৰ্ম্মা, কামাখ্যা প্রসাদ ত্রিপাঠী, ৺গহন চন্দ্র গোস্বামী, শ্রীযুত বিজয় চন্দ্র ভাগৱতী, শ্রীযুত বানীকান্ত শৰ্ম্মা, শ্রীযুত লক্ষ্মী শইকীয়া, ৺কালীচৰণ ভট্টাচাৰ্য্য প্রভৃতি। তেখেতসকলৰ পৰিয়ালবৰ্গৰ লগতো আমি অতি আপোনজন হৈ পৰিছিলোঁ। বিশেষ ঘনিষ্ঠতা হয় কমলা প্রসাদ আগৰৱালাৰ পৰিয়ালৰ লগত। মহাত্মা গান্ধীৰ আদৰ্শেৰে প্রভাৱান্বিত এই পৰিয়ালটোৰ উচ্চ মনোভাৱ

আৰু সহজ-সৰল জীৱন যাত্ৰাই আমাক আকৃষ্ট কৰে। দীঘলীয়া ভাবে তেজপুৰত বসবাস কৰা বাবে তাৰ স্থানীয় লোক সকলে মোৰ স্বামীক গভীৰ ভাবে জানিবলৈ সমৰ্থ হয়। মোৰ স্বামীৰ উদাৰ মনোবৃত্তি আৰু পৰোপকাৰী স্বভাৱৰ বাবে অলপ দিনৰ ভিতৰতে সেই অঞ্চলত জনপ্ৰিয় হৈ উঠে।

শ্ৰদ্ধেয় কমলা প্ৰসাদ আগৰৱালাৰ জ্যেষ্ঠ ভ্ৰাতা আৰু অসম মাতৃৰ গুণী সন্তান ৰূপকোঁৱৰ জ্যোতি প্ৰসাদ আগৰৱালা আমি থকা সময়ৰ প্ৰথম ছোৱাত তেজপুৰত নাছিল। একাধাৰে শিল্পী, সুৰকাৰ, গায়ক, অভিনেতা, নাট্যকাৰ, সাহিত্যিক, স্বদেশপ্ৰেমী এই ব্যক্তিজনক দৰ্শন পাবলৈ মোৰ বৰ হাবিয়াস হৈছিল, এটা সময়ত তেখেত আহিব বুলি শুনি উল্লাসিত হ'লোঁ— কিন্তু তেখেত আহিল— তেখেতৰ প্ৰয়াণৰ কেইদিনমান মাথোন আগতে। মই দুই এদিন গৈ দূৰৰ পৰা চাই আহিছিলোঁ। মোৰ স্বামীয়ে তেখেতক সদায় ওঁবাৰকৈ গৈ ফুলনিৰ ফুল উপহাৰ দি আহিছিল আৰু শেষ সময়তো উপস্থিত আছিল।

সুখ-দুখ জীৱনৰ চিৰ লগৰীয়া। অবিচ্ছিন্ন সুখ জগতত দুৰ্লভ। কিন্তু তেজপুৰত থকা দিনকেইটা আমি শান্তিত আছিলোঁ। অতিশয় ভদ্ৰ আৰু সুৰুচিসম্পন্ন তেজপুৰৰ বন্ধু-বান্ধৱ সকলৰ কথা ভাবি আজিও মনত নিৰ্ম্মল আনন্দ অনুভৱ হয়। মনত পৰে— আগৰৱালা পৰিয়ালৰ প্ৰখৰ বুদ্ধিশালিনী শ্ৰীমতী মীনা আগৰৱালা আৰু শ্ৰীযুতা পদ্মা আগৰৱালাৰ কথা। সুখ-দুখৰ সময়ত তেখেত সকলে ওচৰত থাকি আপোন ভনীৰ নিচিনাকৈ আনন্দ-আশ্বাস দিছিলহি। মনত পৰে পকৱা বাগানৰ শ্ৰীমতী আলি হাজৰিকা, আনাৰুস বাগানৰ ডেইজী বাইদেউ, আৰু মোৰ প্ৰিয় বান্ধৱী শ্ৰীমতী চুলতান (মোৰ স্বামীৰ সহপাঠী, একান্ত প্ৰিয় বন্ধু মঃ চুলতান আই, এ, এচ্ ডাঙৰীয়াৰ পত্নী)ৰ কথা। একেটা পৰিয়ালৰ নিচিনাকৈ আমি পৰস্পৰে অতি আপোন হৈ পৰিছিলো। সংসাৰৰ আৱৰ্ত্তনত আমি বিচ্ছিন্ন হৈ গৈছোঁ যদিও কেতিয়াবা লগ হ'লে আগৰ সম্পৰ্কৰেই মিলিত হওঁ। মোৰ জীৱনৰ চৰম বিপৰ্য্যয়ৰ সময়ত এই সকলে গৈ নীৰৱ অশ্ৰুৰে মোক সমবেদনা জনোৱা সময়ত অনুভৱ কাৰৈছিলোঁ— বাই-ভনী নাই বুলি মই ভবা কথা সঁচা নহয়, মোৰ বাই-ভনী আছে।

নানা স্মৃতিৰে বিজড়িত তেজপুৰ আমাৰ বৰ প্ৰিয়, বৰ আপোন জন! তেজপুৰত থাকোঁতেই আমাৰ জ্যেষ্ঠ কন্যাদ্বয়— সবিতা, সুজাতা (ইৰা, মীৰা) শ্ৰীমান ভৱদেব শৰ্মা, বি,ই আৰু ড° আনন্দেশ্বৰ বৰঠাকুৰৰ লগত বিবাহ হয়। সৰু দুটি কন্যা কৃষ্ণা আৰু অনুৰাধাৰো জন্ম তেজপুৰতে। পূজনীয়া

শাহু আয়ে জীৱনৰ বাকীকেইদিন আমাৰ লগত কটাবলৈ আহি এমাহ পিছতে শেষ নিশ্বাস পৰিত্যাগ কৰে তেজপুৰতে। মোৰ পিতৃ-মাতৃৰো মৃত্যু হয় তেজপুৰতে।

পিতৃ-মাতৃ বিয়োগৰ শোক কিমান মৰ্ম্মান্তিক, তাক ভাষাৰে প্ৰকাশ কৰা সম্ভৱ নহয়। কেইদিনমান মাত্ৰ অসুস্থ হৈ থকা মোৰ পিতৃৰ ভাগৱত শুনি থকা অৱস্থাতে আকস্মিক ভাবে মৃত্যু হোৱাৰ বাতৰি পাই আমি দুয়ো অস্থিৰ হৈ পৰিছিলোঁ। পিতৃ হীনা মাতৃৰ অৱস্থা কল্পনা কৰিব নোৱাৰি। কুলবিল সত্ৰ পাই দেখিলোঁ অসীম ব্যক্তিত্বময়ী মোৰ মাতৃয়ে, আমাৰ ঘৰৰ চাৰিওফালে ভৰি থকা শোকাৰ্ত্ত ৰাইজক অস্বাভাৱিক ভাবে স্থিৰতাৰে মাত-কথা দি আছে। আমাক দেখাৰ পাচত চকুৰে দুধাৰ চকুলো বৈ গ'ল মাথোন। নিৰৰ্থক ক্ৰন্দনেৰে মাতৃৰ বিৰাট শোকৰ অমৰ্য্যাদা কৰিবলৈ আমি সাহস নকৰিলোঁ। পিতাৰ বৃষোৎসৰ্গ, দানোৎসৰ্গ, ব্ৰহ্মভোজন আদি শ্ৰাদ্ধাদিৰ যথাবিহিত কাৰ্য্য মাতৃয়ে নিজে সম্পাদন কৰিলে। মোৰ স্বামীয়েও জোঁৱাই হিচাপে তেখেতৰ দায়িত্বৰ কামখিনি— (ত্ৰিৰাত্ৰি ব্ৰত, অশৌচ পালন কৰি দান-দক্ষিণা আদি দিয়া) কৰিলে। এটা কথা ভাবি আচৰিতো হ'লো— কন্যাৰ কিন্তু কৰণীয় একো নাই— অশৌচ পালন কৰাৰ বিধানো নাই। গোত্ৰান্তৰ কৰি এদিন যে তেওঁক দান কৰি বিদায় দিয়া হৈছিল— পুৰুষ লিখিত শাস্ত্ৰৰ বিধানমতে সেইদিন ধৰি তেওঁ পিতৃকূলৰ এগৰাকী আদৰণীয় অতিথি মাথোন!

পিতাৰ মৃত্যুৰ পিছত আৰু তিনি বছৰ কাল মোৰ মাতৃ জীৱিত আছিল। সত্ৰ, সংসাৰ আৰু চাৰিখন আয়ুৰ্বেদীয় ঔষধালয় (ঘৰৰ, গুৱাহাটীৰ, নলবাৰীৰ আৰু বৰপেটাৰ) পাৰদৰ্শিতাৰে চলাই পিতাৰ তৃতীয় মৃত্যুবাৰ্ষিকীৰ দুদিন পাচত অকস্মাতে হৃদ্‌যন্ত্ৰৰ ক্ৰিয়া বন্ধ হৈ ৬১ বছৰ বয়সত মাতৃদেবীৰ কৰ্ম্মময় জীৱনৰ অৱসান হয়। টেলিগ্ৰামত এনে সংবাদ পাই আমি স্তম্ভিত হলোঁ। মাতৃ যে ইহ সংসাৰত নাই— এই কথা দেখোন বিশ্বাসেই নহয়। কুলবিললৈ গৈ শূন্যগৃহত ভৰি দিয়াৰ লগে লগে নাৰী-পুৰুষ নিৰ্ব্বিশেষে আমাক বেঢ়ি ধৰিলেহি। সকলোৰে মুখত একেটাই কথা— 'আমি মাতৃহীন হলোঁ'। মোৰ চকুলো শুকাই গ'ল। এই মানুহ খিনিক সান্ত্বনা দিম নে নিজে কান্দিম? কান্দিবলৈ সময়েই বা ক'ত? এইবাৰৰ সকলো কৰ্ত্তব্যৰ ভাৰ মোৰ ওপৰত— কাৰণ মই মাৰ একমাত্ৰ জীৱিত সন্তান। অব্যক্ত বেদনা বুকুত বান্ধি মাৰ আশীৰ্ব্বাদ আৰু জ্ঞাতি-কুটুম্ব, চুবুৰীয়া লোকৰ সহায়-সহযোগত সকলো কাম সুকলমে সমাধা হ'ল। কুলবিলৰ পৰা বিদায় লোৱাৰ সময় আহিল। এই বিদায়— চিৰবিদায় যেন লাগিল মোৰ। মোৰ এজন ভতিজাক (উমেশ গোস্বামী) সপৰিয়ালে থৈ স্বৰ্গাদপি গৰীয়সী জন্মভূমিক শতকোটি প্ৰণাম জনাই তেজপুৰলৈ

উভতিলো— এটি শোকত ভাৰাক্রান্ত মন লৈ।

১৯৫৩ চনত মোৰ স্বামী বদলি হয় চিলঙলৈ। প্রথম ছোৱাত অবিভক্ত অসমৰ ৰাজধানী চিলঙত থকা বন বিভাগৰ বিশেষ বিষয়া হিচাপে নিযুক্ত হৈ ১৯৫৪ চনত মোৰ স্বামী কনজাৰভেটৰ পদলৈ উন্নীত হয়। চিলঙৰ পাহাৰ-পৰ্ব্বত, জান-জুৰি, জলপ্রপাতৰ সৌন্দর্য্যত মুগ্ধ হৈছিলোঁ। আগতেও স্বামীৰ চৰকাৰী কামত চিলঙলৈ গ'লে দুই চাৰিবাৰ লগত গৈছিলোঁ। অইন ঠাইৰ পৰিৱৰ্তে চিলঙলৈ বদলি কৰাত ভালেই পালোঁ। স্বামীৰ পদোন্নতিৰ উপৰিও আৰু এটা কথাৰ বাবে বিশেষ সুখী হৈছিলোঁ— এতিয়াৰে পৰা আৰু দুৰ্গম জঙ্ঘলৰ মাজে মাজে এখেত ঘূৰি ফুৰিব নালাগিব। সকলো কাম নিখুঁত ভাবে কৰিবলৈ বিচৰা প্রকৃতিৰ বাবে তেখেতৰ পৰিশ্ৰমো অশেষ হৈছিল, স্বাস্থ্যও বেয়া হৈছিল, মই আশা কৰিছিলোঁ— চিলঙত থাকি তেখেতে পূৰ্ব্বৰ স্বাস্থ্য ঘূৰাই পাব। চিলঙৰ লাইটুমখ্ৰাৰ 'প্রান্তিক' নামৰ সৰু ধুনীয়া ঘৰ এটাত আমাৰ থকাৰ ব্যৱস্থা হ'ল। তেতিয়া আমাৰ ল'ৰা ননী গুৱাহাটীত বি, এচ, ছি পঢ়ি আছে। আমাৰ জ্যেষ্ঠ কন্যা দুগ'ৰাকীৰ বিয়া হৈ গৈছিল যদিও বি, এ পঢ়ালৈকে আমি লগত ৰাখিছিলো। সেয়ে দুয়োৰে 'চেন্ট মেৰীজ কলেজ'ত নাম লগাই দিয়া হ'ল। সৰু ছোৱালী দুজনীৰ লৰেটো কনভেন্টত পঢ়াৰ ব্যৱস্থা কৰা হ'ল। চিলঙত থকা সময়ত আমাৰ ঘৰুৱা পৰিবেশ বৰ মধুৰ আছিল। তেজপুৰত থাকোঁতে আমাৰ ডাঙৰ ছোৱালী দুজনীয়ে ক্লাছিকেল, ভজন আৰু ৰবীন্দ্র সঙ্গীত গাব পৰা হৈ উঠিছিল। দেউতাক আছিল এই বিলাক বিষয়ত বৰ উৎসাহী। আজৰি পৰত ল'ৰা-ছোৱালীহঁতক বহুৱাই লৈ গান-বাজনা কৰিবলৈ দি ঘৰতে আসৰৰ আনন্দ উপভোগ কৰে। ননীয়ে তবলা ধৰে, ইবা-মীৰাই গান গায়ল চেতাৰ বজায়। দেউতাক চমজদাৰ, মই দৰ্শক। অনু-বেবীয়ে গান শিকিছিল যদিও অংশ গ্রহণ কৰিব পৰা হোৱা নাছিল বাবে মোৰ লগত দৰ্শকৰ আসন পূৰা কৰিছিল।

চিলঙত আমাৰ আত্মীয়-স্বজন বহুত আছিল। আমাৰ ভাগিনী শ্রীমতী সুপ্রভা গোস্বামী বহুবছৰ আগৰ পৰাই চিলঙত স্থায়ীভাবে বাস কৰি আছিল। তেওঁৰ স্বামী শ্রীযুত গকুল চন্দ্র গোস্বামী ইঞ্জিনিয়াৰিং বিভাগৰ এজন উচ্চ বিষয়া। সুপ্রভাই মোৰ অন্তৰঙ্গ বান্ধৱীৰ আসনখনো পূৰ্ণ কৰিছিল। আমাৰ বন্ধু-বান্ধৱ কেইগৰাকীমানো চাকৰি সূত্রে চিলং পাইছিলহি। তদুপৰি আমাৰ জোঁৱাই শ্রীমান ভৱদেব শৰ্ম্মাও চিলঙৰ ওচৰৰ মফ্‌লং নামৰ ঠাইলৈ বদলি হৈ আহিছিল। ইয়ালৈ অহাৰ পিছত মোৰ স্বামীৰো স্বাস্থ্যৰ কিছু উন্নতি

হোৱাত মোৰ ৰব মন গ'ল সৰুকৈ এটা ঘৰ সাজিবলৈ— যাতে পেন্সন পোৱাৰ পাছতো আমি ইয়াতে থাকিব পাৰোঁ। আজৰি পালেই দুয়ো বহি শেষ জীৱনৰ কাৰণে শান্তিৰ নীড় এটি সাজি লোৱাৰ আলোচনাত মচ্গুল হৈ পৰোঁ। কাগজত নানা ৰকমৰ ঘৰৰ নক্সা অঁকা হ'ল, বন্ধু-বান্ধৱে সজা ঘৰবোৰো চাই আহিলোঁ, কিন্তু মনোমত নহয় হে নহয়। আমি যেন কোনেও নকৰা কাম এটাহে কৰিবলৈ ওলাইছোঁ, কি আনন্দ— কি উত্তেজনা। মাজে সময়ে দুয়োৰে মাজত মতভেদ হৈ সেয়া মনোমালিন্যত পৰিণত হয়গৈ। অৱশেষত বুজিলোঁ, এইদৰে কাম নহ'ব। চাৰিওফালে ফল-ফুলৰ গছ লগাই তাকেই আমি মনোমত ৰূপ দি ল'ম। এই ক্ষেত্ৰত এখেতৰ বন্ধু ড° উমেশ চন্দ্ৰ বৰদলৈ (কৰ্ম্মবীৰ নবীন চন্দ্ৰ বৰদলৈৰ পুত্ৰ)ৰ পৰা পোৱা সহায় (ঘৰটোৰ প্লেন'টো তেখেতেই কৰিদিছিল) সদায় মনত থাকিব। ১৯৫৭ চনৰ চেপ্তেম্বৰ মাহত আমি ভাড়া ঘৰ এৰি দি নিজৰ ঘৰত প্ৰৱেশ কৰোঁ।

লাহে লাহে স্বামীৰ অৱসৰৰ সময় ওচৰ চাপি আহিছিল। অৱসৰৰ কাৰণে তেখেতে আগ্ৰহেৰে বাট চাই আছিল। তেখেতৰ বহুদিনীয়া ইচ্ছা, অৱসৰৰ পাছত গুৱাহাটীৰ নিজ ঘৰতে প্ৰেছ এটা স্থাপন কৰি জীৱনৰ বাকীখিনি সময় তাতে ব্যস্ত থাকিব। সেই হিচাপে গুৱাহাটীত থকা আমাৰ সৰু ঘৰটোৰ একাষে প্ৰেছৰ কাৰণে মাটিও কিছু ৰাখিছিল। অৰণ্যৰ বিষয়ে এখন ভাল কিতাপ লিখাৰ উদ্দেশ্যে হাতীখেদাৰ আৰু অৰণ্যৰ নানা ঠাইৰ নানা ধৰণৰ ছবিও তুলি থৈছিল। অনেক তথ্য সংগ্ৰহ কৰিছিল, অনেক কথা টুকি থৈছিল। কিন্তু সেই সকলো আশা, কল্পনাতেই থাকি গ'ল— বাস্তৱত পৰিণত কৰাৰ সময় তেখেতে নেপালে।

মোৰ নিজৰ মনৰ মাজতো লিখাৰ আকাঙ্খা এটি লুকাই সোমাই আছিল ; মাজে মাজে সেইবাবে কিবাকিবি লিখিছিলোঁ। ভাবিছিলোঁ, স্বামীয়ে চাকৰিৰ পৰা অৱসৰ লোৱাৰ পাছত স্থিৰ হৈ বহি ময়ো অলপ লিখাৰ চৰ্চ্চা কৰিম।

সেই সুযোগ নাহিল মোৰ জীৱনলৈ। একান্ত আকস্মিক ভাবে মোক অথাই সাগৰত পেলাই থৈ মোৰ জীৱনসঙ্গী অজান দেশলৈ গুচি গ'ল। সেই দিনটো আছিল ১৯৫৯ চনৰ ১ ফেব্ৰুৱাৰী, ৰবিবাৰ।

সেই সময়ৰ মনোভাৱ মোৰ ভাষাৰ অতীত, বুদ্ধিৰ অতীত। সকলো ভাষা, সকলো অনুভূতি হেৰুৱাই মই কেৱল অবাক হৈ ভাবিছিলোঁ— ইও জানো সম্ভৱ? অকণো প্ৰস্তুতিৰ অৱকাশ নিদিয়াকৈ পৰম করুণাময় পৰমেশ্বৰে এই নিঠুৰ বজ্ৰ জানো মোৰ ওপৰত নিক্ষেপ কৰিব পাৰিছে? এয়া বোধকৰো এটা দুঃস্বপ্নহে— সাৰ পাই উঠি দেখিম, সকলো আগৰ নিচিনা হৈ আছে।

সঁচাকৈয়ে সেই সময়ৰ কথা এতিয়াও মোৰ ক্রিবা সপোন্ যেনহে লাগে। সকলো অস্পষ্ট। বহুত মানুহ, বহুত কথা। চিনাকি-অচিনাকি, আত্মীয়-অনাত্মীয়— বহু লোকেৰে ভৰি পৰিছে আমাৰ হেঁপাহৰ শান্তি নীড়; তাত বহুত কিবাকিবি হৈ আছে, ময়ো যন্ত্ৰচালিতৰ নিচিনাকৈ সেইবোৰত অংশ গ্ৰহণ কৰি আছোঁ। এদিন সেইবোৰৰ শেষ হ'ল, বাহিৰৰ পৰা অহা মানুহখিনি আঁতৰি গ'ল ঘৰাঘৰি। ঘৰৰ খিনি ঘৰতে থাকিল— এজনৰ বাহিৰে। সেইজন কি আছিল, কেনে আছিল, সেই বিষয়ে কোনো কথাই তেতিয়া ভাবিব পৰা নাছিলোঁ। কেৱল মাত্ৰ অনুভৱ কৰিছিলোঁ— পৃথিৱীব্যাপি বিৰাট এক শূন্যতাই মোক আৱৰি ধৰি আছে— মোৰ কোনো অৱলম্বন নাই!

ভগৱানৰ প্ৰতিও সেই সময়ত মোৰ মন বিদ্ৰোহী হৈ উঠিছিল। প্ৰচণ্ড অভিমানত তেওঁৰ উদ্দেশ্যে নিক্ষেপ কৰিছিলোঁ কবিগুৰুৰ কেইফাকিমান কবিতাৰ উক্তি:

"এই করেছ ভালো, নিঠুৰ এই করেছ ভালো।
এমনি করে হৃদয় মোৰ তীব্ৰ দহন জ্বালো।
আমাৰ এ ধূপ না পোড়ালে
গন্ধ কিছুই নাহি ঢালে,
আমার এ দীপ না জ্বালালে দেয় না যদি আলো
এমনি করে হৃদয়ে মোর তীব্র দহন জ্বালো।"

সেই নিষ্ঠুৰ ভগৱানৰে অশেষ দয়াত এটা সময়ত মনলৈ চেতনা আহিল; সংসাৰৰ কৰ্ত্তব্যবোৰলৈ মনত পৰিল। ল'ৰাই আইনৰ শেষ পৰীক্ষা দি ঘূৰি আহিছে যদিও জীৱনত প্ৰতিষ্ঠিত হ'বলৈ সময় লাগিব। সৰু ছোৱালী দুটিৰ স্কুলীয়া শিক্ষা শেষ হোৱাই নাই। তেওঁলোকৰ শিক্ষা-দীক্ষা শেষ হোৱাৰ পাচত উপযুক্ত পাত্ৰৰ হাতত সমৰ্পন কৰিব পাৰিলেহে মোৰ অৱসৰ। এতিয়া শোক কৰি হাত সাৱটি বহি থকাৰ অধিকাৰ মোৰ নাই।

সেই দুৰ্দিনত নিজৰ ঘৰ-সংসাৰৰ কাম কাটি কৰি থৈ সদায় আহি মোক সান্ত্বনা দিয়া আমাৰ ভাগিনী শ্ৰীমতী সুপ্ৰভা গোস্বামী, প্ৰতিবেশী অৰুনা দত্ত আৰু লিলি শইকীয়া প্ৰভৃতিৰ স্মৃতি মোৰ মনত সদায় চিৰস্থায়ী হৈ থাকিব।

সংসাৰ আকৌ নিয়মৰ চকাত ঘূৰিবলৈ ধৰিলে। আৰ্থিক সমস্যা আহি পৰিছিল যদিও জীৱন বীমা আৰু ভৱিষ্যনিধিৰ ধনখিনি হাতত পৰাত একৰকমকৈ চলি গ'ল। সেই 'একৰকম কৈ চলাৰ ৰূপ' কেনেকুৱা আছিল— সেয়া

অনুক্তই থাকক। সেই সময়তে মানুহ চিনিবলৈ শিকিছিলোঁ— অভিজ্ঞতাও যথেষ্ট অৰ্জ্জন কৰিছিলোঁ।

১৯৬১ চনত জোঁৱাই আনন্দেশ্বৰ বৰঠাকুৰে সুখ্যাতিৰে এফ্,আৰ,চি,পি, পৰীক্ষাত উত্তীৰ্ণ হৈ আৰু জীয়ৰী সুজাতাই অৰ্থনীতিত এম্,এ পাচ কৰি আমেৰিকাৰ পৰা ঘৰলৈ ঘূৰি আহে। মোৰ স্বামী জীৱিত অৱস্থাতে আমি প্লেনত তুলি পঠিয়াই দিয়া এবছৰীয়া নাতিনী সাতবছৰীয়া হৈ আহিছে। তেওঁলোকক লগ পাবলৈ আমি গুৱাহাটীলৈ আহিলোঁ। লগা-লগি হোৱা সময়ত আনন্দ-বিষাদৰ খেলিমেলিত চকুপানীৰে কোনেও কাৰো মুখ নেদেখা হ'লো। কিন্তু নাতিনী ৰাণীৰ কলকণ্ঠৰ আমেৰিকান উচ্চাৰণেৰে কোৱা ইংৰাজী কথাৰ সোঁতে বিষাদৰ মেঘ উৰুৱাই দি সকলোৰে মুখলৈ হাঁহি আনি দিলে। শিশুৰ অসীম শক্তি।

অসাধাৰণ ব্যক্তিত্বৰ অধিকাৰী জোঁৱাই আনন্দেশ্বৰৰ লগত কথা-বতৰা হোৱাৰ পাছত মোৰ মনলৈ হেৰোৱা আত্ম-বিশ্বাস আকৌ ঘূৰি আহিল। যান্ত্ৰিক ভাবে কৰি যোৱা কাম-কাজবোৰৰ মাজত পুনৰ তৃপ্তি বিচাৰি পালোঁ, অনাদৃত হৈ পৰি থকা কিতাপবোৰে আকৌ মোৰ প্ৰিয় সঙ্গীৰ আসন গ্ৰহণ কৰিলেহি।

আমাৰ একমাত্ৰ ল'ৰা ননীয়ে গুৱাহাটীত ওকালতি কৰিবলৈ স্থিৰ কৰাত সৰু ছোৱালী অনুক হোষ্টেলত থৈ আমি গুৱাহাটীলৈ স্থায়ী ভাবে আহিলো। বেবীয়েও চিনিয়ৰ কেম্ব্ৰিজ পাচ কৰাত কটন কলেজত ভৰ্ত্তি হ'লহি। দুবছৰৰ পাছত চিলঙৰ পৰা অনুও আহি আমাৰ ক্ষুদ্ৰ সংসাৰখন সম্পূৰ্ণ কৰে। তাৰ কিছুদিন আগতে ভৱদেব বদলি হৈ মীৰাহঁতক তেজপুৰলৈ লৈ গৈছিল।

গুৱাহাটীত মোৰ দেওৰ আয়ুৰ্ব্বেদ কলেজৰ প্ৰিন্সিপাল জগদীশ ভট্টাচাৰ্য্য আৰু মোৰ জোঁৱাই আনন্দেশ্বৰ বৰঠাকুৰৰ পৰিয়ালখিনি পাই আমাৰ নিঃসঙ্গ ভাব বহুখিনি আঁতৰিল। আনন্দেশ্বৰৰ মাতৃ শ্ৰদ্ধেয়া বিৰজা বাইদেউ আছিল এগৰাকী ধৰ্ম্মপ্ৰাণা, উচ্চমনা মহিলা। স্নেহ আৰু সহানুভূতিৰে ভৰা অন্তৰ এখনৰ অধিকাৰিনী বাইদেউৰ অপৰ্য্যাপ্ত স্নেহ লাভ কৰিছিলোঁ— ঠিক মোৰ প্ৰয়োজনৰ সময়ত। দেওৰ জগদীশ ভট্টাচাৰ্য্য ঈশ্বৰ ভট্টাচাৰ্য্য ভতিজা দেবেন্দ্ৰ নাথ ভট্টাচাৰ্য্য, মহেন্দ্ৰ ভট্টাচাৰ্য্য, নৃপেন ভট্টচাৰ্য্যৰ কথাও এই স্মৃতি চাৰণৰ সময়ত বৰকৈ মনত পৰিছে। জগদীশৰ প্ৰাণখোলা হাঁহি আজিও যেন কাণত বাজে। তেওঁলোকৰ এজনো এতিয়া সংসাৰত নাই।

সুখে-দুখে দিনবোৰ পাৰ হৈ যাবলৈ ধৰিলে। ল'ৰা-ছোৱালীৰ সংসাৰ পাতি কৰ্ত্তব্যবোৰ শেষ কৰিবলৈ মই ব্যগ্ৰ হৈ পৰিলোঁ। জোঁৱাই দুজনৰ

লগত পৰামৰ্শ কৰি নাজিৰা নিবাসী যাদবানন্দ বৰুৱাৰ কন্যা শ্ৰীমতী সবিতাৰ লগত ননীৰ, শ্ৰীযুত ভবানী প্ৰসাদ বৰুৱাৰ পুত্ৰ শ্ৰীমান ভাস্কৰৰ লগত বেবীৰ আৰু শ্ৰীযুত ৰামপ্ৰসাদ বেজবৰুৱাৰ পুত্ৰ শ্ৰীমান মদন প্ৰসাদৰ লগত অনুৰ বিবাহ সম্পন্ন হয়। বেবী আৰু অনু দুয়ো ইংৰাজীতে এম, এও পাচ কৰে।

দায়িত্বৰ বোজা পাতল হৈ যোৱাৰ লগে লগে গভীৰ অৱসাদত আচ্ছন্ন হৈ পৰিল মোৰ মন। শূন্যতাই মোক আকৌ আৱৰি ধৰিলেহি। নাতিনী ৰূপা (সবিতা-ননীৰ ছোৱালী)ক লৈ মনৰ সেই অৱসাদ দূৰ কৰিবলৈ চেষ্টা কৰিলোঁ।

সেই সময়ত প্ৰিয় বান্ধৱী স্নেহলতা চক্ৰৱৰ্ত্তীয়ে মোক টানি লৈ গ'ল নাম-কীৰ্ত্তনৰ সমাজখনলৈ। বাৰোৱাৰী আৰু উগ্ৰতাৰা— দুয়োখন নাম অনুষ্ঠানতে যোগ দিলোঁ। লগ-সঙ্গ পাই মনৰ অৱসাদ কমিল, নামত নিচা বহিল। নিজেও নাম ৰচনা কৰি গাবলৈ ধৰিলোঁ। বাৰোৱাৰী আৰু উগ্ৰতাৰা নাম-অনুষ্ঠানৰ মুখ্য নামতী ~মৃনালিনী দেৱী বাইদেউ আৰু কালিন্দী ফুকননী বাইদেৱে মোৰ স্বৰচিত নামৰ কিতাপ এখন প্ৰকাশ কৰিবলৈ বাৰে বাৰে কোৱা স্বত্ত্বেও সেয়া এতিয়াও হৈ উঠা নাই। এই প্ৰসঙ্গত দুয়ো গৰাকীলৈ মোৰ শ্ৰদ্ধা নিবেদন কৰিলোঁ।

বান্ধৱী স্নেহলতা চক্ৰৱৰ্ত্তী আজি আমাৰ মাজত নাই। তেখেতৰ উদ্দেশ্যেও মোৰ অশ্ৰুভৰা শ্ৰদ্ধা-প্ৰীতিৰ অঞ্জলি যাচিলোঁ।

মাজে মাজে ভ্ৰমণলৈ ওলাওঁ। ফুৰি-চাকি ঘূৰি আহিলে কিছুদিনলৈ মনটো সজীৱ হৈ থাকে। পাহাৰ-পৰ্বত-তীৰ্থ আৰু ঐতিহাসিক স্থানে বৰকৈ মন টানে। কেতিয়াবা দীঘলীয়া, কেতিয়াবা চমু ভ্ৰমণ-সূচী একোটা লৈ ওলাই যাওঁ। তীৰ্থৰ দেৱতাই কৃপা কৰি উপযুক্ত সময়ত উপযুক্ত সঙ্গীও মিলাই দিয়ে। এইদৰে ভাৰতবৰ্ষৰ প্ৰধান তীৰ্থস্থান আৰু ইতিহাস প্ৰসিদ্ধ স্থান কিছুমানলৈ যোৱাৰ মোৰ সৌভাগ্য হৈছে। সেই ভ্ৰমণৰ অভিজ্ঞতা সমূহে মোৰ স্মৃতিপটত সজীৱ হৈ আছে।

১৯৫৪ চনত স্বামী বিশেষ বিষয়া হিচাপে চিলঙলৈ অহাৰ পাচত মই সৰু ভ্ৰমণ এটাৰ সুযোগ পাইছিলোঁ। সেই সময়ত অসমৰ বন বিভাগে কুনাইনৰ বাগিছা (Cinkona plantation) কৰি অসমত কুইনাইন উৎপাদন আৰম্ভ কৰিছিল। বন বিভাগৰ কৰ্ত্তৃপক্ষই পশ্চিম বঙ্গৰ দাৰ্জ্জিলিং জিলাৰ মংপু আৰু মানচুম্ নামৰ ঠাই দুখনলৈ গৈ তাত থকা 'চিনকোনা প্লেনটেশ্বন' আৰু ফেক্টৰী চাই নিৰ্দিষ্ট কিছুমান বিষয় ভালকৈ জানি আহিবলৈ মোৰ

স্বামীক নিৰ্দেশ দিয়ে। আজি-কালিৰ চাকৰিয়ালে সপৰিয়ালে ফুৰিবলৈ চৰকাৰৰ ফালৰ পৰা যিবোৰ সুবিধা পায়, সেইবোৰ সুবিধা আমাৰ দিনত নাছিল। যি নহওক, গুৱাহাটীৰ পৰা ৰেলেৰে শিলিগুৰিলৈকে গৈ তাৰ পৰা জীপেৰে দাৰ্জিলিং আৰু কালিম্পঙৰ মাজত অৱস্থিত 'মংপু' নামৰ ঠাইখন পালোঁগৈ। স্বামীৰ সহকৰ্মী শ্ৰীফনীভূষণ কৰৰ ভতিজাক, মংপু কুইনাইন বাগিছাৰ এজন উচ্চ পদস্থ বিষয়া শ্ৰীকল্যাণ পুৰকায়স্থৰ ঘৰত— পূৰ্বৰ ব্যৱস্থা মতে আমি আলহী হওঁগৈ। সেই যাত্ৰাত তেখেতৰ আৰু তেখেতৰ বিদূষী পত্নী শ্ৰীমতী পুৰকায়স্থৰ আতিথ্যৰ কথা আজিও পাহৰিব পৰা নাই।

'ন হন্যতে' আৰু অন্যান্য গ্ৰন্থৰ লেখিকা সুখ্যাতা মহিলা সাহিত্যিকা শ্ৰীমতী মৈত্ৰেয়ী দেৱীৰ লগত তাতে পৰিচয় হওঁ। কাৰণ তেখেতৰ স্বামী শ্ৰীমনোমোহন সেন মংপুৰ চিনকোনা বাগান, ফেক্টৰী আদিৰ সৰ্বোচ্চ বিষয়া। সেনে সাহিত্যিক হিচাপে তেতিয়া সিমান খ্যাতি লাভ কৰা নাছিল যদিও তেখেতে লিখা "মংপুতে ৰবীন্দ্ৰনাথ" নামৰ কিতাপখন আৰু 'প্ৰবাসী' নামৰ বিখ্যাত আলোচনীত প্ৰকাশ পোৱা কবিতা কেইটিমান মই পঢ়িছিলোঁ। সেই কথা শুনি তেখেতে আনন্দ পালে। আমাৰ সাহিত্য-সংস্কৃতি আৰু ৰীতি-নীতিৰ বিষয়ে মোক কিছু কথা সুধিলে। মই পিন্ধা মেখেলা, ৰিহা, চাদৰৰ বিশেষকৈ ৰিহাখন বৰ পছন্দ কৰিলে। মোৰ স্বামীয়েও এই সেন দম্পতীৰ লগত আলোচনা কৰি বৰ ভাল পালে। আমাৰ গৃহস্থ বিজ্ঞানৰ ছাত্ৰ আছিল যদিও কোনো বিষয়ত আগ্ৰহ জন্মিলে সেই বিষয়ৰ কিতাপ-পত্ৰ আনি ভালকৈ অধ্যয়ন কৰি বিষয়টো আয়ত্ত কৰি লৈহে শান্তি পাইছিল। সেয়ে সকলো ধৰণৰ আলোচনাত যোগ দিব পাৰিছিল।

ৰবীন্দ্ৰনাথৰ স্নেহধন্যা মৈত্ৰেয়ী দেৱীৰ লগত পৰিচয় হৈ বৰ আনন্দ পালোঁ। তেখেতৰ আচাৰ-ব্যৱহাৰ, কথা-বতৰা বৰ আকৰ্ষণীয়। অসমৰ প্ৰতি তেখেতৰ আগ্ৰহ দেখি চিলঙৰ আমাৰ ঘৰলৈ নিমন্ত্ৰণ কৰিলোঁ। স্বামীয়ে তেখেতসকলক অসম দেখুওৱাৰ ভাৰ ল'লে। অৱশ্যে তেখেত সকলৰ অসমলৈ অহা আৰু হৈ নুঠিল।

মৈত্ৰেয়ী দেৱীৰ আমন্ত্ৰণ ক্ৰমে বিশ্বকবি ৰবীন্দ্ৰনাথ দুই-তিনিবাৰ মংপুলৈ গৈ তেখেতসকলৰ ঘৰত থাকি গৈছিল। কবিৰ প্ৰয়াণৰ পাছত সেই ঘৰ স্মৃতি-ভৱন স্বৰূপে ৰাখি সেন দম্পতী বেলেগ ঘৰলৈ যায়। বিশ্বকবিয়ে ব্যৱহাৰ কৰা সকলো বস্তু সেন-দম্পতীয়ে পৰম যত্নেৰে সেই স্মৃতিভৱনত সজাই ৰাখে। মহাকবিক দেখা পোৱাৰ সৌভাগ্য মোৰ হোৱা নাছিল— স্মৃতি চিহ্নখিনিকেই আগ্ৰহেৰে চাই ল'লো।

মংপুৰপৰা আমি দাৰ্জিলিঙলৈ মিঃ সেনৰ গাড়ীতেই আহিলোঁ। তেখেতৰ সৌজন্য আৰু সহৃদয়তা প্ৰশংসনীয়। দাৰ্জিলিঙৰ পৰা কাঞ্চনজঙ্ঘা, আৰু টাইগাৰ হিলৰপৰা কাঞ্চনজঙ্ঘা, গৌৰী শঙ্কৰ, নন্দাদেৱী— এই তিনিটা বিখ্যাত গিৰি শিখৰ একেলগে দেখি আনন্দত আত্মহাৰা হৈছিলোঁ। টাইগাৰ হিলৰ সূৰ্যোদয়ৰ শোভা অবিস্মৰণীয়। পাচৰ জীৱনত কেইবাবাৰো হিমালয়ৰ বিভিন্ন স্থানলৈ গৈ গিৰিৰাজৰ বিভিন্ন ৰূপ দৰ্শন কৰিছোঁ— কিন্তু প্ৰথম দৰ্শনৰ আনন্দৰ তুলনা নাই।

মোৰ এইখিনি কথা পঢ়ি হয়তো বহুতেই হাঁহিব, ক'ব— "আজিৰ দিনত মানুহে সমগ্ৰ পৃথিৱী ভ্ৰমণ কৰি ফুৰিছে, চন্দ্ৰলৈও মানুহ গৈছে, এওঁ মংপু, দাৰ্জিলিং দেখিয়ে মসগুল"। সঁচাকৈয়ে মসগুল হৈছিলোঁ। সময়, সঙ্গী আৰু পৰিৱেশে মানৱ মনৰ অনুভূতিবোৰ নিয়ন্ত্ৰণ কৰে। তেতিয়া মন আছিল সজীৱ, সেই মনৰ আনন্দ আহৰণ কৰিব পৰা শক্তিও আছিল প্ৰচুৰ। তদুপৰি, পৃথিৱী ভ্ৰমণ কৰা দূৰৰ কথা, আমাৰ নিজৰ দেশৰ দিল্লী, বোম্বাই, আগ্ৰা দেখা মানুহৰ সংখ্যা— বিশেষকৈ মহিলাৰ, সেই দিনত নিচেই কম আছিল। পৰিণত বয়সত তীৰ্থ কৰিবলৈ কাশী, গয়া, পুৰী, মথুৰা-বৃন্দাবনলৈ কিছু হিন্দু লোক আৰু হজ কৰিবলৈ কিছু মুছলিম লোক মক্কালৈ গৈছিল। সুদূৰৰ আহ্বানত কিছু মানুহ অৱশ্যে বাহিৰ ওলাই গৈছিল— সেই সকলে লিখা কাহিনী পঢ়িয়েই অনেক মানুহে ভ্ৰমণৰ আকাঙ্খা পূৰ্ণ কৰিছিল। ময়ো আছিলোঁ সেই দলৰে এজন। তেনেস্থলত এই ভ্ৰমণ-পৰ্ব্ব মোৰ বাবে হৈ পৰিছিল অতি উপভোগ্য। পৰিতৃপ্ত মন এটা লৈ যথাসময়ত চিলঙলৈ উভতিলোঁ।

স্বামীৰ চাকৰি জীৱনত আৰু দুবাৰ তেখেতৰ লগত ফুৰিবলৈ যোৱাৰ সুবিধা মই পাইছিলোঁ— এবাৰ উত্তৰ ভাৰতলৈ আৰু এবাৰ দক্ষিণ ভাৰতলৈ। বন-বিভাগৰ সৰ্ব্বভাৰতীয় সম্মিলন এখনত যোগ দিবলৈ কৰ্ত্তৃপক্ষই ১৯৫৫ চনত তেখেতক উটকামাণ্ডলৈ পঠিয়ায়; লগতে অসমত পাতিব খোজা চিৰিয়াখানা খনৰ কাৰণে অভিজ্ঞতা সঞ্চয়ৰ উদ্দেশ্যে মাদ্ৰাজ, মহীশূৰ আৰু কলিকতাৰ চিৰিয়াখানা চাই আহিবলৈ নিৰ্দ্দেশ দিয়ে। তেখেতে সেই সুযোগতে দক্ষিণ ভাৰতৰ কেইখনমান প্ৰধান ঠাই চাই অহাৰ মনেৰে কেইদিনমানৰ ছুটী লৈ যায়।

স্বামীৰ লগত ময়ো ওলালোঁ। ডাঙৰ জোঁৱাই ভৱদেৱ শৰ্মা চিলঙলৈ বদলি হৈ অহাত মোৰ ঘৰ-সংসাৰৰ চিন্তাও বহুখিনি পাতলিল। ভাগিনীয়েকহঁতক এৰি মোৰ সৰু দুয়োজনী ছোৱালী আমাৰ লগত যাবলৈ ইচ্ছা নকৰিলে। দ্বিতীয় জোঁৱাই আছিল আমেৰিকাৰ ওৱাছিংটনত। আমাৰ জীয়ৰী ইৰাকো

তালৈ পঠিয়াবলৈ আমালৈ লিখি আছিল। দক্ষিণ ভাৰতৰ পৰা আমি ঘূৰি অহাৰ পিছতেই ইৰাকো সুদূৰ আমেৰিকালৈ পঠিয়াবলৈ স্থিৰ কৰি দেউতাকে আৱশ্যকীয় সকলো ব্যৱস্থা কৰি থ'লে। সেই সময়ত আমাৰ ল'ৰা দেৱকুমাৰে কলিকতাত এম,এছ,ছি আৰু আইন পঢ়ি আছিল; সময়টো পূজাৰ বন্ধৰ ভিতৰত পৰা বাবে যাওঁতে তেওঁকো লৈ গলোঁ।

সেই বাৰৰ ভ্ৰমণ বৰ সুখৰ হৈছিল। দক্ষিণ ভাৰতৰ ত্ৰিচিনাপল্লী, মাদুৰাই, কন্যাকুমাৰী, ৰামেশ্বৰ সেতুবন্ধ আদি ঠাইৰ কাৰুকাৰ্য্যময় মন্দিৰ বোৰ দেখি মুগ্ধ হৈছিলোঁ। বহুদিন ধৰি মনৰ ভিতৰত সাঁচি ৰখা সমুদ্ৰ দৰ্শনৰ অভিলাষো পূৰ্ণ হৈছিল। হেপাঁহ পলুৱাই ৰামেশ্বৰম্ আৰু পুৰীৰ সমুদ্ৰত স্নান কৰিছিলোঁ।

আগৰ ব্যৱস্থামতেই আমি ঘূৰি আহি কলিকতা পোৱাৰ পাচতেই চিলঙৰ পৰা ইৰা কেঁচুৱাসহ আমাৰ লগ লাগিলহি। থুনুক-থানাক মাতেৰে অতি মৰম লগা হৈ উঠা নাতিনী ৰাণী জনীক এৰিবলৈ বৰ টান পাইছিলোঁ। সুদূৰ বিদেশলৈ অকণমানি নাতিনীটোৰে সৈতে ছোৱালীজনীক পঠাবলৈ চিন্তা লাগিছিল। অৱশ্যে জোঁৱাই আনন্দেশ্বৰে বাৰে বাৰে আশ্বাস দিছিল ভয়ৰ কাৰণ নাই বুলি। ভগৱানকে ভৰসা কৰি ইৰাক প্লেনত তুলি দি আমি ঘৰমুৱা হ'লোঁ। কলিকতাৰ পৰা অসম পাওঁতে তেতিয়া তিনিদিন লাগিছিল। এৰাতি গুৱাহাটীতে থাকি চতুৰ্থ দিনা চিলং পালোঁহি। ঘৰ পাইয়ে জোঁৱাইৰ টেলিগ্ৰাম পালোঁ— ইৰা ভালে ভালে পালেগৈ। আমি গুৱাহাটী পোৱাৰ আগতেই ইৰা গৈ ওৱাছিংটন পাইছিল। আনন্দেশ্বৰে পত্নী আৰু কন্যাৰ অপেক্ষাত নিউয়ৰ্কৰ বিমানবন্দৰত ৰৈ আছিল— পিতা-পুত্ৰীৰ প্ৰথম সাক্ষাৎ তাতেই। তাৰ পৰা গাড়ীৰে নিজ বাসস্থান ওৱাছিংটনলৈ যায়। তেতিয়া কন্যা বিদায়ৰ বেদনাতকৈ চিন্তাত আমাৰ মন বেচি ভাৰাক্ৰান্ত হৈ পৰিছিল।

১৯৫৭ চনৰ ডিচেম্বৰ মাহত বন বিভাগৰ সন্মিলন এখনত যোগ দিবলৈ স্বামী দেৰাদুনলৈ যাবলৈ ওলাল। বেবী, অনুক লৈ ময়ো তেখেতৰ সঙ্গী হ'লো। ডাঙৰ জী-জোঁৱাই মীৰা-ভৱদেৱ তেতিয়া দিল্লীত। মীৰাৰ কোলা শুৱনী কৰিছে প্ৰথম সন্তান পিতুৱে।

প্ৰথমতে, আমি যথা সময়ত দেৰাদুন পালোগৈ। থকা-মেলাৰ সকলো ব্যৱস্থা সন্মিলনৰ ফালৰ পৰা সুন্দৰকৈ কৰি থোৱা আছিল। উদ্যোক্তা সকলে সন্মিলনৰ মাজে মাজে সময়-সুবিধা মতে অতিথি বৃন্দকো হৰিদ্বাৰ, হৃষীকেশ, মুচৌৰী, চণ্ডীগড় আদি ওচৰৰ প্ৰধান ঠাইবোৰ দেখুৱায়। তদুপৰি তেওঁলোকে আকৰ্ষণীয় খেল-ধেমালি, বিচিত্ৰানুষ্ঠান, টি পাৰ্টি, ডিনাৰ পাৰ্টি আদিৰে অতিথিক

আদৰ-আপ্যায়িত কৰে। তাতে এ,ছি,এফ পদৰ বাছনি পৰীক্ষাত উত্তীৰ্ণ হৈ দেৰাদুনত প্ৰশিক্ষণ লৈ থকা অসমীয়া ল'ৰা কেইজন মানকো লগ পাওঁ। বন বিভাগৰ উচ্চ বিষয়া আমাৰ ভাগীন শ্ৰীপ্ৰমোদ চন্দ্ৰ গোস্বামীও হাজৰিবাগৰ তেওঁৰ কৰ্মথলীৰ পৰা আহি সন্মিলনত যোগ দিছিল। প্ৰখৰ বুদ্ধিশালী আৰু আমোদ কৌতুকপ্ৰিয় প্ৰমোদৰ উপস্থিতিয়ে আমাৰ দেৰাদুন বাসৰ সময়খিনি আনন্দময় কৰি তুলিছিল। তেওঁৰ আগ্ৰহতেই ঘূৰি অহাৰ বাটত হাজৰিবাগত নামি ভাগিনবোৱাৰী শ্ৰীমতী গীতা আৰু অকণমানি ৰুবীৰ (এতিয়াৰ সুখ্যাত গায়িকা শ্ৰীমতী মিত্ৰা ফুকন) সান্নিধ্যত পৰম আনন্দেৰে তিনিটা দিন কটাই আহোঁ। সেইখিনি সময়ৰ ভিতৰতে প্ৰমোদে আমাক গয়া, বুদ্ধ গয়া আৰু তিলায়া ডেম দেখুৱায়।

গয়া ক্ষেত্ৰত মোৰ স্বামীয়ে তেখেতৰ পিতৃ-মাতৃ, মোৰ পিতৃ-মাতৃ আৰু অন্যান্য পৰলোকগত আত্মীয়-স্বজনৰ শ্ৰাদ্ধ-তৰ্পনাদি সমাধা কৰে। বুদ্ধ গয়াৰ পবিত্ৰ, নিৰ্মল পৰিৱেশত তথাগতৰ প্ৰতিমূৰ্ত্তিৰ সন্মুখত বহি বৌদ্ধ সন্যাসী সকলে তদগত চিত্তে কৰা পূজা-উপাসনা চাই আমাৰো অন্তৰ শ্ৰদ্ধা-ভক্তিৰে উপচি পৰিছিল। মহাকবি ৰবীন্দ্ৰনাথৰ কবিতাৰ কেইটামান শাৰী যেন ৰূপ ধৰি বিকশিত হৈ উঠিছিল চকুৰ সন্মুখত:

"বসিছেন পদ্মাসনে প্ৰসন্ন প্ৰশান্ত মনে
নিৰঞ্জন আনন্দ মূৰতি—
দৃষ্টিহতে শান্তি ঝৰে, স্ফুৰিছে অধৰ পৰে
কৰুনাৰ সুধাহাস্য জ্যোতি—"।

সেইবোৰ স্মৃতিয়ে এতিয়াও মনলৈ শান্তি কঢ়িয়াই আনে। সংসাৰৰ প্ৰয়োজনত প্ৰিয়জন সকল আঁতৰি থাকিলেও স্মৃতিৰ সম্পদখিনি অটুত থাকে।

মোৰ স্বামীয়ে আগৰবাৰৰ নিচিনাকৈ এইবাৰো কিছুদিনৰ ছুটী লৈ থৈছিল— সেই কাৰণে সন্মিলনৰ শেষত অলপ ফুৰি-চাকি অহাত আমাৰ অসুবিধা নহ'ল। প্ৰথমতে আমি দিল্লীলৈ গৈ ভৱদেৱ-মীৰাৰ আলহী হওঁ। আমাক পাই তেওঁলোকৰ বৰ আনন্দ হ'ল; ভাগিনীয়েকক পাই বেবী-অনুৰ মহা স্ফূৰ্ত্তি। নতুন গৃহিনী মীৰাই তেওঁৰ ৰন্ধন-নৈপুণ্যৰ পৰিচয় দিয়াত ব্যস্ত হৈ পৰিল— নতুনকৈ শিকা ৰন্ধন প্ৰণালী বোৰৰ লগতো আমাক চিনাকি কৰি দিলে। ভৱদেৱ অফিচতে ব্যস্ত থাকে— আমি মীৰাক লৈয়ে দিল্লীৰ ইতিহাস প্ৰসিদ্ধ ঠাইবিলাক চাবলৈ ওলালোঁ। দেখিলোঁ— মীৰা অলপ দিনৰ ভিতৰতে এগৰাকী নিপুণ গাইডো হৈ পৰিছে। দিল্লীৰ প্ৰধান দ্ৰষ্টব্য স্থান আৰু দোকান বজাৰ— সকলো তেওঁৰ সুপৰিচিত।

দিল্লী চোৱা শেষ কৰি আগ্ৰালৈ যাত্ৰা কৰিলোঁ। সেই সময়ত এখেতৰ জ্যেষ্ঠ বিষয়া আৰু অকৃত্ৰিম বন্ধু, অসমৰ দ্বিতীয় কনজাৰভেটৰ শ্ৰীযুত কুঞ্জ বিহাৰী মোহনলালদেৱৰ জ্যেষ্ঠপুত্ৰ অনন্ত মোহন লাল আই, এ এছ— চাকৰি সূত্ৰে আগ্ৰাত থাকে। সেয়ে আমাৰ থকা-মেলাব অলপো অসুবিধা নহ'ল। তেখেত সকলৰ নিজৰ গাড়ীৰে আমাক তাজমহল, আগ্ৰা ফোট আদি সকলো চাবলগীয়া ঠাই দেখুৱালে। জীয়েক চিত্ৰাকো লগত দিলে। চাহজাহানৰ অমৰ প্ৰেমৰ নিদৰ্শন তাজমহল চাই হেঁপাহ নপলায়। বেচিভাগ সময় তাতেই বহি থাকিলোঁ।

শ্ৰীমতী মোহন লাল সেই সময়ত পুতেকৰ লগত আগ্ৰাত আছিলহি। তেখেতক পাই মই নিজৰ বাইদেউক পোৱা যেন লাগিল। আগ্ৰা পোৱাৰ পিছদিনা তেখেতৰ লগতে ওলাই আগ্ৰাৰ পৰা কিছু দূৰত অৱস্থিত, মোগল সম্ৰাট আকবৰৰ এসময়ৰ ৰাজধানী ফতেহপুৰ চিক্ৰিলৈ গ'লো। গোটেই দিন ধৰি সেইজন সম্ৰাটৰ অক্ষয় কীৰ্ত্তি স্বৰূপ ফতেহপুৰ চিক্ৰি চাই আবেলি সময়ত উভতি ৰাতিৰ ট্ৰেনত লক্ষ্ণৌলৈ যাত্ৰা কৰিলোঁ।

উত্তৰ প্ৰদেশৰ অতিশয় সম্ভ্ৰান্ত আৰু উচ্চশিক্ষিত পৰিয়ালৰ জীয়ৰী, অসাধাৰণ বিদূষী আৰু ধৰ্মপ্ৰাণা মহিলা কমলা মোহনলালৰ গুণৰ কথা কৈ অন্ত কৰিব নোৱাৰি। মোৰ সঞ্চিত স্মৃতি-সম্পদৰ, কমলা মোহনলাল এটি উজ্জ্বল ৰত্ন।

লক্ষ্ণৌৰ ঐতিহাসিক স্থানসমূহ চাই বাৰাণসীলৈ গৈ তাত ভাল হোটেল এটাত ঠাই লৈ গধূলি বিশ্বনাথ মন্দিৰলৈ গ'লোঁ— বিশ্বনাথৰ আৰতি চোৱাৰ বহুদিনীয়া বাসনা পূৰ্ণ কৰাৰ আশাৰে। তেতিয়া আৰতি আৰম্ভ হৈছে, ক'তো অকণো ঠাই নাই। পাণ্ডাই আমাক একাষৰ চিৰি এটাতে বহিবলৈ দিলে। তাৰ পৰা সুন্দৰ ভাবে আৰতি দেখা পালোঁ— শত শত ভক্তৰ ব্যাকুল ভক্তিয়ে সঁচাকৈয়ে যেন মহপ্ৰভু বিশ্বনাথৰ লিঙ্গ মূৰ্ত্তিক জীৱন্ত কৰি তুলিছে। অভিভূত হ'লো আৰু বিশ্বাস হ'ল— সঁচাকৈয়ে ভগৱান নামি আহি এতিয়া এই লিঙ্গ মূৰ্ত্তিৰ ভিতৰত স্থান লৈছেহি। আত্মহাৰা ভক্তৰ আকুল আহ্বান উপেক্ষা কৰি কৈলাসত বা ত্ৰিভুৱনৰ অন্য কোনো স্থানতে তেওঁ স্থিৰ হৈ থাকিব নোৱাৰে— তেওঁ নিজেও যে ভক্তৰ কাৰণে ব্যাকুল। ভক্তই বিশ্বনাথ ৰূপে তেওঁক ইয়াত বিচাৰিছে— অসীমক সীমাৰ মাজলৈ টানি আনিব খুজিছে। ময়ো প্ৰত্যক্ষ ৰূপে প্ৰভুক দৰ্শন কৰিলোঁ— শত শত ভক্তৰ ভক্তিৰ লগত মোৰ ক্ষুদ্ৰ হৃদয়ৰ ক্ষুদ্ৰাতিক্ষুদ্ৰ ভক্তিকণ মিহলাই দি। মন্ত্ৰমুগ্ধৰ দৰে প্ৰভুৰ জ্যোতিৰ্ময় ৰূপ চাই থাকোঁতেই এটা সময়ত পাণ্ডাৰ আহ্বানত চক্ খাই

উঠি দেখিলোঁ— আৰতি শেষ হৈছে। ভক্তই ধীৰে ধীৰে গন্তব্য স্থানলৈ ওলাই গৈছে। নীৰবে স্বামী আৰু ছোৱালীদুটিৰ লগত হোটেল অভিমুখে খোজ ল'লোঁ। স্বামীও সেই সময়ত হৈ পৰিছিল নীৰৱ।

কাশীত দুদিন থাকি বিশ্বনাথ মন্দিৰ, অন্নপূৰ্ণা মন্দিৰ আৰু প্ৰধান মন্দিৰ সমূহ দৰ্শন কৰি মদন মোহন মালব্যদেৱে স্থাপন কৰা হিন্দু বিশ্ববিদ্যালয় চাওঁ। পিছদিনা পুৱা সাৰনাথলৈ গৈ বৌদ্ধ যুগৰ অলেখ কীৰ্ত্তি সম্পদ চাই আবেলিৰ ট্ৰেইনত হাজাৰিবাগলৈ যাওঁ— যি যাত্ৰাৰ সবিশেষ বিৱৰণ আগতে দি অহা হৈছে। ভাগিন প্ৰমোদৰ ঘৰত তিনি দিন থাকি ১৯৫৭ চনৰ জানুৱাৰীৰ প্ৰথম সপ্তাহত চিলং পাওঁহি। স্বামীৰ লগত সেয়ে মোৰ শেষ দীঘলীয়া ভ্ৰমণ।

১৯৬০ চনৰ ডিচেম্বৰ মাহত বেবী অনুৰ স্কুল বন্ধৰ সুবিধা লৈ দীঘলীয়া ভ্ৰমণ এটাত বাহিৰ হ'লো— অলপ শান্তি আৰু পৰিবৰ্ত্তনৰ আশাৰে। প্ৰথমতে ননীয়ে গয়াধামত পিতৃকাৰ্য্য সম্পন্ন কৰাৰ পাচত আগ্ৰা, জয়পুৰ, আজমীৰ, চিতোৰ, উদয়পুৰ, দ্বাৰকা ধাম, বৰোদা, আহমদাবাদ, অজন্তা-ইলোৰা প্ৰভৃতি প্ৰসিদ্ধ স্থান আৰু তীৰ্থ স্থান সমূহলৈ গৈ ডেৰ মাহৰ মূৰত চিলঙলৈ ঘূৰি আহোঁ। ভৱদেৱ মীৰাকো আমাৰ সঙ্গী কৰি লৈছিলোঁ। ভ্ৰমণৰ ফালে দ্বাৰকাধামৰ ৰনছোড়জীৰ মন্দিৰৰ অপূৰ্ব্ব পূজা-উপাসনা আৰু ভক্তসকলৰ ভজন-কীৰ্ত্তনে বহুদিনৰ মূৰত শান্তি আনি দিলে। মহাত্মা গান্ধীৰ স্মৃতি-পূত সবৰমতী আশ্ৰম দৰ্শনৰ সৌভাগ্যও মোৰ সেই যাত্ৰাতেই হৈছিল।

এবাৰ ননী আৰু বেবী-অনু লগত দাৰ্জিলিং আৰু বৈদ্যনাথ ধাম (দেওঘৰ) লৈ যাওঁ। বৈদ্যনাথ ধামত দ্বাদশ জ্যোতিলিঙ্গৰ এক লিঙ্গ, প্ৰখ্যাত 'বৈদ্যনাথ মহাদেব'' আৰু দক্ষ-দুহিতা সতীৰ দেহাংশ পতিত হৈ উদ্ভৱ হোৱা মহাপীঠত 'জয় দূৰ্গা দেৱীৰ' দৰ্শন পাওঁ। সাধু সন্তৰ আশ্ৰমেৰে ভৰা সেই সৰু চহৰখনি আৰু ওচৰৰ নন্দন কানন, তপোবন আৰু ত্ৰিকূট পৰ্ব্বতৰ দৃশ্য অতি আকৰ্ষণীয়। দাৰ্জ্জিলিঙত কেইদিনমান থাকি ফুৰা-চকা কৰি ছোৱালী-দুটিয়েও বৰ আনন্দ পায়।

১৯৬৮ চনত ভাগিন শ্ৰীমান প্ৰফুল্ল গোস্বামীৰ সাদৰ আমন্ত্ৰণত মই, অনু আৰু মৰমৰ ভাগিনী শ্ৰীমতী অম্বিকা দেবী গোস্বামী— স্বৰ্গীয় উমাকান্ত গোস্বামী দেৱৰ সহধৰ্ম্মিনী আৰু প্ৰখ্যাত সাহিত্যিকা মামনি ৰয়ছম গোস্বামীৰ মাতৃ, দিল্লীলৈ গৈ প্ৰায় এমাহ শ্ৰীমানৰ নৰ্থ এভিনিউৰ বাসভৱনত থাকি ওচৰ-পাজৰৰ হৰিদ্বাৰ, হৃষিকেশ, মথুৰা, বৃন্দাবন, আগ্ৰা ইত্যাদি ঠাই চাই আহোঁ। নিৰ্ম্মল হৃদয়া অম্বিকাৰ লগত কটোৱা সেই সুন্দৰ সময়খিনিৰ স্মৃতি

সময়ে সাঁচি থোৱা আছে মোৰ স্মৃতি সংগ্ৰহত।

১৯৭২ চনত ভৱদেৱ-মীৰাৰ লগত শ্ৰীশ্ৰীবদ্ৰিনাথ ধামলৈ যোৱাৰ সুযোগ পাওঁ। মীৰাৰ বান্ধৱী শ্ৰীমতী মামনি দাস (অৱসৰপ্ৰাপ্ত আই, জি, পি শ্ৰী প্ৰদীপ দাসৰ পত্নী) আৰু মোৰ মামা দেৱ নাথ গোস্বামীও আমাৰ সঙ্গী হয়। প্ৰথমতে হৰিদ্বাৰত গঙ্গা স্নান আৰু গঙ্গা মন্দিৰ দৰ্শন কৰি আমি বদৰিকাশ্ৰমলৈ যাত্ৰা কৰোঁ। পথ বিপদ সঙ্কুল হ'লেও প্ৰকৃতিৰ অপৰূপ নিসৰ্গ শোভাই বিমুগ্ধ কৰি ৰখাৰ কাৰণে ভয়-চিন্তা একো অনুভৱ কৰা নাছিলোঁ। এনিশা যোগীমঠত কটাই পিচদিনা পুৱা বদ্ৰীনাথ ধাম পাই অগনন যাত্ৰীৰ মুখ নিঃসৃত— 'বদ্ৰি বিশাল কি জয়' ধ্বনি শুনি আনন্দিত হ'লো। লগে লগে উত্ৰাৱল হৈ পৰিলোঁ— সঁচাকৈয়ে প্ৰভুৰ চৰণ তলত উপস্থিত হ'ব পাৰিছোঁহি নে? সন্মুখৰ কিছু দূৰত জিলিকি আছে সুবৰ্ণ কলসীৰে সুশোভিত মহাপ্ৰভূৰ অপূৰ্ব সুন্দৰ মন্দিৰ, মন্দিৰৰ তলেদি বৈ গৈছে স্বৰ্গীয় শোভাৰে শোভাময়ী পূণ্যতোয়া অলকানন্দা; চাৰিওফালে ৰ'দৰ কিৰণত জলমলাই আছে তুষাৰাবৃত পৰ্ব্বতমালা— সুন্দৰ সপোন এটি দেখা যেনহে লাগিছিল মোৰ। পাণ্ডাৰ নিৰ্দ্দেশমতে অলকানন্দাৰ দলং পাৰ হৈ তপ্তকুণ্ডত স্নান কৰি মন্দিৰৰ দুৱাৰ মুখত থিয় হ'লোগৈ— মহাপ্ৰভূৰ দৰ্শন ভিক্ষাৰে। সেই স্বৰ্গ সদৃশ মহাধামত দুদিন দুৰাতি থাকি স্নান, অভিষেক, পূজা, শৃঙ্গাৰ, আৰতি প্ৰভৃতি বিভিন্ন অনুষ্ঠানত, বিভিন্ন বেশত বদ্ৰি বিশালৰ নয়নাভিৰাম ৰূপ চাই, দুটা দিন অনিৰ্ব্বচনীয় আনন্দত মগ্ন হৈ আছিলোঁ। সেই যাত্ৰাতেই দেৰাদুন, অমৃতসৰ, চণ্ডীগড আৰু চিমলালৈও আমি গৈছিলোঁ। মীৰা মামনিৰ গান আৰু মামাৰ ৰগৰে দীঘলীয়া সময়ছোৱা আনন্দমুখৰ কৰি তুলিছিল। ভৱদেৱৰ কৰ্ম্মকুশলতাত প্ৰৱাসতে ঘৰৰ আৰাম উপভোগ কৰিছিলোঁ।

সাধাৰণতে বেছিভাগ সময়তে মোৰ দেশ ভ্ৰমণৰ সঙ্গী হয় শ্ৰীমান অখিল কুমাৰ ভট্টাচাৰ্য্য। মোৰ আহ্বানত তেওঁ কেতিয়াও সহাঁৰি নিদিয়াকৈ থকা নাই। ভগৱানে তেওঁক যেন চিৰসুখী কৰে— এয়ে মোৰ আন্তৰিক কামনা। তেওঁৰ লগতে উত্তৰ ভাৰত, মধ্যভাৰত, আৰু উৰিষ্যাৰ প্ৰধান স্থান সমূহ দৰ্শন কৰিছিলোঁগৈ। ভ্ৰমণত তেওঁৰো 'নিচা' থকা বাবে সময়বোৰ আনন্দময় হৈ উঠিছিল। ১৯৭৬ চনৰ কাশ্মীৰ ভ্ৰমণৰ সময়ত অখিলৰ উপৰিও জীয়ৰী মীৰা, ভতিজা মহেন্দ্ৰ ভট্টাচাৰ্য্য আৰু তেওঁৰ ভাৰ্য্যা জয়া লগত আছিল। ভূস্বৰ্গ কাশ্মীৰৰ অতুল সৌন্দৰ্য্য সম্ভাৰৰ ছবি মোৰ এলবামত

চিৰস্থায়ী হৈ আছে। সাহিত্যিক আৰু সুৰসিক মহেন্দ্ৰৰ সঙ্গও প্ৰবাসত বৰ উপভোগ্য হৈছিল।

১৯৭৭ চনৰ জানুৱাৰী মাহত প্ৰয়াগত (এলাহাবাদ) অনুষ্ঠিত হোৱা 'কুম্ভমেলা'লৈ গৈছিলোঁ— অখিল আৰু ভাগিন শ্ৰীমান প্ৰফুল্লৰ লগত। ভাৰতৰ সৰ্ব্বপ্ৰধান আৰু সৰ্ব্ববৃহৎ ধৰ্ম্মীয় মেলাখন চাবলৈ তীব্ৰ আকৰ্ষণ অনুভৱ কৰিছিলোঁ। জোঁৱাই ভাস্কৰৰ কৰ্ম্মতৎপৰতাত থকা-মেলাৰ ভাল ব্যৱস্থাই হৈছিল। 'কুম্ভনগৰৰ' ভিতৰতে আশ্ৰয় পাইছিলোঁ। আমাৰ বিয়ৈ-বিয়নী শ্ৰীযুত ভবানীকান্ত বৰুৱা আৰু শ্ৰীমতী অৰুনা বৰুৱাকো তাতে লগ পাওঁ। মোৰ কল্পনাতকৈ বহুগুণে ডাঙৰ মেলাখনৰ মাজে মাজে বিয়ৈ-বিয়নীৰ লগত আনন্দেৰে ঘূৰি ফুৰোঁ— কুম্ভ মেলাৰ বিশালতা আৰু মানসিকতা উপলব্ধি কৰাৰ প্ৰয়াসেৰে। ভাৰতৰ সকলো প্ৰান্তৰ পৰা ৰজা-প্ৰজা, সুখী-দুখী, পুৰুষ-মহিলা নিৰ্ব্বিশেষে লক্ষ লক্ষ পুণ্যকামী নৰ-নাৰী আহি সেই মহাতীৰ্থত সমবেত হৈছিল। সকলোৰে একমাত্ৰ লক্ষ্য— কুম্ভমেলাৰ শুভক্ষণত ত্ৰিবেনীসঙ্গমত পুণ্যস্নান। আশাৰ জ্যোতিত সকলোৰে মুখ উজ্জ্বল। একে লক্ষ্যত, একে স্থানত উপনীত হৈ সকলোৱে যেন একাত্ম হৈ গৈছিল। লোকচক্ষুৰ অন্তৰালত দুৰ্গম গিৰি-গুহাত তপস্যা কৰি থকা মহাযোগী সকলো নামি আহি কুম্ভমেলাত যোগ দিছিল। শঙ্কৰাচাৰ্য্য প্ৰভৃতি ধৰ্ম্মগুৰুসকলেও কুম্ভ নগৰৰ ভিতৰত আসন পাতি বহিছিলহি। হোম-যজ্ঞ, পূজা-উপাসনা, গীতা-ভাগৱত পাঠাদিৰ অকল্পনীয় পৰিবেশত কুম্ভ নগৰক এখন অলৌকিক জগত যেন লাগিছিল।

কুম্ভ স্নানৰ প্ৰধান যোগৰ আগদিনাৰ পৰা ধাৰাসাৰ বৰষুণ হোৱাৰ কাৰণে, দুৰ্ঘটনাৰ আশঙ্কাত মেলাৰ কৰ্তৃপক্ষই কেইটামান ঘাটত স্নান নিষিদ্ধ কৰি দিছিল। বহু যাত্ৰীয়ে স্নানৰ আশা পৰিত্যাগ কৰি বিষন্ন মনে নিজ নিজ আশ্ৰয়স্থলত বহি আছিল। মোৰ মনে নামানিলে। শ্ৰীযুত বৰুৱাৰ লগত অহা 'গৌৰীপ্ৰসাদ' নামৰ নেপালী ল'ৰাজনক সাৰথি কৰি ওলাই গ'লোঁ। বাধা দিব বুলি ভাবি ভাগিন বা ভতিজাক নজনালোঁ। স্নানাৰ্থীৰ অনন্ত প্ৰবাহ দেখি বিস্মিত হ'লো— ময়ো মিলি গ'লোঁ সেই মহা প্ৰবাহত। গৌৰী প্ৰসাদ আহি মোৰ হাত এখনত ধৰি ল'লে— প্ৰবাহৰ লগতে ভাঁহি গৈ এটা সময়ত ত্ৰিবেনী সঙ্গমৰ পুণ্যধাৰাত নামি পৰিলোঁ, তিনিটা বুৰ মাৰি উঠিও আহিলোঁ। ত্ৰিবেনী সঙ্গমৰ পুণ্যধাৰাত নামি পৰিলোঁ, তিনিটা বুৰ মাৰি উঠিও আহিলোঁ। ত্ৰিবেনী সঙ্গমৰ আঠুৱনীয়া পানীত বুৰ মাৰি কি পাইছিলোঁ নাজানোঁ, কিন্তু অসীম তৃপ্তিৰে ভৰি

উঠিছিল মোৰ প্ৰাণ-মন। পাৰলৈ উঠি আহি চাৰিওফালে চাই দেখা পাইছিলোঁ কেৱল মানুহ। আগে পিছে, সোঁফালে-বাওঁফালে, চকুৰে মনিব পৰালৈকে— কেৱল মানুহ। নানা জাতি, নানা বেশ, নানা পৰিধানৰ— পুৰুষ-মহিলা, বৃদ্ধ-শিশু, সাধু-সন্যাসী, যোগী ঋষি নিৰ্বিশেষে অসংখ্য, অজস্ৰ, অগণন মানুহ। 'মহামানৱৰ সাগৰ তীৰৰ' সেই পুণ্যতীৰ্থত খন্তেকৰ কাৰণে হ'লেও মোৰ চিত্ত জাগি উঠিছিল। বাৰে বাৰে প্ৰণাম জনাইছিলোঁ নৰদেৱতাক। প্ৰাণৰো ভিতৰত প্ৰাণত উপলব্ধি কৰিছিলোঁ— এয়েই বিশ্বৰূপ, এয়েই তেওঁৰ বিশ্বৰূপ।

ভগ্নীসমা— শ্ৰীমতী নিৰুপমা কটকী আৰু ড° প্ৰফুল্ল দত্ত গোস্বামীৰ পত্নী শ্ৰীমতী নিৰু গোস্বামীৰ লগত এবাৰ কাঠমাণ্ডুলৈ গৈ শ্ৰীশ্ৰীপশুপতি নাথ মন্দিৰ দৰ্শন কৰি আহিছিলোঁ। পশুপতি নাথ মন্দিৰৰ পৰা অলপ দূৰৰ উন্মুক্ত স্থানত থকা লক্ষ শিৱলিঙ্গৰ দৃশ্য অবিস্মৰণীয়। সেইবাৰৰ ভ্ৰমণত শ্ৰদ্ধেয় শ্ৰীযুত শিৱ প্ৰসাদ কটকী লগত থকা কাৰণে আমি কোনো কথা চিন্তা কৰিবলগীয়া হোৱা নাছিল। পৰম শান্তিৰে কাঠমাণ্ডুৰ ভিতৰৰ আৰু ওচৰৰ দৰ্শনীয় স্থানবিলাক চাইছিলোঁ। তাৰ কেইবছৰমানৰ পাচত আকৌ শ্ৰীযুতা কটকীৰ লগত শ্ৰীশ্ৰীবদ্ৰিনাথ দৰ্শন কৰি আহিছিলোঁ। সেই যাত্ৰাতে হৃষিকেশৰ 'শিবানন্দ আশ্ৰমত' সাধু-মহাপুৰুষ সকলৰ পবিত্ৰ সান্নিধ্যত দুসপ্তাহ থাকি অনাস্বাদিত আনন্দ উপভোগ কৰিছিলোঁ। শ্ৰীযুতা কটকীৰ নিচিনা মনোমত ভ্ৰমণ সঙ্গী পোৱাও সৌভাগ্যৰ বিষয়।

কেইবাখনো ভ্ৰমণ-সাহিত্যৰ লেখিকা, মোৰ কন্যাসমা শ্ৰীমতী দীপিকা ভট্টাচাৰ্য্যৰ উদ্যোগত এবাৰ আমি ন-গৰাকী মহিলাই লগ লাগি উত্তৰ কাশী আৰু গঙ্গোত্ৰী দৰ্শন কৰিবলৈ যাওঁ। মোৰ প্ৰিয় বান্ধবী বিমলী গোস্বামী আৰু তেওঁৰ কন্যা জুনু, দীপিকাৰ তিনিটি কন্যা— ৰঞ্জনা, অঞ্জনা, আৰু অৰ্চ্চনাও আছিল সেই দলত। দেবাত্মা হিমালয়ৰ সুন্দৰ এটি অংশত অৱস্থিত উত্তৰ কাশী নামৰ অনুপম তীৰ্থস্থানখনিত দুদিন থাকি কেইটিমান মন্দিৰ আৰু কেইখনমান আমাৰ প্ৰধান আকাঙ্খিত স্থান গঙ্গোত্ৰীলৈ যাত্ৰা কৰোঁ— ৰাতিপুৱা ব্ৰহ্মমুহূৰ্ত্তে। গঙ্গোত্ৰীলৈ তেতিয়ালৈকে— ১৯৮২ চনৰ চেপ্তেম্বৰ মাহলৈকে, যান-বাহন চলাচলৰ পথ সম্পূৰ্ণ হোৱা নাছিল। আমি কিছু পথ বাচেৰে আৰু কিছুপথ পদব্ৰজে অতিক্ৰম কৰি আবেলি পৰত গঙ্গোত্ৰী পাওঁগৈ। গোটেই ছোৱা পথ আই ভাগীৰথীয়ে আমাক সঙ্গ দান কৰি কুলু কুলু সুৰৰ মধুৰ গীত ধ্বনিৰে দুৰ্গম পথৰ ক্লান্তি দূৰ কৰি দিছিল।

দীপিকাৰ সুব্যৱস্থাত 'দাণ্ডী বাবা' নামৰ প্ৰখ্যাত সন্যাসী গৰাকীৰ আশ্ৰমত

আশ্রয় পাওঁ। মাল-পত্র থান-থিত লগাৰ পিছতে আমি গঙ্গা মন্দিৰ অভিমুখে ওলাই যাওঁ— গঙ্গাদেবীৰ দৰ্শন উদ্দেশ্যে— বিশ্বধনিকৰে হিমালয়ত অজস্ৰ ধাৰে ঢালি দিয়া সৌন্দৰ্য্যৰ আকৰ্ষণো কম নাছিল। পৰিপূৰ্ণ অন্তৰেৰে গঙ্গাদেবীৰ সন্ধ্যাৰতি চাই আশ্ৰমৰ ধুনিৰ জুইৰ আশ্রয় লওঁ— প্ৰচণ্ড শীতৰ পৰা ৰক্ষা পাবলৈ। পিছদিনা পুৱা সগৰপুত্র ভগীৰথে তপস্যাৰ বলেৰে সৰগৰ পৰা নমাই অনা পতিত-পাৱনী আই ভগীৰথীৰ পূজা-অৰ্চ্চনা সমাপন কৰি গঙ্গোত্রী ঠাইখন ঘূৰি ফুৰি চাই লৈ ৰাতি ৯ মান বজাত উত্তৰ কাশী পাওঁহি।

অসমৰ বিখ্যাত তীৰ্থ পৰশুৰাম কুণ্ড (বৰ্তমান অৰুণাচলত) তীৰ্থস্থানলৈ গৈছিলোঁ— জী-জোঁৱাই ভাস্কৰ আৰু কৃষ্ণাৰ লগত। ১৯৫০ চনৰ ভূমিকম্পত পাহাৰ ভাগি পৰাৰ ফলত প্ৰাচীন কুণ্ড অদৃশ্য হৈ গৈছে। কিন্তু সেই কুণ্ডৰেই জলধাৰা বৈ গৈ ব্ৰহ্মপুত্ৰৰ ঘূলি এটাত পৰি নতুন পৰশুৰাম কুণ্ডৰ সৃষ্টি হৈছে। জমদগ্নি নন্দন পৰশুৰামে মাতৃহত্যা পাতকৰ পৰা উদ্ধাৰ পোৱা সেই পবিত্র সলিলত স্নান কৰি আমিও নিজকে ধন্য মানিছিলোঁ। পৰশুৰাম কুণ্ডত নতুন বস্ত্ৰ পিন্ধি স্নান কৰি সেই বস্ত্ৰ এৰি অহা নিয়ম। সেই নিয়ম আমিও পালন কৰিছিলোঁ।

গুৱাহাটী বিবেকানন্দ কেন্দ্ৰৰ সুযোগ্য পৰিচালক সতীশ কামাথৰ অনুৰোধত ১৯৮৮ চনৰ জুনমাহত এদল কিশোৰ-কিশোৰীৰ সঙ্গী হৈ নাচিক, পুনা আৰু বোম্বাই ভ্ৰমণ কৰি আহোঁ। এই শিক্ষামূলক ভ্ৰমণৰ পৰিচালক আছিল সতীশ কামাথ নিজে। সেই ভ্ৰমণত কামাথ আৰু ল'ৰা-ছোৱালীহঁতৰ মই নিজৰ 'আইতা' আৰু তেওঁলোক মোৰ নিজৰ নাতি-নাতিনী হৈ পৰিছিল। সেই আনন্দৰ বেলেগ আস্বাদ। তেওঁলোকৰ প্ৰাণ-প্ৰাচুৰ্য্যৰে ভৰা উৎসাহ-উদ্দীপনাই মোৰ স্তিমিত দেহ-মনতো সঞ্জীৱতাৰ সঞ্চাৰ কৰিছিল। ছাত্ৰ-ছাত্ৰীসকলৰ শাৰীৰিক মানসিক উৎকৰ্ষৰ প্ৰতি কামাথৰ অক্লান্ত প্ৰয়াস আৰু সতৰ্কতা দেখি তেওঁলৈ মোৰ স্নেহৰ লগতে শ্ৰদ্ধাও উপজিছিল। তেওঁৰ পৰা পোৱা আদৰ-যত্নৰ কথা কৈ শেষ কৰিব নোৱাৰোঁ। মই তেওঁৰ ওচৰত ঋণী হৈয়ে থাকিলোঁ— কাৰণ, আমাক সুকলমে ঘৰ পোৱাই দি, কেন্দ্ৰৰ বিভিন্ন ঠাইলৈ গৈ বিভিন্ন কামত ব্যস্ত থকাৰ সময়ছোৱাতে ১৯৮৮ চনৰ আগষ্ট মাহৰ বাৰ তাৰিখে, মাত্ৰ কেই দিনমানৰ অসুখত মাদ্ৰাজত তেওঁৰ কৰ্ম্মময় জীৱনৰ অৱসান ঘটে। স্বামী বিবেকানন্দৰ আদৰ্শেৰে অণুপ্ৰানিত এই তৰুণ কৰ্ম্মীজনৰ স্মৃতি পৰম আদৰেৰে মোৰ মনৰ মাজত সাঁচি থৈছোঁ— জীৱনৰ শেষ দিনলৈকে স্নেহ আৰু শ্ৰদ্ধাৰে মই তেওঁক সুঁৱৰিম।

একান্ত আগ্ৰহ থকা সত্বেও কবিগুৰুৰ শান্তিনিকেতন আশ্ৰমলৈ ইমান

দিনে মোৰ যোৱা হৈ উঠা নাছিল। যোৱা ১৯৮৯ চনৰ নবেম্বৰ মাহত অসুস্থ শৰীৰেৰেই ভতিজা অখিলৰ লগত গৈ বিশ্বকবি ৰবীন্দ্ৰনাথৰ পুণ্যস্মৃতিৰে পূৰ্ণ আৰু ধন্য— 'শান্তি নিকেতন আশ্ৰম' দৰ্শন কৰি আহোঁ। প্ৰাচীন ভাৰতৰ ঋষি-মুনিৰ শিক্ষা নিকেতনৰ আৰ্হিত (১৯০১ চনত) মাত্ৰ পাঁচ জন ছাত্ৰৰে বিশ্বকবিয়ে আৰম্ভ কৰা এই বিদ্যা নিকেতনখনি এসময়ত বিশ্ববিদ্যালয় ৰূপ পৰিগ্ৰহণ কৰি 'বিশ্বভাৰতী' নামেৰে সুখ্যাত হৈ উঠে। বিশ্বৰ নানা স্থানৰ ছাত্ৰ-ছাত্ৰীয়ে শিক্ষা গ্ৰহণ কৰি থকা এই বিশ্ববিদ্যালয় ৰবীন্দ্ৰনাথৰ মহিমাৰে সমুজ্জ্বল। ৰবীন্দ্ৰনাথে বিভিন্ন সময়ত বসবাস কৰা কোনাৰ্ক, উদয়ন, শ্যামলী, পুনশ্চ, উদীচী প্ৰভৃতি বাসগৃহ কেইটিত সযতনে সজাই থোৱা হৈছে কবিৰ জীৱন কালত পোৱা নানান মহাৰ্ঘ্য উপহাৰসমূহ আৰু তেখেতে ব্যৱহাৰ কৰা বিবিধ সামগ্ৰীসমূহ। লিখিত পৰিচয় সহ সংৰক্ষণ কৰি থোৱা এই সামগ্ৰী সমূহৰ মাজেৰেই মানস নয়নেৰে প্ৰয়াত কবিৰ দৰ্শন লাভ কৰিলোঁ। কবিৰ আম্ৰকুঞ্জ, বকুলবীথী, মালতী বিতান, ছাতিম তলা, গৌৰ প্ৰাঙ্গন প্ৰভৃতি মোৰ সুপৰিচিত নামৰ স্থানবোৰ নিজ চকুৰে দেখি পুলকিত আৰু শিহৰিত হ'লো। তিনিটা ৰাতি আৰু সম্পূৰ্ণ দুটা দিন শান্তি নিকেতনত থাকি আশ্ৰম খনৰ আত্মাক উপলব্ধি কৰিবলৈ প্ৰযত্ন কৰোঁ। আশ্ৰমত লগ পোৱা অধ্যাপক আৰু ছাত্ৰ-ছাত্ৰীসকলৰ আন্তৰিকতাপূৰ্ণ সুন্দৰ ব্যৱহাৰত আনন্দিত হৈ পৰিপূৰ্ণ মনেৰে ঘূৰি আহিবলৈ সমৰ্থ হৈছিলোঁ— সাহিত্যপ্ৰেমীৰ মহাতীৰ্থ শান্তি নিকেতন আশ্ৰমৰ পৰা।

ভ্ৰমণৰ প্ৰতি প্ৰবল আকৰ্ষণ থকা কাৰণে সেই বিষয়ে হয়তো কিছু বেছি কথা লিখা হ'ল। নিঃকিন লেখিকাৰ এই দুৰ্ব্বলতাখিনি পঢ়োতাসকলে যেন ক্ষমা কৰি দিয়ে।

সংসাৰৰ দায়িত্বসমূহৰ পৰা কিছু পৰিমাণে অব্যাহতি পোৱাৰ পাচত— আলোচনা চক্ৰ, কবি চক্ৰ, লেখিকা সমাৰোহ প্ৰভৃতি সাহিত্য সম্বন্ধীয় কেইটিমান অনুষ্ঠানত সোমাই পৰিলোঁ। তাতেই বিচাৰি পালোঁ মোৰ মনোমত এখন জগত। সেই অনুষ্ঠান সমূহত প্ৰতিভাশালী লেখক-লেখিকাসকলক লগ পাওঁ; তেখেতসকলে পাঠ কৰা তেখেতসকলৰ সুলিখিত গল্প, কবিতা, প্ৰবন্ধাদি শুনিবলৈ পাওঁ। সময়খিনি বৰ সুন্দৰ ভাবে পাৰ হৈ যায়। এদিন ময়ো নিজৰ কবিতা এটি লৈ গৈ সসঙ্কোচে আলোচনাচক্ৰত পাঠ কৰিলোঁ। সুধীসকলৰ উৎসাহ-উদ্গনি পাই তাৰ পাচৰে পৰা মাজে-সময়ে কবিতা, প্ৰবন্ধ দুই এটা লৈ যাবলৈ ধৰিলোঁ। লিখিবলৈও প্ৰেৰণা পালোঁ। প্ৰকাশৰ কথা ভবা নাছিলোঁ। সেইবিষয়ে প্ৰথম অনুপ্ৰেৰণা পাওঁ— মোৰ পৰম স্নেহাস্পদা নাতিনী,

বৰপেটাৰ বিখ্যাত মিশ্ৰ পৰিবাৰৰ বোৱাৰী, সুলেখিকা শ্ৰীমতী নিৰুপমা মিশ্ৰৰ পৰা। তেওঁৰ একান্ত আগ্ৰহ আৰু সস্নেহ তাগিদত অনুপ্ৰাণিত হৈ কবিতাৰ কিতাপ এখন প্ৰকাশ কৰাৰ কথা চিন্তা কৰোঁ। অৱশেষত শ্ৰীমতী জীৱন মাধুৰী নেওগ বৰা আৰু শ্ৰীমতী সুনীতি সোণোৱাল— এই দুই গৰাকী সুলেখিকাৰ আন্তৰিকতাপূৰ্ণ প্ৰচেষ্টাত মোৰ স্বৰচিত কবিতা সংকলন "মন বৃন্দাবন" প্ৰকাশ কৰি উলিওৱা হয়। এই তিনিগৰাকী গুণৱতী কন্যাক মোৰ হিয়ভৰা স্নেহাশীষ জনালোঁ— এই স্মৃতিচাৰণৰ মাজেৰে।

শ্ৰীমতী নিৰুপমা ইমানতে ক্ষান্ত হৈ থকা নাই। তেওঁ সদ্যহতে উঠি পৰি লাগিছে মই ইতিমধ্যে ৰামায়ণ-মহাভাৰতৰ কাহিনীৰ আশ্ৰয় কৰি লিখি থোৱা কাহিনী কেইটামানক কিতাপ আকাৰে প্ৰকাশ কৰিবলৈ। কিতাপ প্ৰকাশিত হোৱা নোহোৱাত মোৰ কোনো ব্যস্ততা নাই। মোৰ একান্ত কাম্য সাহিত্য-জগত খনৰ একাষে বহি সুধীসকলৰ নিঃসৃত সাহিত্য-সুধাৰ আস্বাদ অকণ গ্ৰহণ কৰিবলৈ পালেই মই কৃতাৰ্থ হ'ম। তাতেই মোৰ মনে বিশ্ৰাম পাব— তাতেই পাব মুক্তি।

মোৰ অভিন্নহৃদয়া বান্ধৱী বিমলী গোস্বামী আৰু মই একেলগে সমাজ সেৱাৰ কামত ব্যস্ত হৈ পৰিছিলোঁ। অসম আন্দোলনত যোগ দি আন্দোলনৰ শেষলৈকে সকলো কাৰ্য্যসূচী একেলগে পালন কৰিছিলোঁ; আনন্দ-উৎসৱাদিতো একেলগে যোগ দিছিলোঁ। তেখেতৰ বা মোৰ শাৰীৰিক অসুস্থতাৰ সময়ৰ বাহিৰে ইয়াৰ ব্যতিক্ৰম হোৱা নাছিল। তেখেতৰ প্ৰয়ানৰ সময়লৈকে আমাৰ সেই বন্ধন অটুট আছিল।

অসমীয়া সমাজখনৰ পৰিৱৰ্ত্তন দেখি আমি বিস্মিত হৈছিলোঁ। দুৰ্নীতিয়ে সমাজ আচ্ছন্ন কৰি ধৰা দেখি, মানুহৰ মনৰ পৰা ধৰ্ম্মভাৱ আঁতৰি যোৱা দেখি ক্ষুব্ধ হৈছিলোঁ। আতঙ্কিত হৈ পৰিছিলোঁ তাৰ পৰিণামৰ কথা চিন্তা কৰি। তাৰ প্ৰতিকাৰৰ বাবে আমি আলোচনা কৰি ধৰ্ম্ম সম্বন্ধীয় মহিলা অনুষ্ঠান এটি স্থাপন কৰাৰ কথা ভাবিছিলোঁ। সেই আলোচনাত শ্ৰীমতী দীপিকা ভট্টাচাৰ্য্যও আছিল। আমি আশা কৰিছিলোঁ— মহিলা সকলে ঐক্যবদ্ধ হৈ সৰ্ব্বান্তঃকৰণে যত্ন কৰি ধৰ্ম্মীয় পৰিবেশ এটা আনি, দেশৰ ভৱিষ্যতৰ আশা-ভৰসাৰ স্থল শিশু আৰু কিশোৰ-কিশোৰীসকলৰ মনত ধৰ্ম্মভাৱ জগাই ৰাখিবলৈ সমৰ্থ হ'লে সমাজ আকৌ সুন্দৰ হৈ উঠিব। সেই উদ্দেশ্যে পণ্ডিত প্ৰবৰ শ্ৰীযুত ৰজনীকান্ত দেৱ শৰ্ম্মা, অধ্যাপক কিৰণ শৰ্ম্মা, ডঃ কালীনাথ শৰ্ম্মা, সাহিত্যাচাৰ্য্য স্বৰ্গীয় অতুল চন্দ্ৰ হাজৰিকা, স্বৰ্গীয় বিপিন চন্দ্ৰ গোস্বামী মহামহিমোপাধ্যায় প্ৰমুখ্যে জ্ঞানী গুণী ব্যক্তিসকলৰ লগত পৰামৰ্শ কৰি ৩/৫/৮১

তাৰিখে গুৱাহাটীৰ ছত্ৰাকাৰ দেৱালয়ত "সনাতনধৰ্ম্মী মহিলা সমাজ" নামৰ এক মহিলা অনুষ্ঠান গঠন হয়। ঘৰত ধৰ্ম্মৰ পৰিবেশ গঢ়ি তোলা আৰু উঠি অহা ল'ৰা-ছোৱালীৰ সৎ শিক্ষা দি সৎ পথে পৰিচালিত কৰাই হ'ল 'সনাতন ধৰ্ম্মী মহিলা সমাজ'ৰ প্ৰধান লক্ষ্য। উপদেষ্টা সকলে তাৰ কাৰণে বিশেষ কাৰ্য্য-তালিকা প্ৰস্তুত কৰি দিয়ে আৰু সমাজ-সেৱামূলক কাম কাজেই তাত প্ৰাধান্য লাভ কৰে। স্বৰ্গীয়া স্নেহলতা চক্ৰৱৰ্ত্তী, সৰ্ব্বশ্ৰী নিৰুপমা কটকী, অম্বিকাদেৱী গোস্বামী, বিজয়া চৌধুৰী, জয়ন্তী শৰ্ম্মা, থানেশ্বৰী মেধি, ৰেণু চৌধুৰী, বসন্ত কুমাৰী শৰ্ম্মা, নিশিবালা চৌধুৰী, অনুপমা বৰুৱা প্ৰভৃতি গুৱাহাটীৰ বিশিষ্টা মহিলাসকলে যোগদান কৰি তেখেতসকলৰ সহযোগিতাৰে 'সনাতন ধৰ্ম্মী মহিলা সমাজ'ক আকৰ্ষণীয় কৰি তোলে। ধৰ্ম্মমূলক, সমাজ কল্যাণমূলক কাম কৰাৰ লগে লগে 'অসমৰ অস্তিত্ব ৰক্ষাৰ' আন্দোলনতো অৰিহণা যোগায় এই মহিলা সমাজে।

অসম-আন্দোলনত আৰম্ভণিৰে পৰা মই শেষলৈকে প্ৰত্যক্ষ ভাবে জড়িত আছিলোঁ। এই বিষয়েও দুআষাৰ লিখি মই লিখনী সামৰিম।

সদৌ অসম ছাত্ৰ সংস্থাৰ পৰিচালনাত ১৯৭৯ চনৰ জুন মাহত আৰম্ভ হোৱা অসমৰ অস্তিত্ব ৰক্ষাৰ বাবে হোৱা আন্দোলনত পুৰুষ-মহিলা নিৰ্ব্বিশেষে সকলো দেশপ্ৰেমী অসমীয়াই অকুণ্ঠ সমৰ্থন আৰু সহযোগিতা আগবঢ়াইছিল। মহাত্মা গান্ধীৰ আদৰ্শৰে অনুপ্ৰাণিত এই আন্দোলন সম্পূৰ্ণ অহিংস কাৰ্য্যসূচী আছিল— সত্যাগ্ৰহ; পথবন্ধ; অসম বন্ধ; অসহযোগ; নিষ্প্ৰদীপ; আইন অমান্য; জনতা সান্ধ্য আইন; পিকেটিং; চৰকাৰী কাৰ্য্যসূচী বৰ্জ্জন— ইত্যাদি। এই কাৰ্য্যসূচী সহজ নাছিল। পুলিচ, চি, আৰ, পিৰ সকলো অত্যাচাৰ মূৰ পাতি লৈ অসমৰ দেশপ্ৰেমী নৰ নাৰীয়ে অসীম ধৈৰ্য্য আৰু সহিষ্ণুতাৰে সুদীৰ্ঘ ছয় বছৰ কাল এই আন্দোলন সঞ্জীৱিত কৰি ৰাখিছিল। সমগ্ৰ বিশ্ববাসীয়ে অসম আন্দোলনক অভূতপূৰ্ব অহিংস আন্দোলন বুলি প্ৰশংসা কৰিছিল।

অসমৰ ভাষা-সংস্কৃতিৰ অস্তিত্ব যে প্ৰকৃতাৰ্থত বিপন্ন, উত্তৰ পুৰুষৰ ভৱিষ্যত যে সঁচাকৈয়ে অন্ধকাৰাচ্ছন্ন, সেই কথা উপলব্ধি কৰি সকলো প্ৰকাৰৰ ত্যাগ স্বীকাৰৰ কাৰণে প্ৰস্তুত হৈ অসমৰ মহিলা সকলো আন্দোলনত জপিয়াই পৰিছিল। আন্দোলনৰ প্ৰথম শ্বহীদ খৰ্গেশ্বৰ তালুকদাৰৰ মৃত্যুত ব্যথিত হৈ সেই অন্যায়ৰ প্ৰতিবাদ স্বৰূপে, আন্দোলন তীব্ৰতৰ কৰাৰ সঙ্কল্পৰে আমি মাতৃসকল ৰাজপথলৈ ওলাই আহোঁ। গৃহকৰ্ম্মক গৌণ কৰি আন্দোলনৰ কাম মুখ্য কৰি লওঁ আৰু সকলো বিপদজনক কাৰ্য্যসূচীত যোগ দিবলৈ আগবাঢ়ি যাওঁ। পেট্ৰল উলিয়াই নিয়াৰ আশঙ্কাত বহাৰ নিৰ্দ্দেশ পাই বিমলী

গোস্বামী, স্নেহলতা চক্রবর্ত্তী আৰু এই লেখিকা ৰেলপথত বহিছিলোঁগৈ। সন্তানসকলৰ নির্য্যাতন দেখি আমাৰ মনৰ পৰা মৃত্যু ভয় দূৰ হৈ গৈছিল।

গুৱাহাটীৰ তেল শোধনাগাৰ এলেকাত সান্ধ্য আইন জাৰি কৰিবৰ দিনা গুৱাহাটীৰ লাখ লাখ নৰ-নাৰীয়ে প্ৰাণৰ মায়া পৰিত্যাগ কৰি শোধনাগাৰ এলেকালৈ গৈ সান্ধ্য আইন ভঙ্গ কৰে। লাঠি চাৰ্জ, কন্দুৱা গেছ প্ৰয়োগ আদিৰে জনতাক পিছ হোঁহোকাব নোৱাৰি অৱশেষত অহিংস শক্তিৰ ওচৰত পৰাজয় স্বীকাৰ কৰি চৰকাৰে সান্ধ্য আইন উঠাই লয়।

আন্দোলনৰ কাৰ্য্যসূচী পালন কৰিবলৈ গৈ অসংখ্য বাৰ গ্ৰেপ্তাৰ বৰণ কৰোঁ। শোভাযাত্ৰাৰ সন্মুখ ভাগত থাকি গৰ্জ্জনৰত পুলিচ, চি, আৰ, পিৰ উদ্যত লাঠি আৰু বন্দুক-বেয়নেটৰ আগত অচল-অটল হৈ আছিলোঁ। উপায়ুক্তক স্মাৰক পত্ৰ দিবলৈ যাওঁতে মোক আৰু বিমলী গোস্বামীক অশ্বাৰোহী পুলিচে বেঢ়ি ধৰাত ভীত নহৈ তীব্ৰভাষাৰে গৰিহণা দিছিলোঁ। এদিন মোকে ধৰি চাৰিগৰাকী মহিলাক পুলিচৰ গাড়ীত তুলি লৈ গৈ গুৱাহাটীৰ পৰা বহু দূৰৰ নিৰ্জ্জন ঠাইত এৰি থৈ আহিছিল। আমি বিচলিত হোৱা নাছিলোঁ। বিনা টিকটেৰে ট্ৰেইনত উঠি গৈ আইন অমান্য কৰিছিলোঁ। ছ বছৰীয়া আন্দোলনৰ সহস্ৰ চিহ্ন মনৰ মাজত কিমান যে ঠাহ্ খাই আছে, তাক ভাষাৰে বৰ্ণনা কৰিব নোৱাৰোঁ! অত্যাচাৰ যিমানেই প্ৰবল হয়, অধিক দৃঢ় হয় জনগণ, গভীৰতৰ হয় আন্দোলন।

১৯৮৩ চনৰ অবৈধ নিৰ্ব্বাচন বাধা দিবলৈ যোৱা অহিংস আন্দোলনকাৰীৰ ওপৰত চলোৱা অমানুষিক অত্যাচাৰে সেই সময়ৰ প্ৰশাসনক চিৰকাললৈ কলঙ্কিত কৰি ৰাখিলে। পুলিচ, চি, আৰ, পিৰ দ্বাৰা গুলীবিদ্ধ, অগ্নিদগ্ধ হোৱা অৱস্থাত গুৱাহাটী মেডিকেল কলেজলৈ অনা তৰুণ আন্দোলনকাৰীসকলক দেখি শোকত অভিভূত হৈছিলোঁ। আনহাতে আকৌ, সকলো যন্ত্ৰণা সহ্য কৰি অকাতৰে মৃত্যু বৰণ কৰা অসম সন্তানগণৰ অপৰিসীম দেশপ্ৰেম আৰু মনোবল দেখি অসমীয়া হিচাপে নিজকে ধন্য মানিছিলোঁ। লিখিছিলোঁ—

.......অসমৰ জীয়ৰী বোৱাৰী! আঁহা আজি বাহিৰ ওলাই—
কি মহিমা দেখুৱালে অসম সন্তানে, চকুভৰি লোৱা সবে চাই।
নকৰিবা লাজ ভয় ৰাজপথ বুলি—
অসম সন্তানে চোৱা, ৰাজপথ কৰিছে ৰাঙলী।
ৰাজপথ তীৰ্থস্থান হ'ল—
মৰণক জয় কৰি বীৰ সন্তানৰ দলে, সেন্দুৰীয়া পথ সাজি গ'ল।

মন্ত্রৰ সাধন হেতু কৰি গ'ল শৰীৰ পতন—
অসীমত লীন হ'ল অসমীৰ বুকুৰ ৰতন।

...... ..... .....

অসম আন্দোলনৰ কথা সকলোৰে সুবিদিত। সেই মহান আন্দোলনৰ প্ৰকৃত ৰূপ সংক্ষেপে ফুটাই তোলা মোৰ সাধ্যাতীত। মোৰ এই অক্ষম স্মৃতি চাৰণৰ জৰিয়তে অসমৰ অস্তিত্ব ৰক্ষাৰ অৰ্থে প্ৰাণ উৎসৰ্গ কৰি যোৱা নাৰী পুৰুষ নিৰ্বিৰ্শেষে সকলো শ্বহীদৰ উদ্দেশ্যে যাচিলোঁ মোৰ হিয়াভৰা অশ্ৰুৰ অঞ্জলী। তেওঁলোকৰ আত্মাহুতি অথলে নাযায়, যাব নোৱাৰে। উত্তৰ পুৰুষে নিশ্চয় তেওঁলোকৰ অৰ্দ্ধসমাপ্ত কৰ্ম্মভাৰ হাতত তুলি লৈ এটা সময়ত নিজ লক্ষ্যত উপনীত হ'ব।

* * *

মই এগৰাকী সাধাৰণ নাৰী, শিক্ষা-দীক্ষা, বিদ্যা-বুদ্ধি মোৰ নিচেই সামান্য। আমাৰ যুগৰ আদৰ্শৰ লগত আজিৰ যুগৰ আদৰ্শৰো বহুত পাৰ্থক্য। জীৱনধাৰা, চিন্তাধাৰা সকলোৰে পৰিৱৰ্ত্তন ঘটিছে। মোৰ এই নিঃকিন স্মৃতি-চাৰণে আজিৰ যুগৰ সুশিক্ষিত পাঠক-পাঠিকাক আনন্দ দান কৰিব পাৰিবনে নোৱাৰে নাজানোঁ। মই মাথোন জীৱনৰ শেষ প্ৰান্তত উপস্থিত হৈ অতীতৰ দিনবিলাকলৈ ঘূৰি চাই, যিবোৰ কথাই এসময়ত মোৰ মনত ৰেখাপাত কৰিছিল, বিশেষ আনন্দ বা বিশেষ বেদনাৰ সৃষ্টি কৰিছিল— সেইখিনিকেই বিচাৰি উলিয়াই নিজস্ব ধৰণে লিখি যোৱাৰ প্ৰয়াস এটা কৰিছো মাথোন। স্নেহাস্পদা শ্ৰীমতী মলয়া খাওণ্ড আৰু স্নেহৰ নাতিনী ড° ইন্দিৰা গোস্বামীৰ উৎসাহ-উদ্গনিয়ে মনত প্ৰেৰণা যোগালে— এৰি অহা দিনবোৰৰ বিৱৰণ এটি লিখিবলৈ আগ্ৰহ উপজিল। মনৰ কুঠৰিত থুপ খাই থকা স্মৃতিৰাজি সুশৃঙ্খল ভাবে হয়তো সজাব পৰা নাই— খেলি-মেলিও হৈ গৈছে। মনন্দ খেলা বৰ বিস্ময়কৰ। কোনটো আগ, কোনটো পাচ, কোনটো প্ৰয়োজনীয়, কোনটো অপ্ৰয়োজনীয়, কোন পৰ, কোন আপোন— এইবোৰ হিচাব দেখোন মিলাব পৰা নাযায় অনেক সময়ত। দুয়ে দুয়ে মিলি চাৰি নহৈ সাত, আঠ বা শূন্যও হৈ যায় কেতিয়াবা।

জীৱনৰ আৰম্ভণিৰে পৰা বৰ্ত্তমানলৈকে— সুদীৰ্ঘ এই পথছোৱা পাৰ হৈ আহোঁতে নানান পৰিস্থিতিৰ সন্মুখীন হ'বলগীয়া হৈছো। নানান অভাৱনীয় পৰিবেশৰ লগত নিজকে খাপ খুৱাই ল'ব লগীয়াত পৰিছোঁ; বহু গুণী-জ্ঞানী

জনক লগ পোৱাৰ সৌভাগ্যও ঘটিছে এই বিলাকৰ মাজেদিয়েই। মহাত্মা গান্ধী পৰিচালিত ভাৰতৰ স্বাধীনতা আন্দোলন, দ্বিতীয় মহাসমৰ, দেশ বিভাজন, অসমৰ অস্তিত্ব ৰক্ষাৰ আন্দোলন ইত্যাদি গুৰুত্বপূৰ্ণ ঘটনাসমূহ— যি বিলাক ঘটনাই দেশৰ আৰু দেশবাসীৰ সামাজিক, সাংস্কৃতিক, অৰ্থনৈতিক আৰু মানসিক দিশত বিশেষ পৰিবৰ্ত্তনৰ সৃষ্টি কৰিছে, সেই বিলাকৰ কিছুমানত প্ৰত্যক্ষ আৰু কিছুমানত পৰোক্ষ ভাবে জড়িত হৈ পৰিছিলোঁ মনৰ তাগিদত। নিজৰ জীৱনৰ সুখ-দুখ, উত্থান-পতন, সফলতা-বিফলতাৰ ঘাত-প্ৰতিঘাতটো আছেই। সেই সকলোবোৰৰে আভাস এটি দিবলৈ যাওঁতে কিমানদূৰ সফল হৈছো নাজানোঁ। শৰীৰ অসুস্থ, স্মৃতি শক্তিও ক্ষীণ হৈ আহিছে। ভুল-ভ্ৰান্তিও পঢ়োতাসকলে নিজগুণে মাৰ্জনা কৰি দিয়ে যেন— এয়ে মোৰ বিশেষ অনুৰোধ। □

মীনা আগৰৱালা

# সোঁৱৰণী



মনত পৰাৰে পৰা দেখি আহিছো মা আৰু আইতাৰ (মাৰ মাক) মাজত ডাঙৰ হোৱা আমাৰ ঘৰুৱা পৰিবেশ। মোৰ আঢ়ৈ বছৰ বয়সতে দেউতা নগেন্দ্ৰ নাথ বৰুৱা স্বৰ্গী হয়। ককা (মাৰ দেউতাক) জীৱিত থকাত তেখেতৰ আশ্ৰয়লৈ মা আৰু মোক কেচুৱা ভাইটোৰ সৈতে লৈ আহে যদিও কেইবছৰমান পিছতে তেখেতৰ বিয়োগ ঘটাত আমাৰ একমাত্ৰ মোমাইদেউ ড° দিবাকৰ হাজৰিকাৰ সহায়ত তেজপুৰৰ ঘৰত আমি ডাঙৰ দীঘল হওঁ। অলপ বুজন হোৱাৰেপৰা দেখো মোৰ মা স্কুললৈ যায়, স্কুলৰপৰা আহি পঢ়া-শুনাত ব্যস্ত হৈ পৰাৰ লগতে চিলাইৰ কামত পাকৈত মায়ে আমাৰ আৰু চুবুৰীয়াৰ অন্যৰ বাবে সুন্দৰ সুন্দৰ নমুনাৰে চিলোৱা কাপোৰ, উলৰ পোচাক, তাৰোপৰি তেজপুৰ মহিলা সমিতিৰ কামত লাগি থকা দেখা পাওঁ। আইতা আৰু মাৰ দুখন শালত কাপোৰ থাকেই। ঘৰুৱা কাম-কাজ সকলো নিজ হাতে কৰিবলগীয়া হোৱাত আমি লাহ্-বিলাসত ডাঙৰ হোৱা নাছিলো।

সৰুৰে পৰা পঢ়া-শুনাৰ লগতে খেলা-ধূলাৰ প্ৰতি মোৰ বেচি ৰাপ আছিল। স্কুলৰ জিৰণিৰ সময়কণ আৰু ছুটিৰ পিচত বন্ধু-বান্ধবীৰ লগত গছকুপটি, গাতডু (আজিকালিৰ কাবাডী), ক্ৰিকেট, বেডমিন্টন, স্কিপিং আদি বিবিধ খেল খেলি বৰ আনন্দ পাইছিলো। বন্ধৰ দিনত আইতাৰ তামোল-পাণ যতনাই মহাভাৰত-ৰামায়ণ একান্তমনে শুনিছিলোঁ। আকাশী বন্তি ঘলাই কাতি বিহু পতা, বিহুঘৰ সাজি ভোজ খোৱা, সৰস্বতী পূজাত স্কুলৰ গেট সজাবলৈ দূৰ-দূৰণিৰ পৰা গছ-পাত কঢ়িয়াই অনাত আমাৰ বিশেষ ধাউতি আছিল। বিহু উৎসব বিলাকত বছৰি খেল-ধেমালীত যোগ দি মোৰ বান্ধবী পাৰুল দাস (প্ৰাঃ অধ্যক্ষা, ৰহা বুনিয়াদী প্ৰশিক্ষণ কেন্দ্ৰ) আৰু মই সদায় পুৰস্কাৰ

লাভ কৰিছিলো। আমি যোগ দিয়া খেলবিলাক আছিল লং জাম্প, কক ফাইট, স্কিপিং, সংগীত সৰ ইত্যাদি ইত্যাদি। সেয়েহে এই বয়সলৈকে খেল চাই বৰ ভাল পাওঁ। দূৰদৰ্শনে জানিবা সেই আশা পূৰণ কৰিছে। সেই সময়ত তেজপুৰত ছোৱালীয়ে চাইকেল নচলায়। গতিকে পাৰুলহঁতৰ ঘৰলৈ ককায়েকৰ বন্ধু বান্ধবে চাইকেল লৈ আহিলে আমি মনে মনে শিকি ৰাস্তাত এপাক মাৰি আহো। সৰুৰেপৰা ৰাষ্ট্ৰীয় সন্মিলন, অসম সাহিত্য সন্মিলন, বিহু উৎসৱ আদিত নৃত্য-গীত, অভিনয়ত অংশ গ্ৰহণ কৰিবলৈ সুবিধা পাইছিলো। বিষ্ণু ককাইদেউ (ৰাভা) আৰু চন্দ্ৰবালা বাইদেউৰ তত্বাৱধানত আমি গীত-মাত পৰিবেশন কৰিছিলো। বাৰ বছৰমান বয়সত বিষ্ণু ককাইদেউৱে তেখেতৰ স্বৰচিত গীত "উলাহেৰে নাচি বাগি" বিহু প্ৰতিযোগিতাত যোগ দিবৰ বাবে মোক নাচিবলৈ শিকাইছিল। গীত গাইছিল ঊষা বেজবৰুৱাই (প্ৰাঃ অধ্যক্ষা, তেজপুৰ বহুমুখী কন্যা বিদ্যালয়)। সেই নৃত্যত প্ৰথম পুৰস্কাৰ লবলৈ পাই আনন্দত আত্মহাৰা হৈছিলো। ৰাষ্ট্ৰীয় সন্মিলনত শিকোৱা "বিশ্বৰ ছন্দে ছন্দে", "আজি মন্দিৰ দুৱাৰ খোলা", "বিদায় বেলিকা", আদি গীত, সাহিত্য সভাৰ সংগীত সন্মিলনত শিকোৱা "সুৰৰে দেউলৰে", "কাষতে কলচী লৈ" ইত্যাদি গীতলৈ মনত পৰিলে বিষ্ণু ককাইদেউৰ কথা মনলৈ আহে। আমি যে কিমান উৎপাত কৰিলো। ৰিৰ্হাচেল কৰিবলৈ যাওঁ, অথচ তেখেতক নেপাওঁ। তিনি চাৰিদিনৰ পিচত লগ পালেই আজিৰপৰা আমি নাহো বুলি ঠেহ্ পাতিলেই তৎক্ষণাৎ কেবাটাও গীত শিকাই আমাৰ ঠেহ ভাঙে। মঞ্চত শেষ বাৰ অভিনয় কৰো ১৯৩৮ চনত। ৰূপকোঁৱৰৰ শোণিতকুঁৱৰী নাটকত মই চিত্ৰলেখাৰ অভিনয় কৰি কেবাটাও পুৰস্কাৰ লাভ কৰিছিলো। ঊষা, অনিৰুদ্ধ, বাণ, মদন-ৰতি আদিৰ চৰিত্ৰত আছিল অনু ৰায়চৌধুৰী দাস), মীৰা চলিহা (দাস), ৺পাৰুল দাস, ৺সাধনা বৰুৱা (দত্ত), ৺মমতা বৰুৱা (মেছ) আদি। নাটকখন পৰিচালনাৰ দায়িত্বত আছিল কমলাপ্ৰসাদ আগৰৱালা। ডাঙৰ হৈ অহাৰ লগে লগে মাইঁতৰপৰা ছোৱালীয়ে ইটো কৰিব নেপায় সিটো কৰিব নেপায় ইত্যাদি বাধা পাই মনটো বিদ্ৰোহী হৈ উঠিছিল। একেলগে ডাঙৰ হোৱা মোৰ মাহী ৰেণু (হাজৰিকা) আছিল শান্ত-শিষ্ট— কোনো প্ৰতিবাদ নাই। পুথিভঁৰালৰ মই নিয়মিত পাঠিকা আছিলো। পুৱাই পঢ়া শেষ কৰি টাউন হলৰ (বৰ্ত্তমান হেম বৰুৱা হল) সেই সময়ৰ লাইব্ৰেৰী শ্ৰদ্ধেয় বাণীকান্ত শৰ্ম্মা দেৱৰপৰা নিয়মীয়াকৈ কিতাপ আনি পঢ়িছিলো। সেই সময়ত মিঃ ব্লেকৰ ডিটেকটিভ কাহিনী আৰু দেশ-বিদেশৰ খবৰ মোৰ বৰ প্ৰিয় আছিল। পুৰুষৰ সমানে সমানে আগবঢ়া ৰাচিয়াৰ মহিলাৰ কথাবিলাক পঢ়ি-শুনি ইমান ভাল লাগিছিল

যে লগে লগেই সহপাঠী সকলক সকলো কৈ সান্ত্বনা লভিছিলো, সেই সময়ত প্ৰায়েই ভাবো কিয় বাচিয়াত জন্ম নললো। বিশেষকৈ ছোৱালী বুলি কিবা বাধা পালেই এনে ভাব মনলৈ আহিছিল। মই মনে মনে ডাঙৰ হ'লে বৈমানিক হম বুলি ঠিৰাং কৰিছিলো যদিও পিচলৈ এই বিলাক আকাশত চাং পতা কথা হ'ল। অৱশ্যে মই নোৱাৰিলো যদিও ভগৱানৰ কৃপাত মোৰ সৰু ল'ৰা বৰ্ত্তমানে ভাৰতীয় বায়ু সেনাৰ যুজাৰু বৈমানিক (Fighter Pilot)। মোৰ মনোবাঞ্ছা উত্তৰ পুৰুষে সফল কৰিলে। এইদৰেই শৈশৱ চেমনীয়া কাল হাঁহি ধেমালিত পাৰ কৰিলো।

যৌৱনত ভৰি দিয়াৰ কিছুদিনৰ পিছতে মোৰ জীৱনত ভীষণ পৰিবৰ্ত্তন ঘটিল। কেতিয়াও নভবা কথা এটাই মোৰ অন্তৰ আত্মা কঁপাই তুলিলে। কথাটো হ'ল মোমাইদেউৰ চিঠি এখন মালৈ আহিল। হঠাৎ পাই মই খুলি চালো। চিঠিত মোৰ বিয়াৰ বাবে অহা প্ৰস্তাৱত সমৰ্থন জনাই লিখিছে। বিয়াৰ কথা মই কেতিয়াও ভবা নাছিলো আৰু বৈবাহিক জীৱন সম্পৰ্কে মোৰ কোনো জ্ঞানো নাছিল। মই হতবাক হৈ পৰিলো। মাক কান্দি-কাটি নেখাই নবৈ অতীষ্ঠ কৰি তুলিলো। মোৰ আশা আছিল পঢ়া-শুনা কৰি স্বাধীনভাৱে জীৱিকা নিৰ্বাহ কৰিম। শেষত মায়ে উপায় নাপাই মোমাইদেউলৈ সকলো জনোৱাত মোক তেওঁৰ ওচৰলৈ চিলঙলৈ লৈ গ'ল। তাত মোক স্কুলত দিয়াৰ লগে লগে বহুতো বুজনি দি বিধবা মাৰ অৱস্থাৰ কথা বুজাই শেষত মোক মান্তি কৰালে। ১৯৪০ চনত মাত্ৰ নৱবমানলৈ পঢ়ি থকা অৱস্থাত পোন্ধৰ বছৰ বয়সতে কমলা প্ৰসাদ আগৰৱালাদেৱৰ লগত মোৰ বিবাহ সম্পন্ন হৈ যায়। আচলতে তেতিয়ালৈকে মই "বৈবাহিক সম্বন্ধ" সম্পৰ্কে অজ্ঞাত আছিলো। মোৰ স্বামীৰ দ্বাৰাহে মই এই জ্ঞান আহৰণ কৰো। আজি-কালিৰ ল'ৰা-ছোৱালীক এই সম্পৰ্কে শিক্ষা দিয়া উচিত হৈছে বুলি মোৰ অভিজ্ঞতাৰ পৰা মনে ধৰে। যিহওক, আগৰৱালা পৰিয়ালৰ বহল পৰিবেশ আৰু মোৰ স্বামীৰ উদাৰতাৰ গুণত লাহে লাহে মই বোৱাৰী ৰূপে কৰ্তব্যক আদৰি ললো। মোৰ পঢ়া-শুনাত স্বামীয়ে গুৰুত্ব দি ঘৰুৱা শিক্ষক লগাই দিছিল যদিও ঘৰখনৰ দায়িত্ব কান্ধ পাতি লোৱাত আৰু নিজৰ দূৰদৰ্শিতাৰ অভাৱ হেতু কেইমাহমান পিছতে পাঠ্যপুথিৰপৰা আঁতৰি আহিলো। শিক্ষাগত অৰ্হতাৰ ইমানতে ইতি পৰিল। ইতিমধ্যে কেবাটিও সন্তানৰ মাতৃৰূপে মই সাংসাৰিক ক্ষেত্ৰতো নিজকে বিলীন কৰি দিলো। অতিথি সৎকাৰ— বিবিধ জুতিৰে ৰন্ধা-বঢ়া, জা-জলপান, আচাৰ-জাম জেলি আদি কৰি ভাল পাইছিলো। লগতে চিলাই, উল গোথা আদি কৰি নিজকে ব্যস্ত ৰাখিছিলো যদিও লাহে

লাহে আকৌ মনটো কিবা কৰাৰ ইচ্ছা প্ৰকট হৈ উঠিল। মাজে মাজে মহিলা সমিতিলৈ গৈ সূতা কটা, ৰাষ্ট্ৰভাষাৰ পাঠ্যক্ৰম লোৱা, আলোচনা চক্ৰ আদিত যোগ দিবলৈ ললো। ১৯৪৬ চনত সমিতিৰ শিল্প বিভাগ ঘৰতে (সমিতিৰ ঘৰ নাছিল) চলোৱাৰ দায়িত্ব লৈ শিপিনী সকলক সূতা-নেটা দি বেলেগ বেলেগ নমুনাৰে কাপোৰ বোৱাই চিলাই কৰাই লগতে সভ্যাসকলে ঘৰতে কৰা জা-জলপান আচাৰ আদিৰে উৎপাদিত বস্তুসমূহৰ নিয়মীয়া প্ৰদৰ্শনী পাতি বিক্ৰী কৰাৰ ব্যৱস্থা ললো। এই সম্পৰ্কত প্ৰধানকৈ উৎসাহ দান কৰিছিল সমিতিৰ এগৰাকী প্ৰতিষ্ঠাতা সভানেত্ৰী চন্দ্ৰবালা বৰুৱা, সম্পাদিকা হেমলতা বৰুৱা (মাতৃ) আৰু মোৰ স্বামী কমলা প্ৰসাদে। এইদৰেই কণ কণ শিশুৰে ঘৰখনৰ সম্পূৰ্ণ দায়িত্ব পালন কৰাৰ উপৰিও লাহে লাহে সমাজৰ কামত সোমাই পৰিলো। ঘৰৰ দায়িত্বত মা মোৰ ডাঙৰ সহায় আছিল। ১৯৫০ চনত গুৱাহাটী বেংক বন্ধ হৈ যোৱাত আমাৰ মন ভাঙি পৰিল। সমিতিৰ কষ্টোপাৰ্জিত ধন উক্ত বেংকত থোৱা আছিল। পিছত কিছু উদ্ধাৰ হ'ল যদিও সম্পূৰ্ণ পোৱা নগ'ল। নজনাকৈয়ে এনে সমাজ সেৱাত বিমল আনন্দ অনুভৱ কৰিবলৈ ধৰিলো। ১৯৫১ চনত সমিতিৰ সম্পাদিকা ৰূপে দায়িত্বভাৰ গ্ৰহণ কৰি তেজপুৰ মহিলা সমিতিৰ যোগে পিচপৰা শিক্ষাৰ পোহৰ নোপোৱা দুখীয়া বিধবা মহিলাক স্বাৱলম্বী কৰি আত্মবিকাশ জগাই তুলিবলৈ, শিশুৰ মানসিক উৎকৰ্ষৰ পৰিৱেশ সৃষ্টি কৰিবলৈ সমাজক কুসংস্কাৰ অন্ধ বিশ্বাসৰপৰা মুক্ত কৰিবলৈ চেষ্টা কৰি বৰ্তমানলৈকে সভানেত্ৰী ৰূপে মনে-প্ৰানে ইয়াতেই লাগি আছো। ১৯৫২ চনত সেই সময়ৰ প্ৰধানমন্ত্ৰী জৱাহৰলাল নেহেৰু তেজপুৰলৈ আহোতে কন্যা ৰূপে জীয়ৰী ইন্দিৰা গান্ধী লগত আহিছিল। ইন্দিৰা গান্ধীৰ দ্বাৰা সেই সময়ত সমিতিৰ কাৰ্য্যালয়ৰ ভিত্তি স্থাপন কৰা হয়। প্ৰথম প্ৰচেষ্টা আৰম্ভ হ'ল এটি ঘৰ সজাৰ। পুঁজি সংগ্ৰহৰ বাবে লটাৰি পাতি অসমৰ চিনাকি সম্বন্ধীয় বন্ধু-বান্ধৱ আদিলৈ ব্যক্তিগত চিঠিৰে অনুৰোধ জনাই পুঁজি সংগ্ৰহত লাগি গ'লো। সহকৰ্মীসকলৰ সহযোগত আৰু ৰাইজৰ আশীৰ্বাদত আমি আশাতীত সফলতা লাভ কৰিলো। উৎসাহ বাঢ়ি গ'ল। সেই সময়ৰ উত্তৰ প্ৰদেশৰ মুখ্যমন্ত্ৰী গোবিন্দ বল্লভ পন্তদেৱে লিখা 'ৰাজমুকুট' নাটকখন মোৰ হাতত পৰিছিল। 'ৰাজমুকুট' খন পঢ়ি ধাত্ৰী পান্নাৰ ত্যাগৰ কাহিনী ৰূপায়িত কৰিবলৈ মন চঞ্চল হৈ উঠিল। মই নিজে উক্ত নাটখনি হিন্দীৰপৰা অসমীয়ালৈ অনুবাদ কৰিলো। মঞ্চস্থ কৰাত দেখা গ'ল নাটখনিয়ে বিশেষ সমাদৰ লাভ কৰিলে। মঞ্চশিল্পী তুলসী দাসৰ দ্বাৰা পৰিচালনা কৰোৱা হৈছিল। বৰ্তমান সমাজ কল্যাণ বিভাগৰ সহ সঞ্চালক ৰাণী বৰুৱাই

ধাত্ৰী পান্নাৰ চৰিত্ৰ ৰূপায়িত কৰি সকলোকে মুগ্ধ কৰিব পাৰিছিল। লটাৰি আৰু নাটকৰ পুঁজিৰে তেজপুৰ মহিলা সমিতিৰ "অসম টাইপ" ঘৰ নিৰ্মাণ কৰি বাইছু বহুবীয়া মহিলা সমিতিক স্থায়ী ৰূপ দিবলৈ বদ্ধ পৰিকৰ হ'লো। উদ্দেশ্য নগৰৰ মহিলা সমিতিখনক আদৰ্শ স্বৰূপে কৰি স্বাৱলম্বীভাৱে গঢ়ি তুলিব পাৰিলে গাঁৱৰ মহিলা সমিতিসমূহৰ সংগঠন সহজ হৈ পৰিব। সেই সময়ত স্বেচ্ছাসেৱী মহিলা অনুষ্ঠানে কেৱল মহিলা সমিতিয়েই আছিল বাবে কৰ্মীৰ অভাৱ নাছিল। সকলোৱে কামত সহায় কৰিছিল। বাইজৰ আশীৰ্বাদত সমিতিক বিভিন্ন বিভাগেৰে আকৰ্ষণীয় কৰি তুলিবপৰা হৈছিল। সূতা কটা, বয়ন বিভাগ, হস্তশিল্প বিভাগ, মহিলাৰ খেল-ধেমালিৰ ব্যৱস্থা, শিশুৰ চিত্ৰাংকন প্ৰতিযোগিতা, আকাশ বাণীৰদ্বাৰা শিশুৰ কবিতা আবৃত্তি আদিৰে উৎসাহিত কৰা, প্ৰদৰ্শনী মৌ-মেলৰ যোগে পুঁজি সংগ্ৰহ, আলোচনা চক্ৰ, শিশু দিৱস পালন আদিৰে সমিতিখন সজীৱ কৰি তোলা হয়। ১৯৫৩ চনত কেন্দ্ৰীয় সমাজ কল্যাণ সন্থা স্থাপন হোৱাত উক্ত বিভাগৰ সভানেত্ৰী দুৰ্গাবাই দেশমুখ তেজপুৰলৈ আহোঁতে তেখেতক লগ ধৰি আচনি সম্পৰ্কে জানি তেজপুৰত প্ৰাক-প্ৰাইমেৰী শিক্ষাৰ অভাব মোচনৰ অৰ্থে পূৰ্ব বুনিয়াদী পদ্ধতিত "শিশু ভাৰতী স্কুল" নামাকৰণেৰে সমিতিত তেজপুৰৰ প্ৰথম এনে স্কুল খোলা হয় সমাজ কল্যাণ সন্থাৰ সাহায্যত। বৰ্তমান এই স্কুলে পয়ত্ৰিশ বছৰত ভৰি দিছেহি। সভানেত্ৰী চন্দ্ৰবালা বৰুৱাই সেই সময়ত ছোৱালী মজলীয়া স্কুলৰ প্ৰধান শিক্ষয়িত্ৰী আছিল ত্যাগৰ প্ৰতিমূৰ্তি। আজিৰ শিক্ষয়িত্ৰী বা অন্যান্য চাকৰিৰ দায়িত্বত থকা মহিলাই কামৰপৰা আহি বিচনাত নপৰিলে অসুস্থ হৈ পৰে। মোৰ বয়স কম আছিল বাবে সমিতিৰ যি কোনো কামতে বাইদেউক স্কুলৰপৰা বাহিৰে বাহিৰে আনি ভালকৈ ঘূৰাই-বুৰাই লগত লওঁ। ক'ত ঘৰত আৰাম কৰিব, মোৰ উৎপাতত আকৌ সমিতিৰ কামত ওলাবলৈ বাধ্য হয়। এনে মহৎ মহিলাৰ সান্নিধ্যত আমি সমাজ সেৱাৰ সপোন দেখিছিলো। আজিও যি কেইগৰাকী মহিলা সমিতিত জড়িত হৈ আছে তেখেতৰেই প্ৰেৰণাৰ অৱদান বুলিব পাৰি। মোক তেখেতে এবাৰ কথা কৈছিল, "তুমি যিহেতু সমিতিৰ দায়িত্ব লৈছা গতিকে দিনটোত সাংসাৰিক দায়িত্ব পালনৰ দৰে সমিতিৰ বাবেও চিন্তা কৰি কাম কৰি যাব লাগিব"। এই গুৰু বাক্য মানি বৰ্তমানলৈকে মোৰ ব্যক্তিগত বিপদ-আপদ যিমানেই নহওক কিয়, সমিতিৰ চিন্তাই আজিও কিন্তু ব্যস্ত কৰি ৰাখিছে। এনেদৰেই মই সমিতিৰ সাংগঠনিক তথা কাৰ্য্যালয়ৰ দায়িত্বত ব্যস্ত হৈ পৰি বহুমুখী কামেৰে সমাজত ওতঃপ্ৰোত ৰূপে জড়িত হৈ পৰিলো। বিশেষকৈ দেশৰ দুৰ্যোগসমূহত যেনে— তিব্বতীয় ভগনীয়াৰ

শিবিৰ, ভাষা আদি আন্দোলনত শান্তি প্ৰতিষ্ঠা, চীনা আক্ৰমণ, নেফা কেন্দ্ৰ খোলা, পাক ভাৰত দুখনকৈ যুদ্ধত— বানপানী আদি দুৰ্যোগত দিনে-ৰাতিয়ে সাহায্যৰ বাবে যি পৰিশ্ৰম কৰা হৈছিল আজি অতীত সুঁৱৰি নিজেই আচৰিত হৈ যাওঁ। আনফালে আমাৰ ঘৰতে অসমৰ বাহিৰেও বিভিন্ন সৰ্বভাৰতীয় নেতা-নেত্ৰীৰ বাহৰ। ঘৰখনত অকলশৰীয়া বাবে সম্পূৰ্ণ দায়িত্ব মোৰ ওপৰত পৰিছিল। তাৰ ভিতৰত গান্ধীজীৰ ব্যক্তিগত সচিব প্যাৰালাল, কাকা চাহেব কালেলকাৰ, নানাৱতী, আশাদেবী আৰ্য্যনায়কম, সুচেতা কৃপালনি, কমলা দেৱী চট্টোপাধ্যায়, সৰ্বোদয় কৰ্মীসকল বিমল ঠক্কৰল, দাদা ধৰ্মধিকাৰী, নিৰ্মলা দেশপাণ্ডে, অমল প্ৰভাদাম আদিক সেৱা শুশ্ৰূষা-কৰিবলৈ পাই নিজকে ধন্য মানিছিলো। ইয়াৰ বাহিৰেও মোৰ স্বামী সামাজিক দায়িত্বত থকাৰ বাবে ভাৰতৰ তথা অসমৰ নেতৃস্থানীয় লোকসকলক আৰু গাঁৱৰপৰা অহা অতিথিসকলক নিজ হাঁতে ৰান্ধি বাঢ়ি খুৱাবলৈ সুযোগ পাইছিলো। ইয়াৰ ভিতৰতে বিশেষ উল্লেখযোগ্য ব্যক্তিসকল হ'ল চাৰ আকবাৰ হায়দৰী (অসমৰ গবৰ্ণৰ আছিল), গোপীনাথ বৰদলৈ (অসমৰ মুখ্যমন্ত্ৰী), আচাৰ্য্য কৃপালনী, ফকৰুউদ্দিন আলি আহমেদ, কৃষ্ণমেনন, সমাজসেৱিকা ফ্ৰেজবেডী, তাৰা আলি বেইগ, তাৰাবাঈ আদি বহুতো।

১৯৫৭ চনত দ্বিতীয় সাধাৰণ নিৰ্বাচনৰ আগে আগে মই গুৱাহাটীৰ এখন সভালৈ যাওঁতে পুৱা বাতৰি কাকতত কংগ্ৰেছ প্ৰাৰ্থীৰ লিষ্ট ওলাল। আচৰিত কথা মোক তেজপুৰ সমষ্টিৰ প্ৰাৰ্থী নিৰ্বাচিত কৰিছে। দেখি মই স্তম্ভিত হৈ গ'লো। একেবাৰে নভবা ঘটনা এটা। সেই সময়ৰ মুখ্যমন্ত্ৰী বিষ্ণুৰাম মেধিক লগ ধৰি কলো, "মইতো ৰাজনীতিত নাই। সামাজিক কাম কৰি ভাল পাওঁ বাবে আজৰি সময়ত নিঃস্বাৰ্থ ভাবে কাম কৰি আহিছো।" তেখেতে ক'লে মহিলা প্ৰতিনিধি লাগে বাবেই দিছে। মই ইতিমধ্যে তেজপুৰলৈ আহি স্বামীৰ লগত পৰামৰ্শ কৰি সেই সময়ৰ কংগ্ৰেছ সভাপতি ধেবৰ ভাইলৈ টেলিগ্ৰাম কৰো, "মই এগৰাকী সমাজ সেৱিকাহে— ৰাজনীতিলৈ যাব নোখোজো। মোৰ ঠাইত মহিলা প্ৰাৰ্থী শ্ৰদ্ধেয়া পুষ্পলতা দাস বা স্বৰ্ণ মহন্তক দিয়ক।" শেষত মোৰ প্ৰাৰ্থীত্ব প্ৰত্যাহাৰ কৰিলে যদিও মোৰ স্বামী কমলা প্ৰসাদক প্ৰাৰ্থীৰূপে নিৰ্বাচিত কৰিলে। আৰু এটা মোৰ জীৱনৰ স্মৰণীয় ঘটনা— ১৯৬২ চনৰ ঊনৈশ নৱেম্বৰ। চীনা আক্ৰমণৰ বাবে সেই সময়ত যুদ্ধোত্তৰ গতিত চুয়েটাৰ-লেপ কৰোৱা, কাপোৰ চিলোৱা, প্ৰাথমিক চিকিৎসাৰ প্ৰশিক্ষণ দিওৱা, মহিলা বাহিনীক গৃহৰক্ষী প্ৰশিক্ষণ দিওৱা আদিত আমি ব্যস্ত। এনেতে আকাশ বাণী আৰু চৰকাৰী প্ৰচাৰ মাধ্যমেৰে প্ৰচাৰ কৰা

হ'ল— "তেজপুৰ খালি কৰি দিব লাগে। চীনা বোলে নেফা পালেহি ইত্যাদি।" দলে দলে লোক ঘৰ-বাৰী এৰি যাবলৈ আৰম্ভ কৰিলে। সেইদিনা আমাৰ ঘৰত সৰ্বোদয় নেত্ৰী নিৰ্মলা দেশপাণ্ডে আৰু শৰণীয়া আশ্ৰমৰ দুগৰাকী কৰ্মী আছিল। তেওঁলোকৰ লগত আলোচনা কৰি আমি তেজপুৰত থকাটোকে থিক কৰিলো। অৱশ্যে মোৰ দেৱৰ শ্ৰী হৃদয়ানন্দৰ লগত মোৰ ল'ৰা-ছোৱালী আৰু জ্যোতি ককাইদেউৰ ছোৱালী কেউটি নগাৱলৈ পঠাই দিলো। আবেলি নিৰ্মলা বহনহঁতে মৈত্ৰী আশ্ৰমলৈ যোৱাটোকে ঠিক কৰি গুচি গ'ল। মই আৰু মোৰ স্বামী অকলশৰীয়া হ'লো। অতি ১২ মান বজাত তেতিয়াৰ দৰং কলেজৰ অধ্যক্ষ শ্ৰীবিপিন পাল দাস আৰু মোৰ স্বামী আহি ক'লেহি উপায়ুক্ত ৰাণা কেডি এন সিঙে আমাক যাবলৈ বাধ্য কৰিছে যিহেতু চীনা তেজপুৰ সোমোৱাৰ আগে আগে বিজুলী যোগান আৰু পানী যোগান ডিনামাইট দি ধ্বংস কৰি থৈ তেওঁলোক ব্ৰহ্মপুত্ৰত নাৱেৰে পাৰ হৈ যাব। বহুত বুজোৱাৰ পিছত মই যাবলৈ মান্তি হ'লো। মোৰ থাপনাত প্ৰণিপাত জনাই জনাই প্ৰাৰ্থনা কৰিলো, "হে ভগৱান, তোমাৰ যদি অলৌকিকতা আছে তেনে তোমাৰ থাপনা শত্ৰুৱে যেন স্পৰ্শ কৰিব নোৱাৰে। মাতৃভূমিৰ স্বাধীনতা অক্ষুন্ন ৰাখা"। সেই নিশা উপায়ুক্তই দিয়া গাড়ীখনত মাত্ৰ কেইখনমান পিন্ধা কাপোৰ লৈ মই, মোৰ স্বামী, বিপিন ককাইদেউ পত্নী আৰতিৰে সৈতে গুৱাহাটীলৈ বুলি ৰাওনা হৈ বাটত যথেষ্ট ভিৰ থকাত পুৱা বেলা মংগলদৈ পাই আকাশ বাণী যোগে শুনো চীনাৰ যুদ্ধ বিৰতি প্ৰস্তাৱ। প্ৰভুক শতকোটি প্ৰণিপাত জনাই তেজপুৰলৈ ঘূৰি আহিবলৈ ব্যস্ত হৈ পৰিলো যদিও কোনো গাড়ী তেজপুৰ অভিমুখে নহাত আবেলি কোনোমতে এখন গাড়ী যোগাৰ কৰি তেজপুৰ পাওঁহি গধূলি। ভগৱানৰ কৃপাত পুনৰ ঘৰ সোমালোহি যদিও তেজপুৰ জনশূণ্য। আমাৰ বাবে ই এক প্ৰচণ্ড আঘাত। আজিও শৰণাৰ্থী হোৱাৰ যি মৰ্মান্তিক বেদনা তাক উপলব্ধি কৰো। সেয়েহে যেতিয়া শৰণাৰ্থীসকলৰ ওপৰত কোনো কোনোৱে আক্ৰমণ কৰিলে সহিবলৈ বৰ টান পাওঁ। লাহে লাহে তেজপুৰ আকৌ স্বাভাবিক অৱস্থালৈ ঘূৰি আহিল। আমাৰ কাম আকৌ বাঢ়িল। সেই সময়ত গান্ধী শিষ্যা বিবি আমতোচ চালাম তেজপুৰ পাই সংস্থাপনৰ কামত লাগি গ'ল। মিলিটিৰী হস্পিটালৰ ক্ষত-বিক্ষত জোৱানসকলক মাত দিয়া, বিমান কোঠত খোৱা বস্তুৰ যোগান ধৰাৰ বাহিৰেও থানে-থানে কাপোৰ চিলাই দিওৱাৰ দায়িত্ব মোৰ ওপৰত পৰিল। ঘৰৰ চোতাল কাপোৰেৰে ভৰি পৰিল। ইফালে আমাৰ সভ্যাসকলৰ বেচিভাগ তেজপুৰ পোৱাহি নাই। ঘৰত যাকে য'তে পাওঁ মাতি আনি চিলোৱা, খোৱা বস্তু তৈয়াৰ কৰা

আদি কামত আকৌ ব্যস্ত হৈ পৰি শৰণাৰ্থী হোৱাৰ দুখ পাতলালো। তদুপৰি তেতিয়াৰ নেফাৰ দিবাঙত আৰু ৰূপাত সমিতিৰ হৈ দুটা কেন্দ্ৰ খুলি গ্ৰাম-সেৱিকা দি বিধ্বস্ত অঞ্চলসমূহত সেৱাৰ কাম আৰম্ভ কৰি দিয়া হ'ল। তেতিয়াৰ পাহাৰী ৰাস্তাত মিলিটেৰীৰ বাহিৰে অন্য গাড়ী চলা নাছিল। ছোৱালীহঁতক লৈ "জংগা" গাড়ীত বেচ কষ্ট কৰি অহা-যোৱা কৰিবলগা হৈছিল। শ্ৰীনীৰা ডোগ্ৰা সেই সময়ত অসম সমাজ কল্যাণ সস্থাৰ সভানেত্ৰী আছিল। সস্থাই সাহায্য দিয়াত তাৰে গ্ৰাম সেবিকাৰ দৰমহা, শিশুৰ স্কুলৰ সা-সৰঞ্জাম, খাদ্যবস্তু আৰু সূতা-লেটাৰ যোগান ধৰি দুবছৰমান চলোৱা হৈছিল। পিচলৈ নেফা কৰ্তৃপক্ষই কেন্দ্ৰসমূহৰ দায়িত্ব লোৱাত গ্ৰামসেবিকাসকলকো নিযুক্তি দিয়াত জানিবা সিমানতে উক্ত কেন্দ্ৰসমূহ বন্ধ কৰি দিয়া হ'ল।

ইয়াৰ বাহিৰেও দৰং সমাজ কল্যাণ পৰিচালনা সমিতিৰ সভানেত্ৰীৰূপে কেবাবছৰো মংগলদৈ আৰু বিহালীৰ গাঁৱৰ ভিতৰৰ কেন্দ্ৰসমূহৰ যোগে মহিলা শিশু উন্নয়নৰ কাম চলোৱা হৈছিল। সেই সময়ৰ দৰং জিলাৰ ধনশিৰি আৰু ভৰলী নদীত দলং নথকাত মাৰ নাঁৱেৰে পাৰ হৈ ঘৰখন ল'ৰা-ছোৱালীৰে সৈতে এৰি কেবাদিনলৈকো গৈ গাঁৱত থাকি কামবোৰ পৰিচালনা কৰিবলগা হৈছিল। সমাজ কল্যাণ কেন্দ্ৰত কাম কৰা গ্ৰাম সেৱিকা ধাইসকল বিভিন্ন সম্প্ৰদায়ৰ আছিল বাবে মোক খুৱাবলৈ সংকোচবোধ কৰিছিল। মই সৰ্বধৰ্মৰ প্ৰতি শ্ৰদ্ধাশীল। জাত-পাত মই নামানো। গতিকে "অন্তৰ শুদ্ধিয়েই সকলো শুদ্ধি" বুলি ক'লত আনন্দেৰে ৰান্ধি-বাঢ়ি খুৱাইছিল। সমিতিৰ যোগে বহুতক বেলেগ বেলেগ কামৰ প্ৰশিক্ষণ দিয়া হ'ল, বহুতো আচনি লোৱা হ'ল, পৰ্বতে-ভৈয়ামে যিসকলে সংস্থন পালে হঠাৎ তেওঁলোকৰ কোনোক লগ পালে বাইদেউ বুলি মাতি যেতিয়া কৃতজ্ঞতা প্ৰকাশ কৰে, সেই মুহূৰ্তবোৰেই মোৰ পৰম আনন্দৰ মুহূৰ্ত্ত।

বৰ্তমান গাঁৱৰ প্ৰাথমিক মহিলা সমিতি সমূহৰ উন্নতি কল্পে যৎপৰোনাস্তি চেষ্টা চলাই আছো। গাঁৱৰ মহিলাসকল বহু সজাগ হৈছে যদিও অসুবিধাসমূহ দূৰ কৰিব পাৰিলে তেওঁলোক স্বাৱলম্বী হৈ উঠিব আৰু লগে লগে অন্ধ বিশ্বাসসমূহ আঁতৰাব পৰা যাব বুলি মোৰ দৃঢ় বিশ্বাস। এনে অনুষ্ঠানত যথেষ্ট কৰ্মীৰ আৱশ্যক। কৰ্মী অবিহনে এনে অনুষ্ঠান চলোৱা সম্ভৱপৰ নহয়। অভিজ্ঞতাৰ পৰা মই অনুভৱ কৰিছো— আজি যি বস্তুবাদী সভ্যতাই গা কৰি উঠিছে এই ক্ষেত্ৰত নিঃস্বাৰ্থভাবে কাম কৰা মহিলা কৰ্মী লোপ পাই আহিছে। অবৈতনিক কৰ্মীৰ অভাব। কিবা স্বাৰ্থ নেথাকিলে বা সমাজ সেৱাত আনন্দ নেপালে কোনেও সমাজৰ কাম নকৰে। যিসকলে ত্যাগ স্বীকাৰ কৰি অনুষ্ঠানসমূহ

জীয়াই ৰাখিছে সেইসকলৰ অবিহনে এনে অনুষ্ঠানৰ ভবিষ্যত উজ্জ্বল নহয় যেন মনে ধৰে। বিশেষকৈ অৰাজনৈতিক অনুষ্ঠান আজিৰ যুগত পৰিত্যক্ত হৈ পৰিছে নেকি? মিছনেৰীসকলৰ দৰে যদি আমাৰ শিক্ষাই দীক্ষাই উন্নত নতুন চাম উঠি নাহে তেন্তে ভাৰতৰ দৰে বিশেষকৈ অসমৰ দৰে পিচপৰা ঠাইত কৰিবলগীয়া বহু কাম পিচ পৰি ৰ'ব। ভিতৰুৱা গাওঁবোৰত সোমাই কেৱল স্বাৱলম্বী কৰাই নহয়, সেইসকলক শিক্ষাই-দীক্ষাই স্বাস্থ্যৰ প্ৰতি সজাগ কৰি তুলিব পৰা, বিজ্ঞানসন্মত ভাবে কৃষি, পশুপালন তথা শিল্পসমূহত প্ৰশিক্ষণ দিয়া, আইন সংক্ৰান্ত বিষয়সমূহ অৱগত কৰোৱা, কুসংস্কাৰৰ পৰা মুক্ত কৰি গাঁৱৰ সৰল পৰিবেশ সৃষ্টি কৰিব নোৱাৰিলে সমস্যা বাঢ়ি গৈ থাকিব। অসমীয়া মহিলাৰ সুনাম থকা তাঁতশাল ধোৱা চাঙত উঠো উঠো। কাপোৰৰ জোখ-নমুনাৰ (ডিজাইন) ঠিক নহ'লে বজাৰ নাপায়। জনতা বস্ত্ৰ উৎপাদন কৰিবলৈ কোনোৱে সুবিধা পালেও ৰঙা ফিটাৰ মেৰপাকত প্ৰাপ্যৰ পৰা বঞ্চিত হোৱা, সময়ত কৃষি কামত বা পোহনীয়া জন্তুৰ পালনত বিভাগীয় সহায় নোপোৱা আদি এশ-এবুৰি সমস্যাৰে গাওঁ সমূহ জৰ্জৰিত। সেয়েহে মই ভাবো কলেজৰ ছাত্ৰ-ছাত্ৰীক কেৱল পঢ়াতে সীমাবদ্ধ নেৰাখি অন্ততঃ তিনিমহীয়া পাঠ্যক্ৰম খুলি দি গাৱলৈ নি সংগঠনৰ কামত লগাব পাৰিলে অন্ততঃ তাৰ মাজৰে পৰা কিছু সংখ্যক আগ্ৰহী ছাত্ৰ-ছাত্ৰী নিশ্চয় ওলাব। সেই সকলেই শিক্ষা সাং কৰি যেতিয়া থিতাপি লাগিব নিশ্চয় সমাজ সেৱাৰ কামত বৰঙণি যোগাব যেন মনে ধৰে। আমাৰ যুগ আছিল বেলেগ। সহজ সৰল জীৱন যাপন কৰা, নিঃস্বাৰ্থ লোকসকলৰ দৰ্শন, হাত-কামে লাগি থকা সৎ লোক চাৰিওফালে পৰিবেষ্টিত হৈ থকা আমাৰ চামে দেখিবলৈ পাইছিল। আজিৰ দৰে অন্যায়, লাভখোৰ, বিলাসী, ক'লা বজাৰৰ পয়োভাৰেৰে ধনী হোৱা ব্যক্তিসকলে সমাজত স্থান নেপাইছিল। সেয়েহে আজিৰ পুৰুষক আমি দোষ দিব নোৱাৰো। অন্যায় কৰাটোৱেই যেন ধৰ্ম হৈ পৰিছে। সেয়েহে দেশত ভাই-ভাইয়ে, সম্প্ৰদায়ে-সম্প্ৰদায়ে, ৰাজ্যসমূহত কেৱল অশান্তি-অশান্তি! এইখনেই যে অহিংসাৰ পূজাৰী মহাত্মাৰ দেশ ভাবি আচৰিত হ'ব লাগে। শান্তি যেন ক'তো নাই।

জীৱনটোৱেই হৈছে এখন যুদ্ধক্ষেত্ৰ। এই জীৱনত বহুতো সমস্যাৰ সন্মুখীন হৈছো। কন্যা বিয়োগ, স্বামী বিয়োগ, মোৰ চকু এটি নষ্ট হোৱা আদি কৰি বহুতো দুখজনক পৰিস্থিতিৰ লগত মই যুজিছো, এটি পুত্ৰৰ অসুস্থতাৰ বাবে আজিও মই সাংসাৰিক দায়িত্বৰপৰা মুক্ত হ'ব পৰা নাই। তথাপিও সাধ্যানুসাৰি সমাজৰ কামত আজিও লাগি আছো আৰু তাতেই

শান্তি পাইছো। গান্ধীজীৰ আদৰ্শেৰে অনুষ্ঠানক গঢ় দিবলৈ আৰু নিজেও যিমান পাৰো সহজ-সৰল জীৱন যাপন কৰিবলৈ মই সদায় আগ্ৰহী। ৰান্ধি-বাঢ়ি আলহীক খুৱাই মই বৰ ভাল পাওঁ। পৰাপক্ষত শক্তি অনুসৰি সকলোকে সহায় কৰাটো মোৰ ধৰ্ম বুলি বিবেচনা কৰোঁ। অধ্যয়নত বিশেষ ৰাপ আছিল যদিও চকুৰ বাবে মই বাধাপ্ৰাপ্ত হৈছো। সাধাৰণতে প্ৰবন্ধ পঢ়ি ভাল পাওঁ যদিও অসমৰ বৰ্তমানৰ মহিলা লেখিকা মামনি ৰয়চম গোস্বামী আৰু নিৰুপমা বৰগোহাঞিৰ গল্প উপন্যাসো মোৰ বৰ প্ৰিয়। ধৰ্মগ্ৰন্থসমূহ পঢ়ি ভাল পাওঁ। গীতা মোৰ প্ৰিয় পাঠ্য। জীৱনৰ বিয়লি বেলাত কামনা কৰিছো—

"সৰ্বে ভৱন্তু সুখিনঃ
সৰ্বে সন্তু নিৰাময়ঃ
সৰ্বে ভদ্ৰানি পশ্যন্তু
মা কশ্চিৎ দুখভাগ ভবেৎ
ওম্ শান্তি : ! শান্তি : ! শান্তি : !□

মিত্ৰবৃন্দা বৰুৱা

# মোৰ কথা



মোৰ জীৱনীত লিখিবলগীয়া ডাঙৰ কথা বা দৰ্কাৰী কথা একো নাই। কিন্তু মোৰ যোগেদি যি দুঘৰ মানুহ বা দুটা প্ৰসিদ্ধ বংশৰ যোগাযোগ ঘটিছিল, সেই দুঘৰৰ বিষয়ে জানিবলগীয়া দৰ্কাৰী কথা কিছু নথকা নহয়। মোৰ দেউতা আছিল ইতিহাস প্ৰসিদ্ধ গৌৰাংগ সত্ৰৰ অধিকাৰী। মোৰ মা আছিল শিৱফুটা ন গোঁসাই ঘৰৰ ছোৱালী। ইহঁতৰ দেউতাক ৺অতুল চন্দ্ৰ বৰুৱা অসমৰ প্ৰথম চাহ বাগিছা খোলা খেতিয়ক ৰোষেশ্বৰ বৰুৱা (পদ্মনাথ গোঁহাই বৰুৱাৰ বুৰঞ্জী মতে)ৰ পুত্ৰ লাহদৈগড়, হাতীগড় আদি চাহ বাগিছাৰ মালিক ৺গোপাল বৰুৱাৰ পুত্ৰ। মোৰ শাহু আছিল— তামুলী ফুকনৰ ঘৰৰ বেদান্ত বাচস্পতি ৺ৰাধানাথ ফুকনৰ ভনী।

মোৰ দেউতাৰ ঘৰৰ কথা শ্ৰীমান সোণে (শ্ৰীহৰিশ চন্দ্ৰ গোস্বামী) "গৌৰাং বংশৰ ইতিবৃত্ত আৰু বংশাৱলী" বোলা কিতাপখনত বহলাই লিখিছে। কথাবোৰ ভাল হৈছে। ময়ো আৰ তাৰ পৰা শুনিছোঁ। আদিতে হেনো কান্যকুব্জৰ পৰা ৰজা ৰুদ্ৰসিংহ স্বৰ্গদেৱৰ দিনত তিনিজন কাশ্যপ গোত্ৰৰ বামুণ মানুহ অসমলৈ আহিছিল। তাৰে গৌৰাঙ্গদেৱ নামৰ এজন উজনি অসমলৈ আহি বংশীগোপালদেৱৰ লগ লাগে। দুয়োজন লগ লাগি মাজুলীৰ আউনিআটী সত্ৰ পাতেহি। তাতেই প্ৰথম গৌৰাংগ সত্ৰখন আৰম্ভ হয়। তাৰ পিছত হেনো মোমাই তামুলী বৰবৰুৱাই দৈয়াং অঞ্চলত থকা দেও গোঁসাই নমনা মানুহখিনিক শৰণ লোৱা আদি কামৰ বাবে সহায় কৰিবলৈ গোলাঘাটৰ কাষৰ ঢেকীয়াললৈ গৌৰাং সত্ৰখন নিগাজীকৈ উঠাই আনে। তাতে শ্যামৰায় (বংশীধাৰী কৃষ্ণ) মহাপ্ৰভুৰ বিগ্ৰহ স্থাপন কৰে।

গৌৰাংগৰ শ্যামৰায় গোঁসাই বৰ জাগৃত। সেই বাবে ইয়াৰ ঘাই উৎসৱ

কেইটা বছৰি বৰ নিষ্ঠাৰে পালন কৰা হয়। অকল এঘৰৰ ওপৰত বোজা দিয়াতকৈ বংশৰ চাৰি ঘৰ মূল মানুহে বেলেগ বেলেগ উৎসৱ বাৰ্ষিক হিচাপে পতাৰ দিহা হয়। সেই নিয়ম আজিও চলি আছে।

মই জনামতে গৌৰাংদেৱৰ পৰিনাতি এজনৰ দুজন পুত্ৰ— ডম্বৰুধৰ আৰু উমেশ্বৰ। ডম্বৰুধৰৰ পুত্ৰ হ'ল বিখ্যাত সাহিত্যিক পণ্ডিত হেমচন্দ্ৰ গোস্বামী আৰু জগত চন্দ্ৰ গোস্বামী। উমেশ্বৰৰ পুত্ৰ হ'ল— গঙ্গাধৰ অৰ্থাৎ মোৰ দেউতা আৰু খুৰা গোপাল চন্দ্ৰ গোস্বামী।

মোৰ ককাইদেউ দুজন— গিৰিশ চন্দ্ৰ আৰু কুশদেৱ। তেওঁলোক নাই যদিও ডাঙৰ দাদাৰ পৰিয়ালে মৌজা চলাই ঢেকিয়ালত থাকে আৰু সৰু দাদাৰ পৰিয়াল তাৰ পৰা কিছু নিলগত আধাৰ সত্ৰত থাকিবলৈ লয়। অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি সুসাহিত্যিক শ্ৰীযতীন্দ্ৰ নাথ গোস্বামী মোৰ ডাঙৰ দাদাৰ বৰজোঁৱাই।

মোৰ দেউতাৰ ঘৰখন জাককৰা ঘৰ। দেউতাই অধিকাৰৰ উপৰিও আদিতে গোলাঘাট চিকাৰী ঘাটৰ তহচিলদাৰ বাব খাই ঢেকীয়াল মৌজাদাৰ হৈছিল। হাতী, ম'হ, গৰু-গায়ে ঘৰ ভৰপূৰ। সৰুতে ঘৰত দুটা হাতী থকাৰ কথা বৰ মনত পৰে। মাখুন্দীজনীৰ নাম আছিল ৰংমলা আৰু দঁতাল হাতীটোৰ নাম গণেশ। বৰককাই গিৰিশ গোঁসায়ে হাতীৰ মহল লৈছিল। সেই সূত্ৰেও আমাৰ ঘৰত হাতীৰ আমদানী প্ৰচুৰ আছিল।

আমাৰ ঘৰত মূৰ্তিপূজা নচলিছিল। হাতীত উঠি আমি নিলগৰ পৰাই গোলাঘাট আৰু দেৰগাঁৱৰ দূৰ্গাপূজা চাবলৈ যোৱাৰ কথা মনত পৰে। দেউতাই পূজা চাবলৈ যোৱাটো বৰ ভাল নেপাইছিল যদিও আমাৰ স্ফূৰ্তিত বাধা নিদিছিল।

আমাৰ ঘৰত নাম-প্ৰসংগৰ আদি অন্ত নাই। মোৰ দেউতাই দৈনিক পুৱা-গধূলি নাম-কীৰ্ত্তন কৰাৰ উপৰিও কাতি মহীয়া সংক্ৰান্তিৰ দিনাৰ পৰাই গোটেই মাহটো জুৰি তিনি প্ৰসংগৰ নাম লৈছিল। সেই সংক্ৰান্তিৰ দিনাৰ পৰাই তুলসীৰ ওচৰতো চাকি আৰু আকাশ-বন্তি (দীঘল বাঁহ দুডালেৰে ওপৰত মাটিৰ বা পিতলৰ ফুটা থকা পাত্ৰৰ মাজত জ্বলোৱা চাকি) গোটেই মাহটো জ্বলাইছিল। কাতি মহীয়া আমাৰ নামঘৰত হোৱা নাম প্ৰসঙ্গৰ জাউৰি আজিও যেন মোৰ কাণত বাজি আছে। মূৰত পাগুৰি মৰা ভকত সকলে সূদা গাবে মুখত গামোছা বান্ধি যেতিয়া মাহ-প্ৰসাদ বিলাবলৈ আৰম্ভ কৰে, আমি ল'ৰা-ছোৱালীবোৰ দৌৰি সেইখিনি পোৱাৰ আনন্দ কেতিয়াও পাহৰিব নোৱাৰোঁ।

দৌল উৎসৱটো আমাৰ দেউতাৰ ভাগৰ উৎসৱ। তিনি দিনীয়া এই উৎসৱত আমাৰ ঘৰ মানুহে-দুনুহে গিজগিজাই থাকে। নন্দোৎসৱৰ দিনা আমাৰ গাত তৰণি নোহোৱা হয়। সেই দিনাখন বোকা ভাওনাৰ ৰং তামাছাৰ কথা বৰ্ণাবলৈ ভাষা নাই। হালধিৰ পানী, ফাকু, বোকা হাতত লৈ হোৱা খেদা-খেদি, হাঁহি-খিকিণ্ডালিত ঘৰ মুখৰিত হৈ থাকে। ৰাতিলৈ ভাওনা হয়। এবাৰ হেনো "কালীয় দমন" ভাওনা হৈছিল; কঁৰবাত কিবা খুত লাগিল হ'বলা। কালী সৰ্পই হেনো সঁচাৰ্চাচৈকৈ নাচিবলৈ ধৰিলে। তেতিয়াৰে পৰা কালী দমন ভাওনা পাতিবলৈ বন্ধ হ'ল। উৎসৱৰ তিনিওদিন বংশৰ মানুহখিনি আমাৰ ঘৰত থাকে। চিৰা, পিঠা, কোমল চাউল, কৰাইগুৰি, সান্দহৰ গুৰি আৰু নানান পিঠা-পনা, লাৰু আদি বংশৰ মানুহে লাগি-মেলিয়েই কৰে।

মোৰ জন্ম আনুমানিক ১৯১৮ চনত হয়। মোৰ আগতে মাৰ হেনো ইতিমধ্যে ১৯ টা ল'ৰা-ছোৱালী হৈছিল। অচিন বেমাৰত কেচুৱা কালতে ইটোৰ পিছত সিটোকৈ মৰি-হাজি শেষ হৈছিল। সৰু দাদাৰ ওপৰৰ জন মৰিবৰ সময়ত বোলে ১৩ বছৰীয়া হৈছিল। সেই কালত ভাল চিকিৎসা, প্ৰতিষেধক চিটা আদিৰ ব্যৱস্থা নাছিল। পৰিয়াল পৰিকল্পনা নচলিছিল। আমাৰ মাৰ এই সন্তানবোৰ বেমাৰত পৰি মৰা বুলি দেউতাই কিন্তু ভবা নাছিল। কুগ্ৰহৰ ফলত হোৱা শাওপাতৰ ফলতহে মৰিছিল বুলি ভাবিছিল। ময়ো জন্ম হোৱাৰ পিছতে মৰোঁ বুলি আমাৰ ওচৰৰ গুৰুবাৰী নামৰ চাহ বাগিছাৰ বনুৱা মাইকী এজনীক বেচি দিছিল। মোৰ বিয়াৰ আগে আগেহে বোলে কিনি লৈছিল।

জাককৰা ঘৰখনত খেল-ধেমালিৰ মাজতে আমাৰ দিন কাটিছিল। পঢ়া-শুনাৰ কথাত দেউতাহঁতে বৰকৈ মন-কাণ নিদিছিল। কিন্তু খুৰাদেউ গোলাপ গোস্বামী শিক্ষিত মানুহ। পঢ়া-শুনা ভাল পায়। তেওঁহে আমাক পঢ়া-শুনাত জোৰ দিয়ে। আউনিআটী সত্ৰৰ ফালৰ বগাধৰ নাম কোচ সম্প্ৰদায়ৰ উদাসীন ভকত এজন আছিল। কেও-কিছু নাই। পঢ়া-শুনা কিছু জানে। তেওঁ আহি আমাৰ নামঘৰতে থিতাপি লৈছিল। তেওঁকে যেনিবা খুৰাদেৱে আমাক পঢ়াবলৈ লগাই দিয়ে। খুৰাদেৱে যোগাৰ কৰি দিয়া কিতাপ বগাধৰে পঢ়ে আৰু আমি শুনি মুখস্থ কৰোঁ। তাৰে দুই এফাঁকি— যেনে: "সোণাময় ল'ৰাকাল, শিক্ষাৰ সময় ভাল"— এতিয়াও মনত পৰে। তেওঁ লিখিবলৈ নিশিকাইছিল। লিখাটো যে দৰ্কাৰী কথা সেই বিষয়ে মন-কাণো কৰা হোৱা নাছিল। মধুমিশ্ৰ সত্ৰৰ দ্বাৰিকা গোঁসাই আহিলে আমাৰ 'স্কুল' তেওঁ থকালৈকে বন্ধ থাকে। তাৰ কাৰণ নোহোৱা নহয়। তেখেত মানুহ জন পুৰণি ধৰণৰ

'ভাল' মানুহ। বগা ঘোঁৰাত উঠি আমাৰ ঘৰলৈ আহে। আমি তেওঁক কল্কী অৱতাৰ বুলি কওঁ। ছোৱালীয়ে পঢ়াৰ কথা শুনিলে তেওঁ একেবাৰে টিঙিবি তুলা যেন হয়। তেওঁ ঘৰত থকালৈ আমাৰ পঢ়া বন্ধ কৰা হয়— জানোচা তেওঁ খং কৰি গুচি যায়গে।

মোৰ আয়ে শাস্ত্ৰৰ স্তোত্ৰবিলাক বৰ ধুনীয়াকৈ গাব পাৰিছিল। পুৱাতে বিচনাতে গায়। আমি শুনি থাকোঁ। শুনি শুনিয়েই মনত ৰখা সেই শ্লোকবোৰ আজিও পাহৰা নাই।

কিতাপৰ কথা নপঢ়ালেও দেউতাহঁতে কিন্তু ধৰ্ম্মৰ কথা, শাস্ত্ৰৰ কথাবোৰ জনাত জোৰ দিছিল। কি কৰিব পায়, নেপায় সেইবোৰ কথা আমি জানিবই লাগিছিল। গা নোধোৱাকৈ খোৱা-বোৱা কৰিব নেপায়; ছোৱালী নামঘৰৰ মণিকূটলৈ যাব নেপায়; দুপ-দুপাই খোজ কাঢ়িব নেপায়; শব্দ কৰি খাব নেপায়— এইবোৰ কথা সৰুৰে পৰা দেখি-শুনি জীৱনটো তেনেধৰণেৰেই গঢ় লৈ উঠিছিল। তিথি, বাৰ অনুযায়ী খোৱা-বোৱাৰ বাচ-বিচাৰ আজিলৈকে চলি আহিছে। তেনেকুৱা আৰু বহুত কথা আছে।

"চুৱা" কথাটোৱে প্ৰাধান্য পাইছিল। এজনে এৰি যোৱা কাঁহীত অন্যজনে খোৱাত বাধা নাছিল। ভাতক চুৱা বুলি গণ্য কৰা হৈছিল। ভাতৰ চৰুত লখিমী থাকে বুলি জানিছিলোঁ। আগদিনা খোৱা ভাতৰ কণিকা লাগি থকা কাঁহী বাটি "বাহীচুৱা"। ই বৰ বেয়া চুৱা। গাত লাগিলে কাপোৰ-কানি, চুলি তিয়াই গা নোধোৱালৈকে নিস্তাৰ নাছিল। বাহী চোতালত পুৰুষে ভৰি দিব নেপায় বুলি আজিও জানো। চুৱা গাৰে (ৰজস্বলা অৱস্থাত) নামঘৰৰ কাষেদিও যাব নেপায়। "অশৌচীয়া" (অৰ্থাৎ বংশত জন্ম হোৱা আৰু মৰা চুৱা) চুৱা সাৱধানতাৰে পালন কৰিবলৈ শিক্ষা দিয়া হৈছিল। আগফালৰ পুখুৰীটোৰ পাৰত কাপোৰ-কানি ধুই পুখুৰীত নামি গা ধুইছিলোঁ। তাৰে পানীও খাইছিলোঁ। বেলেগে খোৱা পানীৰ ব্যৱস্থা আজি-কালিৰ দৰে নাছিল। সেইবোৰ স্বাস্থ্যৰ লগত সম্পৰ্ক থকা কথা মানুহে ভবা নাছিল।

কাপোৰ ধুবৰ বাবে খাৰণিৰ ব্যৱস্থা আছিল। চাবোন সৰু কালত বৰকৈ দেখা নাছিলোঁ। আমাৰ ঘৰৰ কাষতে এখন কুমাৰ গাওঁ আছে। তাৰে পৰা ফুট ছাই আনি, এটা পাচিত ধান খেৰ দি তাৰ ওপৰত ছাইখিনি ঢালি দিওঁ। তাৰ ওপৰত পানী ঢালি দিওঁ। নিগৰি পৰা চাইৰ পানীখিনি চাহপানী বৰণৰ ৰঙচুৱা। সেই পানীৰে কাপোৰ সিজালে ভালকৈ চাফা হয়। গা ধুবলৈ মণিছাল লওঁ। "বাহিৰৰ পৰা" (শৌচাচাৰ কৰি— এই শব্দটো আমি তেনেকৈয়ে ব্যৱহাৰ কৰোঁ) আহিলে "মাটি-পানী" লোৱাৰ নিয়ম আৰু

গা-ধুই পেলোৱা নিয়ম। মূৰ ধুবলৈ কল খাৰণী ব্যৱহাৰ কৰোঁ। পকা ভীমকলৰ শুকান বাকলি জুইত পুৰি পানীত দি ঘালে ৰঙচুৱা খাৰণী পানী ওলায়। তাত ঔটেঙাৰ বীজ দি মূৰ ধোৱাৰ ব্যৱস্থা কৰোঁ।

সৰু কালত ফ্রক পিন্ধাৰ নিয়ম। খুৰাই গোলাঘাটৰ পৰা আনি দিয়া নীলা, ৰঙা, নানা বৰণৰ ফ্রক। কিছু ডাঙৰ হ'লত, আনুমানিক ৮ বছৰ মান বয়স হ'লত চাদৰ-মেখেলা পিন্ধাটো নিয়ম হ'ল। আয়ে তাত বয়। সৰু সৰু আমাৰ জোখৰ মেখেলা চাদৰ। মেখেলা ককালত নৰলে সৰু গামোছা এখন পেটীৰ দৰে মাৰি দিগে। বিয়াৰ দিনাও মাৰিছিল।

সমাজৰ লগত মিলা-মিছাৰ ক্ষেত্ৰত আমাক মুকলিকৈ এৰি দিয়া হোৱা নাছিল। নিৰ্দ্দিষ্ট কেইঘৰ মানৰ বাহিৰে অন্যালৈ যোৱাত বাধা আছিল। মোৰ যেতিয়া বিয়াৰ কথা ওলায় তেতিয়া শহুৰৰ ঘৰৰ সম্পৰ্কীয় মতা মানুহ দুই এজন আহিলেও ওলাবলৈ দিয়া নাছিল। মনত পৰে স্বনামধন্য ধেমেলীয়া নাট্যকাৰ ৺কুমুদ চন্দ্ৰ বৰুৱা (মোৰ দেওৰ) আহিছিল আমাৰ ঘৰলৈ, মোৰ বিয়াৰ আগতে। মোক ওলাবলৈ নিদিলে, নেপায় হেনো।

মোৰ বিয়াৰ কথা-বতৰা চলোতে মোৰ বয়স ৯ বছৰ বুলি ল'ৰাহঁতে হিচাপ-কিতাপ কৰি উলিয়াইছে। কাৰণ এই তেতিয়া নিচেই সৰু। যা হওঁক, ৺কৃপাল বৰুৱাৰ ছোৱালী, গোলাঘাটৰ ৺বিষ্ণু গোঁসাইৰ পৰিবাৰ (অভিনেতা নিপন গোস্বামীৰ আইতাক) ৺আইদেউৰ যোগেদি প্ৰথম বিয়াৰ কথা ওলায়। ৺জগত চন্দ্ৰ গোস্বামীৰ ছোৱালী, স্বৰ্ণবাইদেৱে (৺গোলোকেশ্বৰ গোস্বামীৰ পৰিবাৰ) দৰা পক্ষৰ এই বিয়াৰ সপক্ষে বৰকৈ জোৰ দিয়ে। বিয়াখন হ'লগৈ। পিছে, মই হ'লো লিখা-পঢ়া নজনা ছোৱালী, ইহঁতৰ দেউতাক তেতিয়াৰ দিনতে বি, এ পাচ। বাকীবোৰ ঘৰৰ ককাই-ভাই সকলো উচ্চ শিক্ষিত। তেনে এজনী ছোৱালী শিক্ষিত ল'ৰা এটালৈ দি সম্ভৱ স্বৰ্ণ বাইদেউৱে পেটে পেটে বৰ ভাল পোৱা নাছিল। সেই বাবেই হ'বলা মোক জোৰকৈ মোৰ বিয়াৰ পাছত নিজৰ লগলৈ লৈ গৈছিল। তেওঁলোকৰ ভৰলুমুখৰ ঘৰত ৰাখি লিখা-পঢ়া শিকাইছিল। তেওঁৰ চেষ্টাতে মই লিখিবলৈ শিকোঁ। সেই শিক্ষাৰেই ৺স্বৰ্ণবাইদেউৰ কথা মতে ইহঁতৰ দেউতাকলৈ প্ৰথম চিঠিখন লিখোঁ। লাহে লাহে অৱশ্যে লিখা-পঢ়া অভ্যাসটো মোৰ এৰাব নোৱাৰা স্বভাৱত পৰিণত হ'ল। কীৰ্ত্তন, ঘোষা, মহাভাৰতকে আদি কৰি আধুনিক গল্প-উপন্যাস আলোচনীৰ পাত লুটিওৱা দৈনন্দিন অভ্যাসত পৰিণত হ'লগৈ। দৈনিক বাতৰি কাকত খনত চকু নুফুৰালে মোৰ শান্তি নাই।

মোৰ বিয়াৰ কথা ৰিনিকি ৰিনিকি মনত পৰে। বিয়াৰ জোৰণত চাহ

বাগিছাৰ মালিক দৰা পক্ষৰ পৰা যেনেকৈ মানুহে আশা কৰিছিল, সিমান জাক-জমকীয়া নাছিল। জোৰোণৰ লগত সৰু দেওৰ শ্ৰীপ্ৰফুল্ল বোপা (তেতিয়া নিচেই ল'ৰামানুহ) আহিছিল। আৰু দুজন মান মানুহ যোৱা মনত পৰে। (বিয়াৰ দিনা বৰযাত্ৰী বৰ কম নাছিল। এখন বাচ আৰু এখন "ফ্ৰাষ্ট ক্লাচ" গাড়ী গৈছিল। ঘাই আলিৰ পৰা দৰাক দোলাত অনা হৈছিল)। বিয়া হোৱাৰে পৰা কন্যাকাল পোৱালৈকে মই আইৰ ঘৰত থাকিবলগীয়া হৈছিল। তাৰ ভিতৰতে দুমাহ মান মই গুৱাহাটীৰ স্বৰ্ণবাইদেউৰ ঘৰত থকাৰ কথা উল্লেখ কৰিছোৱেই ইতিমধ্যে। এই সময়ছোৱাতে ৺হেম গোস্বামীৰ পৰিবাৰ আমাৰ বৰমাৰ শ্ৰাদ্ধত মোৰ স্বামী আমাৰ ঘৰলৈ আহিছিল। মই চাব খুজিছিলোঁ। মানুহবোৰে নিদিলে। নেপায় হেনো।

মোক বিয়াত কইনা সজোৱাৰ কথা এতিয়াও মনত পৰে। তেতিয়াৰ সাজ-পাৰ আজি-কালিৰ নিচিনা নাছিল। তেতিয়া পেটিকোট নাছিল। চাটিনৰ নীলা মেখেলাৰ তলফালে লাইনিঙৰ দৰে কঁপাহী কাপোৰৰ ঘূৰী চিলোৱা থাকে। ৰিহা পিন্ধোৱাৰ নিয়মো বেলেগ আছিল। মূৰত খোপাৰ বাবে লগা চুলিৰ পৰিমাণ কম হোৱাৰ বাবে মখ্‌মলৰ কলা কাপোৰ এটুকুৰা মাৰি দিয়া হৈছিল। ব্লাউজৰ হাত দীঘল আছিল। অলঙ্কাৰৰ ভিতৰত গেজেৰা, জোনবিৰি, দুগদুগী, চাকুলী, গাম খাৰু, কেৰু, জেঠী নেগুৰীয়া আৰু শেনপতা আঙঠি পিন্ধিছিলোঁ। ৰূপৰ ক্ৰচপিন এটাও চাদৰৰ ওপৰত মৰা হৈছিল।

খুব সম্ভৱ ১৯৩০ চনত মই মোৰ হাতীগড়ৰ স্বামী গৃহলৈ আহোঁ। ঘৰৰ পৰা খাট পালেং, কাপোৰ-কানি, কাঁহী-বাটি আদি যাৱতীয় বস্তুৰ লগতে আল ধৰিবলৈ সৰু তগৰী আৰু চকৰী নামৰ দুজনী ছোৱালীও লগত পঠাইছিল।

হাতীগড়ৰ ঘৰখন জাককৰা। শহুৰ, শাহু আই, দেওৰ, ননন্দী, জেশাহু, অঙহী-বঙহী, বাহিৰে ভিতৰে এজাক বনকৰা মানুহ আদিৰে ঘৰ গিজ্‌গিজ্। এনে এখন গৃহস্থীত সোমাই মই বৰ ভয় খাইছিলোঁ। পিছলৈ ভয় ভাগিল। আমাৰ শহুৰ দেউতাৰ পাঁচ গৰাকী জীয়ৰী। বাল্য বিধৱা বিৰজা বাইদেউক বিয়া দিছিল যোৰহাটৰ সৰ্বাইবন্ধাৰ বৰঠাকুৰৰ ঘৰলৈ— যাক আজিও মানুহে 'ৰজাঘৰ' বুলি জানে। দ্বিতীয় জীয়ৰী গিৰিজা বাইদেউৰ বিয়া হৈছিল তেজপুৰৰ তাৰিণীচৰণ ভট্টাচাৰ্য্যৰ লগত। তৃতীয় জীয়ৰী পুষ্পলতা বাইদেউৰ স্বামী আছিল অসমীয়া ডিটেক্‌টিভ উপন্যাসৰ জন্মদাতা ৺কুমুদেশ্বৰ বৰঠাকুৰ। চতুৰ্থ জীয়ৰী কনকলতা বাইদেউৰ বিয়া হৈছিল ৰসেন্দ্ৰ বৰুৱাৰ ঘৰৰ ৺আনন্দেশ্বৰ বৰুৱাৰ লগত। সৰু ননন্দ সৰোজৰ বৈবাহিক সম্বন্ধ ঘটিছিল— শিৱসাগৰীয়া

বৰুৱাৰ ঘৰৰ যজ্ঞধৰ বৰুৱাৰ লগত। এওঁলোক সকলোবোৰ বৰ অমায়িক আছিল। ঘৰতে থকা বিধবা জেশাহু বিৰজা বাইদেৱে সকলো ক্ষেত্ৰতে বৰ চেনেহেৰে সহায় কৰিছিল। কাম কৰা মানুহৰ অভাৱ নহ'লেও সকলো কথাতে চকু দিব লগীয়া হৈছিল। ডাঙৰ ডাঙৰ কথাত খং নুঠিলেও নিচেই সামান্য কথাতে কেতিয়াবা শহুৰ দেউতাৰ খং উঠে। কেতিয়াবা আকৌ খংবোৰ বাহিৰত দেখুওৱা মিছা যেন লাগে। দুপৰীয়া খাবৰ পৰত সৰু ল'ৰা-ছোৱালীয়ে কান্দিলে মাক বোৰক "জৰিমনা" ভৰাম বুলি কয়। পেন্দেৰা ল'ৰাক ইঁহুৰাব পাৰিলে সেইজনী মাককে আকৌ বকচিচ্ দিম বুলিও কয়। শাহু আইৰ সোনকালে উঠাৰ অভ্যাস নাই। জাৰ কালি শুই উঠাৰ আগতে জুহালৰ ওচৰত জুইকুৰা দপদ্‌পীয়াকৈ জ্বলাই বৰ পীৰাখন পাৰি থব লাগিছিল। গা ধুবৰ বাবে তেখেতৰ কাৰণে এচৰীয়া মণিছালৰ ফেন যতনাই থৈ গোঁসাই ঘৰৰ কাম কৰিবলৈ যাব লাগিছিল।

শাহু আই, শহুৰ দেউতাৰ জেঙা মৰাৰ পিছত আমাৰ বোৱাৰীৰ নিয়ম হ'ল দেউতাৰ পাদোদক খোৱা। মোক ঘৰৰ পৰা সেই কামৰ বাবে শিলৰ বাটি এটা দি পঠিয়াইছিল। সৰু বাতিটোত পানী অকণমান দি তাতে 'বুঢ়া হাকিম'ৰ (শহুৰ) ভৰিৰ বুঢ়া আঙুলিটো লগাই আমি মুখত ল'ব লাগে।

হাতীগড়ৰ সৰহীয়া ঘৰখনত প্ৰথম অৱস্থাত মই অকলশৰীয়া বোৱাৰী হিচাপেই কাল কটাইছিলোঁ। কাৰণ মোৰ বৰ জা (৺গকুল বৰুৱাৰ পৰিবাৰ) তেজপুৰতহে আছিল— ডাঙৰীয়াই (বৰজনা) তাতে চাকৰি কৰা বাবে। তেখেতসকল বিয়াই সবাহে মাজে মাজেহে আহিছিল। মোৰ দেওৰ চাৰিজন— শ্ৰীযাদৱ বৰুৱা, ৺অজিত বৰুৱা, ৺সুৰেশ বৰুৱা, আৰু শ্ৰী প্ৰফুল্ল বৰুৱা। তেওঁলোকৰ বিয়াৰ আগ গুৰি আমি দুয়ো ধৰিবলগীয়া হৈছিল। কথা এটা এইখিনিতে মনত পৰিছে— ৺সৰু বোপাটি অজিত বৰুৱাৰ বিয়াৰ সংক্ৰান্তত। মোৰ শালৰ বিহা লগোৱা দেৰী হোৱা বাবে বিয়াৰ দিন ঠিক কৰাও মোৰ ওপৰতে ভাৰ পৰিছিল। ছোৱালী ঘৰীয়া লোকক দেউতাই কোৱা "তাইৰ তাঁতৰ বিহা ওলালেহে বিয়াৰ দিন পেলাম" বুলি কোৱা কথাত মই পেটে পেটে ভয়ো খাইছিলোঁ।

মোৰ পিছত এজনী এজনীকৈ কেইওজনী জা ঘৰ সোমোৱাৰ পিছত ঘৰখনত থাকিবলৈ ভাল লগা হ'ল। জা কেইজনী একেবাৰে সৰু ছোৱালী, বাংঢালী। হাঁহি খিকিন্দালি কৰি থাকিবলৈ ভাল পায়। কেইওজনীয়ে মিলিজুলি বান্ধোঁ। কেতিয়াবা অসময়ত ওলোৱা খাবলীয়া অতিথি ইমানেই বেছি হয়গৈ যে আমালৈ প্ৰায় একো নেথাকেগৈ। আকৌ ৰান্ধি খাবলৈও বেলি পৰেগৈ

যেন হয়, গতিকে যি থাকে তাৰে আমি হাঁহি-মাতি ভাগ বটাই খাওঁতে কি খালোঁ পাহৰোঁৱেই। পিছলৈ দ'ৰালুৰিবোৰ বেছি হ'লত জোঁটাপুতি আৰু বাঢ়িল যদিও আনন্দ নকমিল। কেইওজনীয়ে কিবা এটা চেলু উলিয়াই ঘৰৰ পিছফালে বৈ যোৱা বাঘজান নৈৰ পাৰ পাব পাৰিলেই ভাল পাওঁ। বাঁহৰ দলঙত বহি পানীত ভৰি জুবুৰিয়াই থেপ্ থেপাই বহুত সময় কটাওঁ।

সেই সময়ত নতুন বোৱাৰী জীৱন আৰম্ভ কৰাৰ লগে লগেই ভাতৰ চৰুৰ দায়িত্ব লোৱাৰ নিয়ম নাছিল। যোৱা বছৰেই মাঘী পূৰ্ণিমাত 'ব্ৰহ্মভোজন' কৰাইহে মোক "ৰান্ধনী" পতা হৈছিল। সেই একেটা চৰুৰ ভাতেৰেই প্ৰায় ৬০/৭০ জনৰ বাবে ৰান্ধিবলগীয়া হৈছিল। দুপৰীয়াৰ সাজ খাই অতাও মানে বেলি পৰে। আমাৰ হাতীগড়ৰ মানুহ সময়ৰ মূল্যৰ বিষয়ে উদাসীন আছিল। ইহঁতৰ দেউতাকে প্ৰায়ে কৈছিল— কাৰ দিন, কাৰ ৰাতি। যাৰ যেতিয়াই মন যায় ওলাই যায়, সোমায়। খোৱা-বোৱাৰ কোনো নিৰ্দিষ্ট সময় নাই। মাইকী মানুহখিনিৰ বেচ কষ্ট হয়। বুঢ়া হাকিমে যেতিয়াই তেতিয়াই হোৱা ভাতত আলহী ৰাখে। ভাত বাঢ়িবৰ সময়তো যদি কেনেবাকৈ "তাকলী পোহাৰী"য়ে মাছ আনে, ৰাখিবই। তাইক দুপৰীয়া বিমুখ নকৰে। মাছ আনিলে আকৌ নবন্ধাকৈ নেপায়। গতিকে ৰান্ধি-বাঢ়ি খাই অটাও মানে আমাৰ বৰ কষ্ট হয়।

সেই সময়ৰ কিছুমান স্মৃতি মানসপটত এতিয়াও সজীৱ হৈ আছে। বৃন্দাবনীয়া খাউণ্ড নামৰ পণ্ডিত এগৰাকী প্ৰায়েই কিছুদিন থকাকৈ হাতীগড়লৈ আহি থাকে। বৰ ধেমেলীয়া সৰল মানুহ। কথাবোৰ পদ্যৰেই কয়। এবাৰ এটা ঘটনা ঘটিল। তেখেতে আমাৰ হাতে নেখায়। ৰন্ধা-বঢ়া নিজে কৰে। দেউতাৰ হুকুম অনুসৰি ভাল চাই ভেটমাছ এটুকুৰা তেখেতক ৰান্ধিবলৈ দিয়া হ'ল। মেকুৰী এজনী আছিল। বৰ অঘাইটং। মাছ এৰি খাউন্দ গা ধুবলৈ গ'ল। মেকুৰীয়ে মাছ খাব বুলি চিন্তা কৰি আমি কেইওজনীয়ে, মাছখিনি নেঢাকি পাচি এটাৰে মেকুৰীটোকে ঢাকি থলোঁ। আমাৰ বুদ্ধিয়ে কাম নিদিলে। কোন টলকত মেকুৰী পাচি দাঙি ওলাই আহি মাছ খাই শেষ কৰিলে আমি ততকে ধৰিব নোৱাৰিলোঁ। আমাৰ মূৰে-কপালে হাত দিব লগীয়া অৱস্থা হ'ল। কাৰণ দেউতাই গম পালে সৰ্ব্বনাশ। গতিকে নিৰুপায় হৈ মই মূৰত এজোলোকা ওৰণি লৈ তেখেতৰ ওচৰত বিনয়েৰে কথাটো কৈ ক্ষমা বিচাৰিলোঁ— আৰু কথাটো দেউতাক নজনাবলৈ অনুৰোধ কৰিলোঁ। পিছত দেউতাই সুধিলে, "বৃন্দাবনীয়া মাছৰ কি ৰান্ধিলা"? বৃন্দাবনীয়াই তৎক্ষণাৎ উপস্থিত বুধিৰে পদ্যৰ সুৰত মাছৰ প্ৰশংসা কৰিবলৈ ধৰিলে আৰু

মাছৰ প্ৰসঙ্গৰ ইতি পৰিল। তথাপিও তেখেতে মাছকণ খোৱাৰ পৰা যে আমাৰ ভুলৰ বাবেই বঞ্চিত হ'ল, সেই কথা ভাবি নিজকে অপৰাধী যেন লাগিল।

হাতীগড়ত পূজা-পাৰ্বণ আদি প্ৰায়েই পতা হৈছিল— ৰাস পূৰ্ণিমা, লক্ষ্মী পূজা, বাৰ্ষিক সত্য নাৰায়ণ পূজা বৰ নিষ্ঠাৰে পাতিছিল। অশোকাষ্টমীৰ ব্ৰহ্মপুত্ৰৰ স্নান আমাৰ ঘৰৰ এৰাব নোৱাৰা উৎসৱ। তিনিদিনমান আগৰে পৰা আমি যা-যোগাৰ কৰিবলগীয়া হৈছিল। আগদিনাই প্ৰায় ৬/৭ খন গৰু-গাড়ীত আমি বয়-বস্তু সহ দ' পথাৰ পাওঁগৈ। তাতে ৪/৫ খন ডাঙৰ মাৰ নাও সাজু থাকে। তিথিৰ দিনাখন ৰবনৈ পাৰ হব নেপায় বাবে আগদিনাই আমি সিপাৰ পাওঁগৈ। তাতে তম্বু তৰি থকাৰ ব্যৱস্থা হয়। আমাক কিন্তু নাৱঁৰ ওপৰতে ঘৰ সাজি থাকিবলৈ দিয়া হয়। বন্ধা-বঢ়াৰ বাবে সুকীয়া মানুহ থাকে। লগত কুল পুৰোহিত নিয়া হয়। অশোকাষ্টমীৰ দিনা পূজা পাতিল কৰি গা-পা ধুই বালিভোজ খোৱাৰ কথা আজিও মনত পৰে।

বহাগ বিহুৰ হুচৰি গাবলৈ গাঁৱৰ মানুহ জাকে জাকে আহে। হুচৰিৰ মাথোন গোঁসাই নাম বা ঘোষাহে গাবলৈ দিয়া হয়। বিহু নাচ বা নাম সাধাৰণতে গাবলৈ দিয়া নহয়।

হাতীগড়ৰ ঘৰখনত আভিজাত্যৰ বেলেগ ধৰণৰ চাপ আছিল। এই ঘৰৰ মানুহৰ পোছাক-পাতি, থকা-মেলাত লাগ বান্ধ নাছিল যদিও অন্য মানুহৰ লগত মিলা-মিছাৰ ক্ষেত্ৰত বৰ মুকলি নাছিল। মানুহবোৰৰ ভয়-ভীত কম। কথাবোৰ আৰু মনবোৰ খোলা, হলেও আসৈ পোৱা টান। হাতীগড় বাগিছাৰ কাষৰে "ডিফলু সত্ৰ" খন মোৰ পিছৰ তলৰ গৰাকী জা'ৰ মাকৰ ঘৰ। তালৈ যাবলৈও অনুমতি লব লাগে। কেতিয়াবা সেই অনুমতি নেপাবও পাৰোঁ— যদি কেনেবাকৈ কোনোবা অভ্যাগত জন অহাৰ কথা ওলায়। আমাৰ ফুৰিবলৈ যোৱাৰ নিয়মো বেলেগ ধৰণৰ। প্ৰথমে আমাৰ আগে আগে বনকৰা মানুহ এজন যাব। পিছত আমাৰ ঘৰৰ সন্মানৰ চিন হিচাপে প্ৰকাণ্ড জাপি এটা লৈ এজনী বনকৰা মহিলা যায়। আমি মূৰত ওৰণি লৈ আগত যোৱা মানুহজনক অনুসৰণ কৰি গৈ থকা নিয়ম।

বাগিছাৰ সংক্ৰান্তত কেতিয়াবা দুই এজন চাহাবো হাতীগড়লৈ অহা দেখিছোঁ। এবাৰ 'বৰদিন'ত ফকলেণ্ড নামৰ চাহাব এজন অহাৰ কথা। তেওঁক কিবা এপদ ভাল উপহাৰ দিয়াৰ কথা ওলাল। সেই ভাৰ মোৰ ওপৰতে ন্যস্ত হ'ল। ইহঁতৰ দেউতাকে যোৰহাটৰ পৰা, ৰঙীন আচু আৰু পাট সূতা আনি দিলে। সেইখিনিৰে মই তাঁত-বাতি কৰি ব' তুলিলোঁ। ইহঁতৰ দেউতাকে

কাগজত ডাঙৰকৈ 'ফক্কলেণ্ড' চাহাবৰ নামটো লিখি দিলে। মই তাকে চাই চাই চানেকী তুলি তিনিখন কমাল ফুল বাচি উলিয়ালোঁ। মাত্র দুদিনত। ইমান এটা ডাঙৰ চৰুৰ দায়িত্ব, বৃহৎ সংসাৰৰ ভাৰ লৈয়ো দুদিনৰ ভিতৰতে বিদেশী অতিথিজনক বস্তুটো দিব পৰা বাবে 'বুঢ়া হাকিম' শহুৰ দেউতাই মোক বৰকৈ শলাগিছিল।

হাতীগড়ৰ বিয়া-বাৰুত মথাই ওজাই ঢোল নবজালে নহৈছিল। তেওঁ আমাৰ নিজৰ ঘৰৰ ল'ৰাৰ নিচিনা আছিল। তেওঁ সৰুৰে পৰা ভাল ঢোল বজাব জানিছিল। পিছে আমাৰ মানুহে তেওঁৰ গুণ চিনি পোৱা নাছিল। ১৯৪৭ চনত আমাৰ বৰ জীয়ৰী শ্ৰীমতী বিনুৰ বিয়াত তেওঁ ঢোল বজাই ৰাইজক মুগ্ধ কৰে। তাকে দেখি আমাৰ বৰ ভতিজা শ্ৰীমান নৃপেনে (সোণ) তেওঁক তেজপুৰলৈ নি বলৰাজ চাহানী, বিষ্ণুৰাভা আদি সুখ্যাত শিল্পীবৃন্দক চিনাকি কৰি দিয়ে। তাৰ পিছৰ পৰাই তেওঁৰ খ্যাতি বিয়পি পৰে। মোৰ ল'ৰা-ছোৱালী আটাইকেউটাৰ বিয়াতে মথাইৰ ঢোলে ৰভাতলী ৰঞ্জন জনাইছিল। মানুহেও বৰ আমোদ পাইছিল। ৺মথাই ওজাৰ ঢোল বজোৱা এই কৌশল আমাৰ হাতীগড় আৰু লাহদৈগড় চাহ বাগিছাৰ বনুৱা সকলেও আয়ত্ব কৰা দেখিছিলোঁ। তেনে এটি বনুৱা ল'ৰা ৺গুনীয়া তাঁতীয়ে দুটা ঢোল লৈ "একো চৰাই নেমাতিলে মাতিলেক টিয়া"— এই নামটো 'হাত' কৰা আমাৰ ঘৰতে দেখিছিলোঁ। ৺মথাই ওজাৰ স্মৃতি ৰক্ষাৰ্থে আমাৰ বাগিছাৰ নিচেই কাষতে (মলৌ ঘাট) এটি স্মৃতি ভৱন নিৰ্ম্মাণ কৰাত প্ৰাক্তন মন্ত্ৰী শ্ৰীমান দুলাল বৰুৱাই বহুত চেষ্টা কৰিছিল।.অৱশ্যে কাম বৰ বেছি আগ নাবাঢ়িল।

চাওঁতে চাওঁতে কেওটা দেওৰৰে বিয়া হৈ যোৱাৰ পিছত ঘৰখন ভৰপূৰ হৈ পৰিল আৰু মইও কেইবাটাও সন্তানৰ মাতৃ হৈ পৰিলোঁ। মোৰ সঘনাই অসুখ হৈ থকাৰ বাবে চহুৰৰ পৰা প্ৰায়েই চিভিল চাৰ্জন (সেই সময়ত চিভিল চাৰ্জন গৰাকীকে জিলাৰ ভিতৰত ভাল ডাক্তৰ বুলি কোৱা হৈছিল) ডঃ মহেন্দ্ৰ শৰ্ম্মাক হাতীগড়লৈ নিবলগীয়া হৈছিল। ল'ৰা-ছোৱালীবো ইটো-সিটো অসুখ নুগুচাত যোৰহাট নগৰলৈ আহি ঘৰ লৈ থাকিবলগীয়া হ'ল। সেই সময়ত বিশ্ব যুদ্ধৰ সময়। বয় বস্তু পাবলৈ নাই। পালেও জুই-ছাই দাম। যোৰহাটলৈ আহি বৰ অসুবিধাত পৰিছিলোঁ। দিনবোৰ বৰ কষ্টত গৈছিল। তথাপিও জোৰা-টাপলি দি ঘৰখন চলাইছিলোঁ।

যোৰহাট নগৰত সেই সময়ত মানুহ-দুনুহ বৰকৈ নাছিলেই। নেহেৰু পাৰ্ক অঞ্চলত আমাৰ প্ৰতিবেশী বুলিবলৈ আমাৰ বংশৰে বৰজনা ৺গোলোক বৰুৱা, ৺তুলসী নাৰায়ণ শৰ্ম্মা, ৺সৰ্ব্বানন্দ শৰ্ম্মা, ৺গোপাল শৰ্ম্মা, মুকুন্দ

মাধৱহঁতৰ ঘৰ, ৺মথুৰা বৰুৱা, ৺সুৰেশ ঠাকুৰ, নীলমাধৱ শৰ্ম্মা, খগেশ্বৰ পণ্ডিত, ৺হেম বৰদলৈ, ৺নীল কটকী, প্ৰফুল্ল চাংকাকতি, ৺কুমুদ বৰুৱা আৰু ৺লক্ষেশ্বৰ বৰুৱাৰ ঘৰেই প্ৰধান। আমাৰ ওচৰতে থকা মুছলমান সম্প্ৰদায়ৰ পুতু খনিকৰৰ ঘৰখনো যোৰহাটৰ প্ৰাচীন মানুহ। আমাৰ ঘৰৰ গাতে লগা নলবাৰীৰ পৰা উঠি অহা কবিৰাজ তাৰানাথ চক্ৰৱৰ্ত্তীৰ ঘৰখনো আমাৰ আত্মীয়ৰ দৰে আছিল আৰু আজিও আছে।

এখেতে মালৌ আলিৰ ৺বাবুলা ফুকনৰ পৰা ধানকল এটা কিনি ব্যৱসায় আৰম্ভ কৰিছিল। সেইটো চলাবলৈ ৺কিনাই নামে কোচ সম্প্ৰদায়ৰ লৰা এটা ৰাখিছিল। তেওঁ আমাৰ অতি বিশ্বাসী আৰু ঘৰুৱা হৈ পৰিছিল। আমাৰ ঘৰৰ কাষত বিহাৰৰ পৰা অহা 'দেচুৱালী' মানুহ ভৰি আছিল। যুদ্ধৰ সময়ত তেল বেচা কেইঘৰক 'তেলিয়া' বুলিছিল। শ্ৰীকৃষ্ণ সাহু নামৰ তেলীয়া ল'ৰা এটাও আমাৰ অতি চেনেহৰ আৰু বিশ্বাসৰ কলঘৰীয়া মহৰী হৈছিল।

যোৰহটীয়া সমাজখন লাহে লাহে ডাঙৰ হৈ আহিল। আমাৰ মিলা-মিছাৰ পৰিসৰ বাঢ়ি গ'ল। সামাজিক জীৱনৰ মূলকেন্দ্ৰ যোৰহাট থিয়েটাৰ আৰু পূজা মন্দিৰক কেন্দ্ৰ কৰি আমাৰ সামাজিক জীৱনে গা কৰি উঠিল। প্ৰথমে যোৰহটীয়া ৰাইজৰ পৰা কিছু আঁতৰি থকা মোৰ স্বামীৰো মানুহৰ লগত আত্মীয়তা বাঢ়ি গ'ল। ভাওনা, থিয়েটাৰত আগ-ভাগ লৈ কেতিয়াবা অংশও গ্ৰহণ কৰিছিল। 'পোনাকণ' বোলা চিনেমা খনত কিবা এটা ভাৱত ওলাইছিলো।

হাতীগড়ৰ আকৰ্ষণ এৰাব নোৱাৰিলেও মই কিন্তু টাউনীয়া পৰিৱেশ লাহে লাহে বেয়া নোপোৱা হ'লোঁ। যোৰহাট সাৰ্ব্বজনীন পূজা ঘৰৰ সকলো কামতে সোমাই পৰিব লগা হ'ল। সেই অনুষ্ঠানৰ পৰাই আমি কুৰি গৰাকী মান মহিলা দুজন ল'ৰা লগত লৈ ভাৰত-ভ্ৰমণত ওলালোঁ। পুৰী, উত্তৰ ভাৰতৰ বেনাৰস, এলাহাবাদ, কানপুৰ, আগ্ৰা, দিল্লী আৰু জয়পুৰলৈকো গৈছিলোঁ। নিজৰ বাই-ভনীৰ দৰে লগা এই দলটোৰ লগত ভ্ৰমণ কৰা আনন্দৰ দিনবোৰ আজিও মনত পৰে।

যোৰহাটত এবাৰ অনাবৃষ্টি হৈছিল। বতৰ বৰ খৰাং বাবে মই চ'তমহীয়া ভেকুলী বিয়া পতাত আগভাগ লৈছিলোঁ। মানুহবোৰে বৰ ভাল পাইছিল। বিয়াৰ দিনা ৰাতিলৈ এটোপাল নে দুটোপাল বৰষুণ পেলাইছিল হ'বলা!

আমাৰ বংশটো বৰ ডাঙৰ। সঘনে বিয়া-বাৰু হৈ থাকে। বিয়াৰ সামাজিক লোকাচাৰবোৰ আমি দেখি দেখি শিকি আহিছোঁ। বিয়া-বাৰু পতাত মোৰ জে শাহু শ্ৰীযুতা কনকলতা বৰুৱা এগৰাকী পটু মহিলা। আমাৰ উজনিৰ

মানুহৰ বিয়াৰ লোকাচাৰবোৰ একেই। কিন্তু গুৱাহাটীৰ ফালে কিছু হেৰ-ফেৰ। সেইফালেও কিন্তু উজনিৰ পুৰণি ৰীতি-নীতি ভাল পোৱা মানুহ আছে। সেইটো মই লক্ষ্য কৰিছিলোঁ। বিয়া-সবাহত আগ ভাগ লৈ লৈ এদিন ভাবিলোঁ এই বিষয়ে এখনি কিতাপকে লিখোঁ। ল'ৰা-ছোৱালীয়ে উৎসাহ দিয়াত 'বিবাহ-বৰ্ণালী' নামৰ অসমীয়া বিয়াৰ ৰীতি-নীতি সম্পৰ্কে লিখা কিতাপ খনিৰ সৃষ্টি হয়। গ্ৰন্থখন সৰু জীয়ৰী শ্ৰীমতী মলয়া খাওন্দে প্ৰকাশ কৰে ১৯৭৬ চনত। দ্বিতীয় সংস্কৰণটো প্ৰকাশ হয় ১৯৮৮ চনত।

নিজৰ কথা লিখোঁতে নিজৰ ব্যক্তিগত কথা বোৰো অতৰ্কিতে আহি পৰে। যেনে: মোৰ ল'ৰা-ছোৱালী, সংসাৰ চিত্ৰ আদি। আজি-কালিৰ দিনত মোৰ সংসাৰ ডাঙৰ বুলিয়েই ক'ব পাৰি। আমাৰ বৰ ল'ৰা শ্ৰীমান তৰুনে (বৰ্তমান যোৰহাট বি টি কলেজৰ ইংৰাজী অধ্যাপক) ইংৰাজী ভাষা সাহিত্যৰ ওপৰত নানান প্ৰবন্ধ-পাতি লিখাৰ উপৰিও তেওঁৰ ইংৰাজী কিতাপ এখন নেপাল, বাংলাদেশ, গুৱাহাটী আৰু ডিব্ৰুগড় বিশ্ববিদ্যালয়ত চলে। তেওঁ হিল্টনৰ 'লষ্ট হৰাইজন' নামৰ ইংৰাজী গ্ৰন্থখনি অসমীয়ালৈ অনুবাদ কৰে। দ্বিতীয় পুত্ৰ বীৰেনে ইঞ্জিনিয়াৰিং বিভাগলৈ গ'ল যদিও সাহিত্য-জগতখন তেওঁৰো বৰ প্ৰিয়। পুৰনি 'ৰামধেনু' আৰু 'মনিদীপ' আলোচনীত বীৰেনৰ আধুনিক কবিতা আৰু ৰম্য ৰচনাই এসময়ত বিশিষ্ট স্থান পাইছিল। তেওঁ ১৯৫৫ চনত অসমৰ টেবুল-টেনিচ চেম্পিয়নো হৈছিল। দৰাচলতে, ভতিজা শ্ৰী নৃপেন, ধীৰেন (এসময়ত অসমৰ ক্ৰিকেট অধিনায়ক) আৰু শ্ৰীমান মুনীনৰ পৰা বীৰেনে এই খেলত মনপুতি লাগে। আমাৰে দুৰ্ভাগ্য উচ্চ শিক্ষাৰ্থে আমেৰিকাত থকা ড° ধীৰেনে আমাক এৰি অকালতে বিদায় ল'লে। যি নহওক, তেওঁলোকৰ পৰাই হাতীগড়ৰ পৰিয়ালটোৱে টেবুল-টেনিচ খেলত আসক্ত হয়। ভাগিন অমল, বিমল, ভতিজা ভাৰত আৰু আমাৰ পঞ্চম ল'ৰা হীৰেন এই খেলত বৰ পটু। হীৰেন নিচেই সৰু থাকোঁতেই অসমৰ বাহিৰত খেলিবলৈ গৈছিল। তেওঁ ঘূৰি নহালৈকে মোৰ মনত নানান চিন্তাই জুমুৰি দি ধৰিছিল। টেবুল টেনিচ খেলাৰ 'ৰোগে' আমাৰ ল'ৰাহঁতক ইমানেই পীড়িছিল যে ৰান্ধনি ঘৰৰ খোৱা ডাঙৰ মেজখনৰ ওপৰতে মোৰ তাঁতশালৰ 'ৰাচ' এখন লৈ অনবৰতে তেওঁলোকে খেলা অভ্যাস কৰিছিল। আমাৰ তৃতীয় ল'ৰা ডাক্তৰ দিলীপে নিজৰ চিকিৎসা জগত খনৰ উপৰিও নগাঁৱৰ সাংস্কৃতিক অনুষ্ঠান বোৰৰ লগত বিশেষ ভাবে জড়িত। তেওঁ স্কুলীয়া ছাত্ৰাৱস্থাতে লিখা 'হাঁহো আহক' বোলা কিতাপখন আৰু পিছত লিখা নাটক কেইখনে ৰাইজৰ সমাদৰ পাইছে। চাকৰি সূত্ৰে নগাঁৱত থাকি আজৰি পৰত লিখা-মেলাৰ

চৰ্চ্চা কৰি আছে। চতুৰ্থ ল'ৰা জিতেন নীৰৱ সঙ্গীত-সাধক বুলিলেও অত্যুক্তি কৰা নহয়। তেওঁৰ গীত আৰু কবিতা অতি প্ৰিয় যদিও কিতাপ আদি প্ৰকাশ হোৱা নাই। যোৰহাটৰ ত্ৰিবেনী সংঘৰ লগত জড়িত মোৰ পঞ্চম পুত্ৰ হীৰেনে ওকালতি কৰাৰ উপৰিও দেউতাকৰ দৰে ইটো-সিটো ব্যৱসায়ত ব্যস্ত হৈ আছে। আমাৰ সৰু পুত্ৰ হীমেনৰ কৃষি-কৰ্ম্মত বৰ ৰাপ। সৰুৰে পৰা হাতীগড়ৰ বাগানত চাহ গছ বোৱা, পাত তোলা ইত্যাদি সূক্ষ্মভাবে তেওঁ নিৰীক্ষণ কৰে। সময়ত কৃষি-স্নাতক হোৱা হীমেনে সদ্যহতে কাছাৰৰ চাহ বাগিছা এখনত মেনেজাৰ কৰি আছে।

আমাৰ বোৱাৰী একাদিক্ৰমে বীনা, প্ৰণতি, মঞ্জু, ভাৰতী, দীপা আৰু লখিমীয়ে মোৰ ঘৰ শুৱনী কৰিছে বুলি নিশ্চয় স্বীকাৰ কৰিব লাগিব। বিশেষকৈ যোৱা তিনিটা দশকৰ পূৰ্বেই আমাৰ ঘৰলৈ ন বোৱাৰী ৰূপে অহা বীনাই মোৰ সংসাৰৰ গুৰুভাৰ বহুখিনি নিজে লৈ মোক যথেষ্ট সকাহ দিছিল।

আমাৰ বৰ জীয়ৰী শ্ৰীমতী বিনুৰ বিবাহ হয় নগাঁৱৰ পীতাম্বৰ শৰ্ম্মাৰ পুত্ৰ শ্ৰীমান ডিম্বেশ্বৰ বোপাৰ লগত। ডিগবইত চাকৰি কৰি থকা ডিম্বেশ্বৰ যেতিয়া ১৯৪৭ চনত উচ্চ শিক্ষাৰ্থে বিলাতলৈ গৈছিল, সেই সময়ত আমাৰ সমাজত চলা কিছুমান অন্ধ বিশ্বাস মই আজিও পাহৰিব নোৱাৰোঁ। বহুতে কৈছিল— 'বিলাতলৈ গ'লে জাত যায়, পৰাচিত হ'ব লাগিব', ইত্যাদি— অনেক কথা। অৱশ্যে প্ৰগতিশীল মনৰ মানুহো বহুত আছিল। শ্ৰীমতী বিনুৰো কবিতা অতি প্ৰিয়; তেওঁ নগাঁৱৰ মহিলানুষ্ঠানৰ লগত নিবিড় ভাবে জড়িত। আমাৰ মাজু জীয়ৰী মৃদুলাৰ বিয়া হয় অসমৰ সুখ্যাত চাহ খেতিয়ক তিনিচুকীয়াৰ স্বৰ্গীয় সোমেশ্বৰ বৰুৱাৰ দ্বিতীয় পুত্ৰ শ্ৰীমান প্ৰবীনৰ লগত। শ্ৰীমতী মৃদুলাৰ ৰন্ধা-বঢ়াৰ প্ৰতি বৰ চখ যদিও সাহিত্য চৰ্চ্চাতো সমানে ৰাপ। অসম সাহিত্য সভা, অসম লেখিকা সমাৰোহ আৰু তিনিচুকীয়াৰ নানান সামাজিক অনুষ্ঠানৰ লগত জড়িত মৃদুলাৰ 'নতুন প্ৰবাহ' নামৰ কবিতা পুথিখনি উপাদেয় হোৱা বুলি বহুতে কোৱা শুনিছোঁ। মোৰ সৰু জীয়ৰী শ্ৰীমতী মলয়াৰ বিবাহ হয় জাঁজী নিবাসী স্বৰ্গীয় ডম্বৰুধৰ খাওন্দৰ ষষ্ঠ পুত্ৰ শ্ৰীমান ত্ৰৈলোক্য প্ৰসাদৰ লগত। অৰুনাচল, উত্তৰ-পূৱ পৰিষদ, মিজোৰাম আদিৰ প্ৰশাসনীয় বিভাগত চাকৰি জীৱনৰ সৰহভাগ সময় পাৰ কৰা শ্ৰী ত্ৰৈলোক্য বৰ্তমান মিজোৰাম চৰকাৰৰ দিল্লীস্থ কমিছনাৰ পদত আছে। শ্ৰীমতী মলয়াই ঘৰুৱা জঞ্জালৰ মাজতো লিখা-পঢ়াৰ চৰ্চ্চাও একেবাৰে এৰি দিয়া নাই। সদ্যহতে তেওঁ দিল্লী বিশ্ববিদ্যালয়ৰ ৰীডাৰ খ্যাতনামা মহিলা সাহিত্যিকা ড° ইন্দিৰা গোস্বামীৰ তত্ত্বাৱধানত গৱেষণা কাৰ্য্য কৰি আছে। এইখিনিতে উল্লেখ নকৰি নোৱাৰোঁ

যে মোৰ বৰ ল'ৰাৰ একমাত্র ছোৱালী শ্ৰীমতী মৃদুস্মিতাৰো সাহিত্য চৰ্চাত বৰ ৰাপ। সৰুৰে পৰা নানান প্ৰবন্ধ-পাতি লিখাৰ উপৰিও অসম প্ৰকাশন পৰিষদে প্ৰকাশ কৰা শিশু-সাহিত্য 'বন-বিৰিখৰ আৱেঁ আৱেঁ' লিখি তেওঁ সুনাম অৰ্জ্জন কৰে। মোৰ নাতিনী জোঁৱাই (অৰ্থাৎ মৃদুস্মিতাৰ স্বামী) ড° নয়ন ফুকনৰ উৎসাহ-উদ্গনিত, দুটি সন্তানৰ মাতৃ মৃদুস্মিতাই এতিয়াও লিখাৰ চৰ্চা এৰি দিয়া নাই।

মোৰ স্বামীৰ জীৱিত অৱস্থাতেই আটাইকেইওটি ল'ৰা-ছোৱালীৰ বিয়া-বাৰু হৈ গৈছিল। প্ৰত্যেকটো ল'ৰা আৰু ছোৱালীৰে দুটি বা তিনিটি সন্তানেৰে এতিয়া মোৰ সংসাৰ নাতি-পুতিৰে ভৰপূৰ। কিন্তু এটা কথা ভাবি প্ৰায়ে আচৰিত হওঁ— আজি-কালি পৰিয়াল-পৰিকল্পনাৰ আৰ্হিত গঢ়া জীয়ৰী-বোৱাৰীহঁতৰ ইমান সৰু সংসাৰ যদিও তেওঁলোকৰ এক মিনিট আজৰি নাই, অনবৰত ব্যস্ত। আৰু আমাৰ দিনত? একেখন মজিয়াতে পীৰা পাৰি পাৰি ভাগিন-ভতিজাকে ধৰি নিজৰ ল'ৰা-ছোৱালীকে ১০/১১ টা ল'ৰা-ছোৱালীৰ ভাত বাঢ়িছিলো, জলপান যোগাইছিলোঁ। বিহু আহিলে সেই ল'ৰা-ছোৱালীবোৰক একোখনকৈ সৰু বিহুৱান বৈ দিয়া, প্ৰত্যেককে বাতি ভৰাই ভৰাই চিৰা-পিঠা-দৈৰে নানান জলপান খুওৱা— এইবোৰ কামৰতো সীমা সংখ্যাই নাছিল। মান্যসকলৰ প্ৰতিতো তেনেধৰণৰ কৰণীয় কৰ্ত্তব্যৰ হিচাপেই নাছিল। কিন্তু এতিয়া? এতিয়া সেইবোৰৰ যেন কোনো গুৰুত্বই নাই। অকলে অকলে বহি কেতিয়াবা মনতে গুণা-গঁথা কৰোঁ— ক'ত গ'ল আগৰ সেই মজিয়া, ক'ত গ'ল সেই ল'ৰা-ছোৱালীৰ জাক, ক'ত গ'ল সেই ঢেঁকীশাল, তাঁতশাল? অসমীয়া জাতিৰ অস্তিত্ব ভৱিষ্যতলৈ ৰ'বগৈনে? এইবোৰৰ সমিধান আমাৰ হাতত নাই। নতুন পুৰুষেহে ইয়াৰ যথোচিত সমিধান দিব পাৰিব।

জন্ম, বিবাহ, মৃত্যু— এই তিনিটাত মানুহৰ হাত নাই। সুদীৰ্ঘদিন একেলগে থকাৰ পিছত মোৰ স্বামী ১৯৮২ চনৰ ফাগুন মাহৰ শুক্লা চতুৰ্দ্দশী তিথি ফাকুৱাৰ দিনা হঠাতে হৃদৰোগত আক্ৰান্ত হৈ মোৰ পৰা চিৰ বিদায় ল'লে। মই চাৰিওফালে অন্ধকাৰ দেখিলোঁ— মোৰ যেন কোনো অৱলম্বন নাই, অস্তিত্বই নাই! সহ্যাতীত হ'লেও এই বিৰহ-বেদনা মানি ল'বই লাগিব— মৃত্যুৱেই যে পৃথিৱীত একমাত্র সত্য!

নানা বৰণৰ, নানা ধৰণৰ ফুলেৰে সুশোভিত মোৰ সংসাৰৰূপী ফুলনিখনত মোক যেন এক অকলশৰীয়া মালী হিচাপে চাবলৈ-চিতিবলৈ পৰমেশ্বৰে শক্তি দিয়ে। এয়ে প্ৰাৰ্থনা। □

লতিকা বৰুৱা

# মোৰ কথা



আত্মজীৱনী এখন লিখাৰ হেঁপাহ মোৰ বহুদিনৰ পৰাই আছিল। কিছু লিখি থৈছিলোঁ— কিন্তু ক'ৰবাত প্ৰকাশৰ ভাৱেৰে নহয়, এনেয়ে স্মৃতি ৰোমন্থনৰ কাৰণেহে। মোৰ এই আত্মজীৱনীত বিশেষ কোনো তাৎপৰ্য্যপূৰ্ণ ঘটনা নাই যি বিশেষ খ্যাতিসম্পন্ন লিখক বা লিখিকাৰ শাৰীত ঠাই পাব। তথাপি সুদীৰ্ঘ দিনৰ অভিজ্ঞতাখিনিকে সন্নিবিষ্ট কৰিবলৈ আগবাঢ়িলো।

অতীত জীৱনৰ হৈ যোৱা সুখ-দুখৰ কাহিনী স্মৃতি পটত কিছু কিছু ৰৈ যায় যিবিলাক পাছত ৰোমন্থন কৰি আনন্দ লাগে আৰু কেতিয়াবা বিষাদো লাগে। জীৱন আগবঢ়াৰ লগে লগে নানা ৰকম ঘটনাই জীৱনটোকে বৈচিত্ৰ্যময় কৰি তোলে। কবিয়ে কৈছে— "অতীতক নেযাবা পাহৰি"— আকৌ "অতীতক যোৱাহে পাহৰি" বা "সোণোৱালী অতীতৰ দিনবোৰ কেনিবা গ'ল" ইত্যাদি ইত্যাদি। জীৱনৰ প্ৰেক্ষাগৃহত নানা ৰকম অভিজ্ঞতাই মনৰ ৰূপালী পৰ্দাত চলচিত্ৰৰ দৰে অহা-যোৱা কৰি থাকে।

মনত পৰা দিনৰ পৰা এতিয়ালৈকে বহু অভিজ্ঞতা পাইছোঁ। আমি নিচেই সৰুতে বহুতো চাহ বাগিছাত আছিলোঁ, কিন্তু সকলো ঠাইৰ কথা মনত নাই। আমাৰ ৺দেউতা চাহ বাগিছাৰ ডাক্তৰ আছিল, তেতিয়া আছিল বৃটিছৰ যুগ। যোৰহাটৰ ওচৰৰ 'চিনামৰা' চাহবাগিছাত থকাৰ কথাহে মনত পৰে। তেতিয়া মোৰ বয়স ৬/৭ বছৰহে হ'ব। বাগিছাৰ ঠেক গভীৰ মাজতে ডাঙৰ হৈছিলোঁ। আমাৰ দেউতা এজন অতি ন্যায়পৰায়ণ, নিৰ্ভীক, ভোজনবিলাসী লোক আছিল। চিকাৰ কৰা, ঘোঁৰাত উঠা, ব্যায়াম কৰা আছিল তেখেতৰ দৈনন্দিন কাম। তেতিয়া আমি দুজনী বাই-ভনী আছিলোঁ। শৈশৱৰ সুন্দৰ

দিনবিলাক মনত পৰিলে এতিয়াও ভাল লাগে। ফটা কাপোৰৰ কইনা-দৰা খেলি, বালি-ভাত ৰান্ধি আনন্দতে পখিলা উৰাদি উৰি ফুৰিছিলো। সেই তেতিয়াই মই মোৰ এজন বৰদেউতা বিখ্যাত দেশনেতা ৺কুলধৰ চলিহাক লগ পাইছিলো সঘনে। সৰুতেই তেখেতৰ ঘৰলৈ প্ৰায়েই যোৱা মনত পৰে। তেখেত সেই সময়ৰ কংগ্ৰেছৰ এজন নিষ্ঠাবান কৰ্মী আছিল। বগা খদ্দৰৰ সাজপাৰ আৰু মূৰত গান্ধী টুপী পিন্ধি থকা তেখেতৰ চেহেৰা এতিয়াও মনত পৰে। দেশ সেৱাৰ কথা অৱশ্যে তেতিয়া একো বুজি পোৱা নাছিলোঁ। তেখেতৰ বাসভৱনত জাতিৰ জনক মহাত্মা গান্ধী প্ৰমুখ্যে বহুতো নেতাই আলহী হৈ থাকিছিল। তেখেতৰ যোৰহাটৰ ন আলিত থকা ঘৰটোৱে আজিকোপতি মোৰ মনত তাহানিৰ কথা জিলিকাই ৰাখিছে। সৰুতে চাহ বাগিছাত থকা বাবে মজদুৰ সকলৰ ভাষা-গীত-মাত বহুতো জানিছিলোঁ।

পাছত আমাক পঢ়ুৱাবৰ কাৰণেই ৺দেউতাই গোলাঘাটত এটি ঘৰ সজায় আৰু আমি তাতে থাকিবলৈ লওঁ। তেতিয়া আমাৰ মাজলৈ আৰু এজনী ভনী আহিছিল। তাই অৱশ্যে জীৱনৰ সুখ-ভোগ কৰিবলৈ নেপালে। দুটি মৃত পুত্ৰ-কন্যাৰ জন্ম দি অকালতে এই পৃথিৱীৰ পৰা আঁতৰি গ'ল। আমাৰ দেউতা আৰু মায়ে কন্যাৰ শোকত ভাগি পৰিছিল। অপত্য স্নেহ যে কি বস্তু তেতিয়া বুজা নাছিলো। দেউতাই বেলেগ বেলেগ ঠাইত কাম কৰি থকা কাৰণে আমি সৰু কালছোৱা ৺মাৰ লগতে আছিলোঁ। আমাৰ মা এগৰাকী অতি কৰ্মী আৰু দূৰদৰ্শী মহিলা আছিল। তেখেতে সেই কালত Class X লৈ পঢ়িছিল কাৰণে ইংৰাজী দৈনিক কাকত, চিঠিপত্ৰ আদি পঢ়িব পাৰিছিল। ওচৰ সম্বন্ধীয় মানুহৰ ঘৰলৈ পঢ়িব পৰা মানুহ নথকাত দূৰৈৰ পৰা টেলিগ্ৰাম আদি আহিলে মায়েহে পঢ়ি দিছিল। সৰুতে আমি কোনো ঘৰুৱা শিক্ষকৰ ওচৰত পঢ়া নাছিলো। সপ্তম, অষ্টম মানলৈকে মায়েহে আমাক পঢ়াইছিল। এটা ঘটনা মনত আছে— মোৰ কনিষ্ঠা ভনী সাংবাদিক ৺মনিকা বৰুৱাই সদায় কৈছিল যে মায়ে বোলে এটা কবিতাৰ সাৰাংশ ইমান সুন্দৰকৈ লিখি দিছিল, তাই কেতিয়াও নাপাহৰে। মোৰ ভনী ৺মনিকা 'অসম বাণী' কাকতৰ সহকাৰী সম্পাদিকা আছিল। দুৰাৰোগ্য ৰোগত তেওঁৰ আকস্মিক মৃত্যু ঘটে। তেওঁৰ মৃত্যুৰ দিনটো ভাবিলে বৰ দুঃখ লাগে।

সৰুৰে পৰা মই বহুতো গুণী-জ্ঞানী লোকৰ সান্নিধ্য পাই আহিছোঁ। তেতিয়া মই দেখিছিলোঁ ৺হিতেশ্বৰ বৰবৰুৱা দেৱক। তেখেত এজন কবি আৰু লেখকো আছিল। "চকুলো" কবিতা পুথিৰ কাৰণে তেখেত চকুলোৰ কবি বুলিয়েই জনাজাত আছিল। ওখ-পাখ গৌৰ বৰ্ণৰ তেখেত আছিল এজন

সুপুৰুষ। আৰু লগ পাইছিলোঁ ৺নকুল চন্দ্র ভূঞা— তেখেতে চাহ বাগিচাৰ পটভূমিত কেইবাখনো কিতাপ লিখিছিল। আমাৰ দেউতাৰ জন্ম স্থান আছিল গোলাঘাট চহৰৰ পৰা ৫ কিঃ মিঃ নিলগৰ "বেতিয়ণী" নামৰ গাওঁত। তালৈ যাবলৈ আমি বৰ ভাল পাইছিলো। এবাৰ নে দুবাৰ গৰু গাড়ীৰেও গৈছিলোঁ। আমাৰ বংশৰ মানুহ এতিয়াও তাত আছে। গাঁৱৰ পৰিবেশ মোৰ খুব ভাল লাগিছিল। ঘৰে ঘৰে যি আদৰ চেনেহ পাইছিলো তাত কোনো কৃত্রিমতা বা স্বার্থপৰতা নাছিল। আজি-কালিৰ সমাজত এটা পৰিবৰ্ত্তন আহিছে য'ত হৈ পৰিছে মানুহ বিলাক স্বার্থপৰ আৰু মৰম বিলাকো নিজ পৰিয়ালতে সীমিত। অৱশ্যে বর্তমান দেশৰ অৱস্থা ইয়াৰ বাবে দায়ী। আমি তেতিয়া আমাৰ পৰিয়ালৰ সকলো ল'ৰা-ছোৱালীক নিজৰ বুলি ভাবিছিলোঁ। আমাৰ মাজত ভিন পৰ ভাৱ নাছিল।

বেতিয়ণীৰে এজন পুৰুষ ৺চিত্র সেন কাকতি আছিল এজন দূৰদর্শী, গহীন-গম্ভীৰ লোক, তেখেত আছিল খুব ওখ অর্থাৎ দেখিলেই শ্রদ্ধা হৈছিল। তেখেতৰ লগত আমাৰ সম্বন্ধ ভাই-ককাইৰ নহয় কিন্তু তাতোকৈ আপোন আছিল। তেখেতৰ দেউতাক আৰু মোৰ ককাদেউতা (দেউতাৰ দেউতাক) দুয়ো আছিল সখী। সখী পতা আছিল এক বিৰাট কাৰবাৰ। দুয়ো সখীক নোৱাই-ধুৱাই বিয়াৰ দৰে সখী পাতিছিল। দুয়ো ঘৰৰ ভিতৰত বিয়া-বাৰু হ'ব নোৱাৰিছিল আৰু কাৰোবাৰ মৃত্যু আদি হ'লেও লঘোণ ব্রত কৰিব লাগিছিল। আগৰ দিনৰ ইও এক সমাজৰ নীতি আছিল। সখীৰ মাক দেউতাকক তাৱৈ-আমৈ বুলিছিল। ৺চিত্র সেন কাকতি দেউতাৰ তাৱৈকৰ পুতেক— আমি তেখেতক বৰদেউতা বুলি কৈছিলোঁ। তেখেতে তেতিয়াৰ দিনতে কলিকতাত ব্যৱসায়ত নাম কৰিছিল। তেখেতৰ বাস ভৱন আছিল কলিকতাৰ 66, Harrison Road — অসমীয়া মানুহ কোনোবা গ'লে তাতে আলহী হৈ উঠৈগে। কাৰণ ঠিকনা সকলোৱে জানিছিল। কলিকতাত অসমীয়া মানুহে সেই সময়ত কাম কৰা নাছিল। তেখেত ঘৰলৈ আহিলে আমাৰ আপোন মানুহ সবেই কিবা কিবি বস্তু আনিবলৈ কয়হি। আমাৰ মায়ে তেখেতৰ হতুৱাই বহুত বস্তু অনাইছিল। দুডাল সোণৰ চেইন, কাচিৰ্পি কৰা চাদৰ অনা মনত আছে। সেই সময়ত গোলাঘাটত মানুহৰ নিজা গাড়ী প্রায় নাছিলেই। ৺বৰদেউতাৰ এখন সেউজীয়া ৰঙৰ ফৰ্দ গাড়ী আছিল— পাছত দেউতায়ো এখন লৈছিল।

গোলাঘাটত আগতে ছোৱালীৰ হাইস্কুল নাছিল। মিছন গার্লচ স্কুল আছিল, তালৈ অহা-যোৱাৰ সুবিধা নাছিল। সেই কাৰণে মোৰ ৮/৯ বছৰ বয়সতে ডিব্রুগড়ত ককাদেউতাৰ ঘৰত দেউতাই থৈ আহিছিল। মই তেতিয়া

ডিব্ৰুগড়ৰ চৰকাৰী ছোৱালী হাইস্কুলত ভৰ্ত্তি হওঁ আৰু তাৰ পৰাই ১৯৩৬ চনত প্ৰৱেশিকা পৰীক্ষা দি ওলাই আহোঁ। আমি তেতিয়া কলিকতা বিশ্ববিদ্যালয়ৰ অধীনত পৰীক্ষা দিছিলো। আমাৰ প্ৰধান শিক্ষয়িত্ৰী আছিল ৺হেম প্ৰভা দাস— বৰ্ত্তমানে থকা বিখ্যাত সমাজ-সেৱিকা শ্ৰীযুতা অমল প্ৰভা দাসৰ মাক। তেখেত আৰু তেখেতৰ স্বামী ৺ড° হৰি কৃষ্ণ দাস দুয়ো কংগ্ৰেছ কৰ্ম্মী আৰু সমাজ কৰ্ম্মী আছিল। তেখেত সকলৰ বিশাল সম্পত্তি থকা স্বত্বেও খুব সাধাৰণ ভাবে জীৱন যাপন কৰিছিল। শেষত সকলো মাটি-বাৰী তেখেত সকলে শৰণীয়া আশ্ৰমক দান কৰি থৈ গৈছিল। স্বৰ্গীয়া শ্ৰীযুতা দাসে আমাক নিজৰ ছোৱালীৰ দৰে মৰম কৰিছিল। তেখেতে আমাক নৱম দশম শ্ৰেণীত অসমীয়া সাহিত্য পঢ়ুৱাইছিল। ৰচনা আদি লিখিলে তাক চাই মন্তব্য লিখিছিল Good, V. Good, not good ৰ সলনি অসমীয়াতেই ভাল, অতি ভাল, বেয়া, ইত্যাদি। তেখেতৰ সাজ পাৰ আছিল খদ্দৰ, মুগাৰ আৰু এতিয়াৰ মেখেলা চাদৰ। সেই সাজতে তেখেতক দেখিলে পবিত্ৰতাৰ ভাব ফুটি উঠিছিল। দেখাত আছিল সুগঢ়ী। মাত কথা আছিল অতি কোমল আৰু মৰম লগা। তেখেতে ছোৱালীবিলাকক স্বাবলম্বী হ'বলৈ শিকাইছিল। নিজে সময় পালেই যঁতৰত সূতা কাটিছিল। সেই সময়ত দেশত স্বৰাজৰ আন্দোলন চলি থকাত আমিও টাকুৰীত সূতা কাটিছিলোঁ আৰু সেই কটা সূতা বাণী দি আইতাই কাপোৰ বৈ দিছিল। আমাৰ আন আন শিক্ষয়িত্ৰী সকল আছিল গৌৰী প্ৰভা চলিহা, বাৰ্চি থমাছ (লেইছ) ৺পূণ্য প্ৰভা দাস, ৺প্ৰিয়লতা কাকতি, সৰোজ বালা দাস, কুন্তী ফুকননী আৰু বহুতো। তেওঁলোকক আজিও শ্ৰদ্ধাৰে সোঁৱৰো। তেওঁলোকৰ শিক্ষাদান পদ্ধতি বেলেগ আছিল— অতি নিষ্ঠাৰে সকলোৱে পাঠদান কৰিছিল। গৌৰী বাইদেউৰ গণিতত অসাধাৰণ পাৰদৰ্শিতা আছিল, যাৰ ফলত মোৰো অতি টান যেন লগা অঙ্ক বিষয়টো সহজ হৈ পৰিল আৰু সেয়েহে প্ৰৱেশিকা পৰীক্ষাত গণিতত পাৰদৰ্শিতা দেখুৱাবলৈ সক্ষম হৈছিলোঁ। তেতিয়া স্কুল পৰিদৰ্শন কৰিবলৈ অহা লোক সকল বেছি ভাগেই আছিল ইউৰোপীয়ান। স্কুল পৰিদৰ্শন কৰিবলৈ আহিলে আমি খুউব ফুৰ্ত্তি পাইছিলো আৰু ভয়ো খুউব লাগিছিল। ফুৰ্ত্তি পোৱাৰ কাৰণ আছিল স্কুল ছুটি পোৱা, কাৰণ তেতিয়া আজিৰ দৰে নানা ধৰণৰ বন্ধ আমি নেপাইছিলো। এবাৰ গৱৰ্ণৰ স্কুল চাবলৈ আহিছিল— সেইদিনা স্কুলৰ গেটৰ পৰা গোটেই খনত ৰঙা মখমলৰ কাপোৰ পাৰি দিয়া মনত পৰে। 'God save the king' সমস্বৰে গোৱা মনত পৰে। আমি স্কুললৈ যাওঁতে খদ্দৰৰ বা কপাহী মেখেলা-চাদৰ পিন্ধি গৈছিলো আৰু কেতিয়াও

জোতা পিন্ধা নাছিলো। ল'ৰা কি ছোৱালী কোনেও হাত ঘড়ী পিন্ধা নাছিল। স্কুলৰ শাসন আছিল কটকটীয়া। স্কুলৰ বঁটা বিতৰণী উৎসৱ খুউব উলহ-মালহেৰে পাতিছিল। পঢ়া-শুনাত বেয়া নাছিলো যাবে সকলো শিক্ষয়িত্ৰীৰ পৰা মৰম পাইছিলো আৰু সদায় প্ৰথম পুৰস্কাৰ লাভ কৰিছিলোঁ। তেতিয়া সেই উৎসৱৰ দিনা আমি নৃত্য নাটিকা নাটক আদি মঞ্চস্থ কৰিছিলোঁ। 'দাতা কৰ্ণ', 'কৰ্ণকুন্তী সংবাদ', 'বাসন্তীৰ অভিষেক' ইত্যাদি তেতিয়াই যি নাটক কৰিছিলোঁ তাৰ পাছত আৰু কেতিয়াও মঞ্চত উঠা নাই। নাটকৰ জ্ঞান মোৰ সিমানেই আৰু অভিজ্ঞতাও সিমানেই। সেই সময়ত কোনো সঙ্গীত স্কুল নাছিল কিন্তু আমাৰ ককাদেউতাই ঘৰতে গানৰ শিক্ষক নিযুক্ত কৰি দিছিল। তেখেতৰ নাম আছিল ৺হৰিদাস সান্যাল আৰু দেওবাৰে আমি গান শিকিছিলো অৱশ্যে বঙালী গান। তেতিয়া অসমীয়া গীতৰ প্ৰচলন নাছিল। পাছত অৱশ্যে ৺পাৰ্ব্বতি প্ৰসাদ বৰুৱা, ৺পদ্মধৰ চলিহা আদিৰ ৰচিত গীত গাইছিলো। আমাৰ দেউতাৰ সঙ্গীতৰ প্ৰতি ৰাপ আছিল। গোলাঘাটত তেতিয়া অসমৰ ভিতৰত ভাল থিয়েটাৰ হোৱা বুলি নাম আছিল। তেতিয়া দৃশ্যপট সলনিৰ মাজৰ সময়ত ৺দেউতাক গান গোৱা দেখিছিলোঁ। আমি স্কুলত পঢ়ি থাকোতেই এবাৰ গান্ধীজী অসমলৈ আহিছিল। তেতিয়া খুব ওচৰৰ পৰা তেখেতক দেখিছিলো আৰু সশ্ৰদ্ধ সেৱা জনাই নিজকে ধন্য মানিছিলো। দেশ স্বাধীন কৰা মন্ত্ৰত ব্ৰতী হোৱা গান্ধীজীৰ চকুৰে মুখে কিবা যেন এক উজ্জ্বল ৰশ্মি প্ৰকাশ পোৱা যেন লাগিছিল।

আমাৰ সেই সময়ত কোনো ছোৱালীৰে ফাউন্টেইন পেন নাছিল। সকলোৱে দোৱাত আৰু কলম ব্যৱহাৰ কৰিছিল। দেউতাই নৱম মান শ্ৰেণীত মোক এটা পাৰ্কাৰ পেন্‌ দিছিল। পিছে পেনটো পাইয়ো মই স্কুললৈ নিবলৈ লাজ কৰিছিলো। তেতিয়া আমি জানিছিলো যে কলেজত পঢ়িলেহে পেন লব লাগে। আমি সদায় বাছেৰে স্কুললৈ গৈছিলো, মুছলিম ছোৱালীবিলাক বন্ধ ঘোঁৰা গাড়ীত গৈছিল। সেইবিলাকক পৰ্দ্দা গাড়ী বুলিছিল। ছোৱালী বিলাকক অভিভাৱক সকলে আৰু পিতৃ-মাতৃ সকলে খুব আবুৰত ৰাখিছিল। সমাজৰ বান্ধোন আছিল কটকটীয়া। তেতিয়া আমি ইমান কঠোৰ শাসন ভাল পোৱা নাছিলোঁ— এতিয়াহে ভাবো ভালেই আছিল নেকি! মই ককাদেউতাৰ লগত প্ৰায় ৮/৯ বছৰ কাল আছিলোঁ। তেখেত বৰ খঙাল আৰু বৰ কঠোৰ মানুহ আছিল। স্কুল আৰু ঘৰৰ বাহিৰে ক'লৈকো যাব নোৱাৰিছিলোঁ— 'অফিচ থেকে বাড়ী আৰ বাড়ী থেকে অফিচ' কথাষাৰ আমাৰ গাতে ফলিয়াইছিল। পূজাৰ বন্ধত ঘৰলৈ আহিলেহে থিয়েটাৰ চাইছিলোঁ। ওচৰ-চুবুৰীয়াৰ লগত

গোলাঘাট এমেচাৰ থিয়েটাৰ হলত পূজাৰ তিনিও দিন থিয়েটাৰ চাই বৰ আনন্দ পাইছিলোঁ। তেতিয়া মহিলা সকল বহিছিল চাঙৰ ওপৰত। থিয়েটাৰ বিলাকত কোনো ছোৱালীয়ে অংশ নলৈছিল। ল'ৰাই ছোৱালী সাজি নাটক কৰিছিল। সুঅভিনেতা সকলৰ বেছি ভাগেই আজি নাই। তেখেত সকল আছিল ৺ত্ৰৈলোক্য নাথ হাজৰিকা, ৺নগেন্দ্ৰ নাথ বৰুৱা, ৺প্ৰমোদাভিৰাম দাস, ৺দূৰ্গানাথ হাজৰিকা, ৺সুৰেন্দ্ৰ নাথ শইকীয়া, ৺বিদ্যানাথ হাজৰিকা, শ্ৰীহীৰা শৰ্ম্মা, শ্ৰী সুবোধ বৰবৰা, শ্ৰীসূৰ্য্যকান্ত বৰুৱা, শ্ৰীমাখন দুৱৰা আৰু বহুতো ব্যক্তি যাৰ সু অভিনয় পাহৰিব নোৱাৰি। স্ত্ৰী চৰিত্ৰত অভিনয় কৰা কেইজনমানৰ কথা মনত আছে। যেনে ড° বীৰেন্দ্ৰ নাথ বৰুৱা, শ্ৰীহৰিশ চন্দ্ৰ গোস্বামী ইত্যাদি। সেই অভিনয় বিলাক গধূলি ৯ টা মান বজাৰ পৰা প্ৰায় ৰাতিপুৱালৈকে হৈছিল। আমাৰ দেউতাইয়ো মাজে মাজে অভিনয় কৰিছিল— এবাৰ বদন বৰফুকনৰ ভাও লোৱা দেখিছিলোঁ।

ককাদেউতাৰ এটা বিশেষ চখ আছিল প্ৰতি দেওবাৰে পাশাখেলা। ওচৰৰ কেইজনমান ভদ্ৰলোকক লগত লৈ দিনৰ দিনটো ৰাতি ৯/১০ বজালৈকে পাশা খেলিছিল। সেইদিনা ঘৰত নানা ধৰণৰ মিঠাই, মোহন ভোগ আদি তৈয়াৰ কৰি খেলুৱৈ সকলক দিব লাগিছিল। চাহ, তামোল, ধপাত লগোৱা কাম মইয়েই বেছিভাগ কৰিছিলোঁ। আমি সৰুতে কড়ি খেলিছিলোঁ। পাশা খেলৰ কৌশল কিছু জানো। বোধকৰো দেখি থকাৰ কাৰণে। কিন্তু ককাদেউতাৰ পাশা খেলাৰ বাহিৰে অন্য কোনো ঠাইতে বা কোনো মানুহৰ ঘৰত মই দেখা নাই। ককাদেউতাৰ আন এটা কথা মনত পৰে। প্ৰত্যেক বছৰে এদিন 'কাঙালী ভোজন' পাতিছিল। ঢোল, পিতি ভিক্ষাৰী সকলক মতাইছিল। ঘৰৰ আগৰ ডাঙৰ পথাৰত খিচিৰি ৰন্ধাই সকলোকে খুৱাই আত্ম তৃপ্তি পাইছিল। ভিক্ষাৰী সকলেও হিয়া উবুৰিয়াই আশীৰ্ব্বাদ দিছিল। দৰিদ্ৰ পৰায়ণৰ সেৱা তেতিয়াই দেখা।

১৯৩৬ চনত প্ৰৱেশিকা পৰীক্ষাত প্ৰথম বিভাগত উত্তীৰ্ণ হৈ কটন কলেজতে I.A. ত নাম লগাওঁ। সেই সময়ত গুৱাহাটীত ছোৱালীৰ (কলেজৰ) ছাত্ৰীবাস নথকাত আমি পানবজাৰ ছোৱালী স্কুলৰ ছাত্ৰীবাসত থাকি পঢ়িছিলোঁ। ছোৱালীও তেতিয়া খুব কম আছিল। আমাৰ লগত মাত্ৰ ২০ গৰাকী ছাত্ৰীয়েহে পঢ়িছিল। গোলাঘাটৰ পৰা সেই বছৰ আমি ৪ গৰাকী ছোৱালীয়ে প্ৰথম বাৰৰ বাবে কটনত পঢ়িবলৈ যাওঁ। তেওঁলোক আছিল সৰ্ব্বশ্ৰী পূণ্যপ্ৰভা কাকতি (বৰবৰা), হেমপ্ৰভা কাকতি (ভূঞা), ৺দিব্যপ্ৰভা দত্ত (দাস) আৰু মই। গুৱাহাটীত পঢ়িবলৈ যোৱা বাবে আমাক সকলোৱে প্ৰশংসা কৰিছিল।

কিছু কিছুৰে আকৌ ভালপোৱা নাছিল। 'ছোৱালী হৈ কিয় আৰু পঢ়িব লাগে?' বুলি— এয়েই আছিল মানুহৰ অন্ধ বিশ্বাস। আমি ছাত্ৰীবাসত থাকোতে আমাক তদাৰক কৰিছিল ৺ৰত্নমালা বৰাই। তেখেত আছিল এগৰাকী বৰ তেজস্বী মহিলা। তেখেতৰ শাসন আছিল অতি কঠোৰ— কিন্তু অন্তৰ আছিল দয়াৰে ভৰা। ৺ৰাজবালা দাসে আমাক সদায় সৎ উপদেশ দিছিল। তেখেতৰ গুণৰাশিত আমি প্ৰভাৱান্বিত হৈছিলোঁ। গহীন-গম্ভীৰ ব্যক্তিত্বসম্পন্না মহিলা গৰাকীৰ প্ৰতি আজিও অন্তৰৰ ভক্তি শ্ৰদ্ধা জনাওঁ। কলেজৰ শিক্ষক সকলো আছিল একোজন পণ্ডিত। সেইসকলৰ ভিতৰত মই সদায় মন পোৱা কেইজন হ'ল— ৺সূৰ্য্য কুমাৰ ভূঞা, ৺বাণীকান্ত কাকতি, পি, চি, ৰয়, মথুৰা গোস্বামী, দিবাকৰ গোস্বামী, লক্ষ্মীনাৰায়ণ চেটাৰ্জ্জী আদি। মই আছিলো কলা বিভাগৰ ছাত্ৰী। তেখেত সকলৰ বক্তৃতাত আমি মুগ্ধ হৈ বৰ মনোযোগেৰে সেইবিলাক আয়ত্ব কৰিবলৈ যত্ন কৰিছিলোঁ। মই I.A পাছ কৰি স্নাতক শাখাত ইংৰাজীৰ অনাৰ্চ লৈ ভৰ্ত্তি হৈছিলো। পি,চি, ৰয়ৰ ইংৰাজী পঢ়ুৱাৰ নিয়ম বিলাক আছিল বৰ উপাদেয়। মেকবেথ, ৰোমিও জুলিয়েট, চিজাৰ আদি নানা অঙ্গী ভংগীৰে বুজাই দিয়া আজিও যেন কাণত বাজি থাকে। ড° বাণীকান্ত ককতিয়ে গুৰু গম্ভীৰ স্বৰেৰে অধ্যাপনা কৰা বৰ ভাল লাগিছিল। সেই সময়ত আমি আমাৰ মহাবিদ্যালয়খন তীৰ্থভূমি যেন জ্ঞান কৰিছিলোঁ। মুঠতে স্কুলৰ পৰা কলেজত পঢ়ালৈকে সময়খিনি মোৰ জীৱনৰ অতি সুন্দৰ দিন বুলি কওঁ। যদিও ছাত্ৰী জীৱনত পঢ়া-শুনাত বেয়া নাছিলো তথাপি ১৯৩৯ চনত তৃতীয় বাৰ্ষিকৰ শেষৰ পিনে মোৰ বিয়াৰ প্ৰস্তাৱ আহে। সেইদিনত ছোৱালীৰ মতামতত কোনেও গুৰুত্ব নিদিছিল। 'চকুক সুধি চাউল নবহাইছিল'— তেতিয়া।

১৯৩৯ চনৰ ফেব্ৰুৱাৰী মাহত মোৰ বিয়া হৈছিল গোলাঘাটৰ সম্ভ্ৰান্ত বৰুৱা পৰিয়ালৰ মৌজাদাৰ ৺হেমেন্দ্ৰ নাথ বৰুৱাৰ লগত। গোলাঘাটৰ পৰা ১০ কিঃ মিঃ দূৰৈত আছিল তেখেতৰ মৌজা খুমটাই। ৺ৰায় বাহাদুৰ দণ্ডধৰ বৰুৱা তেখেতৰ ককাক। তেখেত আছিল এজন বিত্তবান, তহ্চিলদাৰ। পাছত তহ্চিল ভাঙি চৰকাৰে মৌজা কৰিলে। এই মৌজা আমাৰ চাৰিপুৰুষীয়া। বৰ্ত্তমান মোৰ নামত মৌজা চলি আছে। মৌজাদাৰৰ ঘৰৰ বিয়া স্বাভাবিকতে বৰ ধুমধামেৰে হৈছিল। জ্ঞাতি-কুটুম্বেৰে ঘৰ ভৰি পৰিছিল। নগৰৰ পৰা দূৰৈৰ গাৱঁত গৈ প্ৰথমে কিছু আচহুৱা পৰিস্থিতিত পৰিছিলোঁ। বহুতো কথা আৰু কাম নতুনকৈ শিকিব লগা হৈছিল। আমাৰ শাহুৰ ৬ টি ল'ৰা-ছোৱালী, জেশাহু, ননদ, সকলোৰে বিয়া বাৰু বহুত আগতেই হৈ গৈছিল। গতিকে

ঘৰত মানুহ নাছিলেই। সেই সময়ত মোৰ দেওৰ দুজনে মোক বহুত সহায় কৰিছিল। মোৰ সৰুজন দেওৰ মোৰ লগে লগে থাকি নিজৰ ভাইৰ দৰে মোক মৰমৰে শিকাইছিল বহুত কথা। মোৰ শাহুও আছিল এগৰাকী সাত্বিক, ব্যক্তিত্বসম্পনা মহিলা। তেখেতে ২৪ বছৰ বয়সতে অকাল বৈধব্য ব্ৰত ল'ব লগা হয়। তেতিয়াৰ পৰাই তেখেতে নিজৰ শহুৰ, শাহুৰ লগতে থাকি তেখেত সকলক পৰিচৰ্য্যা কৰি, এখন ডাঙৰ গৃহস্থী নিয়াৰীকৈ চলাইছিল। তেখেতৰ নিচিনা পৰিপাটি, ধৈৰ্য্যশীলা মহিলা মই লগেই পোৱা নাই। তেখেতে আমাৰ তিনিওজনী বোৱাৰীকে নিজৰ ছোৱালীৰ দৰে সদুপদেশ দি মৰমেৰে চলাইছিল। আমিও কোনো কথাতে প্ৰতিবাদ নকৰি সকলো মানি চলিছিলো। ন-বোৱাৰী হিচাবে সদায় ভয় আৰু উৎকণ্ঠাৰে দিন নিয়াব লগা হৈছিল— সকলো কাম সুধি-পুচি কৰিব লাগিছিল। তেতিয়া আমাৰ ঘৰখন আছিল লগুৱা লিগিৰিৰে ভৰা। সকলোৰে মন বুজি চলিব লাগিছিল। আজিকালি বোৱাৰী বিলাকে যিমানখিনি স্বাধীনতা পাইছে আমি তাৰ এভাগো পোৱা নাছিলো। সামাজিক ৰীতি-নীতিও আছিল সুকীয়া। মান্য জনক দেখিলে সেৱা কৰা, মূৰত ওৰণি লোৱা, ৰিহা মেখেলাৰে সম্পূৰ্ণ সাজ পিন্ধা ইত্যাদি ইত্যাদি। খেতি পথাৰৰ কামো মই প্ৰথমে আমাৰ মৌজাতে দেখা— হালবোৱাৰ পৰা মাটি কই ধান চপাই যে কিমান প্ৰৰিশ্ৰমত মানুহৰ ভাত মুঠিৰ যোগাৰ হয় তেতিয়াহে বুজিছিলোঁ। শাহুৰ লগে লগে জীৱনত প্ৰথমবাৰ চিৰা-খুন্দা, সান্দহ খুন্দা, মুৰি ভজা আদি কামবোৰ শিকিলো। সেই সময়ত বজাৰৰ চিৰা-মুৰি আদি নচলিছিল। সেই কাৰণে সকলো জা-জলপান আমি ঘৰতে গা-পা ধুই কৰিছিলোঁ। সিও এক অভিজ্ঞতা বুলি মই ভাবো। আমাৰ ঘৰত তেতিয়া মেজত ভাত খোৱা নিয়ম নাছিল। মজিয়া সাৰি-মুচি, পীৰা পাৰি মান্য জনক বান-কাঁহী, বান-বাটি, লোটা-চৰিয়া গামোছা দি হে ভাত দিব লাগিছিল।

তাঁতৰ কামো মই বিয়াৰ পিচতহে শিকা মাতৃৰ পৰা। ঘৰত থাকোতে পঢ়া-শুনা কৰি থকা কালছোৱাত মাত্ৰ ২ জুতি কাপোৰ বোৱাহে মনত আছে। ফুল অৱশ্যে বাচিব জানিছিলোঁ। তাঁতখন বাতি কঢ়াৰ পৰা শালত ভৰি বোৱালৈকে সম্পূৰ্ণ পদ্ধতি তেতিয়াহে শিকিছিলোঁ। তাৰ পিছত অৱশ্যে বহুত কাপোৰ বৈ ছোৱালীহঁতক দিছিলোঁ। বিহুৰ সময়ত ঘৰতে আমি ফুলাম গামোছা বৈ মান্য জনক দিব লাগিছিল। দূৰৈত থকা সকললৈ ডাকযোগে পঠাব লাগিছিল। আমাৰ শাহু এগৰাকী ধৈৰ্য্যশীলা মহিলা আছিল। তেখেতে তেখেতৰ সুদীৰ্ঘ জীৱনত পুত্ৰ, কন্যা, জোঁৱাই, নাতি হেৰুৱাইও ধৈৰ্য্য ধৰি

ভগৱানৰ ইচ্ছা বুলি ধৰিছিল। তেখেত আছিল নিৰামিষহাৰী, সুন্দৰ প্ৰাৰ্থনা, বৰগীত, ঘোষা, আদি তেখেতৰ কণ্ঠস্থ আছিল। বহুত নাম গুণ তেখেতৰ পৰাই শিকা।

মোৰ স্বামীও এজন দৃঢ়মনৰ পুৰুষ আছিল। তেখেত শাসনত অতি কঠোৰ আৰু চাল-চলনত অতি পৰিপাটি আছিল। তেওঁলোকৰ ভাই-ককাইৰ ভিতৰত অসম্ভৱ মিল আছিল। এতিয়াও মানুহে মুখে মুখে কয়। চিকাৰ কৰা, মাছ ধৰা আছিল তেখেতৰ অৱসৰ বিনোদনৰ বিষয়। অশেষ পৰিশ্ৰমো কৰিছিল। শেষত Arthritis ৰোগত প্ৰায় ১০ বছৰ ভুগি ১৯৮৩ চনত তেখেতৰ মৃত্যু হয়।

মই বিয়াৰ পিছতে গোলাঘাটৰ দণ্ডধৰ হোৱালী হাইস্কুলত কিছুদিন শিক্ষকতা কৰিছিলোঁ— পাছত ল'ৰা-ছোৱালী জন্ম হ'লত সেই কামটো এৰিব লগা হৈছিল।

মই সক্ৰিয় ৰাজনীতিত নমা নাই। আমাৰ দাদা শহুৰ ৺ৰাজেন্দ্ৰ নাথ বৰুৱা এজন নিস্বাৰ্থ কংগ্ৰেছ কৰ্মী আছিল। বিপ্লৱী বীৰ ৺শঙ্কৰ চন্দ্ৰ বৰুৱা আছিল তেখেতৰ পৰম বন্ধু। দুয়ো লগ লাগি গাৱেঁ-ভুঁয়ে কংগ্ৰেছৰ বাণী প্ৰচাৰ কৰি ফুৰিছিল। কংগ্ৰেছৰ আন্দোলন কৰা বাবে ৺ৰাজেন্দ্ৰ নাথ বৰুৱাই কেইবাবাৰো কাৰাবাস খাটিছিল। ৺গোপীনাথ বৰদলৈ, ৺বিষ্ণুৰাম মেধি, শ্ৰীদেবেশ্বৰ শৰ্মা, আউনীআটি সত্ৰৰ প্ৰভু ঈশ্বৰ সকলোৱে একেলগে কাৰাবৰণ কৰিছিল। দদাইদেউহঁত যোৰহাট জেইলত থাকোতেই ৺কুশল কোঁৱৰক ফাঁচী দিয়া হৈছিল। তেখেতে কেইবাটিও মাউৰা ল'ৰা-ছোৱালী পিতৃ-স্নেহেৰে তুলি-তালি বিয়া-বাৰু দিছিল। খুৰীদেউ ৺স্বৰ্ণলতা বৰুৱাও আছিল কংগ্ৰেছৰ সেৱিকা। তেখেতে স্বামীৰ লগতে সত্যাগ্ৰহ কৰি কাৰাবৰণ কৰিছিল। তেখেত এগৰাকী অতিথি পৰায়ণা মহিলা আছিল। দদাইদেউ বিধান সভালৈ ৫ বাৰ অসংখ্য ভোটত জিকি নিৰ্ব্বাচিত হৈছিল, তেতিয়া মইয়ো নিৰ্ব্বাচনী অভিযানত গাঁৱে-গাঁৱে গৈছিলোঁ। '৪২ চনৰ আন্দোলনত দদাইদেউৰ ঘৰ পুলিচে খানাতালাচ কৰা মই দেখিছিলো আৰু যিদিনা পুলিচ চাহাব আহি দদাইদেউক ঘৰৰ পৰা বন্দী কৰি লৈ গৈছিল, সকলোৱে গোট খাই হৰ্ষধ্বনি কৰিছিল। ঘৰখন সদায় গাওঁ-ভুঁইৰ স্বেচ্ছাসেৱক, সেৱিকাৰে ভৰি আছিল আৰু সেই সকলক খুৰীদেউৱে নিজ হাতে বাঢ়ি-বাঢ়ি খুৱাইছিল। দদাইদেউৱে জেলত থাকোতে যঁতৰত বহুত মিহি সূতা কাটিছিল। সিবিলাক তেখেতে বোৱাই ধুতি, পাঞ্জাবী, টুপী কৰাই পিন্ধিছিল। পণ্ডিত নেহেৰু এবাৰ আহি ৺ৰাজেন্দ্ৰ নাথ বৰুৱাৰ ঘৰত আছিলহি। সেইদিনা আমি নেহেৰুজীৰ অভ্যৰ্থনাৰ কাৰণে অতি ব্যস্ত

হৈছিলোঁ।

সামাজিক জীৱন : সামাজিক জীৱনলৈও মোক ৺স্বৰ্ণলতা বৰুৱা খুড়ীদেউৱেহে প্ৰথমে নমোৱা। ৺খুড়ীদেউৰ লগে লগে মইও গাওঁ-ভূঁইলৈ গৈ গাঁৱৰ মহিলা সকলৰ সভা-সমিতিত যোগ দিছিলোঁ। মহিলা সকলৰ উৎসাহ, আদৰ-অভ্যৰ্থনা দেখি মুগ্ধ হৈছিলো। পাছত খুড়ীদেউ আছিল গোলাঘাট মহিলা সমিতিৰ সভানেত্ৰী আৰু মই আছিলো যুটীয়া সম্পাদিকা। ৺খুড়ীদেউ আছিল গোলাঘাট মহিলা সমিতিৰ জন্মদাত্ৰী। ১৯৬০ চনত গোলাঘাটত সদৌ অসম মহিলা সন্মিলন খন অতি সুচাৰুৰূপে অনুষ্ঠিত হৈছিল। গোলাঘাটৰ সদাশয় ৰাইজ আৰু মোৰ সহকৰ্মী সকলৰ অশেষ যত্ন আৰু সহযোগ পাহৰিব নোৱাৰো। সেই সভাৰ সভানেত্ৰী আছিল শ্ৰীযুতা পুষ্পলতা দাস। ১৯৫৮/৫৯ চনত সমাজ কল্যাণ পৰিষদৰ পৰা পোৱা অনুদানেৰে প্ৰাপ্ত বয়স্ক শিক্ষা আঁচনিৰ অধীন ২৫ গৰাকী ছাত্ৰীক ছাত্ৰীবাসত ৰাখি M.E. পৰ্য্যায়ৰ পৰীক্ষা দিয়াইছিল, আটাইকেইগৰাকী উত্তীৰ্ণও হৈছিল। তেওঁলোকৰ ভিতৰত কেইবাগৰাকী বিধৱা, স্বামী পৰিতাক্তা ছোৱালীও আছিল। শিক্ষা সাং কৰি তেওঁলোক বেলেগ বেলেগ চাকৰিত সোমাই সুন্দৰকৈ চলি আছে। তেওঁলোকক শিক্ষা দি বৰ আনন্দ পাইছিলোঁ আৰু তেওঁলোকেও আমাৰ ওচৰত অতি কৃতজ্ঞতা স্বীকাৰ কৰিছিল। সমাজৰ দলিত জনৰ উপকাৰ সাধনত যে কি আনন্দ তেতিয়াহে জানিলো। চীনা যুদ্ধৰ সময়ত ভাৰতীয় জোৱান সকলৰ কল্যাণৰ কাৰণেও নানা কাম কৰিছিলোঁ। দেশৰ প্ৰাকৃতিক দুৰ্য্যোগবোৰতো সমিতিৰ পৰা সহায় বিলাক আমি সদায় ভালকৈ সমাধন হোৱাটোকে বাঞ্চা কৰি আহিছো। ১৯৫৯ চনৰ শেষৰ ফালে মহিলা কংগ্ৰেছে আমাৰ ৫০ জনীয়া দল এটা সৌৰাষ্ট্ৰলৈ নিছিল। আমি গোলাঘাটৰ পৰা ৯ গৰাকী মহিলা গৈছিলোঁ। দলনেত্ৰী আছিল প্ৰাক্তন মন্ত্ৰী শ্ৰীৰেণুকা বৰকটকী। অসমৰ বাহিৰলৈ সেয়েই প্ৰথম যোৱা। সৌৰাষ্ট্ৰৰ ভৱনগৰত কংগ্ৰেছ মহাসভা হৈছিল। বিৰাট জন সমুদ্ৰ দেখি তবধ মানিছিলো। তাৰ পৰা আমি ৰাজকোট, আহমেদাবাদ, সবৰমতী, বোম্বাই, দিল্লী, আগ্ৰা, আদি ঠাইলৈ গৈছিলো। সেই ঠাই বিলাকৰ মহিলা সমিতি বিলাকে আমাক নিমন্ত্ৰণ কৰি আদৰ আপ্যায়ন কৰিছিল। সদৌ অসম লিখিকা সমাৰোহ এবাৰ গোলাঘাটত অনুষ্ঠিত কৰিছিলোঁ। গোলাঘাটৰ কেইবাগৰাকী ন-পুৰণি লেখিকাৰ সহযোগত সেই কাম কৰিবলৈ সক্ষম হৈছিলোঁ— তেখেত সকল হ'ল সৰ্ব্বশ্ৰী অঞ্জলি বৰকাকতি, স্বৰ্ণ শইকীয়া, আৰতি শইকীয়া, বুলু নেওঁগ, অৰুণা বৰবৰা, মৃণাল কাকতি, ননী শৰ্ম্মা, নৈপুন্য ভূঞা, নীলিমা বৰুৱা, মৃণাল কাকতি, জয়া দেৱী, চৈতন্য বৰা,

হিৰণ্য শইকীয়া, স্নেহ বৰবৰা আৰু বহুতো। বৰ্তমান লিখিকা সমাৰোহ গোলাঘাট শাখাৰ মইয়েই সভানেত্ৰী হৈ আছো। এইদৰে সমাজৰ কাম কৰি আছো আৰু তাৰ পৰা অভিজ্ঞতাও বাঢ়িছে।

বিভিন্ন ভাষাৰ কিতাপ আজৰি পৰত পঢ়া মোৰ এটা ডাঙৰ অভ্যাস। এখন কিতাপ নপঢ়িলে দিনটো মোৰ অথলে যোৱা যেন লাগে এতিয়াও। অসমীয়া, বঙালী, ইংৰাজী, সকলো ভাষাৰে কিতাপ মই পঢ়ো। মোৰ একমাত্ৰ পুত্ৰ শ্ৰীমান মুনীন বৰুৱা। তাৰো কিতাপ পঢ়াত বৰ চখ— সেয়েহে ঘৰতে বহুত ধৰণৰ কিতাপ পঢ়িবলৈ পাওঁ। ৰবি ঠাকুৰৰ 'গীতাঞ্জলী', চয়নিকা বহুত বাৰেই পঢ়িছো, তথাপি দেখোন আমনি নেলাগে। ৰবীন্দ্ৰ নাথ ঠাকুৰৰ 'দেৱতাৰ গ্ৰাস', পুৰাতন ভৃত্য, 'যেতে নাহি দেব' আদি কবিতাৰ শব্দৰ গাঁথনি, উপমা এতিয়াও নতুন যেন লাগি থাকে। তাৰ বাহিৰেও শঙ্কৰ চেটাৰ্জ্জীৰ কিতাপ, মহাশ্বেতা দেৱী, আশাপূৰ্ণা দেৱী, মৈত্ৰেয়ী দেৱী, বিমল মিত্ৰ, প্ৰফুল্ল ৰায়ৰ কিতাপ মোৰ বৰ প্ৰিয়। অসমীয়া সাহিত্যৰো বচা বচা কিতাপ পঢ়িছো। শ্ৰীমামণি ৰয়চম গোস্বামী, নিৰুপমা গোঁহাই, স্নেহ দেৱী, চৈয়দ আব্দুল মালিক, ড° ভুপেন হাজৰিকা, অৰুণ গোস্বামী আদিৰ গল্প কিতাপ, উপন্যাস বৰ ভাল লাগে। ইংৰাজী সাহিত্যৰো ভালেমান কিতাপ পঢ়িছোঁ— Good Earth, Kane & Abel, Midsummer Night Dream আদি বৰ ভাল লাগে। কেইবাটাও ইংৰাজী গল্প অনুবাদ কৰিছোঁ— তাৰে ২/১ টা স্থানীয় আলোচনীত প্ৰকাশো হৈছে। মই অৱশ্যে প্ৰকৃতাৰ্থত কবি বা সাহিত্যিকা নহওঁ; কিন্তু সাহিত্যৰ সোৱাদ লোৱা বা লবলৈ চেষ্টা কৰা মোৰ অভ্যাসত পৰিণত হৈ গ'ল।

চিলাই আদি: আমাৰ দিনত চিলাই আদিৰ কোনো স্কুল বা আজিৰ দৰে নানা আলোচনী নাছিল। ইজন সিজনৰ পৰাহে শিকা। তথাপি সেই সময়ত চলা মাছ বাকলিৰ কাম, মণিৰ গছ কৰা, কাপেটিত ফুল তোলা, ফটা কাপোৰৰ কুছন আৰু ২/৪ খন মেজৰ কাপোৰ আদি কৰিছিলোঁ। মাৰ পৰা কিছু কাৰ্চিপীৰ কামো শিকিছিলোঁ। ব্লাউজ, পেটিকোট, ফ্ৰক আদি চিলাই কৰিব পাৰিছিলোঁ। উলৰ কাম পিছে মই খুউব সৰুৰে পৰা জানিছিলোঁ। মই মোৰ আইতাৰ পৰা প্ৰথমে উলৰ কাম শিকোঁ। তেখেতে তেতিয়াৰ দিনতে খুউব সুন্দৰ সুন্দৰ উলৰ পোছাক কৰি সকলোকে দিছিল। কিবা এটা নতুন নমুনা ক'ৰবাত দেখিলেই শিকি আহিছিলোঁ। পাছৰ কালতো মই উলৰ কামটোহে সকলোতকৈ ভাল পাই আহিছো। নাতি-নাতিনীইতক মাজে মাজে কৰি দিওঁ।

বন্ধা বড়া: বন্ধা-বড়া কামটো আমি আগতে কৰা নাছিলোঁ। তেতিয়াৰ দিনত পুষ্পিতা হলেই ছোৱালীহঁতক বান্ধিবলৈ নিদিছিল, অৱশ্যে বিয়াৰ পিছত সকলো শিকি বুজি লওঁ। সেই দিনৰ বন্ধা-বড়া আছিল অতি সাধাৰণ টেঙা, খাৰ, জালুকীয়া আদিয়েই আছিল সাধাৰণ মানুহৰ খাদ্য তালিকাত। তাকে জুটি লগাই বন্ধাও আছিল এক কলা। আজি-কালিৰ দৰে দক্ষিণ ভাৰতৰ, গুজৰাটৰ, চীনৰ খাদ্য সম্ভাৰ মানুহে খাব নাজানিছিল বা প্ৰচলনো নাছিল। এতিয়া নগৰে নগৰে বন্ধা-বড়াৰ প্ৰশিক্ষণ কেন্দ্ৰ বা বন্ধাৰ কিতাপ আদি বহুত ওলাইছে— যিবিলাক পঢ়ি-শুনি আজিৰ আইদেউ সকলে বিভিন্ন খাদ্য প্ৰস্তুত কৰি সকলোকে আপ্যায়ন কৰিব পাৰিছে। কেক, বিস্কুট আদি আমি পিছে কৰিব পাৰিছিলোঁ। ডিব্ৰুগড়ত থাকোতে আমাৰ আইতাই সুন্দৰ সুন্দৰ কেক্ কৰিছিল। কিন্তু কোনো mixie বা 'অভেন'ত নহয়। ডাঙৰ চামুচেৰে বস্তু কেইবিধ মিহলাই চৌকাত অঙঠাৰ ওপৰত বহুৱাই bake কৰিছিল। কি সুন্দৰ আৰু সুস্বাদু আছিল সেইবিলাক। পাছত অৱশ্যে বন্ধা-বড়া চলাই নিব পৰা বিধৰ হলোঁগৈ।

মানুহৰ জীৱনটো সুখ-দুঃখেৰে মিহলি। সুখৰ পিছত দুখ হবই। কিছু আনন্দৰ মুহূৰ্ত্ত আৰু কিছু বিষাদৰ ছাঁ মনত পৰি থাকে, আৰু তাক পাহৰিবও নোৱাৰি। আমাৰ পাচোজনী ছোৱালীৰ পাছত যেতিয়া মোৰ ভাই শ্ৰীমান ইন্দুমাধৱ বৰুৱা (মুকুল) জন্ম হয়— সেইদিনা কিমান যে আনন্দ লাগিছিল বুজাব নোৱাৰো। প্ৰথম ল'ৰা বুলি আমাৰ ঘৰত সেইদিনা যি আনন্দ মুখৰ পৰিবেশৰ সৃষ্টি হৈছিল আজিও মনত পৰে। অকণমান কেচুৱাক লৈ আমাৰ বাই-ভনীৰ মাজত টনা-আজোৰা লাগিছিল। দিনটোত কোনে কেইবাৰ তাক কোলাত ললে তাকে হিচাব কৰি কাজিয়াও লাগিছিল। আমাৰ তিনিটি ল'ৰা-ছোৱালীয়ে নিজৰ পঢ়া-শুনাত কৃতিত্ব দেখুৱাই উত্তীৰ্ণ হওঁতেও বৰ আনন্দ লাগিছিল। নিজ সন্তানৰ কৃতিত্বত মাক-দেউতাকৰ যি আনন্দ সি অতুলনীয় বুলি ভাবো। সংসাৰৰ বিশাল নদীত সাতুৰি নাদুৰি বিষাদৰো সন্মুখীন হৈছো কেইবাবাৰো। যোৱা ১৯৮৩ চনত যিদিনা মোৰ স্বামীৰ মৃত্যু হয়— সেই দিনটো চাগৈ জীৱন থাকে মানে পাহৰিব নোৱাৰিম। সেইদিনা মই দিক্‌বিদিক হেৰুৱাই পেলাই ডেউকা ভঙা চৰাইৰ দৰে হৈ পৰিছিলোঁ। এক প্ৰচণ্ড ভূমিকম্পই যেন মোক জোকাৰি পেলাইছিল। সংসাৰত সকলো পিনে শূণ্যতাকে দেখিছিলোঁ— কিন্তু সময়ৰ লগে লগে ভগৱানে সকলোকে শক্তি দিয়ে— ধৈৰ্য্য ধৰিবলৈ, কালৰ লগত চলি যাবলৈ। তেখেতৰ কায়িক ৰূপ নাই যদিও তেখেতৰ নানান স্মৃতিয়ে মনত উৎসাহ, অনুপ্ৰেৰণাৰ গুণতে

নিজৰ কামত আগবাঢ়িব পাৰিছোঁ। সান্ত্বনাৰ প্ৰলেপ সানি জীয়াই থাকিবলৈ যি অনন্ত শক্তিয়ে সাহস ধৈৰ্য্য দিছে, তেওঁলৈ সদায় শত সহস্ৰ কোটি অন্তৰৰ সেৱা জনাওঁ।

জীৱনৰ সন্ধিয়া বেলিকা এতিয়া যদিও ব্যস্ত ভাবে দিন নিয়াইছো— তাৰ মাজতে ভগৱানৰ প্ৰাৰ্থনা কৰি মনত বহুত শান্তি পাওঁ। কীৰ্ত্তন, নামঘোষা আদি পঢ়ি ভগৱানৰ অনন্ত মহিমা বুজিবলৈ চেষ্ট কৰোঁ। মায়াই আমাক বান্ধি থৈছে যাৰপৰা ওলাবৰ সন্ধি নাই। তথাপি নিত্য-নৈমিত্তিক ভগৱানক স্মৰণ কৰি প্ৰাৰ্থনা কৰোঁ— "হে ভগৱান! শক্তি দিয়া, ধৈৰ্য্য দিয়া— তোমাৰ চৰণত ঠাই দিয়া, তোমাত যেন অচলা ভক্তি থাকে"। "হৃদি স্থিতি হুইয়া তুমি যেন কৰাইবাহা স্বামী হৃষীকেশ কৰিব তেনয়।" ভগৱানৰ নিৰ্দ্দেশত কৰ্ত্তব্য কৰি যাবলৈ যেন শক্তি পাওঁ —এয়েই প্ৰাৰ্থনা। □

শীলা বৰঠাকুৰ

# অভিজ্ঞতাৰ যৎকিঞ্চিত



অতীত জীৱনৰ কথা ভাবিলে মই যিমান দূৰ পিছলৈ যাব পাৰোঁ আৰু যিবোৰ কথা মনত পেলাব পাৰোঁ, সেইবোৰ সাধাৰণতে মই অতিকৈ ভালপোৱা নৃত্য-গীত আদিৰ লগত জড়িত হৈ থকা কথা আৰু কাহিনী। সেয়েহে নিজৰ অভিজ্ঞতাৰ কথা লেখিবলৈ লওঁতে সেই প্ৰসঙ্গ বাদ গ'লে কথাবোৰ একেবাৰেই আধৰুৱা হৈ থাকিব বুলি মই ভাবোঁ।

১৯৩৯/৪০ চনৰ কথা। আমি তেতিয়া বৰ্তমান বাংলাদেশৰ ৰাজধানী ঢাকা চহৰত আছিলোঁ। মোৰ পিতৃ স্বৰ্গীয় নবীন চন্দ্ৰ শৰ্ম্মা তাত 'ইণ্ডিয়ান টি মাৰ্কেট এক্সপানশ্বন বৰ্ড'ৰ ইন্সপেক্টৰ আছিল। ঢাকাত আমি প্ৰায় পাঁচ বছৰমান থাকোঁ; দ্বিতীয় বিশ্বযুদ্ধৰ গতি প্ৰবল হোৱাৰ সময়ত আমি অসমলৈ ঘূৰি আহোঁ। ঢাকাত থকা সময়ছোৱাৰ কথা আজিও বিণিকি বিণিকি মনত পৰে। ঢাকাৰ বিৰাট ৰাম্না পট্টিত আমাৰ ঘৰটো আছিল। সন্মুখত আছিল ইমূৰ-সিমূৰ নেদেখা এখন প্ৰকাণ্ড পথাৰ। ওচৰতে থকা 'বিদ্যামন্দিৰ' নামৰ স্কুল এখনলৈ মই অহা-যোৱা কৰিছিলোঁ। স্কুলত পঢ়া-শুনা কৰাৰ কথা মোৰ বিশেষ মনত নপৰে। আচলতে মই হয়তো ছোৱালীবোৰৰ লগত নাচ-গান কৰি সময় কটাবলৈহে স্কুললৈ গৈছিলোঁ। নাচিবলৈ আৰু গাবলৈ মই বৰ ভাল পাইছিলোঁ। মোৰ মায়ে কোৱা মতে মোৰ বয়স তেতিয়া মাত্ৰ চাৰিবছৰ। সেই বয়সতে মই ঢাকা বিশ্ববিদ্যালয়ত গান গাবলৈ সুবিধা পাইছিলোঁ। মোৰ ভালকৈ মনত আছে— মোৰ বাইদেউ শ্ৰীমতী ইলা গোস্বামীয়ে আৰু শ্ৰী হৰিশ গোস্বামীয়ে "দিয়া আহুতি লোৱা অৰ্ঘ্য আলহী মহান"— এই গানটো গাবলৈ মোক বিশ্ববিদ্যালয়লৈ লৈ গৈছিল। সেইদিনা তাত কিবা বিশেষ

উৎসৱ হৈছিল। বিশ্ববিদ্যালয়ৰ গেলেৰীত বহুত মানুহ বহি থকা দেখিছিলোঁ। এজন মানুহে ৰঙা অভাৰকোট এটাৰ দৰে এটা চোলা পিন্ধি মাজতে বহি আছিল। তেখেত বোলে আছিল ঢাকা বিশ্ববিদ্যালয়ৰ উপাচাৰ্য্য অসমৰ মইনুল ইছলাম বৰা। বহুত মানুহ দেখি তবধ মানি মই মাজতে গান গাবলৈ পাহৰি গৈছিলোঁ। মোৰ বাইদেউ ইলাই ঠেলা মাৰি দিয়াতহে আকৌ গান গাইছিলোঁ। যিয়েই নহওক, সেইদিনাই আছিল ৰাজহুৱা ভাবে মোৰ প্ৰথম গান গোৱা।

তাৰ পাচত ইলা আৰু মই ঢাকাত, যোৰহাটত আৰু বৰপেটাত বহুবাৰ নাচ-গান কৰিছিলোঁ। যোৰহাটৰ সাহিত্য সভা আৰু 'বাণী সম্মিলন'ত সৰুতে আমি নিয়মীয়া শিল্পী আছিলোঁ। সেই সকলোবোৰ কথা এতিয়া অৱশ্যে মনত নপৰে। কিন্তু বৰপেটাত এবাৰ বঙালী গান গোৱাৰ বাবে স্বৰ্গীয় অম্বিকাগিৰি ৰায় চৌধুৰীয়ে খং কৰাৰ কথা মনত আছে।

কম বয়সতে বহুত প্ৰশংসা আৰু পুৰস্কাৰ পাই মই অভিমানী আৰু আত্মসচেতন হৈ পৰিছিলোঁ। নাটকত মুখ্য ভূমিকা নেপালে ওফোন্দ পতা, কন্দা-কটা কৰা; সমবেত সঙ্গীত গাবৰ সময়ত প্ৰথম শাৰীত স্থান লোৱা, লগৰে আনবোৰৰ ওপৰত ওস্তাদি চলোৱা আদিবোৰ— সদ্‌গুণেই হওক বা বদ্‌গুণেই হওক মোৰ গাত হ'লে বেচ্ আছিল। যোৰহাটৰ বালিগাওঁ মিলন-মন্দিৰত নাচিবলৈ মই প্ৰায়েই নিমন্ত্ৰণ পাইছিলোঁ। এবাৰ তালৈ মোক নিবলৈ আহোঁতে মই ঘপ্ কৰে কৈ দিলোঁ— "বালিগাৱঁত ছোৱালী নাই নেকি?" এনেকৈ কোৱাৰ পোতক অৱশ্যে মই লগে লগে পালোঁ। শ্ৰীমাখন শৰ্ম্মাৰ সৈতে চাইকেলত গৈ থাকোঁতে ঠিক মিলন-মন্দিৰৰ সন্মুখতে মোৰ সোঁ ভৰিটো চাইকেলৰ 'স্পকত' সোমাই গ'ল আৰু প্ৰায় এবছৰলৈ মোৰ নাচ বন্ধ হ'ল। আকৌ এবাৰ মূৰৰ চুলিবোৰ কাটি দিয়াৰ বাবেও মোক বহুতদিন নাচ-গানৰ বাবে কোনেও মতা নাছিল। মই বৰ দুখ পাইছিলোঁ।

সঙ্গীত-কলা আছিল মোৰ অতি প্ৰিয়। কিন্তু এই কলাক মই নিজৰ মাজত জীয়াই ৰাখিব নোৱাৰিলোঁ। বহুতো চেষ্টা কৰিও এই ক্ষেত্ৰত মই প্ৰতিষ্ঠিত হ'ব নোৱাৰিলোঁ। মুঠ কথাত ভাবিছিলোঁ শিল্পী হ'ম বুলি, কিন্তু হ'লো মাষ্টৰনী, অৰ্থাৎ, প্ৰায় ত্ৰিশ বছৰেই হ'ল মই শৈক্ষিক জীৱনৰ লগত বিশেষ ভাবে জড়িত হৈ আছোঁ; আৰু বৰ্ত্তমান মই তেজপুৰৰ দৰং কলেজৰ দৰ্শন বিভাগৰ মূৰব্বী অধ্যাপিকা ৰূপে দিনবোৰ পাৰ কৰি আছোঁ।

সঙ্গীত-জগতত প্ৰতিষ্ঠা লাভ কৰিব নোৱাৰিলো বুলি আক্ষেপ কৰিছোঁ যদিও ইয়াৰ অৰ্থ এইটো নহয় যে মই সঙ্গীত-ক্ষেত্ৰৰ পৰা একেবাৰে আঁতৰি গৈছিলোঁ। ছাত্ৰীজীৱনত যোৰহাট সঙ্গীত বিদ্যালয়ত সঙ্গীত শিক্ষা গ্ৰহণ আৰু

অসংখ্য ঠাইত প্ৰদৰ্শন কৰি যথেষ্ট সুখ্যাতিও লাভ কৰিছিলোঁ। নিজে নাটিকা ৰচনা-পৰিচালনা আৰু প্ৰযোজনা কৰি প্ৰশংসা পাইছিলোঁ। তদুপৰি যোৱাৰী জীৱনত মই এইখিনি কৰিবলৈ অধিক সুবিধা হে পাইছিলোঁ বুলি ক'লেও বঢ়াই কোৱা নহয়।

১৯৪৯ চনত গুৱাহাটী অনাতাঁৰ কেন্দ্ৰৰ পৰা গীত গোৱাৰ যোগ্যতা অৰ্জ্জন কৰোঁ। ১৯৫৬ চনত অসম চৰকাৰৰ প্ৰতিযোগতামূলক বৃত্তি লাভ কৰি 'শান্তি নিকেতন'ৰ 'বিশ্বভাৰতী'ত সঙ্গীত শিক্ষা ল'বলৈ যোৱাৰ সুবিধা পাইছিলোঁ। তাত চেতাৰ আৰু ৰবীন্দ্ৰ সঙ্গীতৰ শিক্ষা লৈ থকাৰ সময়তে আন এটা সুযোগ অহাত ১৯৫৮ চনত লক্ষ্ণৌৰ ভাটখণ্ডে সঙ্গীত বিদ্যাপীঠত চেতাৰত ইণ্টাৰমেডিয়েট পৰীক্ষা দি উত্তীৰ্ণ হওঁ আৰু তাৰে পৰাই ১৯৬১ চনত চেতাৰত প্ৰথম শ্ৰেণী লাভ কৰি বাদ্য-বিশাৰদ উপাধি লাভ কৰোঁ।

এই দীঘলীয়া জীৱন পথত কত যে বুজা-নুবুজা অভিজ্ঞতা লাভ কৰিছিলোঁ কৈ শেষ কৰিব নোৱাৰি। অৱশ্যে বাধাও আছিল প্ৰচুৰ। বহুত কাম কৰিম বুলি মোৰ আৰু কৰা নহ'ল। সেইবাবেই কেতিয়াবা মোৰ উলটি যাবৰ মন যায়। এনে লগে যেন উলটি গৈ আধৰুৱা কামবোৰ সম্পূৰ্ণ কৰি থৈ আহিম গৈ।

কলিকতাৰ 'শান্তিনিকেতন'ৰ দিনবোৰ বৰ মধুৰ, কবিগুৰুৰ স্পৰ্শেৰে যেন তেতিয়াও সজীৱ-সুন্দৰ হৈ আছিল। কলিকতা মহানগৰী নিচেই ওচৰতে হোৱা সত্বেও 'শান্তিনিকেতনত' উগ্ৰ কৃত্ৰিমতাৰ প্ৰভাৱ মুঠেই পৰা নাছিল। অৱশ্যে বিশ্বখনকে সামৰি ৰাখিব খুজিলেও একশ্ৰেণীৰ লোকেহে যে তাত প্ৰাধান্য আৰু আগভাগ পাইছিল, সেই কথা বুজিব পাৰিছিলোঁ।

লক্ষ্ণৌত ইলিয়াজ খানৰ দৰে পণ্ডিতৰ ওচৰত চেতাৰ শিকিবলৈ পোৱাটো মোৰ পৰম ভাগ্যৰে কথা আছিল। কিন্তু কিমানখিনি তেখেতৰ পৰা ল'ব পাৰিছিলোঁ সেইকথা মই নেজানোঁ। তথাপিও এশটা সমস্যাৰ মাজত কোলাত পানী কেচুৱা লৈ মই পাছ কৰি আহিব পাৰিছিলোঁ।

ছাত্ৰী অৱস্থাত কলেজ ইউনিয়ন, ছাত্ৰ কংগ্ৰেছ, শিল্পীসমাজ আদি বহুতো সংগঠনৰ সৈতে মই জড়িত হৈ পৰোঁ। বোৱাৰী জীৱনত মোৰ স্বামী শ্ৰীযুত ষড়ানন বৰঠাকুৰৰ পৰা এই ক্ষেত্ৰত পূৰ্ণ সহযোগিতা লাভ কৰি সাংগঠনিক কামত অধিক আগ্ৰহী হৈ পৰিলোঁ। ১৯৭১ চনত অসম প্ৰদেশ কংগ্ৰেছ কমিটিয়ে মোক দৰং জিলা মহিলা বিভাগৰ 'কনভেনাৰ' পাতে— অৰ্থাৎ মই ৰাজনীতিৰ ক্ষেত্ৰলৈ ভুমুকি মাৰিলোঁ। এই ক্ষেত্ৰত মাত্ৰ প্ৰৱেশহে কৰিলোঁ, সচৰাচৰ 'ৰাজনীতি' বুলিলে প্ৰকৃততে যি বুজো মই সেইখিনি কৰিব

নোৱাৰিলোঁ। এগৰাকী ভলন্টিয়াৰ হিচাপে কাম কৰি গ'লো মাথোন। আন যিয়েই নহওক, এই দায়িত্ব বহন কৰি জীৱনত প্ৰথমবাৰৰ বাবে মহিলাসমাজৰ লগত মুখামুখি হ'বলৈ মই সুযোগ পালোঁ। সমগ্ৰ দৰং জিলাত ঘূৰি-পকি সংগঠন কৰা সময়ত মহিলাসকলৰ সম্পৰ্কে বহুতো অভিজ্ঞতা লাভ কৰিলোঁ। বিশেষকৈ ভিতৰুৱা ঠাইৰ মহিলাসকলৰ সামাজিক স্থিতি, শোচনীয় অৰ্থনৈতিক অৱস্থা, শৈক্ষিক অনগ্ৰসৰতা আদি এশ-এবুৰি সমস্যাৰ বিষয়েও অবগত হ'লো। আৰু এটা কথা উপলব্ধি কৰিলোঁ যে নিজকে ইমানবোৰ সমস্যাই জুৰুলা কৰি ৰখা এই মহিলাসকলে কোনো ৰাজনৈতিক দল বা আদৰ্শ আদি কথাবোৰ শুনিবলৈ ভাল নেপায়। তেওঁলোকে একমাত্ৰ নিৰ্বাচনৰ কথাটোহে বুজে। প্ৰতি পাঁচ বছৰে বেলট পেপাৰত ছাবটো মৰাৰ বাহিৰে আন কথাৰ বিশেষ ভু নেৰাখে। আনকি বহুত মহিলাই নিজৰ অভাৱ-অভিযোগবোৰো যথাস্থানত উত্থাপন কৰিব নেজানে। এইবোৰ বিষয়ত তেওঁলোক সম্পূৰ্ণভাবে পৰিচালিত হয় পুৰুষৰ দ্বাৰা।

মোৰ শক্তি সামৰ্থ্যও আছিল নিচেই সীমিত। তথাপিও নিৰুৎসাহ নহৈ যিকণ পাৰোঁ দায়িত্ব পালন কৰিছিলোঁ। ১৯৭৯ চনত তেজপুৰত ছাত্ৰী কলেজ এখন স্থাপনৰ ক্ষেত্ৰতো মই আগভাগ লৈছিলোঁ। আৰম্ভণিৰে পৰা তেজপুৰ গাৰ্লচ কলেজখনত অধ্যক্ষা হিচাপে ১৯৮৪ চনলৈকে থাকোঁ।

১৯৭২ চনত তেজপুৰত 'মহিলা শিল্পানুষ্ঠান' নামেৰে এটি অনুষ্ঠান আৰম্ভ কৰোঁ। এই অনুষ্ঠানত কেইবাশও ছোৱালীক হস্ত শিল্পৰ প্ৰশিক্ষণ দি নিজৰ ভৰিত থিয় হ'বলৈ সহায় কৰা হয়। এই অনুষ্ঠানৰ বুকুতে ১৯৭৫ চনৰ আন্তৰ্জাতিক মহিলা বৰ্ষত 'সদৌ অসম লেখিকা সমাৰোহ সমিতি' নামৰ অসমৰ মহিলাসকলৰ প্ৰথম সাহিত্য-সংস্কৃতিমূলক অনুষ্ঠান খনিৰ জন্ম হয়। ১৯৭৪ চনৰ ২ ফেব্ৰুৱাৰীত বহা এখন সাধাৰণ সভাত অসম ভিত্তিত লেখিকা সকলৰ এখন সভা পাতিব লাগে বুলি মই প্ৰস্তাৱ আগবঢ়াওঁ আৰু এই প্ৰস্তাৱক সকলোৱে আদৰণি জনায়। সেই মৰ্ম্মে সদৌ অসম লেখিকা সমাৰোহ সমিতি (প্ৰতিষ্ঠাপক) গঠন কৰা হয়। মোক সভানেত্ৰীৰ দায়িত্ব দিয়ে আৰু শ্ৰীমতী পুৰবী বৰমুদৈ (তামুলী) আৰু শ্ৰীমতী স্বাধীনতা মহন্তক যুটীয়া সম্পাদিকা নিযুক্ত কৰে। লগতে ১৯৭৫ চনৰ আৰম্ভণিতে সদৌ অসম লেখিকা সমাৰোহ পাতিবলৈ সিদ্ধান্ত কৰা হয়। এয়ে আৰম্ভণি। এই অনুষ্ঠান গঢ় দিওঁতে যি বিচিত্ৰ অভিজ্ঞতা লাভ কৰিছিলোঁ তাক বহলাই কোৱা সম্ভৱপৰ নহয় যদিও কিছু কথা নোকোৱাকৈ কলম সামৰিব নোৱাৰি।

অসমত অসম সাহিত্য সভাৰ দৰে বৃহৎ সাহিত্যসেৱী অনুষ্ঠান এটা

থাকোতে অকল মহিলাৰ বাবে সুকীয়াকৈ এখন অনুষ্ঠানৰ প্ৰয়োজন হ'ল কিয়— এয়েই আছিল আৰম্ভণিৰ সময়ৰ বহুলোকৰ প্ৰশ্ন। আমি সেয়ে কৈছিলোঁ যে আমাৰ সামাজিক আৰু সাংস্কৃতিক ব্যৱস্থাত মহিলাৰ স্থান সকলো স্তৰতে পুৰুষতকৈ অনুন্নত। আমাৰ অনুষ্ঠানৰ মুখ্য উদ্দেশ্য সাহিত্য সেৱা কৰা আৰু সাহিত্যৰ যোগেদি মহিলাসকলক আত্ম বিকাশৰ সুযোগ-সুবিধা আৰু উৎসাহ দান কৰা। গতিকে প্ৰয়োজন অনুযায়ীহে এই অনুষ্ঠান গঠন কৰা হৈছে।

আমি লেখিকা সমাৰোহ সমিতিয়ে প্ৰথমেই তেজপুৰৰ স্থানীয় মহিলাসকলৰ সহযোগিতা বিচাৰোঁ। আগবাঢ়ি আহিল সৰ্ব্ব শ্ৰীমতী হিৰণ কলিতা, কিৰণ বৰুৱা, উমা মাহেশ্ৰী, প্ৰমীলা বৰুৱা, পদুমী দাস, সৰস্বতী দাস, ৰেইনা বৰঠাকুৰ, চাৰু দেৱী, শশীপ্ৰভা দাস, মৃনালী চেতিয়া আদি শুভাকাঙ্খী সকল। সুলেখিকা শ্ৰীমতী মাধুৰী কলিতা চৌধুৰী উঠি-পৰি লাগিল। গল্প লেখিকা শ্ৰীমতী পুৰবী বৰমুদৈ (তামুলী) য়ে দেহে-কেহে খাটিলে। গুৱাহাটীলৈ গৈ তেওঁলোকে নলিনীবালা দেৱীক দেখা কৰিলে আৰু বহু কেইগৰাকী লেখিকাক ১৯৭৫ চনৰ ৪ আৰু ৫ জানুৱাৰীত হ'বলগীয়া লেখিকা সমাৰোহলৈ নিমন্ত্ৰণ কৰি আহিল। মই নিজে গুৱাহাটী, যোৰহাট, গোলাঘাট, নগাওঁ, শিৱসাগৰ, ডিব্ৰুগড় আদি ঠাইলৈ গৈ লেখিকা সকলক ঘৰে ঘৰে লগ ধৰিলোঁগৈ আৰু আন কিছুমান ঠাইলৈ চিঠি-পত্ৰৰেই যোগাযোগ কৰিলোঁ। সাহিত্যাচাৰ্য্য স্বৰ্গীয় অতুলচন্দ্ৰ হাজৰিকা, বকুলবনৰ কবি স্বৰ্গীয় আনন্দ চন্দ্ৰ বৰুৱা, ধ্বনি কবি শ্ৰীযুত বিনন্দ চন্দ্ৰ বৰুৱা, চৈয়দ আব্দুল মালিক, ড° মহেশ্বৰ নেওগ আদি বিশিষ্ট সাহিত্যিক সকলৰ পৰা শুভাশীষ লাভ কৰিলোঁ। যথাসময়ত নিয়াৰিকৈ লেখিকা সমাৰোহ অনুষ্ঠিত হৈ গ'ল। গুৱাহাটী, নগাওঁ, ডিব্ৰুগড়, যোৰহাট, গোলাঘাট, কলিয়াবৰ, জাঁজী আদি ঠাইৰ পৰা লেখিকাসকলে যোগদান কৰাৰ উপৰিও দিল্লীৰ পৰা আহিছিল— সুলেখিকা ড° মামনি ৰয়ছম গোস্বামী। সাহিত্যপ্ৰেমী মহিলা সকলৰ উপস্থিতিয়ে আমাক প্ৰেৰণা যোগালে।

ইতিমধ্যে শ্ৰীযুতা পদ্মা আগৰৱালাক সভানেত্ৰী, মোক প্ৰধান সম্পাদিকা আৰু শ্ৰীমতী বিজয়া চক্ৰৱৰ্ত্তীক সহকাৰী সম্পাদিকা নিৰ্ব্বাচিত কৰি নতুন কমিটি গঠন হয় আৰু আমি অসম সাহিত্য সভাৰ স্বীকৃতিও লাভ কৰোঁ। ১৯৭৬ চনত আমাৰ দ্বিতীয় অধিবেশন হৈ যায়। সেই সময়ত মঙলদৈত আমাৰ বন্ধু শ্ৰীগোপাল শৰ্ম্মা মহকুমাধিপতি হৈ আছিল। তেখেতে আমাক যথেষ্ট সহায় কৰিলে। মঙলদৈৰ স্থানীয় মহিলাসকলে দায়িত্ব লৈ অধিবেশনখন সুচাৰুৰূপে পৰিচালনা কৰিলে। ১৯৭৭ চনতো যোৰহাটত ৺নিৰুপমা বৰুৱা,

ড° তৰুনা ঠাকুৰ, শ্ৰীযুতা অবলা গোঁহাই, শ্ৰীযুতা দেবেশ্বৰী বৰুৱা, শ্ৰীযুতা কমলিনী বৰবৰা আদি নেতৃস্থানীয় মহিলাসকলৰ উদ্যোগত বৰ আকৰ্ষণীয় ভাবে তৃতীয় অধিবেশন সমাপ্ত হোৱাৰ পাচত সদৌ অসম লেখিকা সমাৰোহ সমিতি সুপ্ৰতিষ্ঠিত হ'ল। সংগঠনৰ বাবে অসমৰ বিভিন্ন ঠাইলৈ যাবলগীয়া হৈছিল। আমি লগ পোৱা সৰহভাগ মহিলাৰ কথা একেটাই আছিল যে তেখেতসকল যিহেতু লেখিকা নহয় ইয়াত কেনেকৈ যোগদান দিব। এই ভুল ধাৰণা নোহোৱা কৰিবলৈ বহুতদিন লাগিছিল। আমি কৈছিলো যে লেখিকা সমাৰোহ সমিতি নাম হ'লেও ই প্ৰকৃততে সাহিত্যপ্ৰেমী সকলো মহিলাৰে অনুষ্ঠান। সকলোৰে সহায় সহযোগ আমাৰ কাম্য। সাহিত্যক উপায় হিচাপে লৈ মহিলাসকলৰ মাজত সাংস্কৃতিক জাগৰণ গঢ়ি তোলাই যে আমাৰ এই অনুষ্ঠানৰ মুখ্য উদ্দেশ্য, তাক ব্যাখ্যা কৰিছিলোঁ। আনফালৰ পৰা চাবলৈ গ'লে সাহিত্য ক্ষেত্ৰত আমাৰ মহিলাসকলৰ উল্লেখনীয় অৱদান আছে। কিন্তু সমাজত এই সকলৰ স্বীকৃতিহে নিচেই কম। এনে লেখিকাও আছে যি সকলে আত্ম প্ৰকাশৰ বাট নেপাই অকালতে শুকাই গৈছে, হেৰাই যাবলৈ ধৰিছে। তেওঁলোকে ভয়-সঙ্কোচ আৰু দ্বিধাৰ বাবে ওলাই আহিবলৈ সাহস কৰা নাই আৰু নিজৰ সৃষ্টিশীল প্ৰতিভাক আত্মজাহ যাবলৈ দিছে। লেখিকা সমাৰোহৰ যোগেদি এইসকল লেখিকাক সমাজত পৰিচয় কৰাই দিবলৈ আমি উঠি-পৰি লাগিলোঁ।

মই বহু কষ্ট কৰি সাহিত্যপ্ৰেমী মহিলাসকলৰ নাম আৰু ঠিকনা কিছু যোগৰ কৰি চিঠি-পত্ৰৰ যোগাযোগ অব্যাহত ৰাখিছিলোঁ। মহিলাসকলক আগ্ৰহী কৰিবৰ নিমিত্তে আমি আৰম্ভণিৰে পৰা 'লেখিকা' নামৰ এখন মুখপত্ৰও প্ৰকাশ কৰি আছিলোঁ। ইয়াৰ যোগেদিও অনেক ন-পুৰণি লেখিকাই আত্ম প্ৰকাশ কৰিবলৈ সুবিধা পাইছিল। লাহে লাহে অসমৰ বিভিন্ন ঠাইত আমাৰ শাখাবোৰ গঠন হ'ল। শাখা গঠনৰ বাবে কিছুমান ঠাইলৈ মই নিজে যাবলগীয়া হৈছিল। কিছুমান স্থানীয় মহিলাই নিজে গঠন কৰিছিল আৰু কিছুমান ঠাইৰ বাবে কেন্দ্ৰীয় কমিটিয়ে তদৰ্থ শাখা সমিতি গঠন কৰি দিছিল।

পুৰণি লেখিকাসকলৰ পৰিচয়, বিশেষকৈ লেখনী সংগ্ৰহ কৰাটো সহজ কাম নাছিল। সেয়ে বহুত পৰিশ্ৰম কৰিবলগীয়া হৈছিল। প্ৰথমে চিঠি-পত্ৰৰে চেষ্টা কৰোঁ। কিন্তু তাৰে বিশেষ একো লাভ নহ'ল। তাৰ পিছত আমি পৰিয়ালবোৰৰ ওচৰ চাপোঁ। তাৰ পৰাও যে বহুত কিবা পালোঁ এনে নহয়। কোনো কোনো পৰিয়ালে উৎসাহ দেখুৱালে, দুই-এখন ফটোৰ যোগাৰ কৰি দিলে। কিন্তু আমি বিচৰা সমলবোৰ খুব কমেইহে দিব পাৰিলে। পুৰণি

লেখনী সঞ্চয় কৰি ৰখা অভ্যাস এনেয়ো আমাৰ বহুতৰে নাই। তাতে সেইয়া যদি মহিলাৰ 'লেখা' হয় আৰু তাক অলাগতিয়াল বুলি ভাবি থোৱাই বহুতৰে স্বভাৱ। অৱশ্যে জীয়ৰী-বোৱাৰীসকলে যি পাৰে সহায় কৰিলে।

পুৰণি কিতাপ 'ঘাটিবলৈ' লাইব্ৰেৰীলৈ প্ৰায়ে যাবলৈ ধৰিলোঁ। 'আৱাহন' আৰু 'ঘৰ জেউতি'ত বহুতৰে নাম-ধাম আৰু লেখনী পালোঁ। লগত ফটোগ্ৰাফাৰ লৈ গৈ 'আৱাহন'ৰ পৰা কেইবাগৰাকীও পুৰনি লেখিকাৰ ফটো যোগাৰ কৰিলোঁ। সেই উদ্দেশ্যে এদিন স্বৰ্গীয় বেনুধৰ শৰ্ম্মাক তেখেতৰ গুৱাহাটীৰ ঘৰত লগ ধৰিলোগৈ। শৰ্ম্মাদেৱে এফালৰ পৰা বহুত কথা কৈ গ'ল— কোন কাৰ ঘৰৰ জীয়ৰী, কাৰ ঘৰৰ বোৱাৰী, কি কি লেখিছিল, ইত্যাদি। তেখেতে আমাক বিস্মৃতিৰ গৰ্ভত ডুবি যোৱা ১০/১২ গৰাকী মান লেখিকাৰ সন্ধান দিলে। 'ঘৰ জেউতি', 'আৱাহন' আৰু ৺বেনুধৰ শৰ্ম্মাৰ পৰা পোৱা সমলখিনিৰ ভিত্তিতে আমি আমাৰ মুখপত্ৰ আলোচনী 'লিখিকা'ত ৮০ গৰাকী মান জীৱিত আৰু প্ৰয়াত লেখিকাৰ চমু পৰিচয় ফটোৰে সৈতে প্ৰকাশ কৰিলোঁ।

আনপিনে, যোৰহাট অধিবেশনৰ পিছত নগাওঁ, গোলাঘাট, নলবাৰী, তিনিচুকীয়া, তেজপুৰ, কলিয়াবৰ, বৰপেটা আদি ঠাইত নিয়মীয়াকৈ হৈ থকা বছেৰেকীয়া অধিবেশনবোৰে সাংগঠনিক ক্ষেত্ৰত আমাক আশাতীত ভাবে সহায় কৰিছিল। লগে লগে শাখা সভাবোৰৰ অধিবেশন, সাহিত্য-সংস্কৃতিমূলক বিভিন্ন কাৰ্য্যাৱলী আৰু আলোচনী আদিৰ প্ৰকাশে আমাৰ অনুষ্ঠানক বহুত আগুৱাই নিলে। নিজে লিখা কবিতা বা প্ৰৱন্ধ এটা পঢ়িবলৈ কিমানদূৰৰ পৰা যে মহিলাসকল আহিছিল ভাবিলে আচৰিত হ'ব লাগে! হাতত লাখুটি লৈ ৮০/৮২ বছৰীয়া আইতাও আহিছিল— কবিতা পাঠ কৰিবলৈ। শ্ৰদ্ধাত আমাৰ মূৰ দোঁ খাই গৈছিল।

বহু কষ্টেৰে গঢ় দিয়া "সদৌ অসম লেখিকা সমাৰোহ সমিতি" বৰ্ত্তমান পঁচপন্নটা শাখা-উপশাখাৰে এটি পূৰ্ণাঙ্গ অনুষ্ঠান। কমেও ২০/২৫ হাজাৰ মহিলা ইয়াৰ লগত প্ৰত্যক্ষ ভাবে জড়িত। ভাষা জননীৰ উন্নতিৰ হকে বিভিন্ন কাম কৰি থকাৰ উপৰিও এই অনুষ্ঠানে গুৱাহাটীৰ পল্টন বজাৰৰ পাৰ্কত ৺নলিনীবালা দেবীৰ এটি আবক্ষ মূৰ্ত্তি স্থাপন কৰিছে। এসময়ত ইয়াৰ দ্বাৰা প্ৰাপ্তবয়স্ক শিক্ষা আঁচনিও হাতত লোৱা হৈছিল। অলপতে একচল্লিশ গৰাকী প্ৰয়াত লেখিকাৰ জীৱনী সম্বলিত "লেখিকাৰ জীৱনী"ৰ প্ৰথম খণ্ড প্ৰকাশ হৈছে আৰু এতিয়া জীৱনী সাহিত্যৰ ওপৰত একানপতীয়াকৈ কাম কৰি থকা হৈছে। তেজপুৰৰ শ্বহীদ চাৰিআলিত দুমহলীয়াকৈ সজা এই অনুষ্ঠানৰ

নিজা কাৰ্য্যালয় আছে। কাৰ্য্যালয়টো উদ্বোধন কৰে যুগল দাসে— ১৯৮৪ চনত। কাৰ্য্যালয়ৰ বাবে চৰকাৰী মাটিখিনি ল'বৰ সময়ত বহুত কষ্ট কৰিব লগীয়া হৈছিল। সেই সময়ত অসমত অতি প্ৰবল ভাবে অস্তিত্ব ৰক্ষাৰ আন্দোলন চলি আছিল আৰু ৰাষ্ট্ৰপতিৰ শাসন জাৰি আছিল। আমাৰ অনুষ্ঠান আৰু ব্যক্তিগত ভাবে ময়ো আন্দোলনত জড়িত থকাৰ বাবে কামবোৰত বহুত বাধাও পাইছিলোঁ। আমাৰ বছেৰেকীয়া চৰকাৰী অনুদান বন্ধ কৰা হৈছিল। তাৰ মাজতে নেৰানেপেৰাকৈ লাগি থকাৰ ফলত আৰু কেইগৰাকীমান উচ্চ পদস্থ চৰকাৰী চাকৰিয়ালৰ সহায়তহে মাটি পোৱা গৈছিল।

১৯৮০ চনৰ এপ্ৰিল মাহৰ এদিন পুৱা ৪-৩০ মিনিটত আমাৰ ঘৰ পুলিচে বেৰি লৈছিলহি। তেওঁলোক আহিছিল মোক জেললৈ নিবলৈ। কিন্তু মোৰ অসুস্থতাৰ বাবে মোক জেললৈ নিব নোৱাৰি নজৰ বন্দী কৰি ৰাখিছিল।

শেহতীয়াকৈ, ১৯৮৮ চনত বৰপেটাত, সদৌ অসম লেখিকা সমাৰোহ সমিতিৰ দ্বাদশ অধিবেশন সমাপ্ত হোৱাৰ দিনা বৰপেটা সত্ৰত যি অভিজ্ঞতা লাভ কৰিলোঁ সি অবৰ্ণনীয় আৰু মৰ্ম্মন্তুদ। বৰপেটা সত্ৰৰ ভিতৰত মহিলাক প্ৰৱেশ অধিকাৰ দিব লাগে বুলি দাবী জনাই আমি কেইবাবাৰো প্ৰস্তাৱ কৰোঁ। ইয়াৰ ভিত্তিতে সত্ৰাধিকাৰৰ হাতত এখন স্মাৰক পত্ৰ দিবলৈ যাওঁতে, ৪।১।৮৮ তাৰিখে পুৱা সত্ৰৰ চৌহদত আমাৰ মাত্ৰ বাৰগৰাকী সদস্যক বৰপেটাৰ এচাম লোকে অপদস্থ কৰাৰ ঘটনা অতি দুৰ্ভাগ্যজনক বুলি মই ভাবোঁ। ভাৰতবৰ্ষৰ ভিতৰত নিশ্চয় এনে ঘটনা বিৰল। প্ৰকৃত বৈষ্ণৱ আদৰ্শক উলঙ্ঘা কৰি কৰা এনে কাৰ্য্যই সংস্কৃতিৰ অপযশ আনিলে বুলিও ক'ব পাৰি। এই ঘটনাৰ পিছৰ পৰা আমি অধিক সজাগ সচেতন হৈছোঁ আৰু আমাৰ দাবীত স্থিৰ হৈ আছোঁ।

অনুষ্ঠানখন আগবঢ়াই নিওঁতে বহুত সমালোচনা শুনিবলগীয়া হৈছে। বাধা-বিপত্তিৰো অন্ত নাই। তথাপিও ইয়াত আনন্দ আছে। এই কামত যি সকলৰ সহায়-সহযোগিতা পাই আহিছোঁ সেই সকলৰ ওচৰত আমি কৃতজ্ঞ। ড° মামনি ৰয়ছম গোস্বামী আমাৰ শুভাকাঙ্খী। যেতিয়াই বিচাৰিছোঁ তেতিয়াই তেখেতক আমাৰ মাজত পাইছোঁ। সাংগঠনিক কামত আমাৰ মহিলাসকলে লাভ কৰা অভিজ্ঞতাবোৰ সংগ্ৰহ কৰি সেইবোৰ সঞ্চয় কৰাৰ বাবে তেখেতে যি প্ৰচেষ্টা হাতত লৈছে, সি আদৰণীয়। □

সুৰুচি দেৱী

# মোৰ জীৱনৰ স্মৃতি



মোৰ পিতৃ গোলাপ চন্দ্ৰ বৰুৱাৰ জন্মস্থান শিৱসাগৰত আছিল। তাতে এণ্ট্ৰেঞ্চ পৰীক্ষা পাচ কৰি কোচবিহাৰত উচ্চশিক্ষা ল'বলৈ যায়। আই, এ পৰীক্ষা দি আহি শিৱসাগৰ কাছাৰীত কামত সোমায়; আৰু বিয়া-বাৰু কৰাই সংসাৰ ধৰ্ম্ম পালন কৰে। পিছত অৱশ্যে তেখেতে যোৰহাট কাছাৰীত ৰেভিনিউ চিৰস্তাদাৰ হিচাপেই কামৰ পৰা অৱসৰ লয়।

মোৰ মা নাজিৰাৰ জীয়ৰী। এজন মাত্ৰ ককায়েকৰ পাছত মাৰ জন্ম হৈ মাৰ পিতৃ বিয়োগ হয়। মোমায়েকে বঙ্গদেশীয় শিক্ষক এজনৰ সহায়ত ককায়েকৰ লগতে মাকো লিখা-পঢ়া কৰিবলৈ দিছিল। সেই সময়ত বঙালী ভাষা অসমত বিয়পিছিল বাবে তেখেতে বঙালী ভাষাও জানিছিল। ইংৰাজী ভাষাৰ প্ৰাথমিক শিক্ষাৰ কিতাপ পঢ়িবও তেখেতে পাৰিছিল। অঙ্কহে নাম মাত্ৰ জানিছিল।

মোৰ জন্মৰ সময় ১৯১৩ চন আৰু মোৰ জন্মস্থান আছিল যোৰহাট। মোৰ মনত পৰা সময়ত (আনুমানিক ১৯২০ চন মান হ'ব) যোৰহাটত শিক্ষানুষ্ঠান বুলিবলৈ নগৰত থকা চৰকাৰী ল'ৰাৰ হাইস্কুলখন আৰু বেজবৰুৱা ল'ৰা হাইস্কুলখন মাত্ৰ। বিদ্যালয়ৰ শিক্ষাৰ প্ৰতি নগৰবাসীৰ বাহিৰে আনৰ সিমান আগ্ৰহ নাছিল। চৰকাৰী স্কুলখনত শিক্ষকৰ যত্ন আৰু ছাত্ৰৰ শিক্ষাৰ প্ৰতি আগ্ৰহ থকাৰ হেতু ছাত্ৰসকলে সুনাম অৰ্জন কৰিছিল। স্কুলৰ হাতে লিখা মুখপত্ৰখনৰ নাম আছিল "অঙ্কুৰ"। এই মুখপত্ৰই পিছলৈ গৈ "জেউতি" নামৰ শুৱনি মুখপত্ৰখনলৈ ৰূপান্তৰিত হয়। 'জেউতি'ৰ যোগেদিয়েই অনেক ছাত্ৰৰ সুপ্ত প্ৰতিভা বিকশিত হৈ উঠিল।

এতিয়া আহোঁ মোৰ নিজৰ কথালৈ। মোৰ বাই দুগৰাকী, ভনী তিনিগৰাকী আৰু ভাই এটি। আমাৰ ঘৰখনি ডাঙৰ পৰিয়ালৰ আছিল। দেউতাৰ মাহীমাকৰ ল'ৰা আৰু ভায়েকৰ ল'ৰাই চৰকাৰী স্কুলত শিক্ষা লাভ কৰিছিল আৰু তেওঁলোকৰ বাবে ঘৰুৱা শিক্ষকৰো ব্যৱস্থা আছিল। ঘৰুৱা শিক্ষকে তেওঁলোকক উচ্চস্বৰে পাঠ্যক্ৰমসমূহ বুজাই দিছিল আৰ দাদাহঁতেও চিঞৰি চিঞৰি পাঠ্যপুথি পঢ়িছিল। এনেদৰে পঢ়াওতে আৰু পঢ়োতে মই মন দি শুনি গৈছিলোঁ। মোৰ মনত সকলোবোৰ কিতাপৰ কথা বৈ গৈছিল। কেতিয়াবা বুজিব নোৱাৰা ইংৰাজী শব্দৰ অৰ্থ মই তেওঁলোকৰ পৰা বুজি লৈছিলোঁ। নিজকে শিক্ষক যেন ভাবি তেওঁলোকেও মোক উলাহতে বহুত বুজাই দিছিল, আমনি পোৱা নাছিল। তেনেদৰে অঙ্ক বিষয়টোও মই আয়ত্ব কৰিছিলোঁ। মোৰ লিখা-পঢ়া শিক্ষা এনে দৰেই আৰম্ভ হৈছিল। সেই সময়ত অৱশ্যে যোৰহাটৰ মিঠা পুখুৰীৰ ওচৰত এখন এল,পি, স্কুল স্থাপিত হৈছিল ছোৱালীক শিক্ষা দিবৰ বাবে। সেই স্কুললৈ চকিদাৰণীয়ে ছোৱালী ঘৰৰ পৰা লৈ যায় আৰু ছুটিৰ পিছত ছোৱালীক ঘৰত থৈ যায়হি।

যি নহওক, মোৰ ঘৰতে লিখা-পঢ়া শিক্ষা যি হৈছিল, তাতকৈ আগবাঢ়িব পৰা নাছিলোঁ। দহ বছৰ বয়সত সোমোৱাৰ লগে লগে মা-দেউতাই মোৰ বিয়াৰ কথা চিন্তা কৰি ঘৰুৱা কামত মোক লগাবলৈ ধৰিলে। ঘৰুৱা কাম, যেনে ভাত ৰন্ধা, অন্যান্য ৰন্ধা-বঢ়া শিকা, তাত বোৱা, উলসূতাৰে কাপোৰৰ ওপৰত ছবি কৰা, কাপোৰেৰে বিচনী সাজি তাৰ ওপৰত ফুল তোলা, উলৰ কাম, নানা বৰণৰ সূতাৰে বেজিৰ সহায়ত মনোমোহা ছবি কৰি বেৰত অৰা, বিচনা-ঢকা, মেজ ঢকা, গাৰু গিলিপ আদি কৰি ফুল তোলাৰ উপৰিও ফুলদানীত সজাবলৈ কাগজৰ ফুলৰ থোপা সজা, কাপোৰেৰে পুতলা তৈয়াৰ কৰা, ভাটৌ চৰাই, কুকুৰা চৰাই আদি কৰি ঘৰ সজোৱা নানান সামগ্ৰী কৰিব লাগিছিল।

শিৱসাগৰৰ বাসিন্দা স্বৰ্গীয় ফণী শৰ্ম্মাৰ কনিষ্ঠ পুত্ৰ ইঞ্জিনিয়াৰ শ্যামসুন্দৰ শৰ্ম্মাৰ লগত মাত্ৰ দহবছৰ বয়সতে মোৰ বিবাহ হয়। মোৰ স্বামীয়ে ঢাকাৰ পৰা ইঞ্জিনিয়াৰিং পাচ কৰে আৰু তেখেতৰ সহপাঠী আছিল চিফ্ ইঞ্জিনিয়াৰ স্বৰ্গীয় গুন দত্ত। ঢাকাত পঢ়ি থাকোঁতে, আমাৰ অসমীয়া ল'ৰাই যে টকা-পইচাৰ অভাৱৰ বাবে বিশেষ উচ্চ শিক্ষা লাভ কৰিবলৈ সক্ষম হ'ব নোৱাৰে, এই কথা স্বামীৰ অন্তৰত দকৈ সাঁচ বহিছিল। সেয়ে তেওঁ কলেজৰ কাষতে এখনি কিতাপৰ দোকান দিছিল; যাতে সেই দোকানৰ লাভৰ অংশৰে আমাৰ অসমীয়া ল'ৰাই শিক্ষা লাভ কৰিব পাৰে। ইচ্ছানুযায়ী আমাৰ অনেক অসমীয়া

ছাত্রই এই সুবিধাকণ লৈছিল।

ল'ৰা-ছোৱালীয়ে স্বাধীন ভাবে নিজৰ জীৱিকা উপাৰ্জন কৰিবলৈ লিখা-পঢ়া শিকাৰ লগতে আন লাগতিয়াল হাতৰ বিদ্যা শিক্ষা লাভ কৰা নিতান্ত প্ৰয়োজনীয় বুলি আজিৰ চৰকাৰে চিন্তা কৰি, বহুমুখী শিক্ষা প্ৰৱৰ্ত্তন কৰিছে। মোৰ স্বামীয়ে এই কথা ১৯২৪ চনতে চিন্তা কৰিছিল। ইয়াৰ কাৰণ সেই সময়ত মহামানৱ মহাত্মা গান্ধীৰ স্বাধীনতা লাভৰ বাবে দিয়া হৃদয়গ্ৰাহী ভাষণে সমগ্ৰ দেশবাসীক অনুপ্ৰাণিত কৰিছিল। মোৰ স্বামীৰ অন্তৰতো সেই ভাষণে দকৈ শিপাইছিল। আমাৰ বিবাহৰ পিছতে, মই এতিয়া থকা বাসস্থানৰ মাটিকণ তেখেতে কিনি, তাতে এটি দুমহলীয়া ঘৰ কৰি বহুমুখী বিদ্যালয় স্থাপন কৰি আমাৰ ল'ৰা-ছোৱালীক উচ্চ শিক্ষা দিয়াৰ মানস কৰিছিল। বিশেষকৈ তেখেতে স্ত্ৰীশিক্ষাৰ প্ৰতি গভীৰ মনোযোগ দিছিল। নিজে আমেৰিকালৈ গৈ তাৰ স্ত্ৰীশিক্ষাৰ ভাল আৰু আমাৰ দেশত প্ৰৱৰ্ত্তন কৰিব পৰা শিক্ষা পদ্ধতি গ্ৰহণ কৰাৰ প্ৰতিও দৃষ্টি ৰখাৰ প্ৰবল ইচ্ছা আছিল। কলিকতাৰ ব্ৰাহ্ম-বালিকা বিদ্যালয়ত মোক পঢ়ুওৱাৰ ইচ্ছাও প্ৰদৰ্শাইছিল।

কিন্তু মোৰ দুৰ্ভাগ্য! আমাৰ বিবাহৰ মাত্ৰ এবছৰ হৈছিল। তেনেতে সান্নিপাত জ্বৰত ২১ দিন ভুগি মোৰ স্বামী স্বৰ্গগামী হয়!

মোৰ পিতৃ দেৱতা অথাই সাগৰত পৰা যেন হ'ল। তথাপি ধৈৰ্য্য সহকাৰে মোক বিধৱাব্ৰতৰ কঠোৰ নিয়ম পালনৰ উপদেশ দিয়াত লাগিল। প্ৰথমতে, পুৰা নীতি-নিয়মেৰে স্নান কৰি শিৱপূজা কৰিবলৈ ব্যৱস্থা কৰি দিলে। দ্বিতীয়তে, মোৰ স্বামীৰ মৃত্যু তিথিত পিণ্ডদানৰ সুযোগ দিলে। তৃতীয়তে, চিলাই কল এটা কিনি, পুৰুষ-মহিলাৰ আৰু ল'ৰা-ছোৱালীৰ নানা তৰহৰ সাজ কাপোৰ তৈয়াৰ কৰিবৰ বাবে এজন চিলাই শিক্ষক নিযুক্ত কৰি দিলে। তদুপৰি উৰা মাকোৰ শাল এখন কিনি নানা ডিজাইনৰ কাপোৰ ব'বৰ কাৰণে এজন তাঁতশালৰ শিক্ষক নিযুক্ত কৰিলে।

এই চিলাই আৰু তাঁতশালৰ শিক্ষালাভত দেউতাৰ মাহীমাকৰ ছোৱালী মোৰ সহপাঠী হ'ল। সেই সময়ত পাট, মুগা, আৰু এৰী সূতা বৰ সস্তা আছিল আৰু আমি দুয়ো সেয়ে পাট-মুগা-এৰী কাপোৰ বেছিকৈ বৈছিলোঁ। সেই কাপোৰেৰে ল'ৰা-ছোৱালীৰ ছোলা, ডাঙৰ মানুহৰো সাজ-পোছাক তৈয়াৰ কৰিছিলোঁ। ঘৰৰ পৰিয়ালৰ সকলোৱেই এই সাজ-পোছাক পিন্ধি বৰ সন্তোষ পাইছিল। বাকী থকা সাজ-কাপোৰ কোনো কোনো লোকে কিনিও নিছিল।

....সময় বৈ নাথাকে। মোৰ সহপাঠীৰ বিবাহ হৈ গ'ল। ফলত তেওঁৰ অনুপস্থিতিত মোৰ বোৱা-কটা, চিলাই আদিত মন নবহা হ'ল। লিখা পঢ়াৰ

প্ৰতি মোৰ আগ্ৰহ বাঢ়িবলৈ ধৰিলে, কিন্তু পঢ়াৰ সুবিধা তেতিয়ালৈকে পোৱা নাছিলোঁ। আমাৰ ঘৰত গান-বাজনাৰ চৰ্চ্চা আছিল। দেউতাই চেতাৰ বজাই ভাল পাইছিল। মইও অলপ অচৰপ চেতাৰ বজাব পাৰিছিলোঁ। এচ্‌ৰাজ বজাই মই কীৰ্ত্তন ঘোষাৰ পদ সুৰ লগাই গাইছিলোঁ। গান-বাজনা ছবি অঁকাত দেউতাই মোক অনেক সুবিধা দিছিল।

১৯৩০ চনত দেউতা গুৱাহাটীলৈ বদলি হ'ল। দেউতাৰ লগতে মা, মই, তৃতীয়মান শ্ৰেণীত পঢ়া মোৰ ভাইটিটো আৰু অকণমানি ভণ্টি সহ আমি গুৱাহাটীলৈ যাওনা হ'লো। আমি উগ্ৰতাৰা মন্দিৰৰ ওচৰৰ ভাৰা ঘৰ এটাত থাকিবলৈ ল'লোঁ। আমাৰ ঘৰৰ সম্মুখতে অসমৰ ভূতপূৰ্ব্ব মন্ত্ৰী শ্ৰদ্ধেয় কনকলাল বৰুৱাৰ ৰাজহাউলি আৰু কৰ্ম্মবীৰ নবীন চন্দ্ৰ বৰদলৈৰ ৰাজকাৰেং যেন ঘৰ জিলিকি আছিল।

১৯৩১ চনত গুৱাহাটীত মহিলা সমিতি গঠন হয়। স্বনামধন্যা মহিলা কবি নলিনীবালা দেৱী, তেখেতৰ মাতৃ, বৰদলৈ মন্ত্ৰীসভাৰ মন্ত্ৰী অমিয়কুমাৰ দাসৰ শাহুৱেক স্বৰ্ণলতা শইকীয়া, হেমপ্ৰভা দাস আৰু নগৰৰ গন্য-মান্য মহিলা লগ হৈ এখনি উন্নত ধৰণৰ সমিতি গঠন কৰে। মোৰ মা এই সমিতিৰ সদস্যা আছিল। সমিতিৰ নিয়ম আছিল সদস্যা সকলে সমিতিৰ পৰা কাপোৰ লৈ গৈ ঘৰত ছোৱালীৰ ফ্ৰক, ব্লাউজ আদি চিলাই কৰি দিয়াৰ লগতে ৰঙীন সূতা লৈ বেজিৰে গাৰু গিলিপ, বিচনা ঢকা আৰু মেজৰ কাপোৰ আদিত ফুল তুলিব লাগে। "শিল্পী ভৰাল" নামৰ মহিলা কাৰ্য্যালয়ত সেই বস্তুবোৰ জমা লয় আৰু তাৰ পৰাই বিক্ৰী কৰা হয়। মোৰ মায়েও সমিতিয়ে দিয়া কাপোৰেৰে মোৰ হতুৱাই চকুত লগাকৈ ফ্ৰক, ব্লাউজ, মেজ ঢকা, বিচনা-ঢকা ইত্যাদি কৰাই দিয়েগৈ আৰু সেই বস্তু সমূহ চ'ৰাদামত বিক্ৰী হয়। সেইবাবে সমিতিৰ প্ৰধান কৰ্ম্মীসকলে মোক ভাল পাইছিল।

সমিতিৰ সৌজন্যত সৰু সৰু ল'ৰা-ছোৱালীয়ে বিচিত্ৰানুষ্ঠান পাতি পুঁজি সংগ্ৰহ কৰিছিল। মই গঢ় দিয়া আৰু গান-বাজনা কৰি ভালপোৱা মোৰ অকণমানি ভণ্টীকো তাত আগ ভাগ দিছিল। বিচিত্ৰানুষ্ঠানৰ পুঁজিৰ ধনেৰে হিন্দী আৰু গানৰ ক্লাছ খোলা হৈছিল। সেই ক্লাছৰ গুৰি ধৰিছিল ড° হৰেকৃষ্ণ দাসৰ কন্যা শ্ৰীমতী অমল প্ৰভা দাস আৰু তিলোত্তমা দাসে।

সেই সময়ত গুৱাহাটীত শিক্ষাৰ প্ৰভাৱ ক্ৰমে বাঢ়ি আহিছিল। পান বজাৰত এখন ছোৱালী স্কুল হৈছিল। জীয়ৰীৰ লগতে ন বোৱাৰীয়েও স্কুলত শিক্ষা লৈছিল। ন বোৱাৰীক স্কুলত পঢ়িবলৈ শহুৰ শাহুৱে দিয়া উদগনি

মন কৰিবলগীয়া। স্কুল কৰ্তৃপক্ষই দিয়া বাচেৰে ছাত্ৰীসকল স্কুললৈ অহা যোৱা কৰে আৰু তাৰবাবে তেওঁলোকে ভাৰা দিব লাগে।

কটন কলেজত ছাত্ৰীয়ে পঢ়িবলৈ লৈছিল। কবি কমলাকান্ত ভট্টাচাৰ্য্যৰ কন্যা উষা ভট্টাচাৰ্য্য, জজ চাহাবৰ কন্যা লীলাৱতী দেবী কটন কলেজৰ ছাত্ৰী আছিল। কলেজৰ ছাত্ৰীসকলে সভা সমিতিত আগভাগ লৈছিল। তেওঁলোকে কৰা কামবোৰ দেখিলে মোৰ মন অথিৰ অবিৰ হৈ পৰিছিল।

ইংৰাজী পঢ়াত অসুবিধা নহ'লেও শুদ্ধকৈ মই ইংৰাজী লিখিব পৰা নাছিলো; সেইবাবে মই বৰ বেজাৰ পাইছিলোঁ। মোৰ মনৰ কথা বুজি পাই দেউতাই মোক, তৃতীয় শ্ৰেণীত ঘৰুৱা শিক্ষকৰ ওচৰত ইংৰাজী গ্ৰামাৰ আদি শিকা মোৰ ভাইটোৰ লগত লিখা-পঢ়া শিকিবলৈ অনুমতি দিলে। ইয়াৰ উপৰিও দেউতাই মোক নিজে ইংৰাজী পঢ়াবলৈ ল'লে আৰু অঙ্কও বুজাই দিলে।

১৯৩৫ চনত দেউতা যোৰহাটলৈ বদলি হৈ আহে। ঘৰলৈ অহাৰ পিছত মোৰ বাতবিষৰ জ্বৰ হ'বলৈ ধৰে। সু-চিকিৎসা পোৱাৰ বাবে সহজে আৰোগ্য হলোঁ যদিও শক্তি পাবলৈ এবছৰতকৈ অধিক সময় লাগিল।

পঢ়াৰ প্ৰতি মোৰ আগ্ৰহ কমা নাছিল। এই কথা লক্ষ্য কৰি দেউতাই মোক আগতকৈও যত্ন সহকাৰে পঢ়াবলৈ ধৰিলে। মই ইংৰাজী লিখিব পৰা হলোঁ। অঙ্ক দেউতাই ইংৰাজীত শিকাইছিল। ভূগোল আৰু বুৰঞ্জীত মই ইংৰাজীতে পঢ়িছিলোঁ। দেউতাৰ সহায় আৰু সহানুভূতিৰ বাবে ইংৰাজী মাধ্যমত মেট্ৰিক পৰীক্ষাত মই দ্বিতীয় স্থান লাভ কৰোঁ। মোৰ কৃতকাৰ্য্যতাত সন্তোষ পাই দেউতাই মোক জে, বি, কলেজত নাম লগাই দিয়ে। মা আৰু দেউতাই মই উচ্চ শিক্ষা লাভ কৰাৰ আশা কৰিছিল। সেই আশা নহ'ল। ৰক্তচাপ কমি যোৱাৰ বাবে মা দুৰ্ব্বল হৈ আহিবলৈ ধৰিলে। ঘৰুৱা অসুবিধাৰ বাবে মই কলেজ ক্ষতি কৰিবলগীয়া হৈছিল। যোৰহাট চৰকাৰী উচ্চতৰ মাধ্যমিক বালিকা বিদ্যালয়ৰ প্ৰাক্তন অধ্যক্ষা শ্ৰীযুতা চন্দ্ৰপ্ৰভা বৰদলৈ মোৰ কলেজৰ সহপাঠী আছিল। যি কেইদিন মোৰ কলেজ ক্ষতি হয়, সেই কেইদিনৰ ক্লাছত দিয়া পাঠসমূহ তেখেতে মোলৈ পঠিয়াই দি মোক যথেষ্ট সহায় কৰিছিল। তাৰবাবে তেখেতৰ ওচৰত মই ঋণী। তেখেতৰ মৰমেৰে উপচি পৰা অন্তৰৰ চিনাকি পাই, আঁতৰৰ পৰাই মোৰ মা-দেউতাই হিয়া উবুৰিয়াই তেখেতক আশীৰ্ব্বাদ দিছিল।

স্বৰ্গীয়া অন্নদা বৰগোঁহাইৰ বৰ জীয়ৰী দময়ন্তী বৰগোঁহাই আৰু গাঁচগৰাকী ছাত্ৰীৰে সৈতে আমাৰ এটি সৰু দল আছিল। সেই সময়ত ল'ৰা আৰু

ছোৱালীৰ মাজত ইমানেই আকাশ-পাতাল প্ৰভেদ ভাব আছিল যে ছাত্ৰ আৰু ছাত্ৰীৰ বাবে একেটা কোঠাতে দুবাৰ বহি সুকীয়াকৈ শিক্ষা লাভ কৰিব লগাত পৰিছিল। মোৰ মাৰ অসুস্থতাৰ বাবে আই, এ, পৰীক্ষাৰ পিছত মোৰ শিক্ষা জীৱনৰ ইতি পৰে। মনে মানি লোৱা নাছিল বাবে মই লিখা-পঢ়া একেবাৰে এৰি দিয়া নাছিলোঁ। ঈশ্বৰৰ ইচ্ছা, মই ভবামতে কাম নহ'ল!

১৯৪২ চনত উত্তৰ লক্ষীমপুৰৰ এম, ই, বালিকা বিদ্যালয়ত মই শিক্ষকতা কৰিবলৈ যাওঁ। শিক্ষকতা কৰাত ই মোৰ প্ৰথম পদক্ষেপ। মাজত বিশাল ব্ৰহ্মপুত্ৰ- যোৰহাটলৈ অহা-যোৱা কৰাত বিশেষ অসুবিধা হয় বাবে এসময়ত সেই চাকৰি এৰি গুচি আহিলোঁ।

১৯৪৩ চনত নাজিৰাৰ এম, ভি, বালিকা বিদ্যালয়খনক এম, ই, কৰিবৰ বাবে ইংৰাজী পঢ়াবলৈ পৰিচালনা কমিটিয়ে মোক নিযুক্তি দিয়ে। স্কুলত শিক্ষকতা কৰাৰ উপৰিও নাজিৰাৰ মহিলা সমিতিৰ সদস্যাসকলৰ অনুৰোধত তাৰ সম্পাদিকাৰ বাব লৈ কাৰ্য্যভাৰ গ্ৰহণ কৰোঁ। নাজিৰাৰ মহিলা সকলে এৰী, মুগা, পাত সূতা কাটি সাজ কাপোৰ নিজে তৈয়াৰ কৰি লোৱাৰ উপৰিও ঘৰুৱা ব্যৱহাৰৰ বাবে আঠুৱা, বিছনা ঢাকনি, মেজ-ঢাকনি আদি বৈ লৈছিল। মহিলাসকলে গৰু-ম'হ, ছাগলী পুহি গাখীৰ ঘৰত খোৱাৰ উপৰিও বিক্ৰী কৰিছিল। হাঁহ, পাৰ আদি পুঁহি ঘৰুৱা খৰচৰ আউল মাৰিছিল। মুঠতে নাজিৰাৰ মহিলা সকলৰ জীৱন যাপনৰ সুখ আৰু শান্তিৰ আহিলাৰ আদৰ্শনীয় সৃষ্টিৰ বাবে সমিতিয়ে বিশেষ উপদেশ দিব লগা নহৈছিল। তথাপিও সময়ৰ লগত খোজ মিলাবৰ বাবে নিজৰ দেশৰ কেনে ভাবে উন্নতি কৰিব লাগে, তাক ফঁহিয়াই কোৱা হৈছিল।

দেশক ভালপোৱাৰ আদৰ্শৰ বাস্তৱ ৰূপ দিবলৈ যাওঁতে দেশৰ হকে প্ৰাণ আহুতি দিয়া অসমীয়া নাৰী জয়মতীৰ আদৰ্শৰ জীৱন্তৰূপ ৰাইজৰ আগত দাঙি ধৰা হৈছিল। দেশৰ মঙ্গল চিন্তা কৰি তিল্ তিল্‌কৈ জীৱন আহুতি দিয়া জয়মতীৰ অতুলনীয় সাহ আৰু মৃত্যুৰ কৰুণ দৃশ্যৰ কথা সভানেত্ৰী শ্ৰদ্ধেয়া পদ্ম কুমাৰী বৰগোঁহাইৰ ভাষণত এনে হৃদয়গ্ৰাহী ভাষাৰে বৰ্ণনা কৰিছিল যে ৰাইজৰ অন্তৰত মচিব নোৱাৰা সাঁচ বহিছিল।

১৯৪৭ চনৰ ১৫ আগষ্টৰ দিনা ৰাতি ১২ বজাত স্বাধীনতাৰ সুগন্ধি ফুলৰ মালাৰে ভাৰতবৰ্ষক সম্ভাই জনায়— ইংলণ্ডৰ ৰাণী এলিজাবেথে। সেই নিশা আহোম স্বৰ্গদেৱ সবৰ মৰমৰ সৰু চহৰ নাজিৰাৰ পুৰুষ-মহিলা আৰু ল'ৰা-ছোৱালীয়ে মঙ্গলধ্বনি কৰি উজাগৰে কটাইছিল। পুৱা বৰঘুণ্ জাকলৈ আওকাণ কৰি মুকলি পথাৰত সকলো ৰাইজ সমবেত হৈছিল। শুভক্ষণত

বাইজৰ মঙ্গল ধ্বনিৰে ল'ৰা স্কুলৰ প্ৰধান শিক্ষকে পতাকা উত্তোলন কৰে। তাৰ কাষতে মহিলাসকলেও পতাকা উত্তোলনৰ সুবিধা কৰি সেই মহৎ কাৰ্য্যৰ ভাৰ এই অভাগীৰ শিৰত দিছিল।

সেই সময়ৰ কিছুমান ঘটনা এতিয়াও মনৰ পটত সজীৱ হৈ আছে। ১৯৪৮ চনৰ জুলাই মাহত নাজিৰাত হোৱা দিখৌৰ প্ৰলয়ঙ্কৰী বানপানীৰ কথা কেতিয়াও পাহৰিব নোৱাৰি। দিনৰ ২ বজাৰ পৰা অলপ অলপ পানী বাগৰি বেলি পৰাৰ লগে লগে এই পানীয়ে ভীষণ ৰূপ লৈ নগৰৰ দ' ঠাই আৰু গাওঁবিলাক বুৰাই পেলালে। গাৱঁৰ মানুহে গৰু, ম'হ, ছাগলী আদি যেয়ে যেনেদৰে সুবিধা পালে লগতে লৈ ওখ ঠাইৰ ফালে ঢাপলি মেলিলে। মই সেই সময়ত পেহীদেউৰ ঘৰত আছিলোঁ। আমিও তেনেদৰে ৰেল ষ্টেচনত কটালোঁগৈ। এই পানী তিনিদিন থাকে। গাৱঁৰ বানপীড়িত লোকৰ মাজত চাউল, নিমখ, গোটা বুটমাহ আদি আমি মহিলা সকলে বিতৰণ কৰিছিলোঁ। মানুহ আৰু পোহনীয়া জীৱ-জন্তুৰ বিলৈ দেখি আমাৰ চকুৰ পানী ওলাইছিল।

সেই সময়তে মোৰ দেউতাৰ কৰ্কট ৰোগৰ বাতৰি পাই মই ঘৰলৈ আহিলোঁ। মা আৰু মই দেউতাৰ শুশ্ৰূষাত লাগিলোঁ। মোৰ আৰু নাজিৰালৈ ঘূৰি যোৱা নহ'ল। যোৰহাটৰ চৰকাৰী অধিবক্তা দেবেশ্বৰ শৰ্ম্মাদেৱে মোৰ দেউতাক বৰ শ্ৰদ্ধা কৰিছিল। সেইবাবে তেখেতে যোৰহাট উচ্চ বালিকা বিদ্যালয় (তেতিয়া চৰকাৰী সাহায্যপ্ৰাপ্ত) মোক শিক্ষক পদত নিয়োগ কৰে। ইয়াৰ বাবে মোৰ পিতৃতুল্য শ্ৰদ্ধেয় শৰ্ম্মাদেৱক মই অন্তৰ উবুৰিয়াই কৃতজ্ঞতা জ্ঞাপন কৰিছিলোঁ।

বিদ্যালয়ত শিক্ষাদানৰ মোৰ প্ৰধান বিষয় আছিল ছাত্ৰীসকলক তৃতীয়মানৰ পৰা ষষ্ঠমানলৈ ছবি আঁকিবলৈ শিকোৱা। ইয়াৰ লগতে এই চাৰিশ্ৰেণীক অসমীয়া, ভূগোল, বুৰঞ্জী আদি বিষয়ো পঢ়াব লাগিছিল। তৃতীয়মানৰ ইংৰাজী আখৰ চিনাকি আৰু শব্দাৰ্থ শিকোৱা, ষষ্ঠমানৰ এম, ই পৰীক্ষাৰ বাবে চিলাই শিকোৱাও মোৰ পাঠদানৰ ভিতৰত আছিল। স্কুলত বহুমুখী শিক্ষা আৰম্ভ হোৱাৰ লগে লগে বিদ্যালয়ে মোক আৰু মিচ জেবুন্নিচাক চিলাই ট্ৰেইনিং ল'বলৈ পঠিয়ায়। আমি দুয়ো 'প্ৰিন্স অব ওৱেলচ' নামৰ যোৰহাটৰ পুৰণি এক কাৰিকৰী অনুষ্ঠানত এই চিলাই শিক্ষা লৈছিলোঁ। ট্ৰেইনিং সম্পূৰ্ণ হোৱাৰ পিছত অষ্টম মানৰ পৰা দশম মানলৈকে মই চিলাই শিকাবলগীয়া হৈছিল। মোৰ সতীৰ্থা শ্ৰীযুতা ৰজনীপ্ৰভা বৰুৱাই সেইদৰে 'টাইপ' শিকাইছিল। যোৰহাটৰ আই, টি আই নামৰ অনুষ্ঠানৰ মই চিলাই পৰীক্ষক আছিলোঁ।

আমাৰ বিদ্যালয়ৰ প্ৰধান শিক্ষয়িত্ৰী শ্ৰীযুতা কৰুনাময়ী দাসৰ উদ্গনিত অৱশ্যে মই বহুত আগতেই চিলাই আদি বিষয়ত প্ৰদৰ্শনীত অংশ গ্ৰহণ কৰিছিলোঁ। মোৰ অনুমান ১৯৪৯ চন মান হ'ব। যোৰহাটৰ নেহৰু পাৰ্কত সদৌ অসম মহিলা সন্মিলন হয়। মই তাত ছাত্ৰীৰ হতুৱাই কাপোৰৰ পুতলা, মেজৰ ঢাকনি, বিচনা ঢাকনি ইত্যাদি কৰাই দিছিলোঁ। শ্ৰীযুতা দাসেও বৰ সুন্দৰকৈ বাঁহৰ চুঙাৰে ফুলদানী তৈয়াৰ কৰি প্ৰদৰ্শিত কৰিছিল। এই সন্মিলনত সভানেত্ৰীৰ আসন গ্ৰহণ কৰিছিল অসমৰ ৰাজ্যপালৰ সহধৰ্ম্মিণীয়ে।

আমাৰ বিদ্যালয়ত মই শিক্ষকতা কৰি ভাল পাইছিলোঁ। সেইদিনত আমাৰ বিদ্যালয়ত মুখপত্ৰ নাছিল। মুখপত্ৰ এখন প্ৰকাশ কৰিবৰ বাবে মই বিশেষ ভাবে চিন্তা কৰিছিলোঁ। মোৰ উদ্গনিতে অষ্টমমান আৰু নৱমমানৰ ছাত্ৰীসকলে এখনি হাতে লিখা আলোচনী উলিয়ায়। তাৰ বেটুপাতত 'প্ৰভাতী' নাম দি মই ছবি আঁকি দিছিলোঁ। সেইবাবেই হ'বলা তেওঁলোকে মুখপত্ৰখনৰ নাম 'প্ৰভাতী' থৈছিল। ইয়াৰ পাছত ১৮৮০ শকাব্দত মোৰ সহকৰ্ম্মী শ্ৰীযুতা শান্তি চলিহাৰ উপদেষ্টাত আৰু শ্ৰীমতী দেৱবালা দত্তৰ সম্পাদনাত এখনি মনোমোহা মুখপত্ৰ বিদ্যালয়ৰ পৰা প্ৰকাশ পায়। 'মন্দাকিনী' নামৰ এই মুখপত্ৰখনৰ প্ৰথম প্ৰবন্ধটো ৰচনা কৰিছিল তেতিয়াৰ দশম মানৰ ছাত্ৰী আৰু এতিয়া আমাৰ আত্মজীৱনী সংকলন সম্পাদিকা মোৰ প্ৰাক্তন ছাত্ৰী শ্ৰীমতী মলয়া বৰুৱাই। এই মুখপত্ৰত শিক্ষক শিক্ষয়িত্ৰী আৰু বিদ্যালয়ৰ উন্নতিৰ হকে কৰা কৰ্ম্মৰে সৈতে ছাত্ৰীসকলৰ এখন ফটো প্ৰকাশ হয়।

আমাৰ বিদ্যালয়ৰ ছাত্ৰীসকলৰ বহুতেই সুনামেৰে বিশ্ববিদ্যালয়ৰ পৰীক্ষাত উত্তীৰ্ণ হয় আৰু ভাৰতবৰ্ষৰ বিভিন্ন ঠাইতে তেওঁলোকে সুনাম অৰ্জন কৰি দেশমাতৃৰ মুখ উজ্জ্বল কৰিছে।

১৯৭৪ চনত মই বিদ্যালয়ৰ পৰা অৱসৰ পাওঁ। এই বিদ্যালয়ত মই চাবিবশ বছৰ শিক্ষকতা কৰিছিলোঁ। ১৯৬৪ চনত এই বিদ্যালয় চৰকাৰে লয় আৰু ১৯৭৪ চনত মই অৱসৰ পাওঁ। সেয়ে চৰকাৰে দহবছৰৰ বাবে দিয়া পেঞ্চন নামমাত্ৰ আছিল। এতিয়া কিছু বাঢ়িল আৰু মোৰ আত্মীয় সকলৰ সহায় সহানুভূতিৰ বাবে মোৰ কষ্ট হোৱা নাই।

স্বামীয়ে কিনি থৈ যোৱা মাটিতে চৰকাৰৰ পৰা ঋণলৈ মই ঘৰ কৰি থাকিবলৈ লওঁ— মোৰ পিতৃ বিয়োগৰ পিছত। মাতৃদেৱী মোৰ লগতে থাকি শেষ শয়ন কৰে। মোৰ বাইদেউ, ভাই আৰু ভনীৰ ল'ৰা-ছোৱালীক শিক্ষা দিয়াত মই আগভাগ লৈছিলো আৰু পাৰ্য্যমানে সহায় কৰিছিলোঁ। আচলতে মোৰ মাতৃয়ে যি কৰ্ত্তব্য পালন কৰি শান্তি পাইছিল, ময়ো তাকে পাইছিলো।

কেতিয়াবা নিৰাকাৰ ঈশ্বৰৰ ওচৰত মোৰ অন্তৰে কান্দি কান্দি চিঞৰি কয়, প্ৰভু,. তুমি এহাতে যেনেকৈ মাৰিলা, আনহাতে তেনেকৈ কৃপা দৃষ্টি কৰিলা!

মই অৱসৰ পোৱাৰ পিছত উত্তৰ পশ্চিম যোৰহাটৰ মহিলাসকলে এখনি মহিলা সমিতি গঠন কৰে। ইয়াৰ লগতে মইনাৰ সভা এখনিও গঠন কৰে। সেই সমিতিৰ 'উত্তৰ-পশ্চিম যোৰহাট মহিলা সমিতি' নাম দি সেই সমিতিৰ সদস্যাসকলে মোক স্থায়ী সভানেত্ৰী আৰু শ্ৰীমতী মীনা ভট্টাচাৰ্য্যক সম্পাদিকাৰ বাব দিয়ে। মই তিনিবছৰ সেই সমিতিৰ পৰিচালনা কৰোঁ। প্ৰথম বছৰ শ্ৰীমতী মীনা ভট্টাচাৰ্য্যই শিশু প্ৰদৰ্শনী আৰু ফল সংৰক্ষণৰ কাম কৰে। ইয়াৰ গুৰি ধৰিছিল যোৰহাট জিলা মহিলা সমিতিৰ প্ৰধান কৰ্ম্মীসকলে। প্ৰতি দেওবাৰে বহা শিশু সভাত শিশু পৰিচালিকা শ্ৰীমতী অনিমা ফুকনে শিশু সকলক নাচ-গান শিকায় আৰু দেশপ্ৰেম মূলক সাধুকথা কয়। এই শিশু সকলৰ মাজত বিহুত গান-বাজনাৰ প্ৰতিযোগিতা হয়। মহিলা সকলেও বিহুত পিঠা-প্ৰদৰ্শনী, গামোছা আৰু হাতৰ কাম কৰা নানান সা-সৰঞ্জামৰ প্ৰদৰ্শনী পাতি, যাৰ বস্তু উত্তম হয় তাক বটা দি উৎসাহিত কৰে। দ্বিতীয় আৰু তৃতীয় বছৰতো শ্ৰীমতী লুচি দেবী আৰু শ্ৰীমতী পূৰ্ণিমা শৰ্ম্মাই দান বৰঙনি সংগ্ৰহ কৰি কেইবাটাও চিলাই কল আৰু উলৰ মেচিন কিনি উলৰ কাম আৰু চিলাই কাম আদি ছোৱালী আৰু বোৱাৰীসকলক শিকায়। শ্ৰদ্ধেয়া শ্ৰীযুতা পুন্যপ্ৰভা বৰুৱা এই সমিতিৰ সহকাৰী আছিল। মহিলা সকলৰ সহায় সহযোগিতাত সমিতিয়ে গা কৰি উঠিল আৰু বিধৱা মহিলা এগৰাকীয়ে চিলাই শিকাই নিজৰ জীৱিকা উপাৰ্জন কৰি সংসাৰ চলাবলৈ সুবিধা পালে। অনেক জীয়ৰী বোৱাৰীও উপকৃত হ'ল।

মোৰ জীৱনৰ উপাৰ্জনৰ ধন দহহাজাৰ টকা মোৰ মৃত স্বামীৰ নামত 'শ্যাম সুন্দৰ মেমৰিয়েল ফান্দ'— যোৰহাটৰ ষ্টেট বেঙ্কত খুলিলোঁ। ইয়াৰ সুত বছেৰেকত এহেজাৰ পোৱা হয়। এই টকা যোৰহাট জিলাৰ স্কুল শিক্ষান্ত পৰীক্ষাৰ অঙ্ক বিষয়ত সৰ্ব্বোচ্চ নম্বৰ লাভ কৰা এজন ছাত্ৰ আৰু এগৰাকী ছাত্ৰীক পাঁচশ কৈ টকা আৰু এখনি 'শ্যামসুন্দৰ শৰ্ম্মা মানপত্ৰ' দিয়া হয়। ইয়াৰ পৰিচালনা সমিতিৰ মুখ্যকৰ্ম্মী 'যোৰহাট জিলা স্কুল পৰিদৰ্শক মহোদয় আৰু চৰকাৰী উচ্চ মাধ্যমিক বিদ্যালয়ৰ অধ্যক্ষা মহোদয়া।

আমাৰ জীয়ৰী বোৱাৰীয়ে সাহিত্য-চৰ্চ্চা কৰিবলৈ মনোবল আৰু অনুপ্ৰেৰণা পোৱাৰ আশাৰে যোৱা বছৰ মোৰ মাতৃৰ নামত অসম লেখিকা সমাৰোহৰ বাৰ্ষিক অধিবেশনত এটি চলন্ত বটা আগবঢ়ালোঁ।

মই মহিলা আলোচনীত মাজে সময়ে প্ৰবন্ধ-পাতি লিখোঁ। এই প্ৰবন্ধবোৰত ঘৰুৱা শিক্ষামূলক কথাই প্ৰাধান্য পাইছে। যেনে প্ৰসূতি মাতৃক বন দৰবে কেনে গুণ দিয়ে, নিজৰ ঘৰখনিত শান্তিৰে থাকিবলৈ হ'লে নিজৰ গৰ্ব্বভাব এৰি আনৰ লগত কেনেকৈ মিলি থাকিব লাগে, পঢ়া-শুনা কৰাৰ উপৰিও সুগৃহিনী হ'বলৈ কেনে ধৰণৰ কাম কৰিব লাগে, ইত্যাদি। কোনো সময়ত দুই এটা কবিতাও লিখা মোৰ মনত পৰে। অৱশ্যে এই সকলোবোৰ এই যাতনাময় পৃথিৱীত সোণৰ সপোন ৰচনা কৰাৰ এক প্ৰচেষ্টাহে মাথোন আছিল!

১৯৬৯ চনত মই উত্তৰ ভাৰতৰ তীৰ্থদৰ্শন কৰিবলৈ গৈছিলোঁ। তাৰ মঠ-মন্দিৰ আদি দেখি অবাক হৈছিলোঁ আৰু অতিশয় আনন্দ লাভ কৰিছিলোঁ। এটা বিষয়ত অন্তৰ অনুতপ্ত হৈ পৰিছিল— প্ৰায়বোৰ মন্দিৰৰে কৰ্ম্মীসকলৰ অতি কম লোকেহে হিন্দু ধৰ্ম্মৰ মূল ব্যাখ্যা দি মানুহৰ অন্তৰৰ মানবীয় গুণসমূহ জগাই তুলিবলৈ চেষ্টা কৰে, বাকী অনেকেই ভগৱানৰ মূৰ্ত্তি তথা পবিত্ৰ স্থানক ধন বস্তু উপাৰ্জনৰ আহিলা স্বৰূপে ব্যৱহাৰ কৰে।

আজিৰ পৃথিৱীত মানুহৰ শান্তি নাই। যিমানেই নতুন শাসনবিধি প্ৰয়োগ কৰিছে সিমানেই অশান্তিৰ জুই জ্বলিছে। মানুহে মানুহক সাধাৰণ প্ৰাণী বুলি গণ্য কৰিছে। ইয়াক ৰোধ কৰিবলৈ কোনেও উপায় বিচাৰি পোৱা নাই। দেশৰ ঘাই ধৰণীস্বৰূপ লোক সকলকো বিমোৰত পৰা যেন দেখা গৈছে। বিজ্ঞানে প্ৰয়োগ কৰা শক্তিৰ দ্বাৰা পৃথিৱী ধ্বংসৰ ফালে গতি কৰাৰ উপক্ৰম হৈছে। বিজ্ঞানে দিয়া সুখ শান্তিতকৈ অসুখ অশান্তি যেন বেছিহে। মানুহে মানুহক নানা উপায়েৰে হত্যা কৰা খবৰ বাতৰি কাকতত দিনে আহিব লাগিছে। মানুহৰ মানবীয় গুণৰাজি যেন লোপ পাই আহিছে।

এই অশান্ত পৃথিৱীত শান্তি আনিবলৈ কি কৰিব লাগিব, কোনে কৰিব, কেনেকৈ কৰিব— এনে সহস্ৰ প্ৰশ্নই মনক আগুৰি ধৰেহি।

আমি আমাৰ ল'ৰা-ছোৱালীক কিহৰ আশা দেখুৱাই ডাঙৰ কৰিম। ল'ৰা-ছোৱালীৰ মন ঘূৰাবলৈ আমি কোনো কথা সাজি পাৰি ক'লেও তেওঁলোকে মানি ল'ব নোখোজো। আনহাতে, ঘৰখনেই শিক্ষাৰ ঠাই আৰু মাক দেউতাক সুশিক্ষাৰ প্ৰধান শিক্ষক। এই কথা প্ৰকৃততে ল'ৰা-ছোৱালীয়ে বুজি পালে নিজকে চম্ভালিবলৈ সহজ হ'ব। বাহিৰত হৈ থকা অশান্তি আৰু অঘটনৰ কথা তেওঁলোকে ঘৰত ক'লেও সেই অঘটনৰ পৰিণাম কি হ'ব পাৰে তাক বুজাই দিলে তেনে ধৰণৰ কামৰ পৰা স্বাভাৱিকতে তেওঁলোক বিৰত থাকিব। বৰ্ত্তমান আমি আমাৰ ল'ৰা-ছোৱালীক কোন বাটে কেনে শিক্ষা-দীক্ষাৰে মানুহ কৰোঁ— তাৰ চিন্তাহে কৰা উচিত। ল'ৰা-ছোৱালীৰ ফুলৰ দৰে কোমল

আৰু তুলসীৰ দৰে পবিত্ৰ অন্তৰত মৰম চেনেহে কেনেকৈ প্ৰতিক্ৰিয়া কৰে তাক মোৰ নিজা অভিজ্ঞতাৰ পৰা দেখুৱাবৰ মন গ'ল।

...মোৰ শিক্ষকতাৰ কালছোৱাত মুখে মুখে পৰীক্ষা (oral) লোৱা সক ছোৱালী এটিয়ে এদিন মোৰ বুকুত মূৰ থৈ মিচিকিয়া হাঁহিৰে কৈছিল, "বাইদেউ, আপুনি পৰীক্ষা ল'বলৈ মই কালি গোঁসাইৰ ওচৰত ঘিউ চাকি দিছিলোঁ।" এটি নিচেই সৰু দৃষ্টান্ত যদিও ই অৰ্থপূৰ্ণ!

মোৰ জীৱনত যি দেখিলোঁ আৰু নিজে যি কৰিলোঁ তাক লিখিত ভাবে ৰাইজৰ আগত প্ৰকাশ কৰিবলৈ পাই নিজকে ধন্য মানিছোঁ।

মই সদ্যহতে বাস কৰি থকা ঘৰ আৰু মাটি দান কৰিলোঁ— শিশু কল্যাণৰ বাবে। এই ঘৰ-মাটিত শিশুৰ প্ৰাথমিক শিক্ষা হ'ব। এই প্ৰাইমেৰী শিক্ষানুষ্ঠানখনিৰ নাম হ'ব— মোৰ অতি মৰমৰ নাতি (মোৰ ভনীৰ জ্যেষ্ঠ পুত্ৰৰ প্ৰথম পুত্ৰ) দীপাঙ্কৰ শৰ্ম্মাৰ নামেৰে— "দীপাঙ্কৰ শৰ্ম্মা বিদ্যাপীঠ"। এই নাতিকণে মাত্ৰ পঞ্চমমান শ্ৰেণীত পঢ়ি থাকোঁতেই ৰক্তৰ কৰ্কটৰোগত ভুগি মৃত্যুমুখী হ'ল। তেওঁৰ দেউতাককো মই মানুহ কৰিছিলোঁ। সেয়ে মোৰ মৰমৰ দান হিচাপে শিশুটিৰে নাম ৰাখিলোঁ। অন্যহাতে, আমাৰ দেশৰ শিশু সকলৰ সকলো দিশতে বিকাশ লাভ কৰাৰ ভাব এটাও অন্তৰত পুহি আছিলোঁ আৰু সেই মনৰ আশা বাস্তৱত ৰূপায়িত কৰিবলৈ মোৰ এই ঘৰ মাটিকণেই সুবিধা দিছে। মই যেন লাহে লাহে মানুহে শান্তি বিচাৰি কল্পনা কৰা 'স্বৰ্গ' নামৰ ঠাইখনিলৈ যাবলৈ সাজু হ'বৰ হ'ল। এই সময়তে, মোৰ শৰীৰ আৰু মন সুস্থ অৱস্থাত থাকোঁতেই, মোৰ স্বামীয়ে যি চিন্তা কৰিছিল, তাৰ কণামাত্ৰ মই কৰা উচিত হ'ব। এই উদ্দেশ্যকে সাৰোগত কৰি শিশু সকলৰ কল্যাণ কামনাৰে এই দান আগবঢ়ালোঁ। এটা কথা প্ৰসঙ্গ ক্ৰমে উল্লেখ কৰাটো সমীচিন বোধ কৰিলোঁ— এই শিশু কল্যাণ পৰিচালনাৰ সভাপতি শ্ৰীযুত সৰ্বেশ্বৰ বৰদলৈ আৰু উপ-সভাপতি হ'ল, শ্ৰীযুত হেমন্ত বৰদলৈ। ইয়াৰ সম্পাদকৰ দায়িত্ব ন্যস্ত কৰা হৈছে শ্ৰীযুত প্ৰসেনজিত গোস্বামী, অধিবক্তাৰ ওপৰত।

এতিয়া মই শান্তিৰে চকু মুদিব পাৰিম! □

সুপ্ৰভা গোস্বামী

# অতীতে কথা কয়



মোৰ পিতৃ ভূমি কামৰূপ জিলাৰ নলবাৰী হলেও মই উজনি অসমৰ যোৰহাট চহৰত জন্ম গ্ৰহণ কৰিছিলোঁ। যোৰহাট পিতাৰ কৰ্ম্মভূমি হোৱাৰ হেতুকে, পিতাই চৰকাৰী চাকৰিৰ পৰা অৱসৰ লোৱাৰ সময়লৈকে (১৯১৭-১৯৪৩) যোৰহাট মোৰ ঘাই ঘৰ আছিল। পিতা যোৰহাট নৰ্ম্মাল স্কুলৰ চুপাৰিনটেনডেণ্ট থকা সময়ত, খেৰৰ ছালেৰে ধুনীয়া চৰকাৰী চাংবঙলাটোতে মোৰ সৰু কালছোৱা অতিবাহিত হৈছিল।

লেখা-পঢ়া কিমান বয়সত শিকিছিলো মনত নাই। নিচেই সৰুতে পিতাই খবৰ কাগজ পঢ়ি যাওঁতে অসমীয়া আৰু ইংৰাজী ডাঙৰ ডাঙৰ আখৰ বিলাক শিকাই দিছিল। স্বৰ্গীয় কাশীনাথ বৰ্ম্মনে মোক ঘৰতে পঢ়াইছিল। তেখেতে নেওঁতা, অঙ্ক আৰু সাহিত্যৰ পাঠ পঢ়িবলৈ আৰু আখৰ লিখিবলৈ শিকাইছিল।

চতুৰ্থমান শ্ৰেণীলৈকে মই যোৰহাট নৰ্ম্মাল স্কুলৰ ১ নম্বৰ প্ৰেক্টিচিং স্কুলত পঢ়িছিলোঁ। সেইখন স্কুল ল'ৰাৰ স্কুল আছিল আৰু ময়ো ল'ৰাৰ পোছাক পিন্ধিছিলো। ল'ৰাৰ সকলোবিলাক খেল-ধেমালিতে যোগদান কৰিছিলোঁ। আমাৰ স্কুলত কোনো 'ইউনিফ্ৰম' নাছিল। ওপৰ শ্ৰেণীৰ ল'ৰা বিলাকে ধুতিৰ ওপৰত হাফ্ হাতৰ কামিজ পিন্ধিছিল। সৰু বিলাকে হাফপেণ্ট আৰু হাফ্ হাতৰ কামিজ পিন্ধিছিল। ছোৱালীবিলাকে সাধাৰণতে ফ্ৰকেই পিন্ধিছিল। পঞ্চম শ্ৰেণীমানৰ পৰা শাৰী বা মেখেলা চাদৰ পিন্ধিছিল। ডাঙৰ সৰু সকলো ছোৱালীয়েই বেণী গুঠিছিল। ল'ৰা-ছোৱালী কোনেও জোতা পিন্ধা চকুত পৰা নাছিল। তেতিয়া চেণ্ডেল ওলোৱা নাছিল। কেনভাচৰ খয়েৰী ৰঙৰ,

ৰগা ফিটামৰা জোতা আৰু 'পাম্পচু' আছিল। ছোৱালীৰ বাবে ছুটি 'হিল'ৰ বুতাম দি বন্ধ কৰা জোতা আছিল। সৰহ ভাগেই ফুৰিবলৈ যাওঁতে বা বিশেষ কাৰণতহে জোতা পিন্ধিছিল।

চতুৰ্থমান শ্ৰেণীৰ পৰা মই যোৰহাটৰ ছোৱালী মাইনৰ স্কুলত পঢ়িবলৈ ল'লো। এই স্কুলখনত ছোৱালীবোৰ অনা-নিয়া কৰিবলৈ চকিদাৰনী কেইজনীমান আছিল। তেওঁবিলাকে ভাগে ভাগে ছোৱালী ঘৰৰ পৰা লৈ যায় আৰু ভাগে ভাগে ছুটীৰ পিছত ঘৰত থৈ আহেগৈ। ইয়াৰ পিছত কিছুদিন মই যোৰহাট গৱৰ্ণমেণ্ট হাইস্কুলতো পঢ়িছিলোঁ। পিতাই বন্দবস্ত কৰি দিছিল। মই ঘৰত প্ৰায়ে ল'ৰাৰ সাজ পিন্ধি আছিলোঁ আৰু স্কুললৈও ল'ৰাৰ সাজ পিন্ধিয়েই গৈছিলোঁ। জেহিৰুদ্দিন আহমদ্ হেড মাষ্টৰে ক্লাছৰুমত মোক পঢ়িবলৈ বেলেগ এখন সৰু ডেস্ক আৰু চকী দিয়াৰ ব্যৱস্থা কৰিছিল। আজি-কালিৰ সহশিক্ষা, সহ অভিনয়, সহ খেলুৱৈ ইত্যাদিৰ দিনত ল'ৰা-ছোৱালীয়ে হয়তো অনুমানো কৰিব নোৱাৰিব সেই দিনৰ আবুৰ আৰু বাধা-নিষেধৰ কথা। কটন কলেজত ত্ৰিশৰ দশকৰ আগ-ভাগ মানৰ পৰাহে দুই এক ছাত্ৰীয়ে পঢ়িবলৈ লৈছিল। সহ অভিনয় কথাটো অভাৱনীয় আছিল। ছোৱালীয়ে 'ষ্টেজ'ত উঠি নাচ-গান কৰিব পাৰিব, এনে কথা কল্পনাৰো অতীত আছিল। দুই একে গান গাইছিল। সিও অতি বিৰল— দহ-এঘাৰ বছৰীয়া ছোৱালীকহে দিছিল তাকো।

পিতা নৰ্ম্মাল স্কুলৰ চুপাৰিনটেনদেণ্ট পদৰ পৰা কিছুদিনৰ বাবে 'এছিছটেণ্ট ইন্সপেক্টৰ অৱ স্কুলচ্'ৰ পদলৈ যোৱাত আমি যোৰহাটৰ চৰকাৰী বঙলাঘৰ এৰি দুদিনমানৰ বাবে চোলাধৰাৰ ৺গঙ্গাধৰ বৰকটকীৰ ভাড়া ঘৰলৈ আহোঁ। অৱশ্যে পিতাই ছিলঙত শিক্ষা বিভাগৰ বিশেষ বিষয়া (Special Officer, Primary Education) যোগদান দিবলগীয়া হোৱাত সোনাধৰ সেনাপতিৰ ঘৰৰ ওচৰতে এমাহ মান আছিলোঁ। কলিকতাৰ পৰা বন্ধত ঘৰলৈ অহা কলিকতাতে পঢ়ি থকা শ্ৰীযুতা ইন্দিৰা বাইদেউক তাতে লগ পাইছিলোঁ। তেওঁক দেখি আৰু তেওঁৰ কথা শুনি মোৰো কলিকতাত পঢ়িবলৈ মন গৈছিল। যি নহওঁক, ছিলঙলৈ গৈ মই তাৰ 'পাইন মাউণ্ট' স্কুলত ভৰ্ত্তি হ'লোঁ। প্ৰথমতে মেম সকলৰ ইংৰাজী বুজাত অলপ টান পাইছিলোঁ। পাচলৈ বুজিব পৰা হ'লোঁ। মই পঢ়া-শুনা, খেল-ধূলা আদিত বেয়া নাছিলোঁ। সকৰে পৰা ঘৰতে বেদমিণ্টন খেলিছিলোঁ। মাজে মাজে পিং পং (টেবুল টেনিচ) খেলিছিলোঁ। পাচলৈ অলপ-অচৰপ টেনিচো খেলিছিলোঁ। পঢ়া আৰু খেলাত সমানে লাগি থকা বাবে শিক্ষয়িত্ৰী সকলৰ মৰম আৰু ছোৱালী বিলাকৰ সহযোগ পাইছিলোঁ। 'পাইন মাউণ্ট' স্কুলত পঢ়া বছৰ কেইটাৰ অভিজ্ঞতাই মোক ইংৰাজী শিক্ষাত,

খেলা-ধূলাত, অধ্যয়ন অনুশীলতাত আৰু আৱশ্যকীয় ক্ষেত্ৰত সাহ আৰু অসংকোচতা বৃদ্ধিত সহায় কৰিছিল।

১৯৩৩ চনত মই প্ৰাইভেটকৈ মেট্ৰিক পৰীক্ষা দি প্ৰথম বিভাগত পাচ কৰোঁ। আই, এ দিবলৈ পঢ়া-শুনা কৰিও দিয়া নহ'লগৈ। সেই সময়ত অসমত ছোৱালীৰ বাবে হোষ্টেলৰ সুবিধা নাছিল। কটন কলেজত মাত্ৰ দুই-এগৰাকী ছাত্ৰীহে সোমাইছিল। সহ শিক্ষাৰ প্ৰসাৰ আমাৰ ইয়াত ত্ৰিশৰ দশকৰ শেষ ভাগৰ পৰাহে হৈছিল।

আনুষ্ঠানিক ভাবে মোৰ শিক্ষা মেট্ৰিক পাচ কৰাতে শেষ হৈছিল যদিও ঘৰতে পিতাই নিজে আৰু শিক্ষক ৰাখি মোক ইংৰাজী আৰু সংস্কৃত সাহিত্য কিছু পৰিমাণে পঢ়াইছিল। পিতাৰ এটা মজলীয়া লাইব্ৰেৰী আছিল। তাত অসমীয়া, বঙালী, ইংৰাজী অনেক ধৰণৰ কিতাপ, আলোচনী, শিশু-সাহিত্য, বাতৰি-কাকত আদি ৰাখিছিল। এই পুথি-পত্ৰৰ সংস্পৰ্শলৈ আহিও অধ্যয়নত মোৰ ৰাপ বহিছিল। ঘৰৰ ল'ৰা-ছোৱালী বিলাকে এখন হাতে-লিখা আলোচনী উলিয়াইছিলোঁ। সৰুতে মই নিজেই তাত সাঁথৰ, ছবি ইত্যাদি দিয়া মনত পৰে। ন-দহ বছৰ মান বয়সত মই 'উষা' নামে এটা কবিতা লিখোঁ আৰু ই নৰ্ম্মাল স্কুলৰ আলোচনী 'প্ৰভাত'ত ছপা হৈ ওলায়। ত্ৰিশৰ দশকৰ আগ ভাগত যোৰহাটৰ পৰা ওলোৱা বাতৰি কাকততো মোৰ সৰু-সুৰা প্ৰৱন্ধ দুটামান প্ৰকাশ পাইছিল। ১৯৩৪/৩৫ চনৰ সময়ছোৱাত ইংৰাজীৰ পৰা ভাঙনি আৰু স্বৰচিত কেইবাটাও গল্প-প্ৰৱন্ধ সেই সময়ৰ অসমীয়া আলোচনীত ওলাইছিল। 'অৰিহনা', 'কণিকা', 'ৰামায়ণ-মহাভাৰতৰ কথা', 'লুইতৰ মোহ' মোৰ ছপা হৈ ওলোৱা কিতাপ। মোৰ বাইদেউ ৺প্ৰতিভা দেবী এগৰাকী বিদুষী মহিলা আছিল। ইংৰাজীৰ পৰা অসমীয়ালৈ ভাঙনি কৰা তেওঁৱেই প্ৰথম অসমীয়া মহিলা। 'ডন কুইস্কচোট' (Donquixot) খন 'কেকোঁ ডাঙৰীয়া' নামেৰে অসমীয়ালৈ ভাঙনি কৰিছিল। আমাৰে দুৰ্ভাগ্য, মাত্ৰ ২২ বছৰ বয়সতে তেওঁ স্বৰ্গগামী হয়।

মোৰ পিতা স্বৰ্গীয় শৰৎ চন্দ্ৰ গোস্বামী আছিল অপৰিসীম ব্যক্তিত্বৰ অধিকাৰী। মোৰ মাতৃ স্বৰ্গীয়া ভুৱনেশ্বৰী দেবী গোস্বামী গাঁৱৰ জীয়ৰী হ'লেও পিতাৰ সান্নিধ্য আৰু শিক্ষাৰ প্ৰভাৱত, অসম মহিলা সমিতিৰ দৰে অনুষ্ঠানৰ গুৰি ধৰিবলৈ সমৰ্থ হৈছিল। পিতাৰ সান্নিধ্যলৈ অহা সকলোৱেই পিতাৰ শিক্ষা আৰু চৰিত্ৰৰ প্ৰভাৱত প্ৰভাৱান্বিত নহৈ নোৱাৰিছিল। ১৯২১ চনৰ স্বাধীনতা আন্দোলনৰ সময়ৰ এটা কথা কেতিয়াবা ৰিণিকি ৰিণিকি মনত পৰে। মোৰ পিতা সেই সময়ত নৰ্ম্মাল স্কুলৰ (যোৰহাট) চুপাৰিনটেনডেন্ট

হৈ আছিল। এদিন স্কুলৰ কাম কৰি থাকোঁতে, সন্মুখৰ ৰাষ্টাত গোলমাল শুনি অফিচৰ পৰা ওলাই দেখে যে ভলণ্টিয়াৰৰ সমদল এটা আৰু পুলিচ বাহিনীৰ মাজত থৈয়া-নথৈয়া তৰ্কযুদ্ধ চলি আছে আৰু ক্ৰমান্বয়ে উত্তপ্ত পৰিবেশলৈ গতি কৰিছে। পিতাই ততালিকে গৈ দুয়ো পক্ষৰ মাজত থিয় হৈ মধ্যস্থতা কৰি মাৰপিট গুলিয়াগুলি আদি অপ্ৰিয় অৱস্থাৰ পৰা সমদলটোক ৰক্ষা কৰে। সমদলটোত পিতাৰ ভালেকেইজন বন্ধুলোকো আছিল। সেইদিনা পিতাৰ মধ্যস্থতা নোহোৱা হ'লে যোৰহাটত এটা ভয়ানক কাণ্ড ঘটিলেহেঁতেন বুলি মানুহে মুখে মুখে কোৱা শুনিছিলো।

যোৰহাট নৰ্ম্মাল স্কুলৰ ছাত্ৰ সকলে পিতাক বৰ শ্ৰদ্ধা কৰিছিল। সৰস্বতী পূজাৰ গোসাঁনী উটাবলৈ নিওঁতে আৰু ফাকুৱাৰ দিনা আমাৰ ঘৰত পিতাক ফাকু দিবলৈ গৈ চোতালত ঘূৰি-ঘূৰি সংকীৰ্ত্তন কৰিছিল। পিতাই ডাঙৰ ডাঙৰ পাছিত বাতাছা অনাই থৈছিল আৰু সংকীৰ্ত্তনকাৰী সকলৰ মাজত সেইবিলাক 'হৰিৰ লুট' দিছিল। নৰ্ম্মাল স্কুলৰ আহল-বহল হলঘৰটোত প্ৰায়েই মেল-মিটিং, মেজিক প্ৰদৰ্শন ইত্যাদি হৈছিল। শ্ৰীশ্ৰীশঙ্কৰদেৱ, শ্ৰীশ্ৰী মাধৱদেৱ আদি মহাপুৰুষ সকলৰ তিথিত দিনৰ বেলা মাহ-প্ৰসাদ ইত্যাদি নাম-কীৰ্ত্তন আৰু আবেলি পৰত ডাঙৰ আলোচনা চক্ৰ বহিছিল। সেই আলোচনা চক্ৰত যোৰহাটৰ লেখত ল'বলগীয়া সকলো ব্যক্তিয়েই জাতি-ধৰ্ম-ভাষা নিৰ্ব্বিশেষে নিমন্ত্ৰিত হৈ আগ্ৰহ আৰু শ্ৰদ্ধা সহকাৰে যোগ দিছিল। তাত শুনা বক্তৃতা আৰু গীত-আবৃত্তি আদি আজিও মনত পৰে।

আগতে সম্ভ্ৰান্ত পৰিয়ালৰ তিৰোতাসকলে দিনৰ বেলা ইঘৰ-সিঘৰলৈ যাবলগীয়া হ'লে ছৈ দিয়া গৰু-গাড়ীৰ দুই মূৰে পৰ্দ্দা লগাই গৈছিল। ওচৰৰ ঠাই বোৰলৈ আন্ধাৰ হোৱা সময়তহে যোৱা নিয়ম আছিল। লগুৱা এটাই লেম্প এটা লৈ লগে লগে গৈছিল। গাড়ী-মটৰ নোহোৱা দিনত যোৰহাটতো এইদৰে তিৰোতা সকলে ফুৰা-চকা কৰিছিল। তাত থাকোঁতে পিতাই মোক মেল-মিটিং আদি আৰু চন্দ্ৰকান্ত সন্দিকৈ হললৈ লৈ গৈছিল। আমাৰ চৰকাৰী ঘৰৰ ওচৰতে থকা 'দাস কোম্পানী' নামৰ ব্যৱসায় প্ৰতিষ্ঠানটোলৈকো পিতাই মাজে মাজে মোক অকলে পঠাইছিল। মোৰ ১৩/১৪ বছৰ বয়সতো মই পিতাৰ লগত ওচৰৰ কোনো ঠাইলৈ যাবলগীয়া হ'লে, খোজকাঢ়ি গৈছিলোঁ। সেই সময়ত ১৩/১৪ বছৰীয়া ছোৱালী মুকলি ভাবে ৰাষ্টাত ঘূৰি ফুৰা অভাৱনীয় কথাৰ নিচিনাহে আছিল। পিতাই সকলো ফালে চকু ৰাখি আমাক শিক্ষা দিছিল। সেইদিনৰ বিয়া দি থোৱা ছোৱালী হিচাপে মই বহুত স্বাধীনতা পাইছিলোঁ। পিতাৰ উদাৰতাৰ বাবেই মোৰ মায়েও সভাই-সমিতিয়ে যোগদান

কৰিব পাৰিছিল। যি দিনত তিৰোতা মানুহ্ পৰপুৰুষৰ আগত বৰকৈ নোলাইছিল, সেই দিনতে আৱশ্যক হ'লে মায়ে সকলোৰে লগত ভালদৰে কথা-বতৰা হৈছিল।

আমাৰ জীয়ৰী কালটো অতি সংক্ষিপ্ত আছিল। ভালদৰে তাঁত-সূত শিকিবলৈ নহ'ল। তথাপি সৰুসুৰা ফুল বাছি গামোছা ব'বলৈ শিকিছিলোঁ। অসমীয়া তাতশালৰ আহিলাপাতিৰ নাম আৰু তাৰ ব্যৱহাৰ জানিছিলোঁ। কাম চলাব বাবে চিলাই, উলৰ কাম, এমব্ৰইডাৰী কাৰ্শিপিৰ কাম আদি শিকিছিলোঁ। ফুলনীবাৰী, শাকনিবাৰী আৰু ফল-মূলৰ বাগান কৰি ভাল পাইছিলোঁ। মোৰ মা আৰু বাইদেউ সু-ৰান্ধনী হিচাপে খ্যাতি আছিল। ৰন্ধা-বঢ়া শিকাত মোৰো বৰ আগ্ৰহ আছিল বাবে সময়ত বহুবিধৰ ৰন্ধা-বঢ়া বিদ্যা মই আয়ত্ব কৰিব পাৰিছিলোঁ। ঘৰ-দুৱাৰ সজাই-পৰাই ধুনীয়াকৈ ৰখা আৰু নিজেই ৰান্ধি-বাঢ়ি সুচাৰুৰূপে খাদ্য পৰিৱেশন কৰি মই বৰ আমোদ পাইছিলোঁ।

সাধাৰণ পূজা-পাঠ, নাম-প্ৰসঙ্গ আদিৰ বাবে জানিবলগীয়া কথা আৰু কৰিবলগীয়া কাম বিলাক ঘৰত মাৰ লগত কৰি কৰি জনা হৈছিলোঁ। পাচত সেইবোৰ নিজৰ সংসাৰতো যতনাই ল'ব পাৰিছিলোঁ।

আমাৰ সৰু কালত চুঙা লগোৱা বাকচৰ দৰে গ্ৰামোফোন আছিল। এনেকুৱা গ্ৰামোফোনতে প্ৰফুল্ল চন্দ্ৰ বৰুৱাই (এম,পি) গোৱা গ্ৰামোফোনৰ প্ৰথম অসমীয়া গীত 'ফুলো ফুলিলে, জোনায়ে হাঁহিলে'— গীতটো শুনিছিলোঁ।

এটা কথা এই খিনিতে মনত পৰিছে। আমি সৰুতে স্কুলত পঢ়ি থকা কালত, স্কুল পৰিদৰ্শন কৰিবলৈ কোনো ডাঙৰ চাহাব আহিলে আমি শাৰী পাতি থিয় হৈ গাব লাগিছিল— 'গড চেভ ডা কিং' (God save the king)। গানৰ অৰ্থ হ'লে বুজি পোৱা নাছিলো। সুৰটো হ'লে বৰ ভাল লাগিছিল। লাহে লাহে তাৰ অৰ্থ বুজি আমাৰ হাঁহিও উঠিছিল আৰু মনবোৰ পৰাধীনতাৰ তিক্ততাৰে ভৰি উঠিছিল।

আজি-কালিৰ দৰে আমাৰ দিনত যান-বাহনৰ ইমান প্ৰচলন নাছিল। কেতিয়াবা কাচিৎ এখন দুখন মটৰ গাড়ী চকুত পৰে। মোৰ ছয় নে সাত বছৰ বয়সত যোৰহাটত এখন মটৰ গাড়ী দেখাৰ কথা এতিয়াও ৰিণিকি ৰিণিকি মনত পৰে। সেইখন চাবলৈ ওচৰ পাজৰৰ বহুতো লোক গোট খাইছিল। কেইজনমান মানুহক লৈ গাড়ীখন আমাৰ ঘৰৰ সন্মুখৰ ৰাস্তাইদি গৈ থাকোঁতে হঠাৎ ধূম্ কৈ ডাঙৰ শব্দ এটা কৰি চকা এটা ফুটিল। প্ৰথমতে উচপ্ খাই উঠিছিলোঁ। গাড়ীৰ চালক জন শিখ মানুহ আছিল। সেয়ে আগতে মোৰ বদ্ধমূল ধাৰণা আছিল যে 'শিখ' মানুহেহে মটৰ গাড়ী

ভালকৈ চলাব জানে। সেই সময়তে পিতাৰ বন্ধু এজনৰ গাড়ীত উঠি মই এখন চাহৰ-বাগিছালৈ গৈছিলোঁ। পিচফালে ধূলি উৰাই ঠেকেচি ঠেকেচি 'ভেপু' 'ভেপু' হৈ হৰ্ণ বজাই মটৰ গাড়ী হোহোৱাই আগুৱাই গৈছিল। বৰ ভাল লাগিছিল। তেতিয়া মোৰ বয়স ছয় বা সাত বছৰ মান হ'ব। সেয়ে মোৰ প্ৰথম মটৰ গাড়ীত উঠা।

দুচকীয়া যান-বাহন আগতে চাইকেল আৰু মটৰ চাইকেলহে দেখিছিলোঁ। স্কুটাৰ প্ৰথমতে ইটালীত ওলাইছিল। যিমান দূৰ মনত পৰে পঞ্চাশৰ দশকত। ৰিক্সা অতীজতে অসমত নাছিল। গুৱাহাটীত 'পাল্কীৰ' দৰে ঘোৰাগাড়ী আছিল। দুখন দুৱাৰ— দুখন সৰু সৰু খিৰিকীৰে তাত মুখামুখিকৈ দুটা চীট আছিল। চাৰিজন আৰামত বহি যাব পাৰে। যোৰহাটত ঘোঁৰা-গাড়ী দেখা নাছিলোঁ। মটৰ গাড়ী নোলোৱালৈকে গৰুৰ গাড়ীয়েই আছিল। গাঁৱৰ আঢ্যবন্ত মানুহৰ ঘৰত দোলা ৰাখিছিল। ঘৰৰ তিৰোতা মানুহ কামে-কাজে আন গাৱঁলৈ যাবলগীয়া হ'লে বা ৰেল ষ্টেছনৰ পৰা ঘৰলৈ দোলাত গৈছিল। কোনো কোনো পৰিয়ালত পোহনীয়া হাতীও আছিল। মতা মানুহ ইফালে সিফালে দূৰণি বাটলৈ যাবলৈ হ'লে হাতীত উঠি গৈছিল।

আমাৰ নলবাৰীৰ ঘৰৰ পৰা পাঁচ, ছয় মাইল দূৰৈত থকা আঠঘৰীয়াৰ মামাহঁতৰ ঘৰলৈ সৰুতে মাৰ লগত দোলাত গৈছিলোঁ। দোলাখনৰ ওপৰৰ 'থাৰি' দালৰ পৰা এখন কাপোৰ ঢাকি দিছিল। দোলাৰ ভিতৰত এখন সতৰঞ্চি পাৰি দিছিল। বাটত দুলীয়াহঁতে দোলা নমাই ভাগৰ মাৰিছিল, কান্ধ সলাইছিল। মোৰ শান্তি বিয়াৰ পাচত যোৰহাটৰ পৰা আমি ৰেলেৰে শহুৰৰ ঘৰ কামপুৰলৈ গৈছিলোঁ। কামপুৰ ৰেল ষ্টেছনৰ পৰা ঘৰলৈ দুমাইলমান বাট মোক দোলাত নিছিল। সেয়েই মোৰ শেষ দোলাত উঠা। এতিয়াও দোলাবিলাক বাহিৰা ঘৰ এটাৰ চাঙত তুলি থোৱা দেখিছিলোঁ। আমাৰ কামপুৰৰ ঘৰত হাতীও আছিল। সদায় হাতীটো ৰাতিপুৱা ৰান্ধনিঘৰৰ মুখলৈ আহে— শাহু আয়ে কল, গাজি, পানী পিঠা আদি যি থাকে হাতত লৈ খাবলৈ দিয়ে। হাতীয়ে 'সুৰ' ডালেৰে হাতৰ পৰা লৈ খায় আৰু তাৰ পিছত বাহিৰলৈ ওলাই যায়। এবাৰ মোকো সেইদৰে খুৱাবলৈ দিছিল। প্ৰথমতে ভয় ভয় লাগিছিল। পাছলৈ অৱশ্যে ভাল লগা হৈছিল। এতিয়া হাতীৰ ঠাই মটৰ গাড়ীয়ে ল'লে। কিন্তু সেই গম্ভীৰ আভিজাত্য নোহোৱা হ'ল।

অসমলৈ এৰোপ্লেনৰ সুবিধা স্বাধীনতাৰ পাছৰ পৰাহে আহে। যুদ্ধৰ দিনত অসমত মিলিটাৰীৰহে প্লেন, হেলিকপ্টাৰ আৰু বিমানঘাটিৰ ওপৰত অধিকাৰ আছিল। এবাৰ মোৰ স্বামী ৺গকুল চন্দ্ৰ গোস্বামী আৰু মই তেওঁৰ

মিলিটেৰী বন্ধু এজনৰ লগত যোৰহাটৰ মিলিটেৰী বিমানঘাটিত এখন বৈ থকা প্লেনৰ ভিতৰলৈ গৈ চাই আহিছিলোঁ।

১৯২৬ চনৰ পাণ্ডু কংগ্ৰেছলৈ মই মোৰ মা আৰু ঘৰৰে দুজন ল'ৰাৰ লগত গৈছিলোঁ। পাণ্ডুত ব্ৰহ্মপুত্ৰৰ পাৰতে পিতাইহঁতৰ শিষ্য এজনৰ ঘৰত আছিলোঁ। আমি থকা সেই ঘৰটো মহাত্মা গান্ধী থকা ঘৰটোৰ একেবাৰে ওচৰতে আছিল। মাটিৰ ভেটিৰ ঘূৰণীয়া আকৃতিৰ খেৰী ঘৰটোৰ সম্মুখৰ ফালে বাঁহৰ বেৰা দি ৰেলিং দিয়া বাৰাণ্ডাখনত মহাত্মা গান্ধী, সৰোজিনী নাইডু, মহম্মদ আলি আৰু চৌকত আলিক দেখা মনত পৰে। দুপৰীয়া কংগ্ৰেছৰ মিটিঙলৈকো মই মা আৰু মোৰ ডাঙৰ পিতা স্বৰ্গীয় প্ৰতাপ চন্দ্ৰ গোস্বামীৰ লগত গৈছিলোঁ। ভিতৰত কি দেখিলোঁ বা শুনিলোঁ মনত নাই। বাহিৰত বহুত গান্ধী টুপী পিন্ধা মানুহ আৰু ৰঙা পাগুৰী মৰা পুলিচ দেখা মনত পৰে। দোকানৰ পৰা মাহঁতে বহুত খদ্দৰৰ কাপোৰ কিনিছিল। সেই কাপোৰেৰে মাই মোক ফ্ৰকো চিলাই দিছিল।

১৯৩০ চনৰ মহাত্মা গান্ধীৰ বিখ্যাত দাণ্ডী মাৰ্চৰ সময়ত, কাগজে-পত্ৰই সেই বা-বাতৰিবোৰ পঢ়ি মনত উত্তেজনা হৈছিল। সেই সময়ৰ গান— "গান্ধী সহিত বিৰাট বাহিনী, নিৰ্ভয়ে চলিছে বাধা নাহি মানি" আৰু "বিজয় বিশ্ব ত্ৰিৰঙ্গ প্যাৰা, ঝাণ্ডা উছাঁ ৰহে হামাৰা" ইত্যাদি— সেই সময়ৰ ল'ৰা আৰু ডেকা সকলৰ মুখে মুখে শুনা গৈছিল।

১৯৪১ চনত জাপানৰ আক্ৰমণৰ ফলত, ব্ৰহ্মদেশৰ পৰা পলাই অহা ভগনীয়াৰ সোঁত অসমৰ মাজেদিয়েই প্ৰধানকৈ বৈছিল। ১৯৪২ চনৰ গণ আন্দোলনৰ হেঁচা অসমৰ নগাঁও অঞ্চলত বৰকৈ পৰিছিল। সেই সময়ৰ মনত হোৱা উত্তেজনা, ভয়, সংশয় আৰু আশাৰ কথা মনত পৰিলে এতিয়াও হৃদয় ৰোমাঞ্চিত হয়। তেতিয়াৰ 'কৰেঙ্গে য়া মৰেঙ্গে', বৃটিছ, ভাৰত-ত্যাগ কৰা' (Britishers, quit India) — ইত্যাদি ধ্বনিৰ আৱাজ যেন এতিয়াও কাণত বাজে। সুভাষ বসুৰ 'আজাদ-ই-হিন্দ' ফৌজ গঠন, তেওঁলোকৰ মাৰ্চ সঙ্গীত— 'কদম কদম বঢ়ায়ে যা', 'চলো চলো দিল্লী চলো' আদি সেইদিনৰ ডেকা সকলৰ মুখে মুখে আছিল। জাপানৰ কহিমা আক্ৰমণ আৰু অৱৰোধ, কলিকতা আৰু শিলচৰৰ চাহ বাগিছা এখনত বোমা বৰ্ষণ আদি ঘটনাই অসমৰ মানুহক শংকিত কৰি তুলিছিল। এই সময়তে অসমতো চহৰ অঞ্চলৰ পৰা ল'ৰা-ছোৱালী আৰু তিৰোতা মানুহক স্থানান্তৰ কৰাৰ নিৰ্দ্দেশ দিয়া হৈছিল।

ওপৰত শত্ৰুৰ বিমানৰ হো-হোঁৱনি, তলত ফৌজী যান-বাহন,

সৈন্য-যুদ্ধাস্ত্র, টেংক আদিৰ ধমধমনি, চাইৰেণৰ ভীতি উদ্রেক কৰা উকি, বোমাৰ ভয়ত গাঁতত সোমোৱা আদি কথা বিলাকে মানুহক সৰ্বদা ভীত সংকিত কৰি ৰাখিছিল। তদুপৰি খাদ্য দ্ৰব্য, দৰব-পথ্য আদিৰ অন্তৰ্দ্ধান আৰু কেউপিনে অভাৱ-অনাটন। ১৯৪৩ চনৰ বঙ্গদেশত ভয়ঙ্কৰ দুৰ্ভিক্ষৰ বাতৰি, ১৯৪৬ চনত হিন্দু-মুছলমানৰ আত্মঘাটী সংঘাত, দেশ-বিভাজন আদিৰ হেঁচাত মানুহৰ অৱস্থা শোচনীয় হৈছিল। যি নহওঁক, ১৯৪৭ চনৰ ১৪ আগষ্টৰ মাজৰাতি, ভাৰতৰ স্বাধীনতা লাভ ঘোষণা কৰাৰ লগে লগে সমগ্ৰ দেশবাসীৰে যি বিপুল আনন্দ, উৎসাহ উত্তেজনা আৰু উলহ-মালহ লাগিছিল, সেই কথা কৈ বা লেখি শেষ কৰিব নোৱাৰি। যি সকলৰ সেই দিনটোৰ কথা মনত থকা বয়স হৈছিল, তেওঁলোকেহে তাক উপলব্ধি কৰিব পাৰিব। ভাৰত স্বাধীন হোৱাৰ আগদিনা ১৪ আগষ্টত, জিন্নাই তেজৰ নৈৰ সোঁত বোৱাই এখন দেশ দুখন কৰি সৃষ্টি কৰিলে 'পাকিস্তান'।

১৯৪৮ চনত দিল্লীত প্ৰাৰ্থনা সভালৈ যাওঁতে মহাত্মা গান্ধীক নাথুৰামে হত্যা কৰিলে। সেই ভীষণ বাতৰি বিজুলী বেগে পৃথিৱীত বিয়পি পৰিল। পৃথিৱীৰ মানুহ স্তব্ধ হ'ল। ভাৰতবৰ্ষৰ সকলো মানুহ শোকে দুখে বিহ্বল হ'ল— ম্ৰিয়মান হ'ল। হোষ্টেল, ৰেষ্টুৰেণ্ট আদিৰ ৰন্ধা-বঢ়াবোৰ পেলাই দিলে। ঘৰৰ মূল মানুহজনৰ মৃত্যু হ'লে যেনে লাগে, আমাৰো মনত ঠিক তেনে ভাবেই হৈছিল। সমগ্ৰ দেশৰ মানুহে সেইদিনা এসাজ লঘোণ দিলে।

স্বাধীন ভাৰতৰ সংবিধান মতে, ১৯৫২ চনত সমগ্ৰ ভাৰততে প্ৰথম গণ ভোট দিয়া হ'ল। প্ৰথম ভোট দিবলৈ পাই সেইবাৰ মনত অপাৰ আনন্দ হৈছিল। স্বাধীনতাৰ মুক্ত বায়ু সেৱন কৰিবলৈ পাই দেশৰ সকলো নাগৰিকৰ মনত আনন্দ হ'ল।

স্বাধীনতাৰ পাছত আমাৰ দেশত নানা ডাঙৰ সৰু উদ্যোগ, কল-কাৰখানা, যাতায়াত আৰু সংযোগৰ বহুত সুবিধা হ'ল। ব্ৰহ্মপুত্ৰৰ ওপৰত দুখন দলং হ'ল, বিশ্ববিদ্যালয় হ'ল, হাইকোৰ্ট হ'ল, মেডিকেল কলেজ, ইঞ্জিনিয়াৰীং কলেজ আদি হ'ল। আগতে এই বিলাকৰ বাবে কলিকতা বা ঢাকা বিশ্ববিদ্যালয়ৰ মুখলৈ চাব লাগিছিল। আমাৰ মানুহে যোগ্যতা অনুসাৰে নানা দিশত পঢ়া-শুনা কৰিবলৈ, কাম-কাজ কৰিবলৈ সুবিধা পালে, কামে-কাজে, ব্যৱসায়-বাণিজ্য উচ্চ স্থান, উচ্চ পদৰ অধিকাৰী হ'ব পৰা হ'ল। আগেয়ে সেই বিলাক স্থান বা পদ বগা চাহাব সকলে দখল কৰি আছিল। স্বাধীন চৰকাৰে দেশৰ সকলো দিশতে উন্নতিৰ উপায় কৰিছে— যিবিলাক কথা বৃটিছৰ দিনত আমাৰ দেশত হোৱা নাছিল।

কেৱল চৰকাৰেই সকলো কৰিব নোৱাৰে। ৰাইজৰো সহায়-সহযোগ লাগে। নিজৰ দেশখন ভাল কৰা সকলো দেশবাসীৰে কৰ্ত্তব্য। অসমৰ ভৱিষ্যতক গঢ় দিয়া দয়িত্ব অসমৰ ৰাইজৰ।

মোৰ স্বামী ৺গকুল চন্দ্ৰ গোস্বামীয়ে ১৯৩০ চনত চৰকাৰী বৃত্তি লৈ ইংলণ্ডলৈ ঞ্জিনিয়াৰিং পঢ়িবলৈ গৈছিল। তিনি বছৰৰ পিছত তেখেত কৃতকাৰ্য্য হৈ যেতিয়া উলটি আহিল, সেইদিনা তেখেতক আগবঢ়াই আনিবলৈ গুৱাহাটীৰ ৰেল ষ্টেছনলৈ মোৰ পিতা আৰু শহুৰৰ কেইবাগৰাকীও গণ্য-মান্য বন্ধু গৈছিল। আমি কামপুৰ ষ্টেছন পোৱাৰ সময়ত ৰেল ষ্টেছনৰ পৰা ৰাহিৰলৈ যোৱা বাটলৈকে, স্কুলীয়া ল'ৰা বিলাকে হাতত ৰঙা-নীলা নিচান লৈ ৰাষ্টাৰ দুই কাষে 'গাৰ্ড অৱ অনাৰ' দি থিয় হৈ আছিল। আমি দেখি অভিভূত হৈছিলোঁ। সেই দিনত বিলাতত পঢ়িবলৈ গৈ, কৃতকাৰ্য্য হৈ আহিলে কেনে সন্মান আৰু আদৰ আমাৰ মানুহে দেখুৱাইছিল, তাকে বুজাবলৈহে এই কথাখিনি সংযোগ কৰিলোঁ।

১৯৮৩/৮৪ চনত মই প্ৰথমবাৰৰ বাবে বিলাতলৈ গৈছিলোঁ। আগতে মোৰ স্বামীৰ লগত তিনিবাৰ যাবলৈ ওলাইও প্ৰত্যেক বাৰেই এটা নহয় এটা বাধা ঘটিছিল। ভাটি বয়সত যে বিলাতলৈ যাম— ভৱা নাছিলোঁ। মোৰ সৰুজনী ছোৱালী বিয়াৰ পিছত বিলাতলৈ জোৱাঁইৰ কৰ্ম্মস্থানলৈ গ'ল। তাইৰ প্ৰথম সন্তান হোৱাৰ সময়ত মই গৈ এবছৰমান থাকিলোঁ— ইংলণ্ডৰ 'দাৰহাম্'ত। আজি-কালি বিলাত আমেৰিকালৈ মানুহ অহা-যোৱা কৰি থকা তেনেই সাধাৰণ কথা হৈ পৰিছে। সেইবাবে ইংলণ্ড, আমেৰিকা আদিৰ বিষয়ে নতুন কথা বিশেষ লিখিবলগীয়া নাথাকে। অৱশ্যে ব্যক্তিগত ধাৰণা বা অনুভূতি প্ৰত্যেকৰে বেলেগ বেলেগ হয়। মোৰ প্ৰথম ইংলণ্ডৰ মাটিত নামি মনত ভাব হৈছিল,— এইয়া মই বিলাতৰ মাটিত ভৰি দিলোঁ, বেলেগ দেশ— বগা চাহাবহঁতৰ ঠাই। বিলাতৰ শৃঙ্খলা, নিয়মাবদ্ধ প্ৰণালীত সজা ঘৰ-দুৱাৰ, বাগান, ৰাষ্টা সকলো বিলাক দেখি বিলাতৰ মানুহৰ নিজৰ ঠাইখনৰ প্ৰতি থকা দায়িত্ববোধৰ পৰিচয় পাইছিলোঁ। কেউপিনৰ মুকলি পাৰ্ক, বাগান আদিত ফুলি থকা অজস্ৰ ধুনীয়া ফুলবোৰ আনকি সৰু ল'ৰা-ছোৱালী এটায়ো নিছিঙে। মই থকা মধ্যবিত্ত পাৰাটোৰ মানুহখিনিৰ লগত চিনা-জনা হৈ ভাল লাগিছিল। তেওঁলোকৰ লগত বহুত যুৰা-চকা কৰিছিলোঁ। এখন মহিলা সমিতিৰ সভ্যা কৰিও মোক লৈছিল।

ইংলণ্ডৰ সকলো চাবলগীয়া ঠাইবোৰ চাবলৈ গৈছিলোঁ। ১০ নম্বৰ ডাউনিষ্ট্ৰীট (Number 10, Downing Street) ঘৰটো দেখি মনত ভাব

হৈছিল ইয়াৰে পৰা আমাক বৃটিছে দুশ বছৰ শাসন কৰিলে, দুখন মহাযুদ্ধ চলালে। ইংলণ্ডৰ ৰাজমুকুটত থকা বুৰঞ্জীবিখ্যাত 'কোহিনুৰ' হীৰাটুকুৰা দেখি মনত খেলাইছিল— এই টুকুৰাৰ বাবেই কিমান যুদ্ধ বিগ্ৰহ হৈছিল। বাকী বিখ্যাত দৰ্শনীয় ঠাই চোৱাৰো মোৰ সৌভাগ্য ঘটিছিল। অক্সফোৰ্ড বিশ্ববিদ্যালয় দেখি ভাবিছিলোঁ— কত বিখ্যাত বিখ্যাত কবি, লেখক, গায়ক, বৈজ্ঞানিক আৰু ৰাজনীতিবিদ আদিৰ এই বিলাক ঠাইত পদৰেণু পৰিছিল। ষ্টেদফোৰ্ড আপন এভন (Stadford Upon Avon) আৰু গ্ৰাচ মে চাই চেক্সপীয়েৰ আৰু ৱৰ্ডচৱৰ্থৰ কথা মনত পৰিছিল। লেক ডিষ্ট্ৰিক্ট (Lake District)ৰ হ্ৰদৰ পাৰত দেখা হালধীয়া ডেফোডিল ফুলে ৱৰ্ডচৱৰ্থৰ 'The Daffodils' কবিতালৈ সোঁৱৰায়।

দ্বিতীয় বাৰ বিলাতলৈ যোৱাৰ সুযোগ ঘটিছিল ১৯৮৮-৮৯ চনত। সেইবাৰো দাৰহামত প্ৰায় এবছৰ কাল আছিলোঁ। আগৰ পৰিচিত মানুহখিনিক আকৌ এবাৰ পাই বৰ আপোন যেন লাগিছিল। মই ঘূৰি অহাৰ পিছত মিচেচ্ মলি নেটবেচ্ নামৰ বৰ ভাল বান্ধৱী এগৰাকীৰ ঢুকুৱাৰ খবৰ পাই মনত এটা শূণ্য ভাব হৈছিল। তেওঁ মই যোগ দিয়া মহিলা সমিতি খনৰ সভানেত্ৰী আছিল। মোৰ লগত বাই-ভনীৰ দৰে ব্যৱহাৰ কৰিছিল। 'দাৰহাম'ৰ মই থকা 'পাৰা'টোৰ মিচেছ মলি নেটৰেচৰ অভাৱটোৱে মোক এই হাজাৰ-হাজাৰ মাইল দূৰতো মাজে মাজে অন্যমনস্ক কৰি তোলে। এইদৰে বিলাতত অনেক দেশী-বিদেশী বন্ধু-বান্ধৱীৰ লগত চিনাকি হৈছিল— আপোন হৈ পৰিছিল। বিশ্বকবি ৰবীন্দ্ৰনাথ ঠাকুৰৰ গীত এফাকি মাজে সময়ে মনলৈ আহিছিল:

"কত অজানারে জানাইলে তুমি, কত ঘরে দিলে ঠাঁই,
দূরকে করিলে নিকট বন্ধু, পরকে করিলে ভাই।"

১৯৯০ চনৰ ফেব্ৰুৱাৰী মাহত আৰৱ দেশৰ কুৱেইট নামৰ ঠাই খনলৈও যোৱাৰ সুযোগ ঘটিছিল— মোৰ দ্বিতীয় জোঁৱাইৰ লগত। মাত্ৰ এমাহৰহে মোৰ প্ৰৱেশ-পত্ৰ, তাতকৈ এদিনো বেচি থকাৰ মোৰ অধিকাৰ নাছিল। কুৱেটৰ ঠাই-ঠুই বিলাক দেখি মোৰ মনত ভাৱ হৈছিল যে আমীৰে তেওঁৰ প্ৰজাবৰ্গৰ বাবে খৰচ কৰিবলৈ কুণ্ঠাবোধ কৰা নাই। আধুনিক পশ্চিমীয়া জগতৰ সকলোবিলাক সা-সুবিধা, আমোদ-প্ৰমোদ ইত্যাদিৰ ব্যৱস্থা তাত দেখিছিলোঁ। কিন্তু তেওঁলোকে পশ্চিমীয়া সভ্যতাক নিজৰ কৃষ্টি সভ্যতা আদিৰ ওপৰত স্থান দিয়া নাই। সাগৰৰ পাৰত অৰ্দ্ধনগ্ন মানুহ দেখিবলৈ নাই। ৰাস্তাই-ঘাটে, বজাৰে-হাটে সকলোতে মানুহৰ সংযত ভাব, সংযত বেশভূষা। নিজা কৃষ্টি-সভ্যতাৰ তেওঁলোকে এচুলিমানো ইফাল-সিফাল কৰা নাই। এটা

কথা দেখি আচৰিত হৈছিলোঁ— উৎসৱ আদিত ডেওঁলোকৰ তিৰোতাসকলেও উৰুলি দিয়ে। বিয়াত হাত চাপৰি বজাই বজাই গীত গায়। মতা মানুহে ঢোলৰ দৰে এবিধ বাজনা বজায় আৰু ঘূৰণীয়াকৈ আটায়ে বহি হাত চাপৰি বজাই 'নাম' গায়— (নামকে বুলিছোঁ)

কুৱেইটৰ Dancing Water চমকলগীয়া। গধূলি পৰত বিশেষকৈ নামাজৰ সময়ত,— হঠাতে কেউপিনে জ্বলি থকা নানান ধৰণৰ লাইটবিলাকৰ পোহৰ কোমল হৈ পৰে। নৱৈ ফুট ওখ পৰ্য্যন্ত নানা ৰঙৰ নাচি-বাগি থকা 'ফোৱাৰা' বিলাকে বাজনাৰ তালে তালে নানা ধৰণেৰে তললৈ মূৰ দোঁৱাই ঈশ্বৰক প্ৰাৰ্থনাহে কৰিছে যেন। ক্ৰমান্বয়ে বাজনাৰ সুৰ-তাল মৃদু হৈ গৈছে— গোটেই পৰিৱেশ হৈ পৰিছে নিস্তব্ধ আৰু কোমল; লগে লগে অতি গাম্ভীৰ্য্যপূৰ্ণ ভাৱে অথচ মৃদু সুৰত কোৰাণৰ এফাঁকি শ্লোকৰ ধ্বনি ভাঁহি আহিল। ক্ষন্তেকৰ কাৰণে যেন ভগৱানৰ আবিৰ্ভাৱত সকলোৱেই মূৰ দোঁৱালে আৰু ভগৱানৰ সেই আগমনত আনন্দিত হৈ পৃথিৱীয়ে নৃত্য আৰম্ভ কৰিলে। মূৰ তল কৰি থকা ফোৱাৰা বিলাকে হৰেক ৰকমৰ আকৃতি ধৰি কেউফালে নানান ৰং ছটিয়াই বাজনাৰ তালে তালে নাচিবলৈ ধৰিলে। সেই অবিস্মৰণীয় দৃশ্য উপভোগ কৰি পোৱা স্বৰ্গীয় আনন্দৰ কথা কেতিয়াও পাহৰিব নোৱাৰোঁ।

কুৱেইটত থাকোঁতেই মোৰ মৰুভূমিৰ তপত বালিত খোজ কঢ়াৰ অভিজ্ঞতাও হ'ল।

কুৱেইটত এটা বস্তুৱে মোক বৰকৈ আকৰ্ষণ কৰিছিল— সেইয়া হ'ল ডেওঁলোকৰ পানীৰ সৰবৰাহৰ কেন্দ্ৰটো (Water reserver)। প্ৰকাণ্ড এটা আতৰদানীৰ আকৃতিত সজা এই পানীৰ ৰিজাৰ্ভাৰটো অতি মনোৰম পৰিৱেশৰ মাজত অৱস্থিত। ওচৰত আছে এখন ধুনীয়া পাৰ্ক আৰু ভিতৰত ঘূৰ্ণীয়মান ৰেষ্টুৰেণ্ট (revolving restaurant) আদিৰে বৰ সুন্দৰ। পানীৰ ৰিজাৰ্ভাৰটো সাজোঁতেও আৰবীয় সকলে নিজৰ শিল্পৰ ঐতিহ্য পাহৰি যোৱা নাই। ঘৰ-দুৱাৰ, দোকান-বজাৰ, পাৰ্ক সকলোতে পুৰণি আৰু নতুনৰ এক সংমিশ্ৰণ। এইবোৰ সঁচাকৈয়ে বৰ চমকপ্ৰদ।

মানুহৰ জীৱনত সুখ-দুখ অনিবাৰ্য্য। মোৰ মাত্ৰ চৈধ্য বছৰ বয়স হওঁতেই ১৯৩২ চনত বাইদেউ প্ৰতিভাই আমাক এৰি হঠাতে কোনোবা অজান দেশলৈ গুচি যোৱাৰ যি গভীৰ বেদনা, আঘাতে অন্তৰত এদিন দাই লৈছিল, তাক আজি পৰ্য্যন্ত পাহৰিব পৰা নাই। বিশেষকৈ মোৰ পিতৃ-মাতৃৰ বাবে ই আছিল অতি মৰ্মান্তিক বিষয়। ১৯৪৪ চন ডিচেম্বৰ মাহত জয়পুৰৰ পৰা 'অল ইণ্ডিয়া হিষ্টৰিকেল ৰেকৰ্ড (All India Historical Record)ৰ পৰা উক্তি

আহোঁতে দিল্লীত সন্যাস ৰোগত আক্ৰান্ত হৈ পিতাৰ হঠাতে মৃত্যু ঘটে। সেই আকস্মিক আঘাত এতিয়াও মোৰ মনত তীব্ৰ হৈ আছে। মোৰ বাবে পিতা একাধাৰে Friend, Philosopher আৰু Guide আছিল। পিতাক হেৰুৱাই মোৰ জীৱনৰ প্ৰধান অৱলম্বন হেৰুওৱা যেন লাগিছিল। বিবেচক, স্নেহ-পৰায়ণ মোৰ স্বামীৰ সান্নিধ্যতো পিতাৰ অভাৱ মাজে মাজে অনুভৱ কৰিছিলোঁ। ১৯৭০ চনত, গুৱাহাটীৰ পানবজাৰৰ ঘৰত মোৰ মাৰ মৃত্যুৱে মোৰ জীৱনৰ আৰু এটা শূণ্যতা আৰু অভাৱৰ সৃষ্টি কৰিলে। পিতৃ-মাতৃ হেৰালেহে জীৱনত কি পৰম ধন হেৰালে সি অনুভূত বা উপলব্ধি হয়। মোৰ নীতি-পৰায়ণ, কৰ্ম্মী, ভক্তিমতী মাতৃয়ে তিনিবাৰ স্পষ্টকৈ 'নাৰায়ণ'ৰ নাম লৈ সহজ আৰু শান্ত ভাবে শেষ নিশ্বাস পেলালে। মই পিতৃ-মাতৃহীন হ'লোঁ।

১৯৭৯ চনৰ ডিচেম্বৰ মাহৰ ২১ তাৰিখে ৰাতি ১-৪০ মিনিটত মোৰ স্বামীয়ে টোপনিৰ মাজতে চিৰনিদ্ৰাত পৰিল। গোটেই দিনটো স্বাভাৱিকভাবে থাকি আবেলি মূৰ বিষোৱা বুলি চাহ একাপ খাইছিল। অলপ গা বেয়া হৈ আছিল। মই ডাক্তৰক খবৰ দিব খোজাত মানা কৰিলে। মই কিন্তু ডাক্তৰক সুধি মূৰৰ বিষৰ ঔষধ এপালিও দিছিলোঁ। চাহ-বিস্কুটৰ লগতে ঔষধটো খাই ওচৰত থকা বৰ জীয়ৰীক ক'লে, 'মই এতিয়া শুম, মোক disturb নকৰিবি'—। সেই যে শুলে আৰু সাৰ নাপালে। প্ৰথমতে ডাক্তৰে সোনকালে আৰোগ্য হ'ব বুলিয়েই কৈছিল। মূৰ বিষোৱা বুলি কোৱাৰে পৰা মই মূৰ পিহি ওচৰতে বহি আছিলোঁ। মনে মনে ঈশ্বৰৰ নাম লৈছিলোঁ— স্তোত্ৰ আওঁৰাইছিলোঁ। ৰাতি ১-৪০ বজাত শান্ত-সমাহিত আৰু আক্ষেপহীন ভাবে সহজ দীৰ্ঘ নিশ্বাসৰ দৰে লৈ শেষ নিশ্বাস পেলালে।

সেই ১৯৭৯ চনৰ ২১ ডিচেম্বৰ তাৰিখৰ মাজ ৰাতি মোৰ সুদীৰ্ঘ, ক্ষোভহীন, পৰিপূৰ্ণ বিবাহিত জীৱনৰ ওৰ পৰিল। নতুন এজনী মানুহ, নতুন এটা জীৱন আৰম্ভ হ'ল।

আকুল হোৱা নাছিলোঁ। বিহ্বল হোৱা নাছিলোঁ। কিন্তু স্তব্ধ হৈ গৈছিলোঁ। মোৰ কাৰণে সমগ্ৰ পৃথিৱীখনেই স্তব্ধ হৈ গৈছিল। সময় বৈ নাথাকে। পৃথিৱী স্তব্ধ হৈ নাথাকে। চলিয়েই থাকিল। চলিয়েই আছে। মোৰ জীৱনো চলি আছে। যেতিয়ালৈকে সৰ্ব্বনিয়ন্তাই চলাই থাকে চলি থাকিবই লাগিব। অপেক্ষা কৰি আছোঁ অজান অচিন সেই ঘটনাৰ বাবে— যাক মৰণ বা মৃত্যু বুলি অভিহিত কৰা হয়। এই অপেক্ষাৰ কাল ডোখৰত মাজে মাজে অতীতৰ স্মৃতি বিলাকে মনত ভুমুকা-ভুমুকি কৰে। অতীতে কথা কয়— মানুহৰ মনে মনে— প্ৰাণে প্ৰাণে। □

স্বৰ্ণ বৰা

# মোৰ জীৱনৰ আত্মকথা



তাৰিখটো মোৰ মনত নাই। ১৯৩৭ চনৰ মাঘ মাহৰ কোনোবা এটা দিনা চেনেহী অসম মাতৃৰ পৱিত্ৰ ভূমি স্পৰ্শ কৰি মই জনম লভিছিলোঁ আৰু জীৱন সূৰ্য্যৰ হেঙ্গুলী আভা চাবলৈ অকমাণি চকুদুটা মেলি দিছিলোঁ।

সময়ৰ খৰ গতিৰ লগতে ময়ো হাঁহিলো, কান্দিলোঁ, কলকলালো, থিয়-দঙা দিলোঁ, খোজ কাঢ়িলো আৰু মাত মাতিবলৈ শিকিলো। কিন্তু মাতৃৰ মৰম চেনেহ, ৰক্ষণাবেক্ষণ পোৱাৰ আগতেই মোৰ আইয়ে পৃথিৱীৰ পৰা বিদায় মাগিলে। মানুহে কোৱামতে তেতিয়া মই এবছৰীয়া শিশু। মোতকৈ এঘাৰ বছৰে ডাঙৰ মোৰ একমাত্ৰ সুবৰ্ণলতা বাইদেউয়ে মোক লালিত-পালিত কৰি ডাঙৰ দীঘল কৰিলে। আমাৰ মাৰ তিনিটি সন্তান আছিল— দাদা, বাইদেউ আৰু মই। সেই সময়ত অসমত কলাজ্বৰ হৈছিল আৰু আমাৰ মোমাইদেউ সাত জন, ৰৰমা, কলাজ্বৰতে মৃত্যু বৰণ কৰিব লগা হৈছিল। মোৰ ককাদেউতা স্বৰ্গীয় পূৰ্ণকান্ত বৰা বৃটিছ চৰকাৰৰ চাকৰীয়াল [পেস্কাৰ] আছিল। সেইখিনি সময়ত ককাদেউতাই ঘোঁৰাৰে অহা যোৱা কৰিছিল। ককাদেউতাৰ ল'ৰা সন্তান নাছিল। সেই কাৰণে মাৰ নামতে নগাঁও চহৰত থকা ২৭ বিঘা মাটি লিখি দি স্বৰ্গগামী হৈছিল। মোৰ পিতৃ স্বৰ্গীয় ভাবিৰাম বৰাই পুলিচৰ চাকৰি কৰিছিল। পুলিচ ইন্সপেক্টৰ হৈ থানাই থানাই ঘূৰিব লগা হৈছিল। সেই হেতুকে পিতৃৰ মৰমৰ পৰাও মই বঞ্চিত আছিলোঁ। অকল সেয়ে নহয়, মোৰ পাঁচ বছৰ পূৰ্ণ নহওঁতেই চাকৰি কৰি থকা অৱস্থাতে দেউতাই পৃথিৱীৰ পৰা বিদায় লয়। দেউতাৰ মৃত্যুৰ এবছৰৰ পিছতে দাদা বিবাহ-পাশত আবদ্ধ হয়। সেই সময়তে বাইদেউৱে মোক নগাঁও মিছন

ট্ৰেনিং স্কুলত নাম লগাই দিয়ে। ১৯৪৫ চনত মোৰ বাইদেউৰে তেতিয়াৰ অসমৰ বিখ্যাত ফুটবল খেলুৱৈ ৰজনীকান্ত বৰদলৈৰ লগত বিবাহ হয়, আৰু দেউতাই দানসূত্ৰে দি যোৱা মাটিতে ঘৰবাৰী সাজি থাকিবলৈ লয়। তিনদেউ ব্যৱসায়ী আছিল, সেই কাৰণে তেওঁৰ গাঁৱৰ ঘৰ চৰাইবাহীৰ পৰা আহি চহৰতে বাস কৰাৰ সিদ্ধান্ত লৈছিল। বাইদেউৰ বিবাহৰ পাছত, তেওঁ মোক লগতে ৰাখিবলৈ দাদাৰ লগৰ পৰা লৈ আহে। ১৯৫৩ চনত মই প্ৰৱেশিকা পৰীক্ষা পাছ কৰো আৰু ১৯৫৪ চনত নগাঁও মহাবিদ্যালয়ত আই, এ শ্ৰেণীত নাম ভৰ্ত্তি কৰে। কিন্তু নানা আলৈ আহুকাল, মানসিক অশান্তিত মই আই, এ পাছ কৰিব নোৱাৰিলো। জনাবুজা হোৱাৰ দিন ধৰি মোৰ মনটো বিষাদেৰে পৰিপূৰ্ণ হৈ থাকিবলৈ ধৰিলে। ক'তো মই যেন শান্তি নাপাওঁ। সেই কাৰণে স্কুলত পঢ়া দিনৰে পৰা মই কবিতা লিখিবলৈ আৰম্ভ কৰিলো— কবিতা লেখিলে যেন মনলৈ শান্তি আহে। অন্ততঃ সেইখিনি সময়ত পৃথিৱীৰ কোনো কথাই মোক আমনি কৰিব নোৱাৰে। ১৯৫৫ চনত নগাঁও কলেজৰ আলোচনী খনত মোৰ প্ৰথম কবিতা এটা প্ৰকাশ পায়। সেইখিনি সময়ত আলোচনীৰ সম্পাদক আছিল শ্ৰীঅৱণীন্দ্ৰ চন্দ্ৰ বৰা। তেখেতে মোক উৎসাহ উদ্দীপনা যোগাই কবিতা আদি লেখা মেলাৰ ক্ষেত্ৰত আগবাঢ়ি যাবলৈ প্ৰেৰণা যোগাইছিল।

কিন্তু সেয়ে কাল হ'ল। বাইদেউহঁতে ভাবিলে সাহিত্য চৰ্চ্চাই ছোৱালী জনী বেয়া কৰিব। সেইকাৰণে মোৰ ওপৰত কঢ়া শাসন আৰম্ভ হ'ল। মই যেন কোনো কবিতা-চবিতা নিলিখো। সাহিত্যই মানুহক নুখুৱায়। কিন্তু মই থাকো কেনেকৈ! মনে মনে কবিতা লিখোঁ, ফটা কাগজ, দাইল বাদ্ধি অনা ঠোঙা আদিত মনৰ কথাবোৰ লেখি যাবলৈ ধৰিলো। কিছুমান ভাল কাগজত লেখি বান্ধৱীৰ হাতত থলো, এতিয়াও বান্ধৱী সকলৰ হাতত মোৰ কবিতাবোৰ আছে। কিন্তু সিমানতো মই ৰক্ষা নপৰিলোঁ, এদিন মোৰ অভিভাৱকে মই নথকা অৱস্থাত মোৰ যুৱতীয়া কালৰ সমস্ত সাহিত্যবাজি জুইত জাপি দিলে। সেইদিনাৰ পৰা মই হ'লো প্ৰতিজ্ঞাবদ্ধ যে মই কবিতা লিখিমেই। সময় খৰ গতিৰে পাৰ হ'বলৈ ধৰিলে আৰু মই পৰীক্ষাত ভাল ফল কৰিব নোৱাৰাৰ কাৰণ কবিতাই বুলি বাইদেউহঁতে ভাবি ললে। আই, এ পৰীক্ষাত ফেইল কৰি উপায়হীন হ'লো যদিও মন স্থিৰ কৰি নিজৰ ভৰিৰ ওপৰত থিয় দিবলৈ মনস্থ কৰি নগাঁও মিছন ট্ৰেনিং স্কুলত শিক্ষয়িত্ৰী প্ৰশিক্ষণৰ বাবে নাম ভৰ্ত্তি কৰিলোঁ আৰু বাইদেউ-তিনদেউৰ মত সাপেক্ষে মোৰ নিজা ঘৰ কহলুখোৱাৰ পৰা প্ৰায় তিনি কাৰ্লং দূৰৈত থকা মিছন স্কুলৰ ছাত্ৰীবাসলৈ

গুচি গ'লো।

এবছৰীয়া প্ৰশিক্ষণৰ কালছোৱাত বাইদেউ আৰু ভিনদেউ দুয়োয়ে সকলো যাৱতীয় খৰচ বহন কৰি যত্ন লৈছিল। প্ৰশিক্ষণত ভালদৰে অধ্যয়ন কৰি সুখ্যাতিৰে পাচ কৰি ওলাই আহিলো। সেইখিনি সময়তে প্ৰশিক্ষণপ্ৰাপ্ত শিক্ষয়িত্ৰীৰ প্ৰয়োজন বোধকৰি ১৯৫৭ চনৰ অক্টোবৰ মাহত নগাওঁ ছোৱালী হাইস্কুলৰ শ্ৰীযুতা আৱফাতুন নেচাৰ মাতৃকালীত ছুটীত মই চাকৰিত সোমাবলৈ সুযোগ পাওঁ। ছুটী কালীন পদত একেৰাহে চাৰিমাহ চাকৰি কৰাৰ পাছত সেই সময়ৰ স্কুলৰ কাৰ্য্যকৰী কমিটিৰ সম্পাদক শ্ৰদ্ধেয় শ্ৰীৰামনাথ শৰ্ম্মাদেৱৰ অনুগ্ৰহত ফেব্ৰুৱাৰী মাহত সেই স্কুলতে নতুনকৈ খোলা ৪ৰ্থ মান শ্ৰেণীৰ 'ডি' শাখাৰ কাৰণে এটি স্থায়ী পদত নিযুক্তি পাওঁ। সেই পদত সোমায়েই স্কুলৰ তৰফৰ পৰা A.C.C. ট্ৰেনিং লবলৈ যাব লগা হয়। কাৰণ সেই সময়ত N.C.C., A.C.C. বাধ্যতামূলক আছিল। ট্ৰেনিঙত মই সুখ্যাতি অৰ্জ্জন কৰি অহাৰ পিছত চাকৰি মোৰ স্থায়ীকৰণ কৰা হ'ল। তাৰ পিছত আকৌ শিৱসাগৰলৈ গলোঁ, সেইয়াও শিক্ষয়িত্ৰীৰ কাৰণেই। সময় খৰ গতিৰে আগবঢ়াৰ লগে লগে ময়ো আগবাঢ়ি গলো, তেতিয়া পিছলৈ চোৱাৰ মোৰ আৰু সময় নাছিল। সেই সময়ত মই লেখিছিলোঁ—

মোৰ যাত্ৰা অবিৰত
স্থবিৰতাক মই—
নিদিওঁ প্ৰশ্ৰয়
মই যে গতি।

মই আগবাঢ়ি গৈছোঁ নিজকে স্বাৱলম্বী কৰিবলৈ— মই যে প্ৰতিজ্ঞাবদ্ধ। ১৯৬২ চনত নগাওঁ ছোৱালী ছাত্ৰীবাসৰ নিৰ্মাণ কাৰ্য্য সম্পূৰ্ণ হয় আৰু সেই সময়ৰ সম্পাদক ৺ক্ষীৰ বৰুৱাদেৱে মোক ছাত্ৰীবাসৰ ছোৱা-মেলাৰ দায়িত্ব দিয়ে। এই একেবছৰতে নগাওঁ নেহেৰুবালিত হোৱা ভোগালী বিহুত বিহুকুঁৱৰী প্ৰতিযোগিতাত সহকৰ্ম্মীসকলৰ নেৰানেপেৰা অনুৰোধত বিহুকুঁৱৰী প্ৰতিযোগিতাত যোগ দিবলৈ বাধ্য হওঁ আৰু প্ৰথম স্থান অধিকাৰ কৰোঁ।

সৰু কালছোৱাত নাচ, গান, কমিক আদি কৰিছিলো যদিও পাচলৈ অভিভাৱকৰ তাৰণাত সেইবোৰ এৰি পেলাবলৈ বাধ্য হওঁ। সৰু কালতে অভিনয় কৰি নগাওঁ ইভিনিং ক্লাবৰ পৰা সোণৰ পদক লাভ কৰিছিলো আৰু ৺চন্দ্ৰকান্ত ফুকন, ভৱমা কটকী, শ্ৰদ্ধেয় শ্ৰীযাদব শৰ্ম্মা আদি গুণী জ্ঞানী ব্যক্তি সকলৰ সান্নিধ্য পাবলৈ সক্ষম হৈছিলো যদিও অভিনয় কৰাৰ আশা কলিতেই মৰহি গৈছিল।

বছৰ বাগৰিল। ১৯৬৩ চনৰ জানুৱাৰী মাহৰ প্ৰথম সপ্তাহত হোৱা মহিলা ক্ৰীড়া প্ৰতিযোগীতাত যোগ দিওঁ আৰু প্ৰথম মহিলা ৰূপে স্বীকৃতি পাওঁ।

সেই চনতে মোৰ জীৱন ফুলনিত প্ৰজাপতিয়ে গুণগুণালেহি আৰু ১৯৬৩ চনৰ মাৰ্চ মাহৰ ১৩ তাৰিখ দৌলপূৰ্ণিমাৰ দিনা কপিলী নদীৰ পাৰৰ কুৰুৱাৰী-আটি গাঁৱত জন্ম গ্ৰহণ কৰা শ্ৰীদুতি বৰাৰ লগত মই বিবাহ পাশত আবদ্ধ হওঁ। তেখেতে নগাওঁ চহৰৰ ডচন বহুমুখী বিদ্যালয়ত চাকৰি কৰে।

বিয়াৰ দিনা দুৰ্ঘোৰ বৰষুণ হৈছিল। বাহী বিয়াৰ দিনা মোক এখন এম্বাচাদৰ গাড়ীত তুলি লৈ গৈছিল। কিন্তু গাঁৱৰ আঠুৱনীয়া বোকাত কইনা তুলি নিয়া গাড়ী গাঁৱৰ আলিবাটত সোমাব নোৱাৰিলে। উপায় নাপাই বৰযাত্ৰীয়ে মোক চৈ দিয়া গৰুৰ গাড়ীত তুলি দিলে। কইনা সাজেৰে গৰুৰ গাড়ীত উঠি মই কামপুৰৰ কুঁৱৰীআটি গাঁৱৰ কেঁচা আলিয়েদি কপিলী নদীৰ পাৰে পাৰে হালি-জালি যাবলৈ ধৰিলো। গৰুৰ ডিঙিত বান্ধি থোৱা টিলিঙাৰ শব্দত মোৰ মনলৈ আকৌ কবিতাৰ ছন্দই আহি দোলা দিলেহি—

চৈ দিয়া গৰু গাড়ীত
কোন ৰূপহী যায়,
খোপাৰ মালতী ফুলে
হাঁহে মিচিকাই॥

অৱশেষত স্বামী গৃহৰ চোতালত গৰু গাড়ীখন ৰখালে আৰু গৰু হাল খুলি দি মোক নামিবলৈ দিলে। মই চাপৰি নামি আহি কেঁচা মাটিত ভৰি দি ভাবিছিলো নতুন জীৱনৰ কৰ্মভূমিৰ কথা নতুন আকাশ, নতুন বতাহ, নতুন সূৰ্য্যৰ পোহৰে বা মোৰ জীৱনলৈ কি কঢ়িয়াই আনিব? মোৰ শাহু আই নাছিল— শহুৰ দেউতা কিন্তু আছিল। শাহু আইৰ অভাৱে মোক মৰ্ম্মাহত কৰিছিল আৰু নিজকে হতভাগী যেন লাগিছিল। বাহী বিয়াৰ দিনা গাঁৱৰ জীয়াৰীবোৰে মোক আগুৰি ধৰিছিল আৰু আকোৰা দা এখনেৰে তামোল কাটিবলৈ দি হাঁহিছিল। মই প্ৰমাদ গণিছিলো— ইমান ডাঙৰ দাৰে মই যে তামোল কাটিব নোৱাৰো। মই লগত নিয়া চুফাৰি উলিয়াই খাবলৈ দিওঁ, কিন্তু সিহঁতে ক'লে, 'কাটি দিলেহে খাম, চাওঁ! টাউনীয়া ছোৱালীয়ে তামোল কাটিব জানেনে নাজানে?' সেইখিনি সময়তে যেনিবা মোৰ ননদ জনী আহি ভেকাহি মাৰি দি ক'লে— 'থ, থ তহঁতে নবৌক আমনি নকৰিবি। মই তহঁতক তামোল কাটি দিম।' সেই পৰ্ব যেনিবা তাতেই সামৰণি পৰিল। তামোল কাটিব লগা আৰু নহ'ল। তাৰ পিছত আহিল চাহৰ পৰ্ব্ব।

ন হোৱালীয়ে চাহ্ কৰি দিব লাগে। মই ওৰণি লৈ পাকঘৰলৈ গ'লো। তিনিটা ইটাৰে সজা চৌকাৰ ওপৰত এডাল ডাঙৰ লোহাৰ তাঁৰত কেট্‌লি এটা ওলমি আছে। বুজিলো একেবাৰে স্থায়ী ব্যৱস্থা। সক পিৰা এখনত বহি চাহ্ কৰিবলৈ বহিলো। তেতিয়া সন্ধিয়া লাগিছিল। ঘৰৰ পৰা অনা চেনী, চাহপাতৰ টিন উলিয়াই লৈ চাহ্ কৰি বাহিৰত বহি থকা স্বামীৰ লগৰীয়াবিলাকলৈ দি পঠালোঁ। বাহিৰত কোৱা শুনিলোঁ— 'চেনী নিদিলে হ'বলা?' এওঁ আহি মোক ক'লেহি "চেনী নিদিলা নেকি?" '—কিয় মই নিজেই চেনী দিছোঁ, কিয় মিঠা নহব? খেমালী কৰিবলৈ আৰু ঠাই নাপালে।' মোৰ খং উঠিল। এওঁ আটাইকেইকাপ চাহ্ ওলোটাই আনি মোক ক'লেহি— 'বাৰু এচামুচকৈ দি দিয়াচোন।' মই খণ্ডেৰে চেনী দিবলৈ গৈ ভালকৈ চাই দেখো চেনী নহয় চুজিহে। সেই কথা মই আৰু কেতিয়াও নাপাহৰোঁ। সেই মুহূৰ্ত্তে মই লাজতে কব নোৱাৰা হৈ নতুনকৈ সঁজা কোঠালিটোত সোমাই পশ্চিম ফালৰ খিৰিকিখন খুলি দিলোঁ— দূৰত কপিলী পানী দেখা পাই মনলৈ কবি গুৰুৰ কবিতা এফাঁকি মনত পৰিল—

খুলে দাও দ্বাৰ
নীলাকাশ কৰো অবাৰিত
কৌতুহলী পুষ্পগন্ধ কক্ষে মোৰ
কৰুক প্ৰৱেশ;

সঁচাকৈয়ে উদাৰ স্বামীৰ সংস্পৰ্শলৈ আহি মই মুক্ত বিহঙ্গৰ দৰে কৰ্ম্ম জগতত বিচৰণ কৰিবলৈ সুবিধা পালো। জীৱন ঘৰৰ চাবিদুৱাৰ মোৰ বাবে স্বামীয়ে খুলি দিলে। চাবি দুৱাৰেদি ওলাই গ'ল মোৰ ইমান দিনৰ পুঞ্জীভূত হতাশা, ক্ষোভ, বিষাদ আৰু সোমাই আহিল আনন্দ, আশা আৰু প্ৰগতিৰ নতুন হেঙুলীয়া আভা। সময় আগবাঢ়িল— গাঁৱৰ ঘৰত ৫মাহ কাল থাকি একো লেখা-মেলা কৰিব নোৱাৰিলো যদিও অভিজ্ঞতাৰে মোৰ মন ভৰি ৰ'ল। ভৰি ৰ'ল কপিলীৰ উত্তাল তৰঙ্গ, ভৰি ৰ'ল নদীৰ প্ৰতি ভালপোৱাৰ মোৰ স্মৃতিৰ সোণালী স্বপ্ন। গাঁৱৰ সৰল মানুহখিনিৰ চেনেহ্ মৰমবোৰ মনৰ মণিকোঠত সামৰি লৈ মই মোৰ স্বামীৰ সৈতে চহৰলৈ উভতি আহিলো। কাৰণ ছুটী শেষ হ'ল।

কেইদিনমান ককাইদেউহঁতৰ লগত থাকি মাহে ৬০ টকাত এটা সৰু ঘৰ ভাৰা ল'লো। তেতিয়া মোৰ দৰমহা আছিল মাহে ৭৫ টকা আৰু স্বামীৰ আছিল মাত্ৰ ১১২ টকা। সেয়ে আমাৰ কাৰণে যথেষ্ট আছিল। ভাৰা ঘৰত থাকোঁতেই বাইদেউৰ লগতে থকা মোৰ মাটিত এটি ঘৰ বনাবলৈ

টিবাং কৰি ইটা বালি গোটাবলৈ ধৰিলো। তেতিয়া ইটাৰ হাজাৰ আছিল ১২ টকা, আৰু চিমেণ্টৰ বস্তা আছিল ৭.৫০ টকা। ঘৰ আৰম্ভ কৰাৰ লগে লগে টকা-পইচাৰ অভাৱ দেখা পাই বাইদেউ ভিনদেউহঁতে মনতে কষ্ট পাইছিল আৰু যথেষ্ট সহায় কৰিছিল। কিন্তু ঘৰটো সম্পূৰ্ণ নৌহওঁতেই ১৯৬৪ চনৰ ফেব্ৰুৱাৰী মাহৰ ২৪ তাৰিখে মোৰ প্ৰথম কন্যা সন্তান হুনীৰ জন্ম হয়। সন্তানটি জন্ম হোৱাৰ সময়ত যি যন্ত্ৰনা ভোগ কৰিছিলো, জন্ম হোৱাৰ পিছত কণ্কণকৈ ডাঙৰ হোৱা সোনাটিক কোলাত লৈ লিখিছিলোঁ—

দূৰে দূৰে
আকাশ মাৰ্গত
পখীৰ কলস্বৰে
কঢ়িয়াই আনিছিল জীৱনৰ স্বপ্ন
নিৰলে বহি মই কবিছিলো
মইনামতিৰ ছবি॥

ভাড়াঘৰৰ ভাবা, খোৱাবোৱা, কেচুৱাটিৰ গাখীৰ পানীৰ যোগান ধৰাৰ উপৰিও নতুনকৈ সজা ঘৰটোৰ কাৰণে আমাৰ আৰ্থিক অৱস্থা শোচনীয় হৈ পৰিছিল সেই কাৰণে বাঁহৰ বেৰেৰে এটা কোঠালী বেৰি সন্তানটিক লৈ নিজা ঘৰলৈ গুচি আহিলো। কিন্তু বিধাতাই তাকো সহ্য নকৰিলে— আমি অহা এটা বছৰৰ পিছতেই ১৯৬৫ চনৰ ১ আগষ্ট তাৰিখে মোৰ বাইদেউ কৰ্কট ৰোগত আক্ৰান্ত হৈ স্বৰ্গগামী হয়।

মই অকলশৰীয়া হৈ চাৰিওফালে অন্ধকাৰ দেখো।- বাইদেউৰ মৃত্যুৰ পাছতহে মই মোৰ নিজা মাঁতৃ হেৰুৱাৰ অভাৱ অনুভৱ কৰিলো। সেইদিন ধৰি মই ভিনদেউ আৰু তেওঁলোকৰ একমাত্ৰ সন্তানৰ জীৱনৰ দায়িত্ব বহন কৰিব লগা হ'ল। সেই সময়ত শ'ৰাটিয়ে তৃতীয়মান শ্ৰেণীত পঢ়ি আছিল। তেতিয়াৰ পৰাই তাক মই পঢ়াই শুনাই B.Sc. পাছ কৰাওঁ আৰু ১৯৮২ চনত তাৰ ইচ্ছা অনুযায়ীয়েই বিয়া কৰাই দিওঁ। ১৯৬৫ চনত আমাৰ স্কুল চৰকাৰী কৰণ কৰে আৰু B.A. নকৰাৰ কাৰণে মোৰ চাকৰি যোৱাৰ অৱস্থা হয়। কিন্তু সেইদিনি সময়ত আমাৰ স্কুলৰ প্ৰধান শিক্ষয়িত্ৰী প্ৰয়াতা শ্ৰীযুক্তা উষা বাইদেউয়ে তেতিয়াৰ D.P.I. গোপাল শৰ্মা ডাঙৰীয়াৰ লগত তীব্ৰ তৰ্ক কৰে আৰু এবছৰৰ ভিতৰত B.A. পাছ কৰি দিব বুলি নিজে লিখি দি মোক এটা গ্ৰাচ (ii) post ত ৰাখিবলৈ সমৰ্থ হয়। তেখেত নথকা হলে সেইদিনাই মোৰ চাকৰি গ'লহেঁতেন। ভাগ্য ভাল আছিল যে মই part I পৰীক্ষা পাছ কৰি থৈছিলো। তেতিয়া ডিগ্ৰী কলেজটো ডিনি বছৰীয়া আছিল

আৰু I.A. পৰীক্ষাত কৃতকাৰ্য্য হ'ব নোৱাৰা ছাত্ৰ-ছাত্ৰী কিছামানক part I পাছ বুলি ধৰি লৈছিল। সেইদিন ধৰি মোৰ মাতৃ স্বৰূপা প্ৰধান শিক্ষয়িত্ৰী ঊষা বাইদেউয়ে মোৰ ওপৰত পঢ়া-শুনাৰ শাসন চলালে। Off period বেছিকৈ দি স্কুলৰ ভিতৰৰ লাইব্ৰেৰী কোঠালীতে পঢ়াৰ ব্যৱস্থা কৰি দিলে। ঈশ্বৰৰ ইচ্ছাত ১৯৬৬ চনত মই একেবাৰতে বি,এ, পাছ কৰিবলৈ সমৰ্থ হওঁ আৰু চাকৰি স্থায়ীকৰণ হয়। তাৰ পিছত '৬৯ চনত মোৰ দ্বিতীয় কন্যা সন্তান পদ্মিনী আৰু '৭১ চনত তৃতীয় সন্তান কল্মিণীৰ জন্ম হয়।

ছোৱালী তিনিজনী ডাঙৰ হোৱাৰ পাছত মই নিজকে সমাজৰ কামত নিয়োগ কৰো। নিতৌ সোনকালে উঠি ঘৰুৱা কাম-কাজৰ মাজেৰে মোৰ গল্প, কবিতাকে ধৰি লিখা কামবোৰ হৈ যায়।

লাহে লাহে মাহ গ'ল, বছৰ গ'ল। ১৯৭২ চনত অসমীয়া অৰা আন্দোলন আৰু ১৯৭৪ চনত খাদ্য আন্দোলন আৰম্ভ হয়। সেই আন্দোলনত সক্ৰিয় অংশ গ্ৰহণ কৰি আই অসমীৰ সেৱা কৰিবলৈ আগবাঢ়ি যাওঁ। কিন্তু বিধাতাই মোৰ পিছ নেৰিলে— ১৯৮১ চনত মোৰ পিতৃ স্বৰূপা ভিনদেউৰ পেটত কৰ্কট ৰোগ হয় আৰু একেবছৰতে ১ অক্টোবৰ তাৰিখে তেওঁ স্বৰ্গগামী হয়। ইমানদিন আমি একেখন ঘৰতে একেলগে থকাৰ পিছত হঠাতে ৬ মাহৰ ভিতৰতে ভিনদেউয়ে আমাক এৰি থৈ নিঠৰুৱা কৰি যাব বুলি ভবাই নাছিলো। ইয়াৰ এবছৰৰ পিছত [১৯৮২] মোৰ ডাঙৰ ছোৱালীৰ বিবাহ নলবাৰীৰ সুনীল মজুমদাৰৰ লগত সম্পন্ন হয়। তেতিয়া ১৯৭৮ চনৰ পৰা আৰম্ভ হোৱা অসমৰ অস্তিত্ব ৰক্ষা আন্দোলনে গা কৰি উঠে আৰু চাৰিওফালে গণ সংগ্ৰাম পৰিষদ গঠন হয়। আমাৰ কছলুখোৱাটো স্থানীয় যুৱক বোৱাৰীসকলৰ লগ লাগি কছলুখোৱা আঞ্চলিক গণ সংগ্ৰাম পৰিষদ গঠন কৰে আৰু মোক সভানেত্ৰী, শ্ৰীৰাজ বৰাক সম্পাদক পাতে। তেতিয়াৰ পৰা মই আন্দোলনত জপিয়াই পৰোঁ। এগৰাকী চৰকাৰী চাকৰিয়াল হিচাপে বাজ পথলৈ ওলাই আহি দেশতকৈ চাকৰি ডাঙৰ নহয় বুলি প্ৰতিজ্ঞাবদ্ধ হওঁ। ১৯৮৩ চনত মোৰ আন্দোলনৰ পক্ষে কৰা কাৰ্য্যকলাপে সেই সময়ৰ চৰকাৰক বিষুৱি কৰে আৰু আমাৰ ঘৰ তালাচী কৰি পুলিচী অত্যাচাৰ আৰম্ভ কৰে। কিন্তু এগৰাকী আন্দোলনৰ প্ৰকৃত কৰ্মী হিচাপে অহিংস নীতি বুকুত সাৱটি লৈ নীৰৱে সকলো সহ্য কৰি আগবাঢ়ি যাওঁ। ১৯৮৩ চনত অসম চৰকাৰে অবৈধ নিৰ্বাচন জাপি দিয়ে। সেই নিৰ্বাচনত অসমত হৈছিল ৰক্তপাত। হুস্পিতেলত আঘাতপ্ৰাপ্ত লোকেৰে ভৰি পৈছিল আৰু কছলুখোৱাৰ সংগ্ৰাম পৰিষদে মোৰ নিজা ঘৰতে আশ্ৰয় শিবিৰত সকলোকে শুশ্ৰূষা কৰিবলৈ

ধৰে। সেই সময়ত গোটেই অসমত পুলিচ মিলিটেৰীৰ অত্যাচাৰ চলিচিল। মুকালমোৱা, নলবাৰী আদি ঠাইত নাৰী ধৰ্ষণ হৈছিল। সেই সময়ত মই লিখিছিলো—

কোনে কয় মই ধৰ্ষিতা
শক্তি ৰূপিনী মই
সৃষ্টি কাৰিণী
ময়েই ৰাখিছো বান্ধি
এই পৃথিৱীত
মানুহৰ জন্ম হোৱাৰ
শেষ পবিত্ৰতা॥

অসমৰ অস্তিত্ব ৰক্ষাৰ আন্দোলনত জপিয়াই পৰাৰ শাস্তি হিচাপে অসমৰ আই কংগ্ৰেছ চৰকাৰে মোক উত্তৰ কাছাৰ জিলাৰ সদৰ ঠাই হাফলংলৈ বদলি কৰিলে। সেই সময়ত আমাৰ স্কুলৰ প্ৰধান শিক্ষয়িত্ৰী আছিল শ্ৰীলীলা দেৱী বাইদেউ। তেখেত আৰু মোৰ সহকৰ্মী সকলে এই বাতৰি পাই দুখতে ভাঙি পৰে আৰু মোক ছুটী লবলৈ পৰামৰ্শ আগবঢ়ায়, কিন্তু মই সেই বদলিকৰণক প্ৰত্যাহ্বান হিচাপে লৈ গন্তব্য স্থানলৈ যাবলৈ সিদ্ধান্ত গ্ৰহণ কৰো। ১৯৮৩ চনৰ ১।৬।৮৩ তাৰিখে মই বদলিৰ নিৰ্দ্দেশ পাওঁ আৰু ৯ তাৰিখে হাফলংলৈ বুলি বৰাকভেলী এক্সপ্ৰেছত ৰেলত উঠিবলৈ বুলি নগাওঁ চহৰৰ পৰা ১৭ মাইল দূৰৈত থকা চাপৰমুখ ষ্টেচনলৈ ৩-৩০ বজাত ৰাওণা হওঁ। ৰেলখন নিশা ১২-৩০ বজাতহে চাপৰমুখ ষ্টেচন পায়হি। কেতিয়াবা দেৰীও হয়, কিন্তু নগাওঁৰ পৰা সেই তিনিটা বজাতে গৈ ষ্টেচনত ৰৈ থাকিব লাগে। সেই দিনাও ৰৈ থাকোঁতেই শুনিবলৈ পালো গুৱাহাটী ৰেল ষ্টেচনত বোমা বিস্ফোৰণ হৈছে। সেই কাৰণে ৰেল আজি গুৱাহাটীৰ পৰা নাহে। ঘৰলৈ উভতি আহিবলৈকো কোনো যান-বাহনৰ সুবিধা নথকাত গোটেই নিশা ষ্টেচনতে খোপনি পুতি থাকি পিছদিনা দিনৰ ১১ বজাতহে হাফলংলৈ ৰাওণা হ'লো আৰু নিশা ১-৩০ বজাত হাফলং ষ্টেচন পালোগৈ। নিজান-নিৰিবিলি পৰিৱেশত হাফলংৰ সৰু ষ্টেচন "লৱাৰ হাফলং"ত আমাক নমাই থৈ ৰেলগাড়ীখন পাহাৰৰ অকোঁৱা পকোঁৱা ৰেল আলিয়েদি শিলচৰলৈ গুচি গ'ল। নীৰৱ আন্ধাৰ নিশাৰ ঠেটুৱৈ ধৰা জাৰত মই গাত কাপোৰখন লৈ অসহায় ভাবে ইফালে সিফালে চালো, দোকান-পোহাৰ বন্ধ হ'ল কেৱল ষ্টেচন মাষ্টৰৰ কোঠালিটোহে খোলা আছে। মোৰ লগত যোৱা সেই স্কুলতে কাম কৰা খগেন শৰ্ম্মাই ফোনটো তুলিবলৈ কাৰোবালৈ ফোন কৰিলে আৰু

মই যে আহিছো সেই কথাও তেওঁ ফোনত ক'লে। মই থৰ লাগি কথাবোৰ শুনি আছিলো। তেওঁ ফোন কৰি উঠি মোলৈ চাই ক'লে— 'বাইদেউ, গাড়ী আহিব এতিয়া।' গাড়ী! মই আচৰিত হ'লো। '—হয় বৈশ্যাই গাড়ী পঠাব! আমাৰ পি,ডব্লিউ,ডিৰ এচ, ই জন মানে যোগেন বৈশ্য বৰ ভাল মানুহ, তেখেতে সকলোকে সহায় কৰে— তেওঁ জীপখন পঠাই দিব। আহক আমি ওপৰলৈ যাওঁ।" তাৰ পিছত আমি বস্তু-বাহানিবোৰ লৈ তাৰ পৰা পকা ৰাস্তালৈ পকা খট্‌খটিৰে বগাবলৈ আৰম্ভ কৰিলো। খট্‌খটি এশৰো অধিক হ'ব। সেই কাৰণে মই ভাগৰি পৰিছিলো। ৰাস্তাৰ ওপৰলৈ উঠি মই ক'লা ট্ৰাঙ্কটোৰ ওপৰতে বহিলো। বুকুখন হাইফাই কৰিলে। কিন্তু বেছি সময় ৰবলৈ নহ'ল, পাহাৰৰ একা বেকা পথেদি মটৰ গাড়ীৰ লাইটৰ পোহৰ জিলিকি উঠিল। সঁচাকৈয়ে জীপ এখন আহি আমাৰ ওচৰত ৰ'লহি আৰু নামি আহিল এটা ১৫ বছৰীয়া ল'ৰা ধনজিৎ। ধনজিৎ যোগেন বৈশ্যৰ ল'ৰা— পঢ়ে Class VIII ত। ধনজিতে মোক নমস্কাৰ কৰিলে— সেইদিনা ধনজিতক দেখিয়েই ভাবিছিলো যদি মই উত্তৰ কাছাৰ জিলাৰ ডিমাছা সকলৰ ওপৰত এখন উপন্যাস লেখিব পাৰো তাৰ নায়কৰ নাম দিম ধনজিৎ। মনৰ মাজত আকাশ কুসুম ৰচি গৈ থাকোতেই গাড়ী গৈ খগেন শৰ্ম্মাৰ কোৱাৰ্টাৰৰ ওচৰত ৰ'লগৈ। সেইদিনা ৰাতি আমি খগেন শৰ্ম্মাৰ ঘৰতে আলহী হ'লো। পিচদিনা ৰাতিপুৱাতে উঠি হাফলঙৰ সৌন্দৰ্য্য আৰু পাহাৰৰ গাতে লাগি ওলমি থকা শুকুলা মেঘৰ খেলা দেখি মই আনন্দত বিভোৰ হৈ পৰিলো। সূৰ্য্য উঠা দেশৰ প্ৰাকৃতিক সত্য আৰু চিৰন্তন সৌন্দৰ্য্যই মোক বিয়াকুল কৰি তুলিলে। সময় আগবাঢ়িল। মই ১০ বজাৰ লগে লগে স্কুললৈ গ'লো। সকলোৱে মোক আদৰিলে। ল'ৰাবোৰ বেছি ভাগেই ডিমাছা, বাংখল, মিজো আৰু বঙালী ল'ৰাও আছে।

ক্লাচ কৰিবলৈ প্ৰথমে গৈ বিমোৰত পৰিছিলো, কাৰণ ল'ৰাবোৰে মুঠেই অসমীয়া নাজানে— মই অসমীয়াৰ শিক্ষয়িত্ৰী আছিলো আৰু ল'ৰাবিলাকক প্ৰতিটো ক্লাচতে অসমীয়া শিকাইছিলো। ল'ৰাবিলাকে মোৰ নাম দিছিল 'নয়া মেডাম'।

তাত থাকি মই বৰ অকলশৰীয়া অনুভৱ কৰিছিলো। নিশা প্ৰায়ে সাৰে আছিলো। মোৰ সৰু ছোৱালীজনীয়ে মোৰ বুকুত শুইছিল— নিশা তাইৰ অভাৱত মোৰ বুকুৰ মৰম খিনিয়ে হাঁহাকাৰ কৰি উঠিছিল। কিন্তু উপায় নাছিল। ভাবিছিলো অসমৰ এই আন্দোলনত কত নাৰীৰ শিৰৰ সেন্দুৰ মোচ গৈছিল, কত মাতৃয়ে পুত্ৰক গুলিৰ আগত এৰি দিছিল, কত গাভৰু,

যোৱাৰী, গৰ্ভৱতী তিৰোতা ধৰ্ষিতা হৈছিল আৰু মই? মই কান্দিহে হৈছোঁ। হোষ্টেলৰ পৰা আলিত খোজ দি মই ভাবিছিলো, আমি একো আন্দোলনেই কৰা নাই, কৰিবলৈ আৰু বহুত বাকী আছে— যেতিয়ালৈকে জন-জাতীয় ভাই-ভনী সকলৰ অভাৱ অনাটন পূৰণ কৰি তেওঁলোকৰ লগত একাত্ম হ'ব নোৱাৰিম তেতিয়ালৈকে অসমৰ অস্তিত্ব ৰক্ষা নপৰিব। তেওঁলোকৰ হাঁহি আৰু কান্দোনৰ সমভাগী হ'ব নোৱাৰিলে আমাৰ ঐক্য সংহতিৰ পথ ৰচনা কৰা সম্ভৱ নহয়। সেই ভাবিয়েই মই সেই সময়ৰ ছাত্ৰ সন্থাৰ কৰ্ম্মকৰ্ত্তা সকলক উত্তৰ কাছাৰ জিলাত কাম কৰিবলৈ মাতিছিলোঁ। কিন্তু ১৯৮৪ চনৰ অভূতপূৰ্ব্ব বানপানী আৰু আন্দোলনৰ পৰ্য্যায় ইমান ক্ষিপ্ৰতৰ হৈ উঠিল যে অভাৱতে সেই সমস্ত কাম কৰা হৈ নুঠিল।

কিন্তু সময় বৈ নাথাকিল। মোৰ পাহাৰৰ দাঁতিত থকা ঘৰটোৰ পৰা উঠি আহি মইতে পোৱা ছাত্ৰাবাসৰ ছাত্ৰসকলৰ লগত ক্ৰমান্বয়ে সৌহাৰ্দ্য স্থাপন কৰিব ধৰিলোঁ। মই নগাঁওৰ ছোৱালী স্কুলতহে কাম কৰিছিলোঁ কিন্তু মোৰ পিতাৰ হওঁক বুলিয়েই বোধহয় মোক ল'ৰা স্কুললৈ বদলি কৰিছিল। কিন্তু মোৰ অসুবিধা নহ'ল, সুবিধাহে হ'ল। সিহঁতক মোৰ নিজৰ সন্তান হিচাপে ভাবি ললো আৰু সঘনে সিহঁতৰ ওচৰলৈ যাবলৈ ধৰিলো। অসমীয়াতে কথা কবলৈ শিকালোঁ, খোৱা টেবুলত সিহঁতৰ লগত একেলগে বহি সিহঁতে বনোৱা ছিলল, আধা সিজা মাংস, তিতা বেঙেনা ভাজি খাই তৃপ্তি লভিবলৈ ধৰিলো। লাহে লাহে সিহঁত মোৰ ওচৰ চাপি আহিল আৰু সকলোৱে মোক মা বুলি মাতিবলৈ ধৰিলে। পুত্ৰ সন্তান জন্ম দিব নোৱাৰা এগৰাকী মাতৃয়ে হঠাতে ইমানবিনি ল'ৰাৰ মাতৃ হ'বলৈ পাই নিজকে ধন্য মানিলো। তাৰে দুখীয়া ল'ৰা দুটা মই নিজৰ কৰি তুলি ল'লো— এটাৰ নাম হ'ল— জয়লাল ৰংলু আৰু আনটোৰ নাম ডিপুলাল হোজাই। সিহঁত মোৰ ক'ণাৰ লাখুটি হ'ল। সময় সুবিধা আৰু স্কুলৰ বন্ধ চাই সিহঁতৰ লগত মই সিহঁতৰ বস্তি [গাওঁ] বিলাকলৈ যাবলৈ ধৰিলো। কেতিয়াবা অতি কমে পাঁচ মাইল অধিক পোন্ধৰ মাইল খোজ কাঢ়িব লগা হ'ল। সেই সুবিধাতে মই এক তেৰ মাইল গৈ ৰাতি থাকিবলৈ ললো আৰু বহুত গাওঁ দেখাৰ মোৰ সুবিধা হ'ল। এইদৰে একেবাৰে ১ মাহ কষ্ট কৰি লিখি উলিয়ালো মোৰ প্ৰথম উপন্যাস "ডিমুং নদীৰ গীত"। উত্তৰ কাছাৰ জিলাৰ 'ডিমুং' হ'ল এখন ডাঙৰ নদী। নদীৰ কলৰৱে মোক যেন উত্তৰ কাছাৰ জিলাৰ অন্তৰ্নিহিত বেদনাৰ সন্ধান দিলে।

মোৰ থকা ঘৰত লাইটৰ ব্যৱস্থা নাছিল— চকি, লেম আৰু মমবাতি

ফলাই লিখা-পঢ়া কৰিছিলোঁ, তেতিয়া মই লিখিছিলোঁ
কেবাচিন ভেলৰ চাকিত
একোৱে নমনি
বুকু ভৰি আছে মোৰ
একুৰা জলন্ত অগণি।

তথাপিও মই মনক প্ৰবোধ দিলো, কাৰণ যিখিনি ঠাইতে আমি থাকো সেইখিনি মানুহক নিজৰ বুলি ভাবা, গভীৰ ভাৱে ভালপোৱা দায়িত্ব সম্পৰ্কে সজাগ হোৱাই মোৰ ধৰ্ম্ম বুলি ভাবি আগবাঢ়ি গলোঁ। মহান সাহিত্যিক গ্যেটেই কৈছিল— 'তেওঁলোকেই সুখী যি সকলে শূন্য গৰ্ভ স্বপ্নৰ মাজত জীৱন অতিবাহিত কৰিব পাৰে।'

মুঠতে কামৰ মাজতে জীৱনটোক সহনীয় কৰি তুলিবলৈ চেষ্ট কৰিলো। মই বুজি উঠিলো বাস্তৱৰ অভিজ্ঞতাই মানুহক সত্যৰ বিমূৰ্ত ধাৰণা দিব পাৰে আৰু উপলব্ধি কৰিলো যে ভাষা আৰু কৃষ্টিয়েহে মানুহক মানুহৰ ওচৰ চপাই আনিব পাৰে। সংস্কৃতিৰ আদান প্ৰদানে আত্মীয়তা গাঢ় কৰিব পাৰে আৰু এই ঘনিষ্ঠ সম্পৰ্কই যে হৃদয় দুৱাৰ খুলি দিব পাৰে তাৰে প্ৰমাণ পালো মই। উপন্যাস খনি লিখাৰ ক্ষেত্ৰত ডিমাছা ভাই-বন্ধু সকলে মোক সকলো প্ৰকাৰে সহায় কৰিবলৈ ধৰিলে। প্ৰীতিষ বৰ্ম্মণ, নিৰুপমা হাগজেৰ বাইদেউ, সুনীল নুনিছা, প্ৰবিত্ৰ কেমপ্ৰাই আৰু মোৰ সহকৰ্মী বৃন্দই এই মহান কামত যিমান পাৰে সহায় সহযোগ কৰি জীপগাড়ী আদিৰ ব্যৱস্থা কৰি দিলে। মোৰ উপন্যাস খনিত সেইহে কিছু সত্য কাহিনী সন্নিবিষ্ট কৰি সজীৱ বাস্তৱ অভিজ্ঞতা বৰ্ণনা কৰিবলৈ সক্ষম হ'লো। ডিমাছা সকলৰ অভাৱ অভিযোগ, দৰিদ্ৰতা, জীয়াই থকাৰ যি নিৰুৰুণ সংগ্ৰাম কিতাপ খনিত বৰ্ণনা কৰিবলৈ চেষ্টা কৰিলো। শনিবাৰৰ বজাৰলৈ 'জুদিমা' বেচিবলৈ অহা হোৱালী বিলাকক দেখি মোৰ হৃদয়ৰ কোনোবা খিনি বিষাই যায়। 'জু' সিহঁতৰ পবিত্ৰ বস্তু। আলহী গ'লে চাহৰ সলনি বটিত সেইভাগ পবিত্ৰ বস্তু আগবঢ়াই। কলহৰ তলেদি বখা কুটাইদি সৰি পৰা জুদিমা [প্ৰথম মদৰ ৰস] আখৈৰ লগত খাই মইও তৃপ্তি লাভ কৰিছিলো।

মই হাফলঙত থাকোতেই ১৯৮৪ চনত সৰ্ববৃহৎ বানপানী হয় আৰু নলবাৰী জিলাৰ বালিলেচা থানখনি বালিৰে পুতি পেলায়। সেই খবৰ পোৱাৰ লগে লগে মই নলবাৰীলৈ যাওঁ আৰু বাইজৰ সহায় কৰাৰ লগতে বানপানীৰ অভূতপূৰ্ব দৃশ্য মনৰ ভিতৰত সংগোপনে ৰাখিবলৈ চেষ্টা কৰো।

হাফলঙলৈ বদলি কৰিও চৰকাৰ আৰু খবৰ নাছিল। তাত গৈয়ো

মই কি কৰিছো চৰকাৰে তাৰো খবৰ ৰাখিবলৈ চেষ্টা কৰিছিল আৰু হাফলঙৰ Inspector লৈ কাঢ়া নিৰ্দেশ দিয়া হৈছিল যাতে মোক কোনো ধৰণৰ ছুটী নিদিয়ে কিন্তু মই মোৰ প্ৰাপ্য ছুটী লবলৈ ভয় কৰা নাছিলোঁ। মই যি পৰাক্ৰমী শক্তিৰ বিৰুদ্ধে মুখা-মুখি হ'বলৈ শক্তি গোটালো সেইয়া আন শক্তি নাছিল— আছিল মাত্ৰ মানৱ প্ৰেম আৰু সেই প্ৰেমৰ বুকুতে জন্ম হ'ল মোৰ দ্বিতীয় উপন্যাস 'পাগলাদিয়াৰ সোণালী ৰং'।

সময়ে খৰ গতিৰে আগবাঢ়িল। মোৰো প্ৰথম উপন্যাসৰ কাম শেষ কৰি ছপা কৰিবলৈ চেষ্টা চলালোঁ। কিন্তু কোনো প্ৰকাশকে নছপায় কাৰণ মই নতুন লিখিকা। মই বিমোৰত পৰিলোঁ আৰু অৱশেষত নগাওঁৰে অনিমা প্ৰিণ্টিং ওৱাৰ্কচৰ' মালিক শ্ৰদ্ধেয় অমল বৰাদেৱক মই কিতাপখন ছপা কৰি দিবলৈ অনুৰোধ কৰিলোঁ— ক'লো, 'কাগজ দিম— কিন্তু ছপাৰ পইচা কিতাপ বেচিহে দিব পাৰিম।' তেওঁ বহুত ভাবি-চিন্তি কিতাপ ছপা কৰাৰ কাম হাতত ললে আৰু ১১ শ কপি ছপা কৰি উলিয়াই দিলে। ১৯৮৫ চনৰ এপ্ৰিল মাহৰ ৫ তাৰিখে সেই সময়ৰ সাহিত্য সভাৰ সভাপতি শ্ৰদ্ধেয় যোগেশ দাস চাৰে উন্মোচন কৰিলে। হাফলঙত ডাঙৰ সভা হ'ল, সকলোৱে সভাপতিক আদৰণি জনালে। সভাত বিশিষ্ট অতিথি হিচাপে উপস্থিত আছিল শ্ৰদ্ধেয় শ্ৰীগোবিন্দ চন্দ্ৰ পৈৰা, শ্ৰদ্ধেয় মহিম বৰা, শিশু সাহিত্যিক গগণ চন্দ্ৰ অধিকাৰী, দৃত আলোচনীৰ সম্পাদক মহম্মদ মতিউৰ ৰহমান, শ্ৰীকৃষ্ণ ৰায় মেধি, নিৰুপমা হাগজেৰ আৰু মোৰ নগাওঁৰ সহকৰ্মী সকল। সেই অনুষ্ঠানটি সফল কৰি তুলিবলৈ হাফলঙবাসী ৰাইজে যি কষ্ট স্বীকাৰ কৰিছিল সেই কথা লিখিবলৈ মোৰ ভাষা নাই। সেইবাবে হাফলঙৰ ৰাইজৰ ওচৰত মই চিৰ ঋণী হৈ থাকিম। মোৰ উন্মোচন কৰা প্ৰথম কিতাপখনি শ্ৰীপবিত্ৰ কেমপ্ৰাইয়ে ১০১ টকা, দ্বিতীয় কিতাপ খনি শ্ৰীসুনীল নুনিচাই ১০০ টকা, আৰু তৃতীয় কিতাপ খনি ৫১ টকাত নবকান্ত বৰাই কিনে— মই সেই টকা খিনি সেইদিনাই সাহিত্য সভাৰ ন্যাস পুঁজিলৈ দান দিওঁ। সেইখিনি সময়ৰ পৰা অসমৰ বহু কবি সাহিত্যিকৰ লগত মোৰ ঘনিষ্ঠ সম্বন্ধ হয় আৰু তেওঁলোকৰ দিহা পৰামৰ্শ লাভ কৰিবলৈ সমৰ্থ হওঁ আৰু অসম সাহিত্য সভাৰ তেতিয়াৰ পত্ৰিকা সম্পাদক চামছিং হাঞ্চেৰ লগত পৰিচয় ঘটে। তেওঁৰ উৎসাহতে মই বহু কেইখন সাহিত্য সভাৰ পত্ৰিকাত জনজাতীয় ৰাইজৰ বিষয়ে লেখিবলৈ সুবিধা পাওঁ।

"ডিয়ুং নদীৰ গীত" উন্মোচনৰ পিচদিনা উত্তৰ কাছাৰ জিলাৰ কেইজনমান উদীয়মান ডেকাৰ লগত সাহিত্য সভাৰ সভাপতিকে ধৰি বিশিষ্ট ব্যক্তি সকলে

উত্তৰ কাছাৰ জিলাৰ সমস্যাৰাজিৰ বিষয়ে আলোচনা কৰে আৰু সমস্যা সমাধানৰ ক্ষেত্ৰত একগোটে কাম কৰি যাবলৈ ইচ্ছা প্ৰকাশ কৰে। আজিও উত্তৰ কাছাৰ জিলাৰ ডিমাছা সকলৰ মনত বিদ্বেষ ভাব নাই। কিন্তু এটা দুষ্ট চক্ৰই তেওঁলোকক আজিও বিপথে পৰিচালিত কৰিবলৈ চেষ্টা চলাই আহিছে।

"ডিয়ুং নদীৰ গীতে" অসমৰ মুক্ত বায়ু সেৱন কৰিবলৈ পাহাৰৰ পৰা ভৈয়ামলৈ নামি আহে। অসমৰ বাইজে ইয়াক মৰমেৰে সাৱটি লয়।

১৯৮৫ চনৰ ৩১ জুলাই তাৰিখে প্ৰকাশ পোৱা 'প্ৰান্তিক'ত শ্ৰদ্ধেয় শ্ৰীযোগেশ দাস চাৰে 'দৈয়াঙেদি উজাই ডিয়ুঙলৈ' বুলি এটি দীঘলীয়া প্ৰবন্ধ লেখে। তাত উপন্যাসখনি উন্মোচনকে ধৰি সকলো কথা বৰ্ণনা কৰে— আৰু উপন্যাসখনিত যি কাহিনীটো বৰ্ণনা কৰা হৈছে সেই কাহিনীটোৰ বিষয়ে তেখেতে লিখিলে— "উত্তৰ কাছাৰ আৰু ভৈয়ামৰ মিলনৰ প্ৰতীক এই কাহিনীটো।" ১৯৮৫ চনৰ ২৬ মেৰ দৈনিক অসমত পুথি ঠগা শিতানত এই কিতাপখনিৰ আলোচনা কৰা হয়। "উপন্যাসখনিৰ আন এটা গুৰুত্বপূৰ্ণ সমস্যা পাহাৰ-ভৈয়ামৰ সংহতি সাম্প্ৰদায়িক সম্প্ৰীতি উপস্থাপন কৰিছে আৰু অসমৰ ঐক্য সংহতিৰ বাবে প্ৰশংসনীয় অৱদান আগবঢ়াইছে।" একে বছৰৰে ২৯ মে' তাৰিখে 'অগ্ৰদূত'ত মহম্মদ মতিউৰ ৰহমানে লেখিলে— 'ডিমাছা সকলৰ জীৱন নিৰ্ব্বাহ আৰু কৃষ্টিৰ ওপৰত লিখা এইখনি এখন সফল উপন্যাস।'

এইদৰে অসমৰ প্ৰায় সকলো আলোচনীৰ পাতত "ডিয়ূং নদীৰ গীতে" স্থান পাবলৈ সক্ষম হয়। তাৰোপৰি অচিনাকী কিছুমান ব্যক্তিৰ পৰাও মই চিঠি-পত্ৰ পাবলৈ ধৰিলোঁ; সেই গোটেইবোৰ কথা ইয়াত সন্নিবিষ্ট কৰাটো সম্ভৱ নহলেও অসমৰ মহৎ সাহিত্যিক সকলে লিখা কেইশাৰীমান কথা নিলিখিলে মোৰ জীৱনী সম্পূৰ্ণ নহব। ১৬।৭।৮৫ তাৰিখ সাহিত্যাচাৰ্য্য শ্ৰীঅতুল চন্দ্ৰ হাজৰিকা দেৱে তেওঁৰ 'তপোবন'ৰ পৰা লিখিলে— উপন্যাসখনি সুখপাঠ্য হোৱাৰ উপৰিও ইয়াৰ অন্তৰ্নিহিত মহৎ উদ্দেশ্য থকাৰ বাবে ইয়াৰ মূল্য আৰু গুৰুত্ব অধিক বুলি মই ভাবো।' শ্ৰদ্ধেয় ৰংবং তেৰাং দেৱে লিখিলে "ডিয়ূং নদীৰ গীতে" 'বৰাইলৰ পৰ্ব্বত মালাৰ নতুন পোহৰৰ পৰশ পেলাব আৰু সম্প্ৰীতিৰ সাঁকো গঢ়াত প্ৰেৰণা যোগাব।'

ড° নগেন শইকীয়া দেৱে লেখিলে— 'এটি গভীৰ জাতীয় চেতনাৰ উত্তাপ ধৰি ৰখাৰ উপৰিও ডিমাছা জীৱনৰ প্ৰতি লেখিকাৰ আন্তৰিক উত্তাপো ধৰি ৰাখিছে।' ড° ইন্দিৰা গোস্বামীয়ে লিখিলে— 'এই উপন্যাস খনিয়ে

সাহিত্যত এক সুকীয়া স্থান লাভ কৰিব বুলি মোৰ বিশ্বাস।' কিতাপখনিৰ বিষয়ে ১৯৮১ চনৰ আগষ্ট মাহৰ ৭ম সংখ্যা 'অগ্নিনায়কত' অসমৰ প্ৰখ্যাত লেখিকা শ্ৰদ্ধেয়া নিৰুপমা বৰগোঁহাঞি বাইদেউৱে "লেখিকাৰ অভিজ্ঞতা"ৰ শিতানত উল্লেখ কৰিছে। তাৰোপৰি হৈ যোৱা ভূমভুমা সাহিত্য সভাৰ অধিৱেশনৰ সভাপতি শ্ৰীমহিম বৰা দেৱে তেখেতৰ সভাপতিৰ ভাষণত কিতাপখনিৰ কথা উল্লেখ কৰিছে। ১৯৮৩ চনৰ ১৭ ফেব্ৰুৱাৰী তাৰিখে প্ৰকাশ পোৱা 'সাদিন' বাতৰি কাকতত অসমৰ বিখ্যাত সাংবাদিক হাইদৰ হুচেইন ডাঙৰীয়া দেৱে মোক পাহাৰে-ভৈয়ামে শান্তি-সম্প্ৰীতি স্থাপন কৰিবলৈ চেষ্টা কৰি ঘূৰি ফুৰা "একক মিছন" অভিহিত কৰিছে।

সেইবোৰ বিষয়েই নহওঁক লাগে, লিখাৰ ক্ষেত্ৰত অভিজ্ঞতা দৰ্কাৰ বুলি মই ভাবো। অভিজ্ঞতাই লেখাৰ পটভূমিকে বিশাল কৰি তুলিব পাৰে। মোৰ এই কিতাপখনিৰ ১১ শ কপি ১৫ দিনৰ ভিতৰতে শেষ হয় আৰু দ্বিতীয় সংস্কৰণ উলিয়াবলৈ এইবাৰ লয়াৰ্ছ বুক ষ্টলে গাত লয়। সেই সময়তে ১৯৮৫ চনৰ ১৫ আগষ্ট তাৰিখে বহুবাৰ আলোচনাৰ পিছত আন্দোলনকাৰী আৰু কেন্দ্ৰীয় চৰকাৰৰ মাজত এখন চুক্তি পত্ৰ স্বাক্ষৰিত হয়।

সেইদিনা মই আনন্দত বিহ্বল হৈ পৰি হাফলঙৰ ৰাইজৰ লগত শোভাযাত্ৰাত যোগ দি শ্বহীদ সকলৰ অৰ্থে প্ৰণাম জনাওঁ। ১৯৮৫ চনৰ ১২ অক্টোবৰ তাৰিখে গোলাঘাটত হ'বলগীয়া জাতীয় অভিবৰ্তনৰ নিমন্ত্ৰণী চিঠি পাওঁ। এই জাতীয় অভিবৰ্তনখনিতে অসমৰ অস্তিত্ব ৰক্ষা কৰি ঐক্য শান্তি আৰু প্ৰগতিৰ ভেটি সুদৃঢ় কৰিবলৈ ১৪ অক্টোবৰৰ পুৱা ১০ বাজি ১৭ মিনিটত অসম গণ পৰিষদ নামে এক নতুন আঞ্চলিক দলৰ জন্ম হয়। গোলাঘাটৰ অভিবৰ্তনৰ পিছত চুক্তিৰ কথা ভাল পৰিল আৰু নিৰ্বাচনৰ কাৰণে সকলো ব্যস্ত হৈ পৰিল। সকলোৱে ভাবিলে আমাৰ নিজৰ চৰকাৰ হ'লে কামবোৰ কৰা সহজ হ'ব। সেই মতেই নিৰ্বাচনত জয়ী হৈ অসম গণ পৰিষদৰ নেতা সকলে হাতীত উঠি অসমৰ ৰাজধানী দিচপুৰ দখল কৰিলে। ১৯৮৫ চনৰ ২৪ ডিচেম্বৰ তাৰিখটোৱে অসমৰ জনগণলৈ কঢ়িয়াই আনিলে নতুনৰ বাৰ্তা। তাৰ পিছত ১৯৮৬ চন সোৱাল আৰু কামপুৰত সাহিত্য সভাৰ অধিৱেশনত মোৰ দ্বিতীয় কিতাপ "পাগলাদিয়াৰ সোণালী বং" অসমৰ প্ৰখ্যাত গল্প লিখিকা মহেজা মেহ দেৱীয়ে উন্মোচন কৰে।

মোক নতুন চৰকাৰে হাফলঙৰ পৰা নগাওঁলৈ বদলি কৰি আনে। বদলি হৈ আহিলো যদিও মোৰ প্ৰথম সাহিত্য বাজিৰ কৰ্মভূমি উত্তৰ কাছাৰ জিলাৰ প্ৰেৰণা উৎসাহ আৰু চেনেহবে মোৰ হৃদয়ত যি স্মৃতিৰ সৌধ নিৰ্মাণ

হ'ল সেইয়া মোৰ জীৱনৰ শেষ সন্ধিয়ালৈকে জিলিকি থাকিব। বিদায় বেলাৰ সময়ত মই বিব্ৰত হৈ পৰিছিলো— হাঁহিম নে কান্দিম একো ঠাৱৰ কৰিব নোৱাৰি বিদায় বেলাৰ সভাত মই নীৰব হৈ পৰিছিলো। ১৯৮৬ চনৰ ৮।৬।৮৬ তাৰিখে এটা ফৰকাল ৰাতিপুৱা হাফলঙৰ সহকৰ্মীবৃন্দই মোক মটৰ গাড়ীত তুলি দিলে। মই চৰকাৰী বাছৰ কাষৰ চিট এটাত বহি বিদায় দিবলৈ অহা সকললৈ চাইছিলো আৰু সেইদিনা মই কব নোৱাৰাকৈ সৰু সৰুকৈ চকুপানী বৈ আহিছিল। মোৰ লগত আহিছিল সহকৰ্মী কোঁৱৰ আৰু কেইজনমান ডিমাছা সন্তান।

তেতিয়া ৰাতিপুৱা ৭টা বাজিছিল আৰু ৰাতিপুৱাৰ সোণালী কিৰণে জকমকাই থকা হাফলঙৰ প্ৰাকৃতিক দৃশ্য ৰাজি চাই চাই মই ভৈয়ামলৈ নামি আহিছিলোঁ। ঘৰলৈ আহি জিৰণিৰ কথা পাহৰি গ'লো। কিয়নো স্থবিৰতাৰ আন এটা নাম মৃত্যু। সেই একে বছৰতে মই জুলাই মাহত গাৰো পাহাৰলৈ গ'লো। উদ্দেশ্য গাৰো সকলৰ জীৱন-জীয়াই থকাৰ পদ্ধতি অধ্যয়ন কৰা। মই গৈ গাৰো পাহাৰ পালোগৈ— কিন্তু গাৰো পাহাৰ পালেই নহ'ব, মোক লাগিব এখন নদী। সেই কাৰণে মই তুৰাৰ পৰা বাঘমৰা অঞ্চললৈ গ'লো। তাত এখন ডাঙৰ নদী আছে, গাৰো পাহাৰৰ ডাঙৰ নদী, নাম চিমচাং। অসমীয়াত সোমেশ্বৰী।

মোৰ লগত যোৱা গাৰো ল'ৰা কেইজনে মোক সোমেশ্বৰী নদীৰ পাৰৰ এখন গাঁৱলৈ লৈ গ'ল। নদীৰ পাৰৰ ডাঠ হাবি দেখি মোৰ মনটো ভাল লাগিল— আচলতে হাবি নহয়, সেইয়া আছিল চেগুন গছৰ বননি। তাৰ ওচৰতে গাৰো গাওঁ। তাত মই বহুত দিন আছিলো, তেওঁলোকৰ ঘৰে ঘৰে গৈছিলো— এদিন এঘৰলৈ যাওঁতে ঘৰৰ গৃহিনীয়ে এবাতি চিঁউবিটচি আনি দিলেহি। মই ভাবিলো 'জুদিমাৰ' দৰে নিশ্চয় একেই সোৱাদ হ'ব— বাতিটো তুলি ললো আৰু ধক্ ধক্কৈ পি দিলো। মই তৎক্ষণাত গম পালো 'জুদিমাৰ' লগত ইয়াৰ সোৱাদ একে নহয়। বাতিটো হাতত লৈ অকমান সময় থকাৰ পিছত মই অনুভৱ কৰিলো মোৰ মূৰটো ঝিম্ ঝিম্ কৰিছে আৰু লাহে লাহে চকুৰে আন্ধাৰ দেখিবলৈ ধৰিলো। মোৰ লগত যোৱা ল'ৰা কেইজনে মোৰ অৱস্থা বুজিব পাৰি মোক লৰালৰিকৈ এগিলাচ টেঁঙাপানী দিলেহি আৰু একলহ পানী আনি দি চকুমুখ ধুই পেলাবলৈ দিলে। এইখিনি কৰাৰ পিছতো মই কিন্তু সুস্থ নহলো আৰু বহিবলৈ দিয়া চকীখনত ঢলি পৰিলো। তেনেদৰে কিমান সময় থাকিলো ক'ব নোৱাৰো, যেতিয়া মই চকু মেলিলোঁ তেতিয়া দেখো, মই চকী খনতে আছো। মই কি হৈছিল

বুজি পালো আৰু উঠি থিয় হৈ ল'ৰা কেইজনক ক'লো— বলা। কিন্তু ঘৰৰ গৃহস্থই ওচৰ চাপি আহি সেইদিনা মোক তেওঁলোকৰ ঘৰৰ পৰা যাবলৈ নিদিলে। ৰাতিটো তাতে কটাবলৈ অনুৰোধ কৰিলে— মই ভাবেই পালোঁ, মনতে ভাবিলোঁ এদিন কিয়? এমাহ ৰখালেও ভাল।

ৰাতি সোমেশ্বৰী নদীৰ পাভ মাছৰ সৈতে ওলকচুৰ জলকীয়া দিয়া জলা তৰকাৰী খনৰ কথা মই কোনো দিনেই নাপাহৰোঁ। সেই গাৰো পাহাৰৰ জনগণৰ জীৱন ধাৰাৰ ওপৰত লিখি উলিয়ালো "চিমচাং নদীৰ হাঁহি"।

ইয়াৰ পিছৰ বছৰতে গ'লো উত্তৰ লক্ষীমপুৰলৈ। সোৱণশিৰী নদীৰ পাৰৰ এখন গাঁৱৰ কাহিনী এটি লৈ লিখিবলৈ চেষ্টা কৰিলো মিচিং সকলৰ ভৰপূৰ সংস্কৃতিৰে ভৰা এখনি উপন্যাস। গৰ্গে গাঁৱৰ মিচিং চাঙত এগৰাকী ৯০ বছৰীয়া আইতাই হাঁহি মাৰি ক'লে— "অ' তই তেনেহলে কিতাপ লিখিবলৈহে আহিছ, ভাল কথা আমাৰ চাঙতে থাকিবি। তই কিনো লিখিবি— আমি দুখীয়া মানুহ, বানপানীয়ে বছৰে বছৰে আহি শেষ কৰি থৈ যায়। ৰাস্তা-ঘাট দেখিছই নহয়, শিলগুটি নপৰেই, দলংবোৰ মেৰামতি নোহোৱাৰ কাৰণে মটৰ গাড়ী নচলে"। মই আইতাৰ মুখলৈ চালো— ইমান মৰম লগাকৈ কথাবোৰ কৈ গৈছে! তাৰ পিছত আইতাই ক'লে "খা, কি চাই আছ?" তেতিয়াহে মই সম্বিৎ ঘূৰাই পালো। মোৰ মুখৰ আগত চাইমদ এবাতি আৰু ভজা কণী এটা। মোৰ গাৰো পাহাৰলৈ মনত পৰিল— কিন্তু মই বৈ নাথাকিলো, কিয়নো তেওঁলোকে বেয়া পাব। তেওঁলোকে মৰমেৰে আগবঢ়োৱা ছাইমদ আৰু কণী ভজা খাই দিলো। এইদৰে আইতাৰ চাঙতে থাকি মিচিং সকলৰ জীৱন নিৰ্ব্বাহ পদ্ধতি অধ্যয়ন কৰিলো আৰু ঘৰলৈ আহি মিচিং সকলৰ সংস্কৃতিৰ ওপৰত লেখি উলিয়ালো "সোঁৱণশিৰীৰ বুকুত বেলৰ উকি"।

১৯৮৬ চনটো মই বৰ ব্যস্ততাৰে কটাব লগা হয় আৰু ১৯৮২ চনতে প্ৰতিষ্ঠা কৰা মোৰ সঙ্গীত বিদ্যালয় খনিৰ কামো বাঢ়ি আহে। বিদ্যালয় খনিয়ে লক্ষ্ণৌ ভাটখাণ্ডে বিশ্ববিদ্যালয়ৰ পৰা স্বীকৃতি পায় আৰু বৰ্ত্তমানে সেই বিদ্যালয়ৰ পৰা বহু ছাত্ৰ-ছাত্ৰীয়ে ডিগ্ৰী [B. Mus] লবলৈ সক্ষম হয়। এদিন স্কুলতে বহি থকা সময়তে অসমৰ বিখ্যাত সুৰকাৰ শ্ৰীযজ্ঞ বেজবৰুৱাই মোক এটি গীত লিখিবলৈ অনুৰোধ কৰিলে। মই কলম হাতত লৈ লেখি গ'লো— "মই যে মাধবী লতা!" ইমানবোৰ বকুল শেৱালী থাকোতে মোৰ কিয় মাধবীলতা হবৰ মন গ'ল কব নোৱাৰিলো। তাৰ পিছত লিখি গ'লো সহস্ৰ গীত। "তোমাৰ চকুৰ পানীৰে মোৰ পদুলী তিয়ালে,

মোৰ গীতৰ সুৰে তোমাৰ স্বপ্ন ভাঙে, শ্বহীদ— তোমাক নমস্কাৰ"— তাৰোপৰি গল্প প্ৰবন্ধ আদি অবিৰাম ভাবে লিখি গ'লো।

১৯৮৬ চন এইদৰেই গ'ল। ১৯৮৭ চনত পাঠশালা অধিবেশনত মোৰ প্ৰথম উপন্যাস "ডিয়ুং নদীৰ গীতে" [১৯৮৫-৮৬ চনৰ] বছৰৰ সৰ্ব্বশ্ৰেষ্ঠ উপন্যাস হিচাবে স্বীকৃতি লাভ কৰে আৰু "সীতানাথ ব্ৰহ্মচৌধুৰী" বঁটা লাভ কৰে।

মই হাফ্‌লঙত থাকোতেই জৰায়ু অসুখত ভূগিছিলো আৰু পাঠশালা অধিবেশনত সেই অসুখ বেছি হয় আৰু নগাওঁলৈ অহাৰ বাটত মেডিকেল কলেজৰ ডাক্তৰ শ্ৰীঅলকা গোস্বামীয়ে মোৰ কৰ্কট ৰোগ হৈছে আৰু দ্বিতীয় পৰ্য্যায় পাইছে বুলি ক'লে। মোৰ লগত অনবৰতে ঘূৰি ফুৰা মোৰ ডাঙৰ জোৱাঁই সুনীলে এই খবৰ শুনি বিমৰ্ষ হ'ল— আৰু ঘৰলৈ আহি সকলোৱে আলোচনা কৰি ভেলোৰলৈ যোৱাটো ঠিক কৰিলে। কিন্তু মোৰ সেই সময়ত টকা নাছিল, যি বন্ধু-বান্ধৱে মোক বঁটা পোৱাৰ ওলগ জনাবলৈ আহিছিল সেইসকলে মোৰ এই অসুখৰ খবৰ শুনি মৰ্ম্মাহত হ'ল। সেই সময়ত নগাওঁৰ মোৰ সহকৰ্ম্মীবৃন্দই যোৱাৰ কাৰণে আৰ্থিক সাহায্য আগবঢ়াইছিল। এইদৰেই আমাৰ অসম চৰকাৰৰ আৰ্থিক সাহায্য আৰু বন্ধু-বান্ধৱৰ সহায় আৰু সহযোগিতাত Vellore ত আঢ়ৈ মাহ থাকি পুনৰ নতুন জীৱন লৈ অসমলৈ ঘূৰি আহোঁ।

মাদ্ৰাজৰ পৰা ঘূৰি আহি পুনৰ লিখা-মেলা কামত লাগি গ'লো, শাৰীৰিক অসুস্থতাই মোৰ মনক বাধা দি ৰাখিব নোৱাৰিলে— ১৯৮৫ চনৰ পৰা আন্দোলনৰ ভিত্তিত লিখা "লুইত পাৰৰ কণ্ঠ" লিখি সম্পূৰ্ণ কৰি উলিয়ালো। এই সময়ৰ ভিতৰতে মোৰ দ্বিতীয়া কন্যা পদ্মিনীৰ থিওৰ বিদ্বান ৰবাৰ লগত ১৯৮৮ চনৰ ২০ এপ্ৰিল তাৰিখে বিবাহ সম্পন্ন হয়।

নিজৰ শাৰীৰিক অসুস্থতাৰ ভিতৰতো মই কাম কৰিবলৈ আগবাঢ়ি গ'লো। জনজাতীয় বাই-ভনী সকলৰ বিষয়ে মই লিখিবলৈ দৃঢ় প্ৰতিজ্ঞ। সেই কাৰণে মই মিজোৰামৰ মিজো, চাকমা সকল, ইফালে শদিয়াৰ খাম্‌তি, চুতীয়া সকলৰ বিষয়ে লিখিবলৈ আঁচনি যুগুতাই লৈছোঁ। দূৰ ভ্ৰমণ কৰি মোৰ ভাল লাগে। ভ্ৰমণৰ যোগেদি পোৱা অভিজ্ঞতা অতি সুন্দৰ। ঠাইবোৰৰ অভিজ্ঞতাকে লৈ বাৰিষাৰ কিন্‌কিনিয়া বৰষুণ বতৰত আৰু জাৰৰ দিনত জুইৰ কাষত বহি মই লিখি যাওঁ। জীৱনক সজীৱ কৰি ৰাখিবলৈ মানুহক কিছুমান পথ লাগে। যি পথে মানুহৰ চেতনাক জাগ্ৰত কৰিব পাৰে তেনে পথ উলিয়াই লব পাৰিলে জীৱন সুন্দৰ হয়। সুন্দৰতাৰ অবিহনে জীৱন নিষ্ফল। যদিও আজি মই বৃদ্ধ কালছোৱাত উপস্থিত হৈছোহি, তথাপিও

মই বৃদ্ধ কালটোক ঘিণ কৰো। মোৰ মনটোৱে সদায় ষোড়শী গাভৰু হৈয়ে থাকিবলৈ বিচাৰে।

সজীৱ মন এটা লৈ মই পাহাৰীয়া বাই-ভনী সকলৰ কাম কৰি যাবলৈ দৃঢ়প্ৰতিজ্ঞ।

আজিৰ অসমৰ গাঁৱে-ভূঞে মই দেখা পাওঁ দৰিদ্ৰ জনগণৰ কিবা যেন নোপোৱাৰ ক্ষোভ, নঙঠা শিশুৰ চকুত উদাস দৃষ্টি। সেইহে মই লিখো—

উলঙ্গ শিশুৰ চকুৰ পতাত
ক্ষুধাৰ কঁপনি,
কিন্তু মই যে অসহায়
মই নিৰুপায়
মই যে পঙ্গু মানৱ
কুৰি শতিকাৰ॥

তথাপিও মই চিঞৰি কবৰ মন যায় মোৰ কবিতাৰে—
বৰ্ননিব ৰঙা তেজৰ চেকুৰাৰে
লেখি থোৱা জীৱন্ত ইতিহাস
নহয় অম্লান
হে অসমীৰ সন্তান,
গোৱা আজি মুক্তিৰ গান॥

ড° নগেন শইকীয়া দেৱে মোলৈ লিখিছিল— "যাৰ কলমে কথা কয় সেই কলমক সামৰি থব নালাগে।" ময়ো সেই কথাকে মনত ৰাখি কলম সামৰা নাই, ময়ো লেখি গৈছো। নাজানো সেইবোৰ সঠিক লিখা হৈছে নে নাই। গীতাত কৈছে:

কৰ্মন্যেৱাধিকাৰস্তে মা ফলেষু কদাচন।
মা কৰ্মফলহেতুভূৰ্মা তে সাঙ্গাহস্ত্বকৰ্মণি॥ ২/৪৭ □

হেমলতা বেজবৰা

# অতীতৰ সোঁৱৰণী



শৈশৱৰ পৰা আৰম্ভ হোৱা ব্যক্তিগত আৰু সামাজিক জীৱনৰ মোৰ এই ৮৭ বছৰীয়া বয়সৰ অভিজ্ঞতা সামান্যভাবে হ'লেও লিপিবদ্ধ কৰিবলৈ পাই নিজকে ধন্য মানিছোঁ। এই বয়সত অতীতৰ বহুত কথাই হয়তো পাহৰণিৰ বুকুত হেৰাই গৈছে, তথাপি কিছুমান স্মৃতি এতিয়াও মনৰ মাজত সজীৱ হৈ আছে আৰু তাকেই উল্লেখ কৰিবলৈ প্ৰয়াস কৰিছোঁ।

মোৰ পিতৃ গুৱাহাটীৰ উজানবজাৰ নিবাসী স্বৰ্গীয় লক্ষ্মী প্ৰসাদ বৰুৱা আৰু মাতৃ আছিল দেৰগাঁৱৰ স্বৰ্গীয়া লক্ষ্মীপ্ৰিয়া দেবী। ১৯০৩ চনত মোৰ জন্ম গুৱাহাটীতে হৈছিল যদিও মোৰ শৈশৱৰ কালছোৱা তেজপুৰতে অতিবাহিত কৰিবলগীয়া হৈছিল। মোৰ পিতৃ যিহেতুকে চৰকাৰী চাকৰিয়াল আছিল, সেইবাবে চাকৰিৰ বাবে বহু ঠাই ঘূৰি ফুৰিবলগীয়া হৈছিল। মোৰ বাল্যকালৰ শিক্ষা তেজপুৰতে আৰম্ভ হয়। মোৰ সহপাঠী সকল প্ৰায়বোৰেই বঙালী সম্প্ৰদায়ৰ আছিল কাৰণে সেই সময়ত মই বঙালী ভাষাও কিছু আয়ত্ব কৰাত সুবিধা পাইছিলোঁ। বৰ্তমান যুগত নাৰী আৰু পুৰুষে সকলো ক্ষেত্ৰতে যেনেদৰে শিক্ষা-দীক্ষা, কাৰ্য্যক্ষেত্ৰ আদিত সমান মৰ্য্যদা লাভ কৰিছে, আমাৰ দিনত সেই সুবিধা মহিলাই পোৱা নাছিল। উচ্চ প্ৰাইমেৰী পৰীক্ষা পাচ কৰাৰ পিছত মোৰ স্কুলীয়া জীৱনৰ সামৰণি পৰে। ইংৰাজী শিক্ষাৰ প্ৰতি আগ্ৰহ দেখি ঘৰতে ককাইদেউহঁতে ইংৰাজী দৈনিক কাকতখন পঢ়িব পৰাকৈ ইংৰাজী শিকাইছিল।

সেই সময়ৰ প্ৰচলিত নিয়ম অনুযায়ী ১৯১৪ চনত ১১ বছৰ বয়সত যোৰহাটৰ কাছগড়ালৰ ৺গোপীনাথ বেজবৰাৰ লগত মোৰ বিবাহ সম্পন্ন

হয়। তেতিয়া তেখেতে গুৱাহাটীত আইন পঢ়ি আছিল। ১৯১৭ চনত ওকালতি আৰম্ভ কৰি মোক কাছগড়ালৰ ঘৰলৈ আনে। প্ৰথমতে মোৰ গাঁৱৰ পৰিৱেশ বৰ আচহুৱা যেন লাগিলেও লাহে লাহে সকলো পৰিস্থিতিতে নিজকে খাপ খুৱাই ল'বলৈ সক্ষম হৈছিলো। তদুপৰি গাঁৱৰ পৰিৱেশ মোৰ ভাল লগা হৈ আহিছিল। মৰমীয়াল শাহুৰ বাবেই হয়তো তেনে পৰিৱেশত নিজকে খাপ খুৱাই ল'বলৈও সহজ হৈছিল। এতিয়াও মনত পৰে কেনেকৈ মই কাছগড়াললৈ প্ৰথম যাত্ৰা কৰিছিলো। গুৱাহাটীৰ পৰা বেলেৰে আহি মৰিয়নী হৈ যোৰহাট পাইছিলোঁহি আৰু তাৰ পৰা তেতিয়াৰ দিনত গাঁৱলৈ যাবলগীয়া হৈছিল দোলাৰেহে।

১৯১৯ চনত মোৰ স্বামীয়ে যোৰহাট নগৰৰ চোলাধৰাত এটি স্থায়ী ঘৰ নিৰ্মাণ কৰে আৰু আমি তাতে থাকিবলৈ লওঁ। ১৯২১ চনত মহাত্মা গান্ধীৰ নেতৃত্বত হোৱা ভাৰতৰ স্বাধীনতা আন্দোলনত মোৰ স্বামীয়ে ৯মাহ কাৰবৰণ কৰে। সেই সময়ত স্বাধীনতা আন্দোলনে মহিলা সকলকো অনুপ্ৰেৰণা যোগাইছিল। এই ক্ষেত্ৰত যোৰহাটৰ বালিগাঁৱৰ স্বৰ্গীয়া অন্নদা দেবী বৰকটকীৰ নেতৃত্বত কেইবাগৰাকী মহিলাৰ লগতে ময়ো পৰোক্ষভাবে স্বাধীনতা আন্দোলনত অংশ গ্ৰহণ কৰিছিলোঁ। তেতিয়াৰ পৰাই মোৰ মনত গাৱেঁ-ভূঞে সোমাই থকা আমাৰ জীয়ৰী-বোৱাৰীসকলক বাহিৰৰ কৰ্ম্মক্ষেত্ৰলৈ আগবঢ়াই অনাৰ খাউতি উপজিল।

১৯৪৬ চনত গুৱাহাটীলৈ যাওঁতে ৺চন্দ্ৰপ্ৰভা শইকীয়া আৰু ৺ইন্দুপ্ৰভা বৰুৱাই যোৰহাটত এখন 'মহিলা সমিতি' গঠন কৰিবলৈ মোক উৎসাহ দিয়ে। মই যোৰহাটলৈ আহি বাডৰি কাকতৰ লগত হেন্দবিল বিলাই মহিলা সকলক গোট খুৱাই মহিলা সমিতিৰ আৱশ্যকতাৰ বিষয়ে আলোচনা কৰোঁ। সেই আলোচনা মতে ৺শশীপ্ৰভা চলিহাক সভানেত্ৰী আৰু মোক সম্পাদিকাৰ কাৰ্য্যভাৰ অৰ্পণ কৰি 'যোৰহাট জিলা মহিলা সমিতি' গঠন কৰা হয়। দুভাৰ্গ্যবশতঃ শাৰীৰিক অসুস্থতাৰ বাবে শশীপ্ৰভা চলিহাই সভানেত্ৰী পদৰ পৰা অব্যাহতি ল'বলগীয়া হয়। তেখেতৰ ঠাইত শ্ৰীযুতা নীৰদা বালা শইকীয়াক সভানেত্ৰীৰ পদত বহুওৱা হয়। প্ৰায় ১৩ বছৰ কাল মই সম্পাদিকাৰ পদত থাকোঁ। এই পদত যথেষ্ট কষ্ট স্বীকাৰ কৰিবলগা হোৱাৰ উপৰিও দাৰিদ্ৰ্যও সমানে আছিল যদিও মই সমাজৰ কামত আত্ম নিয়োগ কৰিবলৈ পাই গৌৰৱবোধ কৰিছিলোঁ।

ইতিমধ্যে মোৰ সন্তান কেইটি উপযুক্ত হোৱাত আৰু ঘৰলৈ বোৱাৰীৰ আগমন হোৱাত মই ঘৰুৱা দায়িত্বসমূহৰ পৰা কিছু পৰিমাণে মুক্ত হ'লো

আৰু সমাজৰ কামত মনে প্ৰাণে লাগিবলৈ সুবিধা হ'ল। মোৰ স্বামীয়েও মহিলা সমিতিৰ কামত মোক সকলো ফালৰ পৰা সহায় আগবঢ়োৱাত যথেষ্ট উৎসাহ পাইছিলো। মোৰ সহকৰ্মীসকল আছিল— ৺শশীপ্ৰভা চলিহা, ৺চাৰুপ্ৰভা ভৰালী, মৃনালিনী বৰুৱা, শ্ৰীনীৰদা বালা শইকীয়া, শ্ৰীমতী সুধালতা বৰুৱা আৰু শ্ৰীলিলি বৰুৱা। আৰু বহুতৰ নাম হয়তো পাহৰি গৈছো আৰু তাৰ বাবে ক্ষমা বিচাৰিছো। এই সহকৰ্মী সকলৰ সৈতে গাৱেঁ-ভূঞে গৈ আগতে জনাই থোৱা নিৰ্দিষ্ট স্থান আৰু সময়ত উপস্থিত হৈ গাঁৱৰ শিপিনীসকলক সূতা-নেতাৰ যোগান দি কাপোৰ বোৱাই বিক্ৰী কৰি তেওঁলোকক বানচ দিয়াৰ দিহা কৰিছিলো।

১৯৫৮ চনত মোক মহিলা সমিতিৰ সভানেত্ৰী পদ দি স্বৰ্গীয়া তিলকা শইকীয়াক সম্পাদিকাৰ কাৰ্য্যভাৰ দিয়া হয়। তেওঁ এগৰাকী গান্ধীবাদী, সুদক্ষ সমাজ কৰ্মী আছিল। তেওঁৰ কাৰ্য্যকালতে 'যোৰহাট জিলা মহিলা সমিতি' এক সক্ৰিয় অনুষ্ঠান হৈ উঠিছিল। সমিতিৰ সংগঠনৰ কামো গোটেই শিৱসাগৰ জিলাতে বিস্তৃত হৈ পৰিছিল, বিশেষকৈ গ্ৰাম্য অঞ্চল সমূহত ইয়াৰ প্ৰভাৱ উল্লেখনীয় হৈছিল। গাৱঁৰ মহিলাসকলে নানা ঠাইত 'প্ৰাথমিক মহিলা সমিতি' গঠন কৰাত, বিশেষকৈ সমাজ উন্নয়নৰ ক্ষেত্ৰত মহিলা সকলৰ ভূমিকা দেখি সেই সময়ৰ অসমৰ ৰাজ্যপাল জয়ৰাম দাস দৌলত ৰামব পৰিবাৰে আশ্চৰ্য্য বোধ কৰিছিল।

যোৰহাট জিলা মহিলা সমিতিয়ে মেট্ৰিকৰ দুবছৰীয়া পাঠ্যক্ৰম আৰম্ভ কৰাৰ লগতে 'মিড্ল স্কুল কৰ্চ' আৰম্ভ কৰি প্ৰায় ৩০ গৰাকী বিধৱা, পৰিত্যক্তা আৰু নিঃসহায় ছাত্ৰীৰ শিক্ষা আহৰণত সুবিধা আগবঢ়ায়। সেই সকল ছাত্ৰীৰ ভিতৰৰ কেইবা গৰাকীও মহিলাই কাৰ্য্যক্ষেত্ৰত নিযুক্তি পাই বৰ্ত্তমান সুখৰ জীৱন নিৰ্ব্বাহ কৰিছে। তেওঁলোকে প্ৰধানতঃ সমাজ উন্নয়নমূলক কামত ব্ৰতী হৈছে।

সেই সময়ত মহিলা সমিতিৰ তৰফৰ পৰা যোৰহাটত এজন হিন্দী শিক্ষক নিযুক্তি দি হিন্দী বিদ্যালয় এখনো খোলা হয়। এই বিদ্যালয়ত 'প্ৰাৰম্ভিক', 'প্ৰবেশ' আৰু 'পৰিচয়ৰ' শ্ৰেণী মুকলি কৰা হৈছিল। নগৰৰ বহুতো মহিলাই এই বিদ্যালয়ত ভৰ্ত্তি হৈ কৃতকাৰ্য্যতা লাভ কৰিছিল। সমিতিয়ে উলৰ মেচিন, চিলাইৰ মেচিন আদিৰে ছাত্ৰীসকলক প্ৰশিক্ষণ দিয়াৰ উপৰিও তাতেই চুৱেটাৰ গুঠি বা চিলাই আদি কৰি বিক্ৰী কৰাৰো ব্যৱস্থা কৰিছিল। ১৯৭১ চনত ৺যোগেন্দ্ৰ নাথ শইকীয়া সমবায় মন্ত্ৰী পদত থাকোঁতেই তেখেতৰ পত্নী আৰু সমিতিৰ সম্পাদিকা তিলকা শইকীয়াই 'সমবায় শিপিনি সংঘ' স্থাপন কৰাৰ

উদ্দেশ্যে মোৰ লগত আলোচনা কৰে। সেই মতেই এখন কাৰ্য্যনিৰ্ব্বাহক সভাৰ আহ্বান কৰা হয়। সকলো সভ্যাৰে সমৰ্থনত ১৯৭১ চনত 'নৱজ্যোতি সমবায় শিপিনী সমিতি'ৰ কামৰ শুভ আৰাম্ভ কৰা হয়। শ্ৰীযুতা মধুলতা বৰুৱাক সভানেত্ৰী আৰু শ্ৰীমতী ৰেণু বৰুৱাক সম্পাদিকাৰ দায়িত্ব ভাৰ দিয়া হয়। অসম চৰকাৰৰ সহায়-সহযোগ হিচাপে উপযুক্ত অৰ্থ সাহায্যৰ অনুদান পোৱাৰ উপৰিও সুধালতা বৰুৱা আৰু ৰেণু বৰুৱাৰ অশেষ চেষ্টাৰ ফল স্বৰূপে গঢ় লৈ উঠা 'নৱজ্যোতি শিপিনী সমবায় সমিতি' আজি যোৰহাটত এটি লেখত ল'বলগীয়া অনুষ্ঠান হৈ উঠিছে। এই অনুষ্ঠানত গুণাৰ আৰু সূতাৰ ফুলৰ পাতৰ মেখেলা-চাদৰ, গামোছা, এড়ী-চাদৰ, নেপকিন্ আদি প্ৰশিক্ষণ প্ৰাপ্ত ছোৱালীৰ দ্বাৰা বোৱাই বিক্ৰী কৰি শিপিনী সংঘই যোৰহাটত বেচ সুনাম অৰ্জন কৰিব পাৰিছে। 'নৱজ্যোতি সমবায় শিপিনী সংঘ'ৰ কাম এতিয়াও সুচাৰুৰূপে চলি আছে। সেয়ে মোৰ মনতো অপাৰ সন্তোষ।

১৯৭২ চনত মোৰ স্বামীৰ শাৰীৰিক অসুস্থতাৰ বাবে মই সভানেত্ৰীৰ পদৰ পৰা অব্যাহতি লওঁ। শ্ৰীমতী দেবেশ্বৰী বৰুৱাক সভানেত্ৰী আৰু ৺নিৰুপমা বৰুৱাক সেই বছৰৰ সম্পাদিকাৰ বাব দিয়া হয়। নিৰুপমা বৰুৱা এগৰাকী অতি উৎসাহী, কৰ্মপটু সমাজসেৱী মহিলা আছিল। তেওঁ এগৰাকী সুদক্ষা লেখিকাও। তেওঁলোকৰ সময়তো মহিলা সমিতিখনে সুনাম অৰ্জন কৰিছিল। সমিতিৰ প্ৰতি মহিলা সকলৰ আকৰ্ষণ বঢ়াই তুলিবৰ বাবে পোন্ধৰ দিনৰ অন্তৰে অন্তৰে 'ৰংচৰা' নামৰ এক অনুষ্ঠানৰ সৃষ্টি কৰিছিল। এই চৰাৰ দ্বাৰা মহিলাসকলৰ মাজত সমবেত সঙ্গীত, আইনাম, বিয়ানাম আদিৰ প্ৰতিযোগিতা চলিছিল। এই 'ৰং চৰা'ৰ জৰিয়তেই নগৰে-চহৰে, গাৱেঁ-ভূঞে থকা মহিলা সকলে নিজৰ সুপ্ত প্ৰতিভা বিকাশ কৰিবলৈ সুবিধা পাইছিল। 'ৰংচৰা'ৰ বৈঠকত মহিলা সকলে আই-নাম, বিয়া-নাম, গোঁসাই নাম, গীত-মাত পৰিৱেশন কৰাৰ উপৰিও স্বৰচিত কবিতা-গল্প আদি পাঠ কৰি কৃতাৰ্থ মানিছিল। দৈনন্দিন জীৱনৰ গতানুগতিকতাত ব্যস্ত হৈ থকা মহিলাসকলে 'ৰং চৰা'ৰ ৰং-আনন্দকৰ পৰিৱেশত নিজকে বিলাই দি তৃপ্তি লাভ কৰিছিল। সমিতিৰ সভ্যা সকলে মাজে-সময়ে সাংস্কৃতিক অনুষ্ঠান আদিৰ দ্বাৰা পুঁজি টনকিয়াল কৰিছিল। আমাৰ সকলোৰে দুৰ্ভাগ্য যে তিলকা শইকীয়া আৰু নিৰুপমা বৰুৱাৰ দৰে অক্লান্ত কৰ্ম্মী আৰু উদ্যোগী মহিলাক অকালতে হেৰুৱাবলগীয়া হ'ল। নিৰুপমাৰ মৃত্যুৱে নিজৰ পৰিয়ালৰ লগতে যোৰহাটৰ মহিলা সমাজৰো অপূৰণীয় ক্ষতি কৰিলে বুলি মই ভাবোঁ।

১৯৭২ চনতে মহিলা সমিতিৰ সভানেত্ৰী পদৰ পৰা অব্যাহতি ল'লো

যদিও এতিয়ালৈকে মই যোৰহাট মহিলা সমিতিৰ লগত জড়িত হৈ আছোঁ। বৰ্তমানৰ সভানেত্ৰী শ্ৰীমতী দেবেশ্বৰী বৰুৱা আৰু সম্পাদিকা শ্ৰীমতী ৰজনী প্ৰভা বৰুৱাই মোক উপদেষ্টা পাতি প্ৰয়োজন অনুসৰি নানা উপদেশ লৈ মোক পৰোক্ষ ভাবে হ'লেও সমিতিৰ লগত সম্বন্ধ ৰাখিবলৈ সুযোগ দিছে।

১৯৭৫ চনত তেজপুৰত অনুষ্ঠিত হোৱা 'সদৌ অসম প্ৰাদেশিক মহিলা সমিতি'ৰ বাৰ্ষিক অধিবেশনৰ মূল সভাত মোক সভানেত্ৰীত্ব কৰিবলৈ আমন্ত্ৰণ জনোৱাত সভাত উপস্থিত থাকি সভানেত্ৰীৰ আসন গ্ৰহণ কৰি মহিলা সকলক দুআষাৰ উপযোগী ভাষণ ক'বলৈ পাই আনন্দ উপভোগ কৰিছিলোঁ। এটা সময়ত যোৰহাটৰ 'বাল্য ভৱন বিদ্যালয়' আৰু 'যোৰহাট উচ্চ ইংৰাজী বালিকা বিদ্যালয়'ৰ মেনেজিং কমিটিৰ সদস্যা ৰূপেও থাকিবলগীয়া হৈছিল।

কৰ্ম্ম-ব্যস্ত জীৱনেই মোৰ প্ৰিয়। স্বামী অসুস্থ অৱস্থাত থাকোঁতে তেওঁৰ কাষত বহি নানান কুৰ্চাৰ কাম, উলৰ কাম, চিলাই কাম কৰি সময়ৰ সদ্ব্যৱহাৰ কৰিছিলো। নিজৰ হাতৰ কামৰ বস্তু কেতিয়াবা পৰিয়ালৰ লোকসকলক উপহাৰ স্বৰূপে দিয়াৰ উপৰিও প্ৰদৰ্শনী আদিত প্ৰদৰ্শন কৰি বা বিক্ৰী কৰি নিজৰ হাত খৰচো উলিয়াইছিলো। এই বিষয়ে মই অন্যান্য মহিলা সকলকো উৎসাহ অনুপ্ৰেৰণা দিছিলো। কিন্তু দুখৰ বিষয় চকুৰ অস্ত্ৰোপচাৰৰ পিছত ডাক্তৰৰ পৰামৰ্শ মতে আজি প্ৰায় এবছৰ কাল এইবোৰ কামৰ পৰা আঁতৰি আছো।

সামাজিক ৰীতি-নীতিৰ কথা ক'বলৈ গ'লে এটা কথা ক'ব লাগিব যে 'বাল্য বিবাহ'ৰ মই ঘোৰ বিৰোধী। সৰু কালতে ছোৱালী বিয়া দি মাক-দেউতাকৰ কৰ্ত্তব্য শেষ হ'ল বুলি ভবাটো একেবাৰে ভুল কথা। ছোৱালীক ভালদৰে শিক্ষা-দীক্ষা দি উপযুক্ত পাত্ৰত অৰ্পন কৰাটোহে আচল আদৰ্শ পিতৃ-মাতৃৰ কৰ্ত্তব্য। বিধবা-বিবাহৰ প্ৰতিও মোৰ সমৰ্থন আছে। যি সকল ছোৱালীয়ে কম বয়সতে বৈধব্য জীৱন পালন কৰিবলগীয়া হয়, সেই সকলক তেওঁলোকৰ মত সাপেক্ষে পুনৰ সংসাৰ পাতিবলৈ ব্যৱস্থা কৰা উচিত বুলি মই বিবেচনা কৰো। বহুতো ছোৱালীয়ে এই বিষয়ত নিজৰ মত প্ৰকাশ কৰিবলৈ লাজ বা দ্বিধা কৰিব পাৰে, তেনে স্থলত সমাজৰ অভিজ্ঞ মহিলা সকলে আগ-ভাগ লৈ পৰামৰ্শ দিয়াতো মই মনে-প্ৰাণে কামনা কৰো।

অসমত যৌতুক প্ৰথাৰ প্ৰচলন আগতে একেবাৰেই নাছিল। অসমৰ বাহিৰৰ ঠাইবোৰত যৌতুক প্ৰথাৰ বলি হোৱা মহিলাৰ করুণ কাহিনী প্ৰায়ে বাতৰি কাকতত পোৱা যায়। কিন্তু অতি পৰিতাপৰ বিষয় যে আজি অসমতো ইয়াৰ প্ৰভাৱ বিয়পি পৰিছে। যৌতুকৰ বাবে কোনো সময়ত নাৰী নিৰ্য্যাতন, নাৰী হত্যা আদি গৰ্হিত কাম কৰিবলৈও এক শ্ৰেণীৰ লোকে কুণ্ঠা বোধ

কৰা নাই। মই ভাবোঁ আমাৰ মহিলাসকলে যৌতুক প্ৰথাৰ তীব্ৰ বিৰোধিতা কৰি এনে ধৰণৰ দোষীক শাস্তি বিধান কৰাৰ দাবী জনোৱা উচিত। অৱশ্যে সাম্প্ৰতিক কালৰ মহিলা সমাজে সভা-সমিতি পাতি যৌতুক প্ৰথাৰ প্ৰতিবাদ জনোৱা কাগজে-পত্ৰই পঢ়িবলৈ পাই সুখী হৈছোঁ।

মোৰ জীৱন কালত পোৱা আনন্দৰ মুহূৰ্ত্তৰ বিষয়ে উল্লেখ কৰিবলৈ হ'লে মনলৈ আহে— আমাৰ প্ৰথমা নাতিনীয়ে (বৰ পোৰ জী) যিদিনা সুখ্যাতিৰে সংস্কৃত বিষয়ত উত্তীৰ্ণ হৈছিল। ককাকে আনন্দতে যেন কান্দি পেলাইছিল। মৰমৰ বৰ নাতিনীক মূৰত চুমা খাই আশীৰ্ব্বাদ কৰিছিলো। সেই দিনটোৰ স্মৃতি মোৰ সদায়ে সজীৱ হৈ ৰ'ব— এটি আনন্দৰ দিন হিচাপে।

মোৰ জীৱনৰ শোকাকুল ঘটনা হ'ল মোৰ সৰু জোঁৱাইৰ অকাল মৃত্যু। এই ঘটনাই মোৰ মাতৃমনত যি আঘাত দিলে তাক বৰ্ণাবলৈ মই অপাৰগ। সেই সময়ত মোৰ স্বামীৰ মানসিক অৱস্থাৰ কিছু পৰিমাণে অৱনতি ঘটাত কথাবোৰ মাজে মাজে পাহৰে। সেয়ে মোৰ দুখৰ ভাগ তেখেতে সমনে বহন কৰিবলৈ অক্ষম হৈ পৰিছিল। মোৰ মানসিক অৱস্থা শোচনীয় হৈ পৰিছিল। এতিয়া কিন্তু তেওঁলোকৰ ল'ৰা-ছোৱালী তিনিওটিকে মাকে উপযুক্ত শিক্ষাৰে গঢ়ি তোলাত মনত শান্তি লাভ কৰিছো।

আমাৰ চাৰিজন পুত্ৰ, চাৰি গৰাকী বোৱাৰী, দুটি কন্যা, এটি জোঁৱাই আৰু কেইবাটিও নাতি- নাতিনী, নাতিনী বোৱাৰী আজুনাতিৰে মই বৰ্ত্তমান এটি বৃহৎ পৰিয়ালৰ গৰাকী। ঈশ্বৰে যিখিনি দিছে তাতে সুখী হৈ জীৱনৰ বাকী কালছোৱা যাতে কোনো দুখ-কষ্ট নোপোৱাকৈ নিজকে তেওঁৰ চৰণত বিলীন কৰি দিব পাৰোঁ, তাকেই প্ৰাৰ্থনা কৰিছোঁ পৰমেশ্বৰৰ ওচৰত।□

হেমন্তেশ্বৰী দেৱী

# এৰি থৈ অহা দিনবোৰ



মই স্বনামধন্য ৺কীৰ্ত্তিনাথ বৰদলৈৰ বৰ জীয়ৰী। অসমৰ সঙ্গীত জগতত মোৰ দেউতাৰ নাম মানুহৰ মুখে মুখে। মোৰ ক্ষুদ্ৰ আৰু নগন্য জীৱনৰ গৌৰৱো যেন সেয়ে। মোৰ মা আছিল গহীন-গম্ভীৰ আৰু সুন্দৰ গৃহিনী। শিশু কালছোৱাত দেউতা-মাৰ পৰা উপযুক্ত শিক্ষা পাইছিলো। স্কুলৰ পৰা মাত্ৰ মই প্ৰাইমেৰীহে পাচ কৰিছিলোঁ। ছোৱালীৰ বাবে উচ্চ শিক্ষাৰ কথা তেতিয়া প্ৰায় নাছিলেই। হাইস্কুল দেখাই নাই যদিও দেউতাই ঘৰতে সাহিত্য, অঙ্ক ভূগোল আদিৰ পাঠ নিয়মীয়াকৈ লৈছিল। ঘৰত স্কুলীয়া পাঠ পঢ়াৰ উপৰিও সদায় কীৰ্ত্তন পুথিৰ দু আধ্যা পঢ়াৰ নিয়মো বান্ধি দিছিল। পঢ়াৰ পিছত গধূলি দেউতা কামৰ পৰা আহিলে গানৰ অভ্যাস কৰাইছিল। ৰবীন্দ্ৰ সঙ্গীতো মই শিকিছিলোঁ। মোৰ দাদা ৺মুক্তিনাথ বৰদলৈও সঙ্গীতত অগাধ পণ্ডিত। তেখেতৰ সহযোগিতাত মোৰ সঙ্গীত চৰ্চা আয়ত্ব কৰাত যথেষ্ট সুবিধা হৈছিল। তেখেতৰ পৰা পোৱা মৰম-স্নেহ, শিক্ষা আজিও পাহৰিব নোৱাৰোঁ। মোৰ মা বন্ধা-বঢ়া আৰু বোৱা-কটাত বৰ পাৰ্গত আছিল। মাৰ পৰা মই এই দুটা শিক্ষা লাভ কৰিছিলো। বিশেষকৈ বন্ধা-বঢ়া কৰি মই পৰম তৃপ্ত হৈছিলোঁ। এতিয়াও মই বান্ধি ভাল পাওঁ [যদিও খুব ৰাজসিক ধৰণৰ বন্ধা-বঢ়া কৰা মোৰ উপায় নাছিল]।

মোৰ ককাই দুজন— মুক্তি বৰদলৈ, ডঃ হৰি বৰদলৈ। এতিয়া মোৰ পিতৃকুলত ভনী দুজনীৰ বাহিৰে আৰু কোনো নাই। মোৰ শিশু কাল কেনেকৈ গ'ল ভাবিলে সপোন যেন লাগে। এক্কাৰ-পোহৰৰ মাজেদি দিনবোৰ কেনি গ'ল গমকে নেপালোঁ। যেতিয়া অলপ জনা-বুজা হ'লোঁ, তেতিয়া বিয়াই

হ'ল। অৱশ্যে বিয়া কি বস্তু বুজা হোৱা নাছিলোঁ। মোৰ স্বামী আছিল ডিব্ৰুগড়ৰ বিখ্যাত পণ্ডিত লোকেশ্বৰ বৰুৱাৰ মাজু পুত্ৰ ৺অতুল চন্দ্ৰ বৰুৱা। তেখেত স্কুলৰ শিক্ষক আছিল। বিয়া খনত হোৱা হুৱা-দুৱা মোৰ ভালেই লাগিছিল। কেৰু-মণি পিন্ধাই নোৱাই-ধুৱাই নাম-গুণ গাই বৰ ধুমধামেৰে মোৰ বিয়া পাতিছিল। মোৰ তেতিয়া বাৰ কি তেৰ বছৰ বয়স। ভাবিব পৰা নাছিলোঁ— বোৱাৰী জীৱন কি! বিয়াৰ এবছৰৰ পিছত (পুষ্পিতা হোৱাৰ পিছত) মই শহুৰৰ ঘৰলৈ গৈ বোৱাৰী জীৱন আৰম্ভ কৰিলোঁ। শহুৰ-শাহু, বৰজনা-দেওৰ, জা-ভতিজা আদিৰে ভৰপূৰ মোৰ শহুৰৰ ঘৰখন আছিল ডিব্ৰুগড়ৰ পুৰণি আমোলাপটিত। এতিয়া সেই ভেটি ব্ৰহ্মপুত্ৰৰ বিশাল বুকুত জাহ্ গ'ল।

মোৰ শহুৰ বৰ সাত্বিক লোক আছিল। শহুৰৰ ঘৰত শালগ্ৰাম শিলা থকা বাবে গোসাঁই ঘৰৰ কাম-বনো এক লেখত ল'বলগীয়া কাম হৈ পৰিছিল। মই শৈশৱাৱস্থাতে গোসাঁইঘৰ মচা, প্ৰাৰ্থনা কৰা ইত্যাদি শিক্ষা ঘৰত পাইছিলোঁ। সেয়ে ডিব্ৰুগড়ৰ নতুন ঘৰখনত গোসাঁইৰ কামবোৰ মোৰ বৰ আচহুৱা যেন নেলাগিল। মোক প্ৰথম অৱস্থাত অৱশ্যে উপবাস কৰাই পৰাচিত কৰাইছিল। গোসাঁইঘৰৰ কামবোৰ শিকাই দিছিল মোৰ শাহু আয়ে। ৰাতি নৌ পুৱাওঁতেই শুই উঠিব লাগে। গোসাঁই ঘৰটো ডাঙৰ কাৰণে আগদিনা ৰাতিয়েই মচি থৈ অহাৰ নিয়ম। পিছদিনা পুৱা সিংহাসনৰ ভেটি মচি কোষা-অৰ্ঘ্যা ধুই গোসাঁই (শালগ্ৰাম) ধুওৱা পানী আনি মই শহুৰ দেউতাক যতনাই দিছিলোঁ। গোসাঁই ঘৰত ন জনা শালগ্ৰাম আছিল।

সেই সময়ত মোৰ স্বামীয়ে জাঁজী হাইস্কুলত কাম কৰিছিল। মাজে-সময়েহে ঘৰলৈ আহিছিল। মোক স্বামীৰ কৰ্ম্মস্থলীলৈ নিয়াৰ প্ৰশ্নই উঠা নাছিল। গতিকে বন্ধ আদিত আহিলেহে স্বামীৰ লগত দেখা-সাক্ষাৎ হয়। তেনে সময়তে তেওঁ ঢাকাত বি,টি, পঢ়িবলৈ যায়। কাৰণ তেতিয়াৰ দিনত অসমত বি,টি, কলেজ নাছিল।

ডিব্ৰুগড়ত মোৰ বোৱাৰী জীৱন গতানুগতিক ভাবে চলি থাকে। ঘৰখনত বাৰটা মাহত তেৰটা পাৰ্বন চলি থাকে— পূজা, নামগোৱা, ভকতক চাউল খুউৱা, গ্ৰহ পূজা ইত্যাদি, ইত্যাদি। সেইবোৰৰ পৰাও মোৰ জীৱনত বহুতো অভিজ্ঞতা হ'ল। ইতিমধ্যে বানপানীত আমোলাপটিৰ ঘৰটো উটি-ভাঁহি যোৱাত ডিব্ৰুগড়ৰ চৌকিডিঙিৰ নতুন ঘৰলৈ অহা হ'ল। শহুৰ-শাহুৰ সদায় এটাই আক্ষেপ— মোৰ ল'ৰা-ছোৱালী নাই! যি নহওক, পৰমেশ্বৰৰ অশেষ কৃপাত ২৩ বছৰ বয়সত মোৰ ডাঙৰ ছোৱালীজনীৰ জন্ম হয়। তেতিয়াহে অলপ

ৰক্ষা পালোঁ গঞ্জনাৰ পৰা। ৫ বছৰৰ পিছত দ্বিতীয় ছোৱালীটিৰ জন্ম হয়। লাহে লাহে মই পাঁচোটা সন্তানৰ মাতৃ হৈ পৰিলো।

মোৰ স্বামীয়ে যোৰহাট পলিটেকনিক হাইস্কুলত চাকৰি পোৱা বাবে আমি এটা সময়ত যোৰহাটলৈ আহিলোঁ। তেখেত শিক্ষক আছিল বাবে মোৰো কিছুমান পঢ়া-শুনা বিষয়ক কথা জানিবলৈ সুচল হ'ল। তেখেতে আনি থোৱা ভূগোল, বিজ্ঞান আৰু বুৰঞ্জীৰ বিচিত্ৰ-কাহিনী মই ৰাতি শোৱাৰ আগতে নিৰলে টিপ-চাকিৰ পোহৰত পঢ়োঁ। ডিগ্ৰী লাভ কৰিব নোৱাৰিলেও সেই অধ্যয়নে মোক অনেক নজনা কথা, নতুন বিষয় শিকালে। যোৰহাটলৈ অহাৰ পিছত মই কিছু প্ৰবন্ধও লিখিছিলোঁ। ১৯৩৫ চনত মোৰ প্ৰথম প্ৰবন্ধ ছপা হৈছিল। এইবোৰ ছপা হৈছিল 'জনমভূমি' আৰু 'অসম বাণী' কাকতত। 'জনমভূমি'ৰ তেতিয়াৰ সম্পাদক মহোদয়ে মোক এই বিষয়ত উৎসাহ প্ৰদান কৰিছিল। তেখেতেই ৰবীন্দ্ৰনাথ ঠাকুৰৰ কবিতা সমালোচনা কৰিবলৈ মোক প্ৰেৰণা দিছিল। বিশ্ব কবিয়ে যে নাৰীক সমাজত ওখ আসন দি গৈছে, তাকো দেখুৱাবলৈ আঙুলিয়াই দিছিল। ৰামকৃষ্ণ পৰমহংসয়ো নাৰীক মুক্তি পথৰ 'বগৰী জেং' বুলি কোৱা নাছিল। এনেবোৰ কথাত আকৃষ্ট হৈ ৰামকৃষ্ণ পৰমহংসৰ জীৱনী (ছাঁলৈ) লিখিছিলোঁ। মাইকেল মধুসূদন দত্তৰ কাব্যৰ উক্তি দি নাৰীৰ জীৱন সম্বন্ধীয় কিছু প্ৰবন্ধ ৰচনা কৰিছিলো। ভগিনী নিবেদিতাৰ জীৱনীবো ভাঙনি কৰি ছপা কৰিছিলো। এই সময়তে মোৰ শৈশৱ কালৰ বান্ধৱী এগৰাকীৰ অনুগ্ৰহত যোৰহাটৰ 'বাল্য-ভৱন বিদ্যালয়'ত চাকৰি পোৱাৰ সৌভাগ্য ঘটে। বাল্য-ভৱনখন তেতিয়া প্ৰাইমেৰী স্কুলহে আছিল। কণ্ কণ্ ল'ৰা-ছোৱালীৰ মাজত নিজকে বিলাই দি আনন্দ পাইছিলোঁ। কিন্তু তাত কামত সোমোৱাৰ কিছুদিনৰ পিছতে মই অকালতে স্বামীক হেৰুৱাওঁ। মোৰ জীৱনলৈ পৰম দুৰ্ভাগ্য নামি আহে। বৰ নিঠৰুৱা, নিঃসহায় হৈ পৰিছিলোঁ। তথাপি মনৰ বল অক্ষুণ্ন ৰাখিবলৈ যত্নপৰ হৈছিলোঁ।

সৰুৰে পৰা সঙ্গীত-চৰ্চা আৰু অভিনয় কৰাত মোৰ ৰাপ আছিল। ১৯৭৫ চনত যোৰহাটত হোৱা 'পদ্মনাথ গোঁহাঞি বৰুৱা জন্ম শতবাৰ্ষিকী'ত তেখেতৰ 'গাওঁবুঢ়া' নাটকৰ মই 'ডেলেউ মৰিয়ানী'ৰ ভাওটো লৈছিলোঁ। সেইসময়ত মোৰ বয়সে প্ৰায় ভাটি দিছিলে, ভাওটোও নিচেই সৰু আছিল যদিও তাত মই শ্ৰেষ্ঠ অভিনেত্ৰীৰ সন্মান লাভ কৰিলোঁ। যোৰহাট জিলা মহিলা সমিতিৰো নাটকত অংশ গ্ৰহণ কৰিছিলোঁ। মহিলা সমিতিয়ে আয়োজন কৰা এখন নাটকতো শ্ৰেষ্ঠ অভিনেত্ৰীৰ পুৰস্কাৰ পাইছিলোঁ। বাল্য-ভৱনত কাম কৰি থকা অৱস্থাত তৰ্ক-প্ৰতিযোগিতাত ভাগ লৈছিলোঁ। আৰু শ্ৰেষ্ঠ

তাৰ্কিকৰ সন্মান ল'বলৈ সক্ষম হৈছিলোঁ। বাল্য-ভৱনত শিক্ষয়িত্ৰী হৈ থকা সময়খিনিতে কেইবা ঘৰতো ল'ৰা-ছোৱালী পঢ়াবলৈ লৈ ঘৰুৱা-শিক্ষয়িত্ৰীৰ দায়িত্ব পালন কৰিছিলোঁ। সেই সকল অভিভাৱকৰ পৰা পোৱা মৰম-সাদৰ সঁচাই পাহৰিব নোৱাৰোঁ।

মই ল'ৰা-ছোৱালীক প্ৰাণ ভৰি ভাল পাওঁ। সদায় শিশুৰ সঙ্গত থাকি মনত বিমল আনন্দ পাইছিলোঁ। মোৰ জীৱনৰ একমাত্ৰ আনন্দ— শিশুৱেও মোক ভাল পায়। আমাৰ যোৰহাটৰ সংসাৰী জীৱনৰ আদিৰে পৰা ওচৰৰ ল'ৰা-ছোৱালীবোৰ গোটাই ৰং-ধেমালি কৰোঁ, গান শিকাওঁ, সাধু কওঁ। দেশ-বিদেশৰ বিচিত্ৰ কাহিনী শুনি মুগ্ধ হৈ যোৱা ল'ৰা-ছোৱালীবোৰৰ পবিত্ৰ মুখমণ্ডলে আজিও মোৰ মনত দোলা দি যায়। মোৰ বিয়া হোৱাৰ আগতেও ভাগিন-ভতিজা কেইটাক সময় পালেই পঢ়ুৱাওঁ, সাধুকথা কওঁ। এতিয়া সেই ভতিজাহঁতো একোজন ভব্য-গব্য ব্যক্তি হ'লগৈ। তথাপিও লগ পালেই সৰু কালত কৰা মৰম-চেনেহৰ কথা সুঁৱৰি থাকে। মই কোৱা সাধুকথাবোৰে মনত সাঁচ বহুৱাইছিল বুলিও তেওঁলোকে স্বীকাৰ কৰে। আজিও জীৱনৰ এই ভাটিবেলাত একমাত্ৰ আনন্দ মোৰ শিশু সঙ্গ। কত ধৰণৰ, কত স্বভাৱৰ যে শিশুক লগ পাইছো কি ক'ম! মই বিধৱা হোৱাৰ পিছত হাতত খাৰু-মণি নেদেখি অকনি এটিয়ে সুধিছিল, 'তোমাৰ খাৰু নাই নেকি? মই মাৰ পৰা খুজি আনি দিম দেই'। নিদাৰুণ বৈধব্য-যন্ত্ৰণাত মোক একমাত্ৰ শিশুৰ সঙ্গই সীমাহীন সান্ত্বনা দিছিল। মই ডাঙৰৰ সমাজতকৈ শিশুৰ সমাজত থাকি ভাল পাওঁ কাৰণেই বিশেষ ৰাজহুৱা কামত আগবাঢ়িব নোৱাৰিলোঁ। আজিও মোক শিশুৱে লগ এৰা নাই। সদায় উপলব্ধি কৰি আহিছোঁ জগতত মানুহেই সকলো। এই মানুহৰ মাজতো আকৌ শিশু হ'ল দেৱ স্বৰূপ। শিশুৰ গাত ঈশ্বৰ থাকে বুলি বুঢ়ালোকে কোৱা কথাষাৰৰ সত্যতাময়ো বিশ্বাস কৰোঁ। সিহঁত স্বৰ্গীয় দেবদূত!

মোৰ জীৱন-মৰুভূমিত মৰুদ্যানৰ নিচিনা হ'ল মানুহৰ মৰম, সহানুভূতি আৰু সদিচ্ছা। সংসাৰৰ তিক্ততাত আজি মই জুৰুলা। তথাপি ওচৰ-চুবুৰীয়া, একেলগে কাম কৰা সতীৰ্থ সকলৰ পৰা কিমান যে মৰম-সহানুভূতি পাইছোঁ লেখ দিব নোৱাৰোঁ। ঈশ্বৰে মোক সুখ-সম্ভোগ, ধন-ঐশ্বৰ্য্যৰ পৰা বঞ্চিত কৰিছে হয়, কিন্তু মানুহৰ পৰা যিখিনি পালোঁ, সেয়ে মোৰ জীৱনৰ পৰম সম্পদ হৈ থাকিব। কিছুমানৰ অতীত মধুৰ; মধুময় দিনবোৰ ৰোমন্থন কৰি শান্তি পায়। মোৰ দুখ কি, সুখ কি ঘূৰি চাই উপলব্ধি কৰিবলৈ সময়

নাপালোঁ। কেৱল কাম কৰি দিনবোৰ কটাই দিলোঁ। চামে চামে শিশুক লগ পোৱাৰ মোৰ সৌভাগ্য হ'ল। সকলোৰে মই 'মাকন বাইদেউ', স্কুলত ল'ৰা-ছোৱালীৰ মাজত হৈ পৰিছিলো 'আইতা বাইদেউ'। মোৰ যে এটা অন্য 'পোছাকী' নাম আছিল, সি যেন লুপ্তপ্ৰায় হৈ গৈছিল। সদায় ভাবোঁ— ইমান মৰম-চেনেহৰ ধাৰ শুজিম কেনেকৈ? আজি মোৰ জীৱনৰ বিয়লি বেলাত ভাবিবলৈ লৈছোঁ— ইমান সুন্দৰ পৃথিৱী এৰি যাওঁ কেনেকৈ? যাবতো লাগিবই, বেলি পৰালৈ মাত্ৰ বাট চাই আছোঁ। জীৱনত একো সমাজৰ উপকাৰ হোৱা কাম কৰাৰ সময় নহ'ল। শিশুখিনিক পাই জীৱনটো মোৰ ধন্য হ'ল। সাৰ্থক হোৱা যেন লাগিল। □

নতুনদিল্লী

শ্ৰদ্ধেয়া, (এণ্ড্ৰুজ গঞ্জ)

আপোনাকে ধৰি অসমৰ কেইবা গৰাকীও অভিজ্ঞা মহিলাৰ চমু আত্মজীৱনীমূলক গ্ৰন্থ এখনি প্ৰকাশ কৰিবলৈ মানস কৰি আপোনাৰ ওচৰ চাপিছোঁ।

সুলেখিকা ড° ইন্দিৰা গোস্বামী (শ্ৰীমতী মামনিৰয়চম গোস্বামী) আমাৰ এই আঁচনিৰ প্ৰধান উপদেষ্টা।

এগৰাকী নাৰীৰ জীৱন-জোৰা ব্যক্তিগত অভিজ্ঞতাই বিভিন্ন অঞ্চল আৰু বিভিন্ন সময়ানুযায়ী নাৰীৰ প্ৰতি থকা সমাজৰ দৃষ্টিভঙ্গীৰ এক সম্যক আভাস দিয়ে। এনে অভিজ্ঞতাৰ সংকলন এটি অতি মনোগ্ৰাহী আৰু মূল্যৱান পাঠ্য হ'ব বুলি আশা কৰা যায়। গতিকে আপোনাৰ জীৱনৰ মনত থকা সময়ৰ পৰা আৰম্ভ কৰি বৰ্ত্তমানলৈকে সকলো ধৰনৰ অভিজ্ঞতাৰ এটি চমু আত্ম-আলোচনা লিখি পঠাবলৈ অনুৰোধ কৰিলোঁ।

এনে আলোচনাত বিশেষকৈ শিক্ষা-দীক্ষা; ঘৰুৱা শিক্ষা (তাঁত-সূত, বন্ধ্যা-বঢ়া, চিলাই-এমব্ৰইডাৰী ইত্যাদি); সামাজিক ৰীতি-নীতি; ধৰ্ম্ম-বিবাহ; পাৰিবাৰিক-সাংসাৰিক আৰু ৰাজনৈতিক আদি উল্লেখনীয় অভিজ্ঞতাৰ উল্লেখ থকা বাঞ্ছনীয়। আপোনাৰ জীৱনৰ পৰম আনন্দৰ অথবা বিষাদৰ মুহূৰ্ত্ত। ঘটনাৰ উল্লেখেও আলোচনাটি অধিক আকৰ্ষনীয় কৰি তুলিব.......

শ্ৰদ্ধাৰে,

ইতি—মলয়া খাওন্দ